# বাল্মীকি-ৰামায়ণ

তৃতীয় খণ্ড

অৰণ্য আৰু কিষ্কিন্ধা কাণ্ড

অনুবাদক

শ্রীকবিচন্দ্র মহন্ত

সম্পাদন প্ৰকাশন

গুৱাহাটী বিশ্ববিদ্যালয়



1969

GAUHATI UNIVERSITY

## প্ৰকাশন সম্পৰ্কে দু-আষাৰ

গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিবলৈ লোৱা মূল বাল্মীকি-ৰামায়ণৰ অসমীয়া গদ্যানুবাদৰ তৃতীয় খণ্ড প্ৰকাশ কৰা হ'ল। এই খণ্ডত অৰণ্য আৰু কিষ্কিন্ধাকাণ্ড অন্তৰ্ভুক্ত হৈছে। এই খণ্ড প্ৰকাশ কৰিবলৈ অসম চৰকাৰৰ শিক্ষা বিভাগৰপৰা ৯০০০ (ন হেজাৰ টকা) অনুদান পোৱা গৈছিল। অতি সোনকালে চতুৰ্থ খণ্ড (সুন্দৰ আৰু লঙ্কাকাণ্ড) উলিয়াবলৈ চেষ্টা কৰা হব আৰু তদুপলক্ষে প্ৰকাশন আঁচনি হাতত লোৱা হৈছে। সহৃদয় পাঠকগোষ্ঠীৰ এই খণ্ডই সমাদৰ লাভ কৰিব বুলি আশা কৰা হ'ল।

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা
আঁচনি সঞ্চালক,
ৰামায়ণ অনুবাদ আৰু প্ৰকাশন বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়

আগষ্ট, ১৯৬৯

# সূচী-পত্ৰ

## অৰণ্যকাণ্ড

মুঠ শ্লোক-সংখ্যা ২৪৩৮

# সূচী-পত্ৰ

## কিষ্কিন্ধাকাণ্ড

॥ ইতি কিষ্কিন্ধাকাণ্ড সমাপ্ত ॥

# অসমীয়া বাল্মীকি-ৰামায়ণ

## অৰণ্যকাণ্ড

### প্ৰথম সৰ্গ

### ৰাম, লক্ষ্মণ আৰু সীতাৰ দণ্ডকাৰণ্যত প্ৰবেশ

১। শত্ৰুৰ অপৰাজেয় সংযতাত্মা ৰাম মহাৰণ্য দণ্ডকাৰণ্যত প্ৰবেশ কৰাৰ লগে লগে তাপসসকলৰ আশ্ৰমসমূহ তেওঁৰ চকুত পৰিল।

২। ৰামে দেখিলে এই আশ্ৰমসমূহ চাৰিওফালে কুশ আৰু চীৰবস্ত্ৰেৰে পৰিপূৰ্ণ আৰু সেইবোৰ নিজ ব্ৰহ্মতেজেৰে তেজীয়ান হৈ চকুত ছাটমাৰি ধৰা আকাশৰ প্ৰদীপ্ত সূৰ্য্যমণ্ডলৰ দৰে জিলিকি আছে।

৩। এই আশ্ৰমসমূহ সকলো জীৱৰ আশ্ৰয়স্থল, ইয়াৰ চোতাল আৰু মুকলি ঠাইবোৰ সুন্দৰৰূপে সুমাৰ্জ্জিত, নানাবিধ মৃগ-পক্ষী তাত বিৰাজ কৰি আছে।

৪—৫। আশ্ৰমৰ ওচৰতে অপ্সৰাগণে নৃত্য-গীতাদিৰ দ্বাৰা তাৰ সেৱা-পূজা কৰি থাকে; বিশাল অগ্নিহোত্ৰাগাৰ, যজ্ঞোপকৰণ, অজিন, সমিধ, পানীৰ কলহ আৰু ফলমূল আদিয়ে৷ ইয়াৰ শোভা বিস্তাৰ কৰিছে, অৰণ্যজাত মহাবৃক্ষসমূহ তাত বৰ্ত্তমান।

৬। এই আশ্ৰমস্থান বলিৰ* সম্ভাৰ আৰু হোমাদি অনুষ্ঠানৰ দ্বাৰা সদায় পৰম পৱিত্ৰ আৰু বেদধ্বনিৰে মুখৰিত, ইয়াৰ চাৰিওফালে ফুল আৰু পদুমেৰে ভৰি থকা সৰোবৰেৰে সুশোভিত।

৭। তাত বাস কৰা মুনিসকল ফলমূলাহাৰী আৰু সংযতেন্দ্ৰিয়, চীৰবস্ত্ৰ আৰু কৃষ্ণাজিনেই তেওঁলোকৰ বসন। তেওঁলোক অতি প্ৰাচীন আৰু সূৰ্য্য আৰু অগ্নিতুল্য তেজস্বী।

৮—১২। শ্ৰীমান মহাতেজস্বী ৰাঘৱে পৰম পৱিত্ৰ, নিয়তাহাৰ, মহাভাগ ব্ৰহ্মবিদ ঋষি আৰু ব্ৰাহ্মণসমূহৰ দ্বাৰা পৰিশোভিত আৰু বেদধ্বনিৰে মুখৰিত ব্ৰহ্মলোকসদৃশ আশ্ৰমসমূহ দেখি তেওঁৰ বৃহৎ ধনুৰ পৰা গুণ সোলোকাই লৈ তাত প্ৰবেশ কৰিলে। দিব্যজ্ঞানসম্পন্ন† মহৰ্ষিসকলে

---

* বলি—দেৱতাৰ নামে উছৰ্গা কৰা দ্ৰব্য সামগ্ৰী।

† মহৰ্ষিসকলে দিব্যজ্ঞানৰ দ্বাৰা জানিব পাৰিছিল যে ৰাক্ষসসকলৰ বধৰ কাৰণে সীতাৰে সৈতে ৰাম আহি তাত উপস্থিত হৈছে।

ৰাম আৰু যশস্বিনী বৈদেহীক দেখি পৰম প্ৰীতিৰে তেওঁলোকৰ ওচৰলৈ আহিল আৰু উদীয়মান চন্দ্ৰতুল্য ধৰ্ম্মাচাৰী ৰাম, লক্ষ্মণ আৰু যশস্বিনী বৈদেহীক চকুৰ আগতে পাই কঠোৰ ব্ৰতাচাৰী তেওঁলোকে মঙ্গল বাণীৰে আশীৰ্ব্বাদ জনাই তেওঁলোকক সাদৰি ললে।

১৩। বনবাসী ৰামত সকলো ৰূপৰ সন্নিবেশ আছিল কাৰণে তেওঁৰ* ৰূপ, লাৱণ্য আৰু সৌন্দৰ্য্য দেখি ঋষিসকলৰ মুখ বিস্ময়ৰ ভাবত পৰিপূৰ্ণ হল।

১৪। তেওঁলোকৰ আশ্চৰ্য্যজনক ৰূপ-লাৱণ্যত বনবাসী ঋষিসকল আৰু আনকি আশ্ৰমৰ পশুপক্ষীবিলাকেও স্তব্ধ হৈ চকু নপচৰাকৈ তেওঁলোকৰ পিনে চাই ৰল।

১৫। তাৰ পিচত সৰ্ব্বভূতহিতপৰায়ণ মহাভাগ ঋষিবৰ্গই আশ্ৰমৰ পৰ্ণ কুটীৰ এটাত অতিথিৰূপে ৰামক আশ্ৰয় দিলে।

১৬। অগ্নিসদৃশ তেজস্বী ধৰ্ম্মপৰায়ণ মহাভাগ মুনিসকলে ৰামক যথাবিধি সৎকাৰ জনাই মুখহাত ধোৱাৰ কাৰণে তেওলোকৰ বাবে পানী অনালে।

১৭—১৯। তাৰ পিচত সেই ধৰ্ম্মজ্ঞ মুনিসকলে পৰম আনন্দিত হৈ মঙ্গল বচনেৰে আশীৰ্ব্বাদ জনাই ফলমূল আৰু পুষ্পৰ যোগান ধৰি আশ্ৰমৰ সকলো বিবৰণ নিবেদন কৰি হাতযোৰ কৰি কবলৈ ধৰিলে, "হে ৰাঘৱ, ৰজা ধৰ্ম্মপালক, যশস্বী আৰু জনসমূহৰ আশ্ৰয়স্থল, ইন্দ্ৰৰ† এক-চতুৰ্থাংশৰূপে ৰাজ-দণ্ডধাৰণ কৰি প্ৰজা ৰক্ষণ কৰাই ৰজাৰ কাম, এতেকে ৰজা দেৱতুল্য আৰু ৰাজযোগ্য সম্মানৰ পাত্ৰ। এই কাৰণেই ৰজাই সকলোৰে পূজনীয় হৈ পৃথিৱীত ৰমণীয় শ্ৰেষ্ঠ ভোগসমূহ উপভোগ কৰে।

২০। আমি আপোনাৰ ৰাজ্যৰ ভিতৰতে‡ বাস কৰি আছোঁ। এতেকে আমিও সৰ্ব্বতোভাবে আপোনাৰ দ্বাৰা ৰক্ষণীয়। আপুনি নগৰতেই থাকক, নাইবা বনতেই থাকক, আপুনি জনসমূহৰ প্ৰভু আৰু আমাৰ ৰজা।

২১। হে ৰাজন, আশ্ৰমস্থ আমি মুনিসকলে হাতৰপৰা দণ্ড পৰিত্যাগ কৰি (হিংসা পৰিত্যাগ কৰি) ক্ৰোধ জয় কৰি ইন্দ্ৰিয়সমূহো দমন কৰিছোঁ। এতেকে এই তপোধনসকল গৰ্ভস্থ সন্তানসদৃশ, সদায় আপোনাৰ পৰিপালনীয়।

---

* টীকাত ৰূপ লাৱণ্য আৰু সৌন্দৰ্য্যৰ পাৰ্থক্য এইদৰে দেখুৱা হৈছে—

ৰূপ— অঙ্গান্যভূষিতান্যেব প্ৰক্ষেপণীয়ৈৰ্বিভূষণৈঃ।
যেন ভূষিতবদ্ভাতি তদ্ৰূপমিতি কথ্যতে॥

শৰীৰত কোনো অলঙ্কাৰ আদি পৰিধান নকৰিলেও অলঙ্কাৰে শোভিত যি আকৃতি প্ৰকাশ পায় তাক ৰূপ বোলে।

লাৱণ্য— মুক্তাফলেষু ছায়ায়াস্তৰলত্বমিবান্তৰা।
প্ৰতিভাতি যদঙ্গেষু লাৱণ্যং তদিহোচ্যতে॥

মুক্তামণিৰ কান্তিত যি তৰলতা প্ৰকাশ পায় অঙ্গত সেইটো দৃষ্ট হলেই তাক লাৱণ্য বোলে।

সৌন্দৰ্য্য— অঙ্গপ্ৰত্যঙ্গকানাং চ সন্নিবেশে যথোচিতম্।
সুশ্লিষ্ট সন্নিবন্ধো যস্তৎ সৌন্দৰ্য্যমিহোচ্যতে॥

অঙ্গপ্ৰত্যঙ্গৰ যথোচিত আৰু সুসমঞ্জস স্থানত প্ৰকাশ হোৱা সৌষ্ঠৱকে সৌন্দৰ্য্য বোলে।

† ইন্দ্ৰ শব্দে ইয়াত বিষ্ণু বা যজ্ঞসমূহৰ প্ৰধান দেৱতাক বুজাইছে—টীকাকাৰ।

‡ দণ্ডকাৰণ্য কোসল ৰাজ্যৰ ভিতৰত।

২২। এইবুলি কৈ তেওঁলোকে বন্য ফলমূল, পুষ্প আৰু আন আন বিবিধ আহাৰেৰে ৰাম আৰু লক্ষ্মণক সংকাৰ কৰিলে।

২৩ তাৰ পিচত বৈশ্বানৰ* সদৃশ আন আন ধৰ্ম্মনিষ্ঠ যিসকল সিদ্ধ তপস্বী তাত আছিল তেওঁলোকেও ঈশ্বৰ বুলি ভাবি যথাবিধি তেওঁক পূজা জনালে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত প্ৰথম সৰ্গ সমাপ্ত ॥**

# দ্বিতীয় সৰ্গ

## বিৰাধ ৰাক্ষসৰ লগত সংঘৰ্ষ

১। মুনিসকলৰ আতিথ্য সৎকাৰ লাভ কৰি ৰাতিপুৱা সূৰ্য্য উদয় হোৱাৰ লগে লগে ৰামে তেওঁলোকৰপৰা বিদায় লৈ বনত প্ৰবেশ কৰিলে।

২। এই বন নানাবিধ জন্তুৰে পৰিপূৰ্ণ, তাত ভালুক আৰু বাঘৰ বসতি, তাৰ গছ লতাবোৰ ভাঙি চুৰমাৰ হৈ পৰি আছে আৰু জলাশয়বোৰেও দেখোতে কুৎসিত ৰূপ ধাৰণ কৰিছে।

৩। তাত পক্ষীৰ আবাস নাই, চাৰিওফালে কেৱল ঝিলি পোকৰ ঝিঁ ঝিঁ মাত। লক্ষ্মণে সৈতে গৈ ৰামে বনৰ এনে ৰূপ দেখা পালে।

৪। তাৰ পিচত কাকুৎস্থ ৰামে সীতাৰে সৈতে ঘোৰাকৃতি জন্তুপূৰ্ণ সেই বনৰ মাজত ভীষণ শব্দে গৰজি থকা পৰ্ব্বতশৃঙ্গৰ নিচিনা আকাৰৰ নৰখাদক এটা ৰাক্ষস দেখা পালে।

৫। তাৰ চকু দুটা গাতৰ ভিতৰত, মুখখন বিকট আৰু বৃহদাকাৰ, পেটটো বহল, শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ এনে বিষমভাবে সন্নিবেশিত যে দেখোতে সমগ্ৰ আকৃতিটোৱে সুদীৰ্ঘ বিকৃতাকাৰ বীভৎস ঘোৰ মূৰ্ত্তি যেন বোধ হল।

৬। তাৰ পৰিধানত তেজ-মঙহে পৰিপূৰ্ণ কেঁচা বাঘৰ ছাল, মুখখন মেলিলে কালান্তক যম সদৃশ, দেখিলেই মানুহৰ মনত ভয়ৰ সঞ্চাৰ হয়।

৭। ৰামে দেখিলে যে সি এডাল লোৰ শূলত তিনিটা সিংহ, চাৰিটা বাঘ, দুটা বৃক (কুকুৰ নেচীয়া) দহোটা পৃষত মৃগ (ফুটুকী পহু) আৰু দাঁতে সৈতে তেজ-মঙহ লাগি থকা হাতীৰ মূৰ এটা আঁৰি লৈ ভীষণ গৰ্জ্জনে গৰজি আছে।

৮-১৪। এনে অৱস্থাতে সি ৰাম, লক্ষ্মণ আৰু মিথিলাৰ ৰাজকন্যা সীতাক দেখা পাই খঙতে জ্বলি উঠিল আৰু কালান্তক যমে প্ৰজাসমূহক আক্ৰমণ কৰাৰ নিচিনা তেওঁলোকৰ পিনে খেদি আহিল। তাৰ পিচত পৃথিৱী কঁপাই হে যেন লৰি খেদি আহি সীতাক ককালত খামোচ মাৰি ধৰি

* বৈশ্বানৰ—অগ্নি।

ওপৰলৈ তুলি ললে আৰু অলপ আঁতৰি গৈ কবলৈ ধৰিলে, "তোমালোক দুয়োজন অল্পায়ু প্ৰাণী, উভয়ে জটাধাৰী, কিন্তু একমাত্ৰ ভাৰ্য্যাৰ সৈতে হাতত শৰ ধনু আৰু খড্গ লৈ দণ্ডকাৰণ্যত প্ৰবেশ কৰিছা। তোমালোক দুয়ো দেখাত তপস্বী অথচ লগত তিৰোতা এজনীক লৈ ফুৰিছা কেনেকৈ? বুজিলো তোমালোক দুয়ো অধাৰ্ম্মিক* আৰু পাপী, তোমালোকে মুনিৰ আচৰণ দূষিত কৰিছা। মই বিৰাধ নামৰ ৰাক্ষস, সদায় অস্ত্ৰ-শস্ত্ৰ লগত লৈ ঋষিৰ মাংস ভক্ষণ কৰি এই দুৰ্গম বনত বিচৰণ কৰি ফুৰোঁ। এই সুন্দৰী তিৰোতাজনী আজিৰপৰা মোৰ ভাৰ্য্যা হব। যুদ্ধত পাপমতি তহঁত দুয়োৰে ৰক্ত মই পান কৰিম।

১৫। দুৰাত্মা দুষ্টমতি বিৰাধৰ গৰ্ব্বালি বচন শুনি বতাহতে কঁপি থকা কল-গছ জুপিৰ দৰে মনৰ ভয় আৰু উদ্বেগত সীতাদেবী কঁপিবলৈ ধৰিলে।

১৬। শুভলক্ষণসম্পন্না সীতাক বিৰাধৰ কোলাত দেখি ৰাঘবৰ মুখ শুকাই গল, তেতিয়া লক্ষ্মণলৈ চাই তেওঁ কবলৈ ধৰিলে।

১৭-১৮। "হে সৌম্য, চোৱাঁ সীতা শুদ্ধচাৰ-সম্পন্না, জনক ৰজাৰ কন্যা আৰু মোৰ ভাৰ্য্যা, তেওঁ যশস্বিনী আৰু সদায় সুখতে অভ্যস্তা, ৰাজপুত্ৰী হৈয়ো তেওঁ আজি বিৰাধ ৰাক্ষসৰ কোলাত। মই বুজিলোঁ। কৈকেয়ীযে যি বৰ বিচাৰিছিল আৰু আমাৰ বিষযে মনতে যি আলচি আছিল সেইটো আজিযেই হাতে হাতে ফলিল।

১৯। কৈকেয়ীযে সুদুৰ ভবিষ্যতলৈ লক্ষ্য কৰি পুত্ৰৰ কাৰণে অকল ৰাজ্যলাভ কৰিয়ে সন্তুষ্ট থকা নাই, মোক লোকপ্ৰিয় বুলি জানিহে বনলৈ পঠালে।।†

২০। হে লক্ষ্মণ, মোৰ মধ্যমা-জননী কৈকেযীৰ আজি সেই সকলো মনোবাঞ্ছা পূৰ্ণ হল।

২১। সৌমিত্ৰি, বৈদেহীক পৰপুৰুষে স্পৰ্শ কৰাত মোৰ পক্ষে বেছি দুখজনক আৰু কি হ'ব পাৰে? ৰাজ্যনাশতো মোৰ ইমান দুখ লগা নাছিল।"

২২। কাকুৎস্থ ৰামৰ কথা শুনি লক্ষ্মণ শোকাভিভূত হৈ চকুলোৰে চকু চলচলীয়া কৰি বান্ধি থোৱা সাপৰ দৰে ক্ৰুদ্ধ হৈ ফোঁপাই-জোপাই কবলৈ ধৰিলে।

২৩। "কাকুৎস্থ, আপুনি ইন্দ্ৰতুল্য, আপুনি সকলো প্ৰাণীৰ নাথ হৈও আৰু মোৰ নিচিনা ভৃত্য আপোনাৰ ওচৰত থকা সত্ত্বেও এইদৰে পৰিতাপ কৰিছে কিয়?

২৪। আপুনি চাই থাকক, ক্ৰুদ্ধ মোৰ শৰাঘাতত এই বিৰাধ ৰাক্ষস এতিয়াই নিহত হব আৰু তাৰ ৰক্ত পৃথিবীয়ে পান কৰিব।

২৫। ৰাজ্য কামনা কৰাৰ সময়ত ভৰতৰ ওপৰত মোৰ যি ক্ৰোধ উপজিছিল বজ্ৰপাণি ইন্দ্ৰই পৰ্ব্বতৰ ওপৰত বজ্ৰ নিক্ষেপ কৰাৰ দৰে সেই ক্ৰোধ আজি বিৰাধৰ ওপৰত নিক্ষেপ কৰিম।

২৬। মোৰ ভুজবলৰ বেগত বেগী হৈ এই শৰ সেই ৰাক্ষসৰ বিশাল বুকুত পৰিব আৰু তাতেই তাৰ জীৱন বিনাশ হব আৰু সি ঘূৰি ঘূৰি পৃথিবীত বাগৰি পৰিব।

---

* শৰ, ধনু, খড়্গ আৰু লগত তিৰোতা লৈ ফুৰাটো মুনিব্ৰতৰ বিপৰীত এতেকে অধৰ্ম্ম।

† যাতে মই আৰু বনৰ পৰা উভতি যাব নোৱাৰো।—টীকাকাৰ

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত দ্বিতীয় সৰ্গ সমাপ্ত**

# তৃতীয় সৰ্গ

## বিৰাধ ৰাক্ষসৰ লগত সংঘৰ্ষ ( ক্ৰমশঃ )

১। তাৰ পিচত পুন শব্দধ্বনিৰে বনপ্ৰদেশ প্ৰতিধ্বনিত কৰি বিৰাধে কবলৈ ধৰিলে, "মই তোমালোক দুজনক সুধিছোঁ, কোৱাচোন বাৰু তোমালোক কোন আৰু যাবাই বা ক'লৈ ?"

২। তাৰ কথাৰ উত্তৰত মহাতেজস্বী ৰামে ইক্ষ্বাকু কুলৰ বিষয়ে জনাবলৈ গৈ প্ৰজ্বলিত মুখযুক্ত ৰাক্ষসক কলে।

৩। "ৰাক্ষস, জানি লোৱা আমি দুজন ক্ষত্ৰিয়, সচ্চৰিত্ৰসম্পন্ন, বৰ্ত্তমানে বনচাৰী। এতিয়া আমি তোমাৰ বিষয়ে জানিব খুজিছোঁ, তুমি কোন আৰু কিয়ই বা দণ্ডকাৰণ্যত বিচৰণ কৰি আছা, কোৱা।"

৪। তেতিয়া বিৰাধে সত্য পৰাক্ৰম ৰামক কলে, 'ৰজা ৰাঘৱ, মই কোন কওঁ শুনা।

৫। মই জবৰ পুত্ৰ, শতহ্ৰদা মোৰ জননী। এই পৃথিৱীত সকলো ৰাক্ষসে মোক বিৰাধ বুলি মাতে।

৬। তপস্যাৰ বলত ব্ৰহ্মাৰ কৃপাত মই এনে এটা বৰ পাইছো', যাৰ ফলত কোনো অস্ত্ৰে মোক বধ কৰিব নোৱাৰে আৰু কোনো অস্ত্ৰই মোক ভেদিব নোৱাৰে।

৭। এতেকে তোমালোকে এই তিৰোতাজনীক এৰি মোক যুদ্ধত জয় কৰাৰ আশা পৰিত্যাগ কৰি লৰা লৰিকৈ যেনি আহিছা তেনি গুচি যোৱাগৈ, মই তোমালোকক বধ নকৰোঁ।"

৮—৯। তেতিয়া খঙতে চকু পকাই ৰামে বিকৃতাকাৰ পাপিষ্ঠ বিৰাধক কলে, "ক্ষুদ্ৰ জীব, তোক ধিক্, যিহেতু এনে কুকৰ্ম্মত তই লিপ্ত। তই মৃত্যুকেই বিচাৰিছ, ৰ তেন্তে এই যুঁজত তই তাকেই পাবি, জীয়াই থাকি সাৰি যাব নোৱাৰিবি।"

১০। কোৱাৰ লগে লগে ৰামে ধনুত গুণ লগাই সুতীক্ষ্ণ শৰ সংযোগ কৰি অতি শীঘ্ৰে ৰাক্ষসক আক্ৰমণ কৰিলে।

১১। গুণ-সংযুক্ত ধনুৰ সহায়ত ৰামে পাখি লগোৱা গৰুড় আৰু বায়ুসম বেগী সমুজ্জল সাত পাত শৰ ৰাক্ষসৰ শৰীৰলৈ নিক্ষেপ কৰিলে।

১২। ময়ুৰ পক্ষযুক্ত শৰে বিৰাধৰ শৰীৰ ভেদ কৰি তেজেৰে ৰাঙলী হোৱাত শৰ অগ্নি যেন হৈ মাটিত পৰিল।

১৩। এইদৰে শৰবিদ্ধ হৈ ৰাক্ষসে বৈদেহীক মাটিত নমাই থলে, আৰু খঙতে জ্বলি উঠি শূলপাত তুলি লৈ ৰাম লক্ষ্মণৰ পিনে চোঁচা ললে।

১৪। ইন্দ্ৰধ্বজসদৃশ শূলপাত হাতত লৈ মুখখন মেলি ৰবকৈ চিৎকাৰ কৰি খেদি অহা ৰাক্ষসক কালান্তক যম যেন দেখা হল।

১৫। তেতিয়া ভ্রাতৃযুগলে প্রলয়কালৰ অন্তকসদৃশ ৰাক্ষসৰ ওপৰত শৰসমূহ নিক্ষেপ কৰিবলৈ ধৰিলে।

১৬। এনে অৱস্থাত অতি ভীষণ সেই ৰাক্ষসে হাঁহি এটা মাৰি মুখেৰে হামি মৰাত নিক্ষিপ্ত সকলোশৰ শৰীৰৰ পৰা সুলকি মাটিত পৰিল।

১৭। বৰৰ প্ৰভাৱত ৰাক্ষসে প্ৰাণধাৰণ কৰি থাকি শূলপাত তুলি ৰাম-লক্ষ্মণৰ ফালে খেদি আহিল।

১৮। তেতিয়া অস্ত্ৰধাৰী সকলৰ বৰেণ্য ৰামচন্দ্ৰই দুপাত শৰেৰে বজ্ৰসম কঠিন আৰু অগ্নিসম সমুজ্জ্বল শূলডাল কাটি টুকুৰা-টুকুৰ কৰিলে।

১৯। এইদৰে ৰামৰ শৰত বিচ্ছিন্ন শূল বজ্ৰবিদীৰ্ণ মেৰু পৰ্ব্বতৰ শিলৰ দৰে মাটিত পৰি গল।

২০। তেতিয়া ৰাম আৰু লক্ষ্মণ উভয়ে কালসৰ্পবৎ দুখন খড়্গ হাতত লৈ ক্ষিপ্ৰ গতিৰে ৰাক্ষসৰ ওপৰত পৰি কঠোৰ ভাবে তাক আঘাত কৰিবলৈ ধৰিলে।

২১। আঘাত কৰি থকাতো ৰুদ্ৰমূৰ্ত্তি ৰাক্ষসে অকণো ভীত নহৈ নৰশ্ৰেষ্ঠ দুজনক দুই হাতে তুলি লৈ পলাই যাবলৈ ইচ্ছা কৰিলে।

২২—২৩। তাৰ অভিপ্ৰায় বুজি পাই ৰামে লক্ষ্মণক কলে, 'সৌমিত্ৰি, ৰাক্ষসে যি পথেৰে আমাক নিব খুজিছে, সেই পথেৰেই নিয়ক, সি যিদৰে ইচ্ছা কৰিছে তাক কৰক, কিয়নো আমাৰো বনলৈ যোৱাৰ বাট এইটোৱেই।"

২৪—২৫। তেতিয়া নিশাচৰে বলদৃপ্ত হৈ ৰাম আৰু লক্ষ্মণ উভয়কে দুটা বালকক তুলি লোৱাৰ দৰে কান্ধত তুলি ললে আৰু ভীষণ ভাবে গৰ্জ্জন কৰি বনৰ অভিমুখে গমন কৰিলে।

২৬। সি যি বনৰ ফালে গৈছিল দেখোতে সেই বনভাগ এখন সুবৃহৎ মেঘখণ্ডৰ নিচিনা, নানাবিধ বিশাল বৃক্ষৰাজিৰে পৰিপূৰ্ণ আৰু বিবিধ পক্ষী, শৃগাল আৰু হিংস্ৰ-জন্তুৰে ভৰপূৰ।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত তৃতীয় সৰ্গ সমাপ্ত ॥

# চতুৰ্থ সৰ্গ

## বিৰাধ ৰাক্ষস বধ

১-৩। ৰাক্ষসে ৰঘুকুল শ্ৰেষ্ঠ কাকুৎস্থ ৰাম আৰু লক্ষ্মণক এইদৰে লৈ যোৱা দেখি সীতা-দেৱীয়ে নিজৰ ধুনীয়া হাতদুখন ওপৰলৈ তুলি উচ্চস্বৰে চিঞৰিবলৈ ধৰিলে, "হায়। ঘোৰমূৰ্ত্তি এই ৰাক্ষসে পৰম পবিত্ৰ সত্য-শুদ্ধস্বভাবৰ দশৰথতনয় ৰাম-লক্ষ্মণক লৈ যাব ধৰিছে, আৰু ইপিনে বাঘ আৰু ভালুকে খাই মোক শেষ কৰিব। এতেকে হে ৰাক্ষস প্ৰবৰ মই তোমাক নমস্কাৰ কৰিছো, তুমি কাকুৎস্থ যুগলক এৰি মোকে লৈ যোৱা।"

৪-৫। সীতাৰ উক্তি শুনি ৰাম আৰু লক্ষ্মণে দুৰ্ব্বৃত্ত ৰাক্ষসক বধ কৰিবলৈ খৰখেদা কৰিবলৈ ধৰিলে, যাৰ লগে লগে সুমিত্ৰানন্দন লক্ষ্মণে ৰাক্ষসৰ বাঁও আৰু ৰামে তাৰ সোঁ বাহু ভাঙি দিলে।

৬। তাৰ হাত ভাঙি দিয়াত মেঘখণ্ড-সদৃশ ৰাক্ষস শক্তিহীন হৈ মূৰ্চ্ছিত হল আৰু বজ্ৰাহত বিচ্ছিন্ন পৰ্ব্বতৰদৰে তাক মাটিত বাগৰি পৰিল।

৭। তেতিয়া ভ্ৰাতৃযুগলে ৰাক্ষসৰ ওপৰত মুষ্টি প্ৰহাৰ কৰি আৰু ভৰিৰে লঠিয়াই বাৰে বাৰে ওপৰলৈ তুলি তাক মাটিত থেকেচিবলৈ ধৰিলে।

৮। এইদৰে বহুপ্ৰকাৰে বাণবিদ্ধ, খড়্গাঘাতত ক্ষত বিক্ষত আৰু মাটিত থেকেচা খাইয়ো ৰাক্ষসে প্ৰাণ বিসৰ্জ্জন নকৰিলে।

৯। তেতিয়া ভয়াৰ্ত্তসকলৰ অভয়দাতা শ্ৰীমান ৰামচন্দ্ৰই, ৰাক্ষসক সৰ্ব্বপ্ৰকাৰে অবধ্য যেন দেখি লক্ষ্মণক কলে,

১০। "হে পুৰুষশ্ৰেষ্ঠ, তপস্তালব্ধ বলৰ কাৰণে এই ৰাক্ষসৰ লগত যুদ্ধ কৰি অস্ত্ৰাঘাতত তাক জয় কৰিব পৰা নহব, এতেকে আমি ইয়াক গাঁতত পুতি পওঁ।

১১। লক্ষ্মণ, হাতী যেন ভীষণ এই কদৰ্য্য ৰাক্ষসৰ বাবে হাবিৰ মাজতে প্ৰকাণ্ড এটা গাঁত খান্দা।"

১২। ধাৰ্ম্মিক ৰামে লক্ষ্মণক গাঁত খান্দিবলৈ দি ভৰিৰে ডিঙিত গচকি ধৰি ৰাক্ষসক আক্ৰমণ কৰিলে আৰু তাৰ ওপৰত থিয় দি থাকিল।

১৩। পুৰুষশ্ৰেষ্ঠ ৰাঘবৰ আদেশ শুনি বিৰাধে বিনয়ভাবে তেওঁক কলে,

১৪। "হে পুৰুষপ্ৰবৰ আপোনাৰ ইন্দ্ৰতুল্য পৰাক্ৰমত মই এতিয়া মৃত, হে নৰশ্ৰেষ্ঠ অজ্ঞানতা হেতু মই আগতে আপোনাক চিনি পোৱা নাছিলোঁ।

১৫। হে প্ৰভু, মই জানিলোঁ আপুনি কৌসল্যাৰ সুসন্তান, ৰাম নামে খ্যাত, তেওঁ মহাভাগ্যৱতী বিদেহ ৰাজকন্যা সীতা আৰু এওঁ মহাযশস্বী লক্ষ্মণ।

১৬। মই তুম্বুৰু নামৰ গন্ধৰ্ব্ব, বিশ্ৰবাৰ পুত্ৰ কুবেৰৰ দ্বাৰা অভিশপ্ত হৈ ঘোৰ এই ৰাক্ষসৰ শৰীৰ প্ৰাপ্ত হৈছোঁ।

১৭। শেহত মই তেওঁক প্ৰসন্ন কৰাত মহাযশস্বী কুবেৰে কৈছিল, 'দশৰথতনয় ৰামচন্দ্ৰই যুদ্ধত তোমাক বধ কৰিলে,

১৮। তুমি নিজ প্ৰকৃতি (গন্ধৰ্ব্ব শৰীৰ) লাভ কৰি স্বৰ্গলৈ আহিব পাৰিবা।'

১৯। এসময়ত মই ৰম্ভাৰ প্ৰতি আসক্ত হৈ তেওঁক যথোচিত সন্মান নেদেখুৱা বাবে তেওঁ এইদৰে মোক অভিশাপ দিয়ে, আপোনাৰ অনুগ্ৰহত এতিয়া মই সেই দাৰুণ শাপৰ পৰা মুক্ত।

২০-২১। মই এতিয়া নিজ ঠাইলৈ যাওঁ, হে পৰন্তপ আপোনাৰ মঙ্গল হওক। এই ঠাইৰপৰা অৰ্দ্ধযোজন দূৰৈত সূৰ্য্যসম দীপ্তিমান প্ৰতাপশালী ধৰ্ম্মাত্মা মহৰ্ষি শৰভঙ্গ বাস কৰে। আপুনি বেগাই তেওঁৰ ওচৰ চাপক, তেওঁ আপোনাৰ অশেষ মঙ্গল সাধন কৰিব।

২২। হে ৰাম, এতিয়া আপুনি মোক গাঁতত পেলাই থৈ কুশলে গমন কৰক, মৃত ৰাক্ষসক এইদৰে গাতত পুতি থোৱাটোৱেই সনাতন ধৰ্ম্ম।

২৩-২৫। *যি সকলক গাঁতত পুতি থোৱা হয় তেওঁলোকে অক্ষয় লোক লাভ কৰে।” কাকুৎস্থ ৰামক এইদৰে কোৱাৰ পিচত শৰীৰটো গাঁতত পেলাই দিয়াত মহাবলশালী বিৰাধ স্বৰ্গগামী হল। বিৰাধৰ কথা শুনি ৰামে লক্ষ্মণক আদেশ দিলে, “লক্ষ্মণ, কুঞ্জৰ সদৃশ ক্ৰুৰকৰ্ম্মা* এই ৰাক্ষসৰ কাৰণে হাবিৰ মাজত এটা ডাঙৰ গাঁত খান্দা।”

২৬। লক্ষ্মণক গাঁত খান্দিবলৈ কৈ বীৰ্য্যশালী ৰামচন্দ্ৰই ৰাক্ষসৰ ডিঙিত ভৰি এখনেৰে হেঁচা দি ধৰি থাকিল।

২৭। ৰামৰ কথামতে লক্ষ্মণে খন্টা এখন আনি ভীমকায়* ৰাক্ষসৰ ওচৰতে এটা ভাল গাঁত খান্দিলে।

২৮। তাৰ পিচত সি চিঞৰ-বাথৰ কৰি থকাৰ ভিতৰতে ডিঙিৰ পৰা হেঁচাটো এৰি দি তেওঁলোক দুজনে তাক গাঁতত পেলাই দিলে।

২৯-৩০। সকলো কথাৰে মূলতত্ত্ববিদ্ নৰশ্ৰেষ্ঠ ৰাম-লক্ষ্মণ ভ্ৰাতৃযুগলে জানিছিল যে তীক্ষ্ণ অস্ত্ৰাঘাতত ৰাক্ষসৰ মৃত্যু নহব, এই কাৰণতে ক্ষিপ্ৰকাৰী আৰু বিক্ৰমশালী দৃঢ়চিত্ত তেওঁলোক দুয়োজনে নিজশক্তিৰ বলত ভয়াবহ সেই ৰাক্ষসক পৰাজিত কৰি হৰ্ষান্বিত চিত্তে ওপৰলৈ তুলি গাঁতত পেলাই তাক বধ কৰিলে।

৩১। ৰামে নিজ প্ৰযোজন সিদ্ধিৰ বাবে যিদৰে বিৰাধৰ মৃত্যু ইচ্ছা কৰিছিল বনচাৰী বিৰাধেও সেইদৰে ৰামৰ হাতত মৃত্যু কামনা কৰি নিজেই জনাইছিল যে অস্ত্ৰৰ আঘাতত তাৰ মৃত্যু নহব।

৩২। ৰাক্ষসৰ কথা শুনামাত্ৰকে ৰামে তাক গাঁতত পেলাই মাৰাৰ স্থিৰ কৰিলে আৰু সেই অনুসৰি গাঁতত পেলাই দিয়াৰ লগে লগে অতি বলশালী সেই ৰাক্ষসৰ চিঞৰতে বন প্ৰতিধ্বনিত হল।

৩৩। এইদৰে ৰাম আৰু লক্ষ্মণ উভয়ে ৰাক্ষসক মাটিতে পুতি থৈ মনত বৰ আনন্দ পালে আৰু উভয়ে নিৰ্ভয় হৈ মহাৰণ্যৰ ভিতৰত পৰম আনন্দমনে স্বৰ্গস্থিত চন্দ্ৰ আৰু সূৰ্য্যৰ দৰে বিৰাজ কৰিবলৈ ধৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত চতুৰ্থ সৰ্গ সমাপ্ত ॥

---

* মূলত আছে 'মহাত্মন'—টীকাকাৰে অৰ্থ কৰিছে 'বিৰাট শৰীৰ যুক্ত'। আনপিনে তেওঁ কৈছে—বিৰাধ ৰাক্ষস হলেও সি ৰামক চিনি পালে আৰু ৰামৰ হাততেই তাৰ মৃত্যু হল—এতেকে সি মহাত্মা। বাল্মীকিৰ উক্তিৰ ইও অভিপ্ৰায়।

## পঞ্চম সৰ্গ

## শৰভঙ্গৰ লগত ৰামৰ সাক্ষাৎ আৰু ইন্দ্ৰৰ মাহাত্ম্যদৰ্শন।

১-২। অৰণ্যত ভীমবল বিৰাধৰাক্ষসক বধ কৰি বীৰ্য্যবান ৰামচন্দ্ৰই আলিঙ্গনপূৰ্ব্বক প্ৰবোধ-বাক্যে সীতাক সান্ত্বনা দিয়াৰ পিচত দীপ্তিমান্ তেজস্বী ভায়েক লক্ষ্মণক কলে "এই হাবিখন কষ্টকৰ আৰু দুৰ্গম, বিশেষকৈ আমাৰ পক্ষে, যিহেতু আমি বনবাসী নহওঁ।

৩। এতেকে সোনকালে আমি তপোধন শৰভঙ্গৰ ওচৰলৈ যাওঁহক বলা।" এইবুলি কৈ ৰাঘৱে শৰভঙ্গ মুনিৰ আশ্ৰমলৈ খোজ ললে।

৪। ইতিমধ্যে তপস্যাৰ বলত দেৱস্বভাবসম্পন্ন বিশুদ্ধাত্মা শৰভঙ্গৰ ওচৰত মহান্ অদ্ভুত এটা দৃশ্য ৰামৰ চকুত পৰিল।

৫-৬। তেওঁ দেখিলে যে দেৱতাসকলৰ অধিপতি ইন্দ্ৰই নিজ শৰীৰৰ জ্যোতিত সূৰ্য্য আৰু অগ্নিসম প্ৰভান্বিত হৈ দেৱতাসকলৰ দ্বাৰা পৰিবেষ্টিত শক্তস্থিত ৰথৰপৰা নমাতো ভূমি স্পৰ্শ নকৰি শূন্যতে ৰৈ আছে। তেওঁৰ আভৰণ অতি উজ্জ্বল, ধূলিকণাৰ লেশমাত্ৰও তাত নাই।

৭। ঠিক তেওঁৰে নিচিনা আভৰণযুক্ত বহুত মহাত্মাই তেওঁক পূজা কৰি আছে,

৮। তেওঁৰ ওচৰতে নতুনকৈ উঠি অহা আদিত্যতুল্য প্ৰভাযুক্ত তেওঁৰ ৰথ শ্যামবৰ্ণ অশ্বসংযুক্ত হৈ শূন্যত ওপঙি আছে।

৯। ৰামে দেখিলে শুকুলা মেঘৰ কমণীয়তাৰে পৰিপূৰ্ণ চন্দ্ৰমণ্ডলসদৃশ বিমল এটা ছত্ৰ বিচিত্ৰ মাল্যাদিৰে সুশোভিত হৈ তেওঁৰ ওপৰত বিৰাজ কৰিছে।

১০। সোণৰদণ্ড বিশিষ্ট বহুমূলীয়া দুটা চামৰব্যজন সৰ্ব্বোত্তমা দুগৰাকী ৰমণীয়ে হাতেৰে লৈ তেওঁৰ মূৰৰ ওচৰত সঞ্চালন কৰি আছে।

১১। আনপিনে গন্ধৰ্ব্ব, অমৰ, সিদ্ধ আৰু বহুত শ্ৰেষ্ঠ ঋষিয়ে অন্তৰিক্ষতে সেই দেৱতাক নানাবিধ উৎকৃষ্ট স্তুতিবাক্যেৰে বন্দনা কৰি আছে। এনে অৱস্থাত ৰামে ইন্দ্ৰক শৰভঙ্গৰ লগত কথাবতৰা পাতি থকা দেখা পালে।

১২। এইদৰে শতক্ৰতু ইন্দ্ৰক দেখা পাই ৰামে অদ্ভুত এই ৰথৰ পিনে আঙুলিয়াই ভায়েক লক্ষ্মণক কলে।

১৩। "লক্ষ্মণ দীপ্তিমান শ্ৰীবিশিষ্ট প্ৰখৰকিৰণমণ্ডিত আদিত্যসম অন্তৰিক্ষস্থিত এই ৰথৰ পিনে চোৱা।

১৪। পূৰ্ব্বতে বহুত যজ্ঞ কৰোঁতা ইন্দ্ৰৰ যি ঘোঁৰাৰ বিষয়ে আমি শুনিছিলোঁ, অন্তৰিক্ষগত দিব্য এই অশ্বসমূহো নিশ্চয় সেই অশ্বই।

১৫-১৬। হে পুৰুষশ্ৰেষ্ঠ লক্ষ্মণ তেওঁৰ চাৰিওপিনে খড়্গপাণি, কুণ্ডলধাৰী, যি শত শত পুৰুষ দেখিছা তেওঁলোকৰ প্ৰত্যেকৰে বক্ষস্থল সুবিস্তৃত আৰু উন্নত, তেওঁলোকৰ বাহু অৰ্গলৰ দৰে (ডুবাবডাং) দীঘল, সকলোৰে পৰিধানত ৰক্তবস্ত্ৰ আৰু প্ৰত্যেকজনে ব্যাঘ্ৰবৎ দুৰ্দ্ধৰ্ষ।

১৭। প্ৰত্যেকৰে বুকুত অগ্নিতুল্য উজ্জ্বল হাৰ জিলিকি আছে, ৰূপত প্ৰতিজনেই পচিশ বছৰীয়া যুবক।

১৮। লক্ষ্মণ, দৈৱতাসকলৰ বয়স সদায় প্ৰিয়দৰ্শন পুৰুষশ্ৰেষ্ঠ এই পুৰুষৰ নিচিনাই।

১৯। লক্ষ্মণ, বৈদেহীৰে সৈতে তুমি ইয়াত অলপ সময় ৰৈ থাকা, ইতিমধ্যে দ্যুতিমান্ ৰথস্থ এই পুৰুষজননো কোন মই ভালদৰে জানি আহোঁ।"

২০। এই বুলি সুমিত্ৰানন্দন লক্ষ্মণক তাতে ৰবলৈ কৈ কাকুস্থ ৰামে শৰভঙ্গৰ আশ্ৰমলৈ খোজ ললে।

২১। *শচীপতি ইন্দ্ৰই ৰামক ওচৰ চাপি অহা দেখি শৰভঙ্গৰপৰা বিদায় লৈ দেৱতা-*
সকলক কলে।

২২। "সোৱা ৰাম এই পিনে আহিবলৈ ধৰিছে, তেওঁ আহি মোৰ লগত কথাবতৰা পতাৰ আগতে, তোমালোকে মোক লৈ স্থানান্তৰলৈ প্ৰস্থান কৰা, তেতিয়াহে তেওঁ মোক ইয়াত নেদেখাকৈ থাকিব।*

২৩। ৰাবণক পৰা জয় কৰি তেওঁ কৃতকাৰ্য্য হোৱাৰ পিচত ততালিকে মই তেওঁৰ লগত দেখা কৰিম, কিয়নো তেওঁ যি কাম কৰিব লাগিব সি অতিশয় গুৰুতৰ আৰু আনে কৰিব নোৱাৰা বিধৰ। †

২৪। এই বুলি কৈ বজ্ৰধৰ শত্ৰুবিনাশক ইন্দ্ৰই তাপস শৰভঙ্গৰ প্ৰতি যথোচিত সম্মান দেখুৱাই তেওঁৰ পৰা বিদায় লৈ অশ্বযুক্ত ৰথত আৰোহণ কৰি তাৰপৰা আঁতৰি গল।

২৫। সহস্ৰাক্ষ ইন্দ্ৰ আঁতৰি গলত ৰামে তেওঁৰ ভাৰ্য্যা আৰু ভায়েক লক্ষ্মণে সৈতে অগ্নিহোত্ৰত বহি থকা শৰভঙ্গৰ ওচৰ পালেহি।

২৬। ৰাম, লক্ষ্মণ আৰু সীতা তিনিও মুনিবৰৰ চৰণ ছুই প্ৰণাম কৰাৰ পিচত মুনিবৰে তেওঁলোকৰ বাসস্থান নিৰূপণ কৰি ভোজনাদিৰ বাবে নিমন্ত্ৰণ জনালে, তেতিয়া তিনিও জনে মুনিবৰৰ অনুমতিলৈ আসন গ্ৰহণ কৰিলে।

২৭। ৰাঘৱ ৰামে ইন্দ্ৰ ইয়ালৈ অহাৰ কাৰণ কি বুলি সোধাত শৰভঙ্গে সেই সকলো কথা তেওঁক জনাই কলে।

২৮। "ৰাম সি সকলে ভগবদুপাসনাৰ দ্বাৰা আত্মা জয় কৰিব পাৰা নাই তেনে লোকৰ পক্ষে দুষ্প্ৰাপ্য ব্ৰহ্মলোক, উগ্ৰতপস্যাৰ দ্বাৰা মই জয় কৰিছোঁ, এতিয়া বৰদ ইন্দ্ৰই মোক তালৈ নিবলৈ ইচ্ছা কৰি ইয়াকৈ আহিছিল।

২৯। হে নৰশ্ৰেষ্ঠ, যেতিয়াই মই জানিব পাৰিলোঁ যে তুমি ওচৰতে আছা, তোমাৰ নিচিনা প্ৰিয় অতিথি জনাৰ লগত দেখাশুনা নকৰাকৈ ব্ৰহ্মলোকলৈ মই নাযাওঁ।

---

* টীকাকাৰে ইয়াৰ কাৰণ এই বুলি দেখুৱাইছে—ৰাম বনচাৰী, অতএৱ দেৱতাৰ বৈভৱ এই সময়ত তেওঁৰ দৃষ্টিগোচৰ নোহোৱাই ভাল। আনকাৰণ হব পাৰে ৰামৰ যি উদ্দেশ্যে জন্ম সেই সকলো এতিয়াও অজ্ঞাত ৰামে কেৱল সন্মুখত উপস্থিত হোৱা বিপদৰ হে প্ৰতিকুল ব্যৱস্থা কৰি আছে। ৰাবণবধৰ কথা দেখোতে কোনোৱে তেওঁক শুনোৱা নাই।

‡ কতকৰ মতে এই শ্লোক প্ৰক্ষিপ্ত। তিলক টীকাকাৰে তীৰ্থৰ ব্যাখ্যা গ্ৰহণ কৰি কৈছে যে ইয়াক প্ৰক্ষিপ্ত বুলি ধৰাৰ প্ৰয়োজন নাই। ইন্দ্ৰৰ মতে ৰামে ৰাবণবধ কৰাৰ পিচত দেৱতাসকলৰ কাৰ্য্য সম্পাদিত হলেহে দেৱতা-সকলৰ পতি হিচাপে ৰামৰ লগত সাক্ষাৎ কৰাটো তেওঁৰ উচিত হব। তাৰ আগতে নহয়।

৩০। হে পুৰুষশ্ৰেষ্ঠ, তোমাৰ নিচিকা ধাৰ্ম্মিক মহাত্মাৰ লগত দেখাশুনা কৰিহে মই স্বৰ্গ বা তাতোকৈ শ্ৰেষ্ঠ ব্ৰহ্মলোকলৈ যাম।

৩১। হে নৰশ্ৰেষ্ঠ, মই স্বৰ্গ, ব্ৰহ্মলোক আদি বহুত পবিত্ৰ লোক লাভ কৰিছোঁ, মই জয় কৰা সেই লোকসমূহ তুমি গ্ৰহণ কৰা।'

৩২। ঋষি শৰভঙ্গই এইদৰে কোৱাত সৰ্ব্বশাস্ত্ৰ বিশাৰদ নৰশ্ৰেষ্ঠ ৰাঘৱে কলে,

৩৩। "হে মহামুনি (সমস্ত) এই সকলোলোক মই নিজেই আহৰণ কৰিম*, এতিয়া আপোনাৰ অনুমতিক্ৰমে অৰণ্যত থাকিবলৈ ঠাই এডোখৰ মাত্ৰ বিচাৰিছোঁ।"

৩৪। ইন্দ্ৰতুল্য বলশালী ৰাঘৱে এইদৰে কোৱাত পৰম জ্ঞানী শৰভঙ্গই পুন তেওঁক কলে,

৩৫। "ৰাম, এই বনতে মহাতেজস্বী সংযতেন্দ্ৰিয় সুতীক্ষ্ণ নামে এজন ধাৰ্ম্মিক ঋষি বাস কৰে, তেৱেঁই তোমাৰ মঙ্গল বিধান কৰিব।

৩৬। ৰাম, পুষ্পভাৰ বাহিনী এই মন্দাকিনী নৈৰ সোঁতৰ গতিৰ লগে লগে গৈ থাকিলেই তুমি সেই ঠাইত উপনীত হবাগৈ।

৩৭। হে নৰব্যাঘ্ৰ, এইটোৱেই ভাল যোৱাৰ পথ কিন্তু বৎস, সাপে তাৰ মোট এৰাদি মোৰ এই জীৰ্ণ শৰীৰটো ত্যাগ নকৰালৈকে তুমি মোৰ পিনে ক্ষণমান সময় চাই থাকা।"

৩৮। এই বুলি কৈ মহাতেজস্বী শৰভঙ্গই অগ্নি প্ৰজ্বলন কৰিলে আৰু তাতে মন্ত্ৰপূৰ্ব্বক ঘিঁউৰ আহুতি দি সেই অগ্নিত প্ৰবেশ কৰিলে।†

৩৯। অগ্নিত প্ৰবেশ কৰাৰ লগে লগে অগ্নিয়ে তেওঁৰ নোম, কেশ, জীৰ্ণ ছাল, হাড়, মঙহ আৰু যিটোপো ৰক্ত তেওঁৰ শৰীৰত আছিল সেই সকলো দাহন কৰিলে।

৪০। মুনি শৰভঙ্গ তেতিয়া প্ৰজ্বলিত অগ্নিৰ মাজৰ পৰা ওলাই অগ্নিতুল্য দীপ্তিমান্ কুমাৰ এজনৰ দৰে সুশোভিত হল।

৪১। আৰু পিচতে মহাত্মা আহিতাগ্নিসকল, ঋষিগণ আৰু দেৱতাসকলৰ স্থান অতিক্ৰম কৰি ব্ৰহ্মলোকত আৰোহণ কৰিলে।

৪২। এইদৰে গৈ পৃথিৱীস্থিত পুণ্যকৰ্ম্মা দ্বিজশ্ৰেষ্ঠ ঋষি শৰভঙ্গ, অনুচৰবৰ্গেৰে সৈতে পৰিবেষ্টিত পিতামহক দেখা পালে। পিতামহেও দ্বিজবৰক দেখা পাই আনন্দিত হৈ স্বাগত বাক্যে তেওঁক সম্ভাষণ জনালে।

## ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চম সৰ্গ সমাপ্ত।

---

* এই বাক্যটিৰ অৰ্থ বহুত—মই স্বয় নাৰায়ণ অতএব সমস্ত সকলো লোক মষে আহৰণ কৰিব লাগিব। অথবা আপোনাৰ নিচিনা তপস্যাৰ দ্বাৰা মই নিজেই লোক সমূহ জয় কৰিম।

† ইয়াতে প্ৰশ্ন হব পাৰে ইয়াৰ দ্বাৰা আত্মহত্যা কৰা হল নে নাই। উত্তৰত কৈছে :—

বৃদ্ধঃ শৌচক্ৰিয়ালুপ্ত প্ৰত্যাখ্যাত-ভিষকক্ৰিয়

আত্মানং ঘাতয়েৎ যস্তু ভৃগ্বগ্ন্যনশনাম্বুভিঃ।

ব্ৰহ্মপ্ৰাপ্তিৰ কাৰণে উৎকণ্ঠা হলে বৃদ্ধজন যাৰ শৌচাচাৰ আদি লোপ পাইছে আৰু চিকিৎসকেও চিকিৎসাৰ বাহিৰ বুলি যাক প্ৰত্যাখ্যান কৰিছে তেনেজনে পৰ্ব্বতৰ পৰা পৰি কোনো প্ৰকাৰৰ খাদ্য গ্ৰহণ নকৰাকৈ থাকি অথবা অগ্নি বা জলক আশ্ৰয় কৰি মন্ত্ৰ উচ্চাৰণ পূৰ্ব্বক শৰীৰ ত্যাগ কৰিলে তাৰ দ্বাৰা বৈধ মৰণকেই প্ৰাপ্ত হয়।

# ষষ্ঠ সৰ্গ

## শৰভঙ্গৰ আশ্ৰমত ঋষিসঙ্ঘৰ লগত সাক্ষাৎ। ৰাক্ষসবধৰ প্ৰতিজ্ঞা।

১। ঋষি শৰভঙ্গ স্বৰ্গগামী হোৱাত দণ্ডকাৰণ্যবাসী সমগ্ৰ ঋষিকুল সমুজ্জ্বল তেজ সম্পন্ন কাকুৎস্থ ৰামৰ ওচৰত উপস্থিত হলহি।

২-৬। তেওঁলোক যথা—বৈখানস[১], বালখিল্য[২], সংপ্ৰক্ষাল[৩], মৰীচিপ[৪], অশ্মকুট্ট[৫], পত্ৰাহাৰী তাপস[৬], সেইদৰে দন্তোলুখলী[৭], উন্মজ্জক[৮], গাত্ৰশয্য[৯], অশয্য[১০], অনবকাশিক[১১], সলিলাহাৰী, বায়ুভক্ষী, আকাশ নিলয[১২], স্থণ্ডিলশায়ী[১৩], উৰ্দ্ধবাসী[১৪], দান্ত, আৰ্দ্ৰবস্ত্ৰপৰিধানকাৰী, তপোনিষ্ঠ সজপ, আৰু পঞ্চতপা[১৫], এই সকলো ঋষি ব্ৰহ্মতেজে তেজীয়ান আৰু যোগ বিষয়ে সমাহিতচিত্ত। এইদৰে সকলো তাপস শৰভঙ্গৰ আশ্ৰমলৈ আহি ৰামৰ ওচৰত উপাস্থিত হল হি।

৭। ধৰ্ম্মজ্ঞ ঋষিসকল ধৰ্ম্মপালকপ্ৰবৰ পৰমধৰ্ম্মজ্ঞ ৰামৰ ওচৰত মিলিত হৈ কবলৈ ধৰিলে,

৮। "হে ৰাম আপুনি ইক্ষাকুলৰ আৰু সেইদৰে পৃথিবীৰ ভিতৰত মহাৰথী, দেবতাসকলৰ ভিতৰত ইন্দ্ৰৰ নিচিনা নৰসমাজৰ ভিতৰত আপুনি প্ৰধান আৰু তেওঁলোকৰ নাথ।

৯। তিনিও লোকতে আপুনি আপোনাৰ পৰাক্ৰম আৰু যশস্যাৰ দ্বাৰা প্ৰসিদ্ধ, পিতৃসত্যপালন

---

(১) বৈখানস—ব্ৰহ্মাৰ নখৰ পৰা উৎপন্ন।

(২) বালখিল্য—অতিক্ষুদ্ৰ দেহধাৰী মুনি বিশেষ, ব্ৰহ্মাৰ নোমৰ পৰা উৎপন্ন।

(৩) সংপ্ৰক্ষাল—ভগবানৰ পাদ প্ৰক্ষালণৰ পৰা উৎপন্ন।

(৪) মৰীচিপ—ৰবি চন্দ্ৰ আৰু অন্যতৰ কিৰণপায়ী।

(৫) অশ্মকুট—শিলৰ দ্বাৰা কৰা ধান চাউলৰ গুৰি ভক্ষণ কৰি থকা।

(৬) পত্ৰাহাৰী—গছৰ সৰাপাত খাই জীয়াই থকা।

(৭) দন্তোলুখলী—অকল দাঁতেৰে মাত্ৰ গুৰি কৰি খোৱা।

(৮) উন্মজ্জক—ডিঙিলৈ পানীত তলগৈ থাকি তপস্যা কৰোতা।

(৯) গাত্ৰশয্য—সুদাগাৰে শুই থাকি তপস্যা কৰোঁতা।

(১০) অশয্য—নিদ্ৰাবিহীন তপস্বী—(কোনো দিনে শয্যা আশ্ৰয় নকৰোতা)।

(১১) অনবকাশিক—এখন ভৰিৰ ওপৰতে থিয় দি থকা।

(১২) আকাশ নিলয়—মুকলি বা অনাবৃত ঠাইত থকা।

(১৩) স্থণ্ডিল শায়ী—সৰাপোচা আস্তৰণ বিহীন ঠাইত থকা।

(১৪) উৰ্দ্ধবাসী—পৰ্ব্বত শিখৰাদি ওখ ঠাইত বাস কৰা।

(১৫) পঞ্চতপা—গ্ৰীষ্মকালত পাঁচ কুঁৰা জুইৰ মাজত থাকি তপ কৰা।

ৰূপ ব্ৰত, সত্য আৰু অশেষ ধৰ্ম্ম আপোনাত প্ৰতিষ্ঠিত (অৰ্থাৎ তোমাক স্মৰণ কৰিয়ে মানুহৰ ধৰ্ম্মানুষ্ঠানৰ সকলো অঙ্গ পূৰণ হয়)।*

১০। হে নাথ, ধৰ্ম্মবৎসল, ধৰ্ম্মজ্ঞ আৰু মহাত্মা আপোনাক পাই প্ৰাৰ্থী হিচাপে আমি যি কথা কব খুজিছোঁ তুমি তাক ক্ষমা কৰিব।

১১। হে নাথ, যি ৰজাই ষষ্ঠাংশ কৰভাগ গ্ৰহণ কৰি প্ৰজাক পুত্ৰবৎ ৰক্ষা নকৰে সেই ৰজাৰ মহা অধৰ্ম্ম হয়।

১২-১৩। আনপক্ষে যি ৰজাই প্ৰজাৰক্ষণ বিষয়ত যত্নপৰ হৈ নিজৰ প্ৰাণ অথবা প্ৰাণতকৈও অধিক পুত্ৰবৎ সৰ্ব্বদেশবাসী প্ৰজাবৰ্গক অতি সন্তৰ্পণে ৰক্ষা কৰি থাকে, হে ৰাম এই সংসাৰত তেওঁ বহুবৎসৰব্যাপী অক্ষয় কীৰ্ত্তি লাভ কৰে আৰু মৃত্যুৰ পিচতো ব্ৰহ্মলোক প্ৰাপ্ত হৈ মহিমান্বিত হয়।

১৪। আন কি যি ৰজাই ধৰ্ম্মভাৱত থাকি প্ৰজাৰক্ষণ কৰে, ফলমূলাশী মুনিগণে যি ধৰ্ম্মানুষ্ঠান কৰে তাৰো এক চতুৰ্থাংশ ফল তেওঁ লাভ কৰে।

১৫। হে ৰাম, ব্ৰাহ্মণ সংখ্যাগৰিষ্ঠ এই বানপ্ৰস্থীসকলে আপোনাক পাই নাথবন্ত হৈও অনাথবৎ ৰাক্ষসসকলৰ পৰা ভীষণ উৎপীড়ন ভোগ কৰিব লগা হৈছে।

১৬। আপুনি আহি চাওক হি ঘোৰকৰ্ম্মি ৰাক্ষসসকলৰ দ্বাৰা নিহত হৈ বিশুদ্ধাত্মা ঋষি সকলৰ শৰীৰ কিদৰে ছিন্নবিচ্ছিন্ন হৈ বনৰ মাজত পৰি আছে।

১৭। যি সকল মুনি পম্পা আৰু মন্দাকিনী নৈক আশ্ৰয় কৰি আছে আৰু যি সকলে চিত্ৰকূটত আশ্ৰমপাতি আছে এই সকলোৰে ওপৰত ৰাক্ষস সকলে ঘোৰ উৎপীড়ন কৰিব লাগিছে।

১৮। ভীমকৰ্ম্মা ৰাক্ষসে অৰণ্যত কৰা এই ঘোৰ অত্যাচাৰ আমি তপস্বীসকলে সহ্য কৰিব নোৱাৰা হৈছোঁ।

১৯। হে ৰাম, আপুনি সকলোৰে শৰণ্য এতেকে আপোনাৰ শৰণ প্ৰাৰ্থনা কৰি আমি ইয়াত উপস্থিত হৈছোঁ হি। নিশাচৰ সকলে আমাক বধ কৰিব ধৰিছে, এনে অৱস্থাত আপুনি আমাক ৰক্ষা কৰক।

২০। এই পৃথিৱীৰ ভিতৰত আপোনাত বিনে আমাৰ আন গতি নাই। হে নৃপাত্মজ এই ৰাক্ষস সমূহৰপৰা আমাক সকলোকে ৰক্ষা কৰক।"

২১-২২। তপোনিষ্ঠ তাপসসকলৰ এই কথা শুনি ধৰ্ম্মাত্মা কাকুৎস্থই তপস্বী সকলক কলে, "হে তাপস সকল আপোনালোকে মোক এইদৰে কব নালাগে, যি হেতু মই তপস্বীসকলৰ আজ্ঞাবাহী ভৃত্য মাথোন, মই মোৰ নিজ কাৰ্য্য সাধনৰ বাবে বনলৈ আহিছোঁ।†

---

* প্ৰমাদাৎ কুৰ্ব্বতাং কৰ্ম্ম প্ৰচ্যবেতাধ্বৰেষু।
স্মৰণাদেব তদ্বিষ্ণোঃ সম্পূৰ্ণং স্যাদিতি শ্ৰুতিঃ॥

† এই বাণী বহুত গূঢ়াৰ্থপূৰ্ণ (১) ৰাক্ষস বধৰ বাবেই মোৰ জন্ম। ২। পিতৃসত্য পালন সদ্বংশজাত হিচাবে মোৰ কৰ্ত্তব্য। ৩। যিহেতু নৃপাত্মজ অতএব ধৰ্ম্মনিষ্ঠসকলৰ পৰিৰক্ষণ মোৰ কৰ্ত্তব্যৰ ভিতৰত। গৰুকত ৰাজ্য এনেদৰে হব। পিতৃসত্য পালনৰ বাবে বনত প্ৰবেশ কৰিছোঁ। আপোনালোক শৰণাগত, গতিকে বাৰ পৰ আপোনালোকৰ ভয় তাৰ নিৰন কৰাটো মোৰ পক্ষে নিতান্ত কৰ্ত্তব্য—ইত্যাদি।

২৩। মই পিতাৰ আদেশ পালন কৰিবলৈ আৰু লগতে ৰাক্ষসবিলাকৰপৰা হোৱা আপোনা-সকলৰ অপকাৰো নিবাৰণ কৰিবলৈ বনত প্ৰবেশ কৰিছোঁ।

২৪। মই লক্ষ্যহীন ভাবে আহি আহি এই বনত প্ৰবেশ কৰাত আপোলোকৰ উদ্দেশ্য সিদ্ধ হৈছে।

২৫। যুদ্ধত মই তপস্বীসকলৰ শত্ৰু ৰাক্ষসবোৰক বধ কৰিবলৈ ইচ্ছা কৰিছোঁ। আপোনালোক তপোধন ঋষি, আপোনাসকলে ভ্ৰাতৃ লক্ষণৰে সৈতে মোৰ বীৰ্য্যবল দেখিবলৈ পাব।

২৬। এই বুলি কৈ ধৰ্ম্মত স্থিৰ বীৰ ৰামে লক্ষ্মণে সৈতে তপোধনসকলক অভয় বৰ দি তেওঁলোকে দেখুওৱা আদৰ অভ্যৰ্থনা গ্ৰহণ কৰি তেওঁলোকৰে সৈতে ঋষি সুতীক্ষ্ণৰ ওচৰলৈ গল।

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত ষষ্ঠ সৰ্গ সমাপ্ত।**

## সপ্তম সৰ্গ

## ঋষি সুতীক্ষ্ণৰ লগত কথাবতৰা।

১। পৰন্তপ ৰাম লক্ষ্মণ, সীতা আৰু দ্বিজসকলেৰে সৈতে মুনিবৰ সুতীক্ষ্ণৰ আশ্ৰমস্থানলৈ গল।

২। বহুদুৰ পথ অতিক্ৰম কৰি বাটত পানীৰে ভৰি থকা বহুত নদী পাৰ হৈ গৈ শেহত মেৰুপৰ্ব্বতসদৃশ ওখ পৰম পবিত্ৰ এটা পৰ্ব্বত পালে।

৩। তেতিয়া ইক্ষ্বাকুকুল বীৰ ৰঘুনন্দন ৰাম আৰু লক্ষ্মণে সীতাৰে সৈতে নানাবিধ গছে সুশোভিত এখন বনত প্ৰবেশ কৰিলে।

৪। বহু পুষ্প আৰু ফলযুক্ত বৃক্ষেৰে পৰিপূৰ্ণ গহীন সেই বনত প্ৰবেশ কৰি তাৰ এফালে চীৰবস্ত্ৰৰ মালাৰে সুশোভিত এখন আশ্ৰম দেখা পালে।

৫। আৰু তাত মলিন* জটাধাৰী তাপস এজনক দেখা পালে। (তেওঁকে সুতীক্ষ্ণ বুলি জানি) ৰামে যথাবিধি তেওঁৰ ওচৰ চাপি সেই তপোধনক কলে।

---

* কতকৰ মতে ৩।৪।৫ এই তিনিটা শ্লোক প্ৰক্ষিপ্ত। মলিন জটাধাৰী—মূলত আছে মল পঙ্কজধাৰিণম্' টীকাকাৰ সকলে তাৰ বেলেগ বেলেগ অৰ্থ কৰিছে—তিলক টীকা মতে সকলো পাপৰ (মল) শান্তিৰ অৰ্থে পদ্মাসনত বহি জগতৰ পাপ, তেওঁ ধাৰণ কৰি আছে। তীৰ্থৰ মতে মলপঙ্কজটাধৰম্ এই পাঠ—তাৰ অৰ্থ চুলি মাৰ্জ্জনা নকৰাত আৰু বনে বনে ভ্ৰমণ কৰি ফুৰোতে তেওঁৰ জটাতাৰত মলি বহি গৈছে।

৬। "হে ভগবন্, মোৰ নাম ৰাম, আপোনাক দেখা কৰিবলৈ বুলি আহিছোঁ। হে *সত্যবিক্রম, ধৰ্ম্মজ্ঞ মহৰ্ষি, আপুনি প্রসন্ন হৈ মোৰ লগত সম্ভাষণ কৰক।"

৭। ৰামৰ উক্তি শুনি ধীৰমতি মুনিবৰে ধৰ্ম্মপালকশ্রেষ্ঠ ৰামৰ পিনে নিৰীক্ষণ কৰি হাত দুখনেৰে সাবটি ধৰি কলে,

৮। "হে সত্যপালকপ্রবৰ ৰঘুশ্রেষ্ঠ ৰাম, মই স্বাগত বাক্যেৰে তোমাক সম্ভাষণ জনালোঁ, বৰ্ত্তমানে তোমাৰ উপস্থিতিত এই আশ্রম নাথৱন্ত হল।

৯। হে মহাযশস্বী বীৰ ৰাম, অকল তোমাকে অপেক্ষা কৰি, এই পৃথিবীত মোৰ শৰীৰ এৰি মই ইযাৰ পৰা দেৱলোকলৈ গমন কৰা নাই।

১০-১১। তুমি ৰাজ্যভ্রষ্ট হৈ চিত্রকূটলৈ আহিছা এই কথাটো মোৰ কাণত পৰিছে। হে কাকুৎস্থ, দেৱৰাজ মহাদেৱ সুৰেশ্বৰ শতক্রতু ইযালৈ আহি মোক কৈছে যে মই মোৰ পুণ্যকৰ্ম্মৰ দ্বাৰা সকলোলোক জয় কৰিছো।

১২। মোৰ বৰতে দেৱৰ্ষিগণ সেৱিত মোৰ তপস্যালব্ধ সেই সকলোলোকত তুমি তোমাৰ ভাৰ্য্যা আৰু ভ্রাতা লক্ষ্মণে সৈতে বিহৰণ কৰাগৈ।"

১৩-১৪। মুনিবৰৰ কথাশুনি আত্মাবান ৰামচন্দ্ৰই বাসৱ ইন্দ্ৰই ব্রহ্মাক কোৱাৰ নিচিনা উগ্ৰতপস্যাৰত সত্যবাদী দীপ্তিমান্ মহৰ্ষিক কলে, 'হে মহামুনি সমস্ত এই সকলো ঠাই মই নিজেই আহৰণ কৰিম। এতিয়া আপোনাৰ অনুমতিক্রমে এই বনৰ ভিতৰত বাসৰ উপযোগী ঠাই এডোখৰ মাত্র বিচাৰিছোঁ।

১৫। মহাত্মা গৌতম শৰভঙ্গই কৈছে ইহ আৰু পৰত্র সকলোতেই আপোনাৰ কুশল, এতেকে আপুনি সকলো বিষযে অভিজ্ঞ আৰু সকলো প্রাণীৰ হিতসাধনত ৰত।"

১৬। লোকপ্রসিদ্ধ মহৰ্ষিযে ৰামৰ কথা শুনি পৰম হৰ্ষিত হৈ মধুৰ কথাৰে ৰামক কলে,

১৭। "ৰাম এই আশ্রমেই সকলোপিনে গুণান্বিত, ঋষিগণে ইয়াত বিচৰণ কৰে, আৰু ই সদায় ফলমূলে পৰিপূৰ্ণ, তুমি ইয়াতেই আনন্দে বাস কৰা।

১৮। ডাঙৰ ডাঙৰ পশুগণে এই আশ্রমলৈ অহাত কোনোৱে সিহঁতক বধ নকৰাৰ বাবে সিহঁতে নিৰ্ভয়ে সকলোকে প্রলোভন দেখুৱাই গুচি যায়।†

১৯। এই আশ্রমত মৃগসকলে এনেদৰে বিচৰণ কৰি ফুৰা ভিন্ন আন কোনো দোষ (ভয়ৰ কাৰণ) ইয়াত নাই বুলি জানিবা।"

২০-২১। লক্ষ্মণাগ্ৰজ ধীৰমতি ৰামে মহৰ্ষিৰ কথা শুনি শৰে সৈতে ধনু হাতত লৈ মহৰ্ষিক কলে, "হে মহাভাগ, মই ধনুৰ মুৰ ঘোৰ খোৱাক গুণ টানি তীক্ষ্ণ শৰ মাৰি ইয়ালৈ অহা মৃগকুল বধ কৰিব পাৰিম, কিন্তু তাৰ দ্বাৰা মাত্র আপোনাৰ মনত দুখহে দিয়া হব, গতিকে তাতকৈ দুখৰ কথা মোৰ পক্ষে আৰু কি হব পাৰে?

২২-২৩। এই কাৰণে এই আশ্রমত বহুদিন বাস কৰি থাকিবলৈ মই ইচ্ছা নকৰোঁ।"

---

* সত্যবিক্রম—টীকাত ইয়াৰ অৰ্থ দিছে অকত তপঃ বভাৱ সম্পন্ন।

† টীকাকাৰে ইয়াতেই মাৰীচবৃত্তান্তৰ ইঙ্গিত কৰিছে।

মনোৰম বাক্যে ৰামে মুনিবৰক এইদৰে কোৱাৰ পিচত সন্ধ্যাকালৰ পূজা অৰ্চ্চনা কৰিবলৈ তেওঁ তাৰ পৰা গল, সায়ং সন্ধ্যা শেষ কৰাৰ পিচত সীতা আৰু লক্ষ্মণে সৈতে তেওঁ সেই আশ্ৰমতে ৰাতিটো কটালে।

২৪। তাৰ পিচত সন্ধ্যাকাল উত্তীৰ্ণ হৈ যোৱাত ৰাত্ৰি উপস্থিত হোৱা দেখি ঋষিবৰ সুতীক্ষ্ণই নিজে সৎকাৰ পূৰ্ব্বক পুৰুষ শ্ৰেষ্ঠ দুজনাক পৰম পবিত্ৰ তাপসসকলৰ উপযুক্ত খাদ্য দান কৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত সপ্তম সৰ্গ সমাপ্ত ॥**

# অষ্টম সৰ্গ

## সুতীক্ষ্ণৰপৰা বিদায় লৈ দণ্ডকাৰণ্যত প্ৰবেশ

১। মুনিবৰ সুতীক্ষ্ণৰ দ্বাৰা পূজিত হৈ সৌমিত্ৰিৰে সৈতে ৰামে ৰাতিটো তাতে কটাই পুৱা সাৰ পাই উঠিল।

২-৩। শুই উঠি ৰাঘৱ ৰামে সীতাৰে সৈতে সুশীতল, উৎপল সুৰভিৰে সুৰভিত পানীত স্নানকাৰ্য্য সমাপন কৰি বৈদেহী আৰু ৰাম লক্ষ্মণে তপস্বী সকলৰ আশ্ৰয়স্থল সেই অৰণ্যত যথাবিধি সময়োপযোগী অগ্নি আৰু দেৱগণৰ পূজা সমাধা কৰিলে।

৪। তাৰ পিচত উঠি অহা সূৰ্য্যৰ পিনে চাই পাপশূন্য হৈ সকলোটিয়ে ঋষিবৰ সুতীক্ষ্ণৰ ওচৰ চাপি মধুৰ বাক্যে কবলৈ ধৰিলে,

৫। "ভগবন, পূজ্যবৰ আপোনাৰ দ্বাৰা অভ্যৰ্চ্চিত হৈ ৰাতিটো আমি ভালে ভালে কটালোঁ। এতিয়া মুনি সকলে খৰখেদা কৰাৰ কাৰণে আমি আপোনাৰ পৰা বিদায় মাগিলোঁ, যাবলৈ আমাক অনুমতি দিয়ক।

৬। দণ্ডকাৰণ্যবাসী পুণ্যশীল ঋষি সকলৰ সমগ্ৰ আশ্ৰম পৰিদৰ্শন কৰিবলৈ আমি ব্যগ্ৰ হৈছোঁ।

৭। জাজ্বল্যমান অগ্নিশিখাতুল্য, তপস্যাৰ বলত সংযতেন্দ্ৰিয়, সততে ধৰ্ম্মনিষ্ঠ এই শ্ৰেষ্ঠ মুনিসকলে সৈতে তালৈ যাবলৈ আপোনাৰ অনুমতি বিচাৰিছোঁ।

৮-৯। বংশগৌৰৱ বৰ্জ্জিত মানুহ লক্ষ্মীৰ অধিকাৰী হলে যিদৰে আনৰ পক্ষে অসহ্য হয়, সূৰ্য্যকিৰণো সেইদৰে অসহ্য হৈ উঠাৰ আগতে আমি ইয়াৰ পৰা যাবলৈ ইচ্ছা কৰিছো।" এইবুলি কৈ সুমিত্ৰানন্দন লক্ষ্মণ আৰু সীতাৰে সৈতে ৰাঘৱ ৰামে মুনিবৰৰ চৰণ বন্দনা কৰিলে।

১০। তেওঁলোকে চৰণ স্পৰ্শ কৰাত মুনিবৰে থিয় দি চেনেহতে তেওঁলোকক গাঢ়ভাৱে আলিঙ্গন কৰি এইদৰে কলে,

১১। "ৰাম কোনো প্ৰকাৰৰ অপায অমঙ্গল নোহোৱাকৈ সুমিত্ৰানন্দন লক্ষ্মণ আৰু ছায়াৰ সদৃশ তোমাৰ অনুগামিনী সীতাৰে সৈতে তুমি যোৱাগৈ।

১২। হে বীৰ, তুমি দণ্ডকাৰণ্যবাসী তপ প্ৰভাবতে বিশুদ্ধাত্মা তপস্বী সকলৰ ৰমণীয় আশ্ৰম-মণ্ডল চোৱাগৈ।

১৩-১৫। তুমি তাত বিশিষ্ট মৃগযূথ পৰিপূৰ্ণ, শান্ত বিহগকুল সেবিত, ফলমূলে ভৰপূৰ পুষ্পিত কাননসমূহ দেখা পাবা আৰু দেখিবা প্ৰস্ফুটিত পদুমেৰে সুশোভিত কাৰণ্ডৱ (পানী হাঁহ) পক্ষী সমাকীৰ্ণ নিৰ্ম্মল সলিলৰ জলাশয় আৰু সৰোবৰ সমূহ, মনোমোহা পৰ্ব্বতৰ নিজৰা আৰু ময়ূৰৰ কেকা ৰবেৰে মুখৰিত ৰমণীয় অৰণ্যসমূহো তুমি তাত দেখা পাবা।

১৬। বৎস, এতিয়া তুমি যোৱা আৰু হে সুমিত্ৰানন্দন তুমিও লোৱা। কিন্তু এই সকলো চাই চিতি পুন এই আশ্ৰমলৈ আকৌ এবাৰ আহা ন।"

১৭। মুনিবৰে এইদৰে কোৱাত লক্ষ্মণে সৈতে ৰামে 'সেয়ে হব' বুলি কৈ মুনিবৰক প্ৰদক্ষিণ কৰি যাবলৈ সাজু হল।

১৮। তেতিয়া আয়তলোচনা সীতাদেৱীয়ে মঙ্গলময় দুটা টোন আৰু দুখন ধনু আনি ভ্ৰাতৃযুগলক দিলে আৰু লগতে চিক্‌চিকীয়া (বিমল) দুখন খড়্গও দিলে।

১৯। শুভ টুন আৰু ভীষণ শব্দযুক্ত ধনু বান্ধি লৈ ৰাম আৰু লক্ষ্মণ উভয়ে আশ্ৰমৰপৰা বনলৈ যাবলৈ ওলাল।

২০। এইদৰে ৰূপসম্পন্ন ৰঘুনন্দন ভাতৃদ্বয়ে সীতাক লগত লৈ মহৰ্ষিৰ অনুমতিক্ৰমে ধনু আৰু খড়্গেৰে সুসজ্জিত হৈ বেগেতে তাৰপৰা প্ৰস্থান কৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত অষ্টম সৰ্গ সমাপ্ত ॥

## নবম সৰ্গ

## অকাৰণত ৰাক্ষসবধ প্ৰতিজ্ঞাৰ বিৰুদ্ধে সীতাৰ যুক্তি

১। মুনিবৰ সুতীক্ষ্ণৰ অনুমতি লৈ ৰঘুনন্দন ৰাম বনলৈ প্ৰস্থান কৰিলত সীতাদেৱীয়ে স্নেহপূৰ্ণ মধুৰ বাক্যেৰে স্বামীক সম্বোধন কৰি কবলৈ ধৰিলে।

২। "ৰাম, আপুনি যদিও মহান তথাপি অতি সূক্ষ্ম বিচাৰৰ দ্বাৰা গমি চালে বৰ্ত্তমানে আপুনি অধৰ্ম্মাচৰণ কৰিব বিচাৰিছে এনে যেন মোৰ অনুমান হৈছে। আপোনাৰ মনত যি কামজ ব্যসন উৎপন্ন হৈছে, তাৰ পৰা নিবৃত্ত হলেহে এই অধৰ্ম্মৰ পৰা হাত সাৰিব পাৰিব।

৩—৪। হে নাথ, কামজ ব্যসনৰ পৰা তিনিটা দোষ উৎপন্ন হয়, তাৰে প্ৰথমটো হল মিছা কথা কোৱা, এইটো এটা গুৰু দোষ, কিন্তু তাতোকৈ গুৰুতৰ হল আন দুটা—পৰস্ত্ৰীগমন

আৰু বৈৰ ভাবৰ কাৰণ নথকাতো আনৰ প্ৰতি হিংসা আদি ক্ৰুৰ কামত লিপ্ত হোৱা। হে ৰাঘব আপুনি আগতে কেতিয়াও মিছা কথা কোৱা নাই আৰু ভবিষ্যতেও নকৰ।

৫। পৰস্ত্ৰীত আসক্তি যি দোষ তাৰ তো কোনো কথাই নাই, হে মানবেন্দ্ৰ, এ দোষ আগতে কদাপি আপোনাৰ গাত নাছিল আৰু এতিয়াও নাই।

৬। হে ৰাম, আপুনি সদায় নিজৰ স্ত্ৰীতে আসক্ত, পৰ-স্ত্ৰীৰ কামনা কোনোদিনে আপোনাৰ মনত ঠাই পোৱা নাই।

৭। আপুনি ধৰ্ম্মনিষ্ঠ, সত্যসন্ধ আৰু পিতৃ-আজ্ঞা পৰিপালক, ধৰ্ম্ম আৰু সত্য সকলো আপোনাতে প্ৰতিষ্ঠিত।

৮। হে মহাবাহু যি সকল পুৰুষ জিতেন্দ্ৰিয় তেওঁলোক এইবোৰ ধৰ্ম্ম পালন কৰিবলৈ সমৰ্থ, হে শুভদৰ্শন, আপোনাৰ জিতেন্দ্ৰিয়ত্ব সৰ্ব্বজনবিদিত।

৯। কিন্তু শত্ৰুতাৰ কোনো কাৰণ নথকাতো প্ৰাণী হিংসাৰূপ তৃতীয় যি ভীষণ ব্যসন, যিটো বিষয়ত মানুহ অজ্ঞানতা হেতু আসক্ত হয়, এতিয়া সেই ব্যসন আপোনাত উপস্থিত হৈছে।

১০। হে বীৰ, আপুনি প্ৰতিজ্ঞা কৰিছে যে দণ্ডকাৰণ্যবাসী ঋষিসকলৰ ৰক্ষাৰ অৰ্থে সংগ্ৰামত ৰাক্ষসসকলক বধ কৰিব।

১১। এই প্ৰতিজ্ঞা অনুসৰি আপুনি আপোনাৰ ভ্ৰাতাৰে সৈতে ধনুশৰ হাতত লৈ দণ্ডকা নামে প্ৰসিদ্ধ বনলৈ যাত্ৰা কৰিছে।

১২-১৩। এই দণ্ডকাৰণ্যলৈ অহা দেখি আপোনাৰ চৰিত্ৰ (অৰ্থাৎ প্ৰতিজ্ঞা পালন সম্বন্ধে দৃঢ়তা) বিষযে চিন্তা কৰি আপোনাৰ ঐহিক আৰু পাৰলৌকিক হিতৰ কথা ভাবি এই চিন্তাই মোক ব্যাকুল কৰিছে। এতেকে হে বীৰ, আপোনাৰ দণ্ডকাৰণ্যলৈ গমন মোৰ মনত ভাল লগা নাই। যি কাৰণত মই এনে কথা কৈছো কওঁ, শুনক।

১৪। ধনু হাতত লৈ আপুনি আপোনাৰ ভায়েকৰে সৈতে যেতিয়া বনলৈ যাব তেতিয়া বনচাৰী (ৰাক্ষসসকলৰ ভিতৰত) কাৰো নহয কাৰো ওপৰত আপুনি শৰ প্ৰযোগ কৰিবই।

১৫। ইন্ধন (খৰি) জুইৰ ওচৰত থাকিলে, যিদৰে জুইৰ তেজ বাঢ়ে, সেইদৰে ক্ষত্ৰিয়ৰ হাতত ধনু থাকিলে তেওঁৰো তেজ আৰু বল অতিশয় বৃদ্ধি প্ৰাপ্ত হয—সংসাৰৰ এইটো এটা ৰীতি।

১৬। হে মহাবাহু, পুৰণিকালত এজন তপস্বী আছিল, তেওঁ সত্যবাদী আৰু শুদ্ধাচাৰী আছিল, পশুপক্ষী পৰিপূৰ্ণ এখন বনত তেওঁ বাস কৰিছিল।

১৭। তেওঁৰ তপস্যাত বিঘিনি ঘটাবলৈ এদিনাখন শচীপতি ইন্দ্ৰই হাতত এখন খড়্গ লৈ সৈনিক এজনৰ বেশে তেওঁৰ আশ্ৰমত উপস্থিত হল।

১৮। আশ্ৰমত থকা কালত মুনিবৰে তপস্যাত ৰত হৈ থকা অবস্থাত সৈনিকবেশী ইন্দ্ৰই উৎকৃষ্ট খড়্গ এখন ন্যাসৰূপে* তাত থৈ গল।

১৯। অস্ত্ৰখন পাই মুনিয়ে ন্যস্ত সেই বস্তুখিনিৰ ৰক্ষণাবেক্ষণৰ বাবে বিশেষ যত্নবান্ হল আৰু তেওঁৰ ওপৰত দিয়া বিশ্বাসটো ৰক্ষা কৰিবলৈ সদায় তাক লগত লৈহে বনত ঘূৰি ফুৰিবলৈ ধৰিলে।

---

* ন্যাসৰূপে—পিচত ওভতাই নিব এই ভাবত।

২০। তেওঁ যলৈকে গৈছিল, আনকি ফলমূল আহৰণ কৰিবলৈ হলেও, সেই গুপ্ত বস্তুটোৰ ৰক্ষণৰ বিষয়ে তৎপৰ হৈ তাক লগত নিনিয়াকৈ নগৈছিল।

২১। এইদৰে সদায় খড়্গ বহন কৰি ফুৰোতে তপস্যাৰ প্ৰতি তেওঁৰ যি ঐকান্তিক ধাউতি আছিল সি দূৰ হল আৰু তাৰ সলনি উগ্ৰভাবে মনত ঠাই ললে।

২২। এইদৰে সদায় ক্ৰুৰ কৰ্ম্মতে ৰত হৈ থাকোঁতে ধৰ্ম্ম বিষয়ত তেওঁ অসাবধান হবলৈ ধৰিলে আৰু শেহত অধৰ্ম্ম ভাবত সম্পূৰ্ণৰূপে লিপ্ত হোৱাত অস্ত্ৰৰ লগত একেলগে থকা দোষত মুনিবৰ নৰকগামী হল।

২৩। অস্ত্ৰৰ লগত একেলগে থকা হেতুকে তাহানি কালত এনে এটা ঘটনা হব পাৰিছিল এই কাৰণে পণ্ডিতসকলে কয় যে, অগ্নিসংযোগৰ নিচিনা, অস্ত্ৰসংযোগ* বহুত অনৰ্থৰ হেতু।

২৪। আপোনাৰ প্ৰতি মোৰ অত্যধিক স্নেহ আৰু সম্মান, সেয়েহে আপোনাক জনাবলৈ কথাটো সোঁৱৰণ কৰাই দিছো, হে নাথ আপুনি ধনু ধাৰণ কৰি তেনে কাম কেতিয়াও নকৰিব।

২৫। হে বীৰ শত্ৰুতা আচৰণ নৌ কৰোঁতেই আপুনি দণ্ডকাৰণ্যনিবাসী ৰাক্ষসকুলক বধ কৰিবলৈ মন নকৰিব, বিনা অপৰাধে মানুহে আনক বধ কৰিবলৈ ইচ্ছা নকৰে।

২৬। বনৰ ভিতৰত সংযত চিত্তে বাস কৰিব খোজা ক্ষত্ৰিয় বীৰৰ পক্ষে অকল আৰ্ত্তজনৰ পৰিৰক্ষণৰ বাবেহে ধনুৰ প্ৰয়োজন।

২৭। ভাবি চাওঁক অস্ত্ৰই বা ক'ত আৰু বনবাসৰূপ ব্ৰতেই বা ক'ত, ক্ষত্ৰিয়ৰ ধৰ্ম্মই বা ক'ত আৰু তপস্যাচৰণেই বা ক'ত? উভয়ে পৰস্পৰ বিৰুদ্ধ ভাবাপন্ন, অতএব এই বনবাসকালত তদ্দেশ-ধৰ্ম্ম ( অৰ্থাৎ তপোধৰ্ম্ম ) আচৰণ কৰাযে শ্ৰেয় ।

২৮। মানুহ সততে অস্ত্ৰৰ ব্যৱহাৰত আসক্ত থাকিলে কদৰ্য্য ভাবৰ পৰা হোৱা কলুষিত কুবুদ্ধিয়ে তেওঁক আশ্ৰয় কৰে। আপুনি এই বন এৰি পুন অযোধ্যালৈ গৈ ক্ষত্ৰিয়ৰ ধৰ্ম্ম অনুসৰণ কৰিব।

২৯। যদিহে আপুনি ৰাজ্যভাৰ পৰিত্যাগ কৰি ঐকান্তিক ভাবে মুনিৰ ব্ৰতকে আশ্ৰয় কৰে তেন্তে তাৰপৰা শহুৰ আৰু শাহু উভয়ে অশেষ প্ৰীতি লাভ কৰিব।

৩০। হে নাথ, ধৰ্ম্মৰপৰা অৰ্থ লাভ হয় আৰু ধৰ্ম্মৰে পৰা সুখো উৎপন্ন হয়, ধৰ্ম্মৰ পৰায়ে মানুহে সকলোকে লাভ কৰিব পাৰে, জগতৰ সাৰবস্তুহে হৈছে ধৰ্ম্ম।

৩১। সংসাৰৰ বিষয়ে অভিজ্ঞ নৰসমূহে যথানিৰ্দ্দিষ্ট নিয়ম অনুসৰি যত্নপূৰ্ব্বক শৰীৰ কৃশ কৰি ধৰ্ম্ম লাভ কৰে, কিয়নো শাৰীৰিক সুখ লাভৰ প্ৰচেষ্টাৰ পৰা ধৰ্ম্মৰ পৰা লাভ কৰিব পৰা সুখ লাভ নহয়।

৩২। এতেকে হে সৌম্য, আপুনি শুদ্ধচিত্ত হৈ তপোবনৰ ভিতৰত ধৰ্ম্ম আচৰণ কৰক। আপোনাক কবলৈ মোৰ কি আছে সকলো কথা আপোনাৰ সুবিদিত, আনকি তিনিও লোকৰ কথা তত্বত আপুনি জানে।

---

* অৰ্থাৎ অস্ত্ৰ লগত ৰাখি চলাফুৰা কৰা।

৩৩। স্ত্রীচপলতা হেতু এই কথাখিনি মই আপোনাক কলোঁ, ধৰ্ম্ম বিষয়ে আপোনাক কোনো কথা কব পাৰে এনে সাধ্য কাৰ? এতেকে আপুনি আপোনাৰ কনিষ্ঠ ভ্ৰাতা লক্ষ্মণে সৈতে বিচাৰ কৰি যেনে ভাল দেখে সোনকালে তেনে কৰক।"

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত নবম সৰ্গ সমাপ্ত।**

## দশম সৰ্গ

## সীতাৰ কথাৰ উত্তৰত ৰামৰ উক্তি

১। পতিভক্তা বৈদেহীয়ে এইদৰে কোৱাত ধৰ্ম্মনিষ্ঠ ৰামে তেওঁৰ কথা শুনি উত্তৰ দিলে,

২। "হে ধৰ্ম্মজ্ঞে জনকাত্মজে দেবী সীতে, ক্ষত্ৰিয়কুলৰ ধৰ্ম্মক উদ্দেশ্য কৰি সুমধুৰবাক্যে যি হিত কথা তুমি কলা, যি প্ৰকৃততে তোমাৰ অনুৰূপ বাক্য।

৩। হে দেবী, তুমি নিজেই কৈছা ক্ষত্ৰিয়ই ধনুধাৰণ কৰে প্ৰপীড়িতজনৰ আৰ্ত্তনাদ নিবাৰণ কৰিবলৈ—এইদৰে কৈ তোমাৰ কথাৰ উত্তৰ তুমি নিজেই দিছা। এতেকে এই বিষয়ে তোমাক মই আৰু কি কম?

৪। হে সীতে, দণ্ডকাৰণ্যনিবাসী উগ্ৰব্ৰতধাৰী মুনিসকলে মোকে আশ্ৰয়স্থল বুলি ভাবি নিজে উপস্থিত হৈ মোত শৰণ মাগিছে।

৫। হে ভীৰু, এই মুনিসকলে সকলো সময়তে ফল মূল ভক্ষণ কৰি বনতে বাস কৰি থাকিও ক্ৰূৰকৰ্ম্মা ৰাক্ষসসকলৰ দ্বাৰা নিহত হৈ সুখত কাল কটাব পৰা নাই।

৬। নৰমাংসজীবী ভীমাকৃতি এই ৰাক্ষসবোৰে তেওঁবিলাকক ভক্ষণ কৰে, ৰাক্ষসবিলাকৰ দ্বাৰা ভুক্ত হৈ দণ্ডকাৰণ্যবাসী দ্বিজশ্ৰেষ্ঠ মুনিবৰ্গই মোৰ ওচৰ চাপি মোৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰিছে।

৭। আৰু মইও তেওঁলোকৰ মুখৰ পৰা ওলোৱা কথা শুনি তেওঁলোকৰ কথাৰ প্ৰতি সন্মান দেখুৱাই এইদৰে উক্তি কৰিলোঁ,

৮-১১। "হে ঋষিসকল, আপোনাসকল প্ৰসন্ন হওক, আপোনাসকলৰ নিচিনা বিপ্ৰবৃন্দ আমাৰ নমস্য, তথাপিতো যে ৰক্ষণৰ বাবে মোৰ ওচৰত উপস্থিত হবলগা হৈছে এযে মোৰ পক্ষে অতিশয় লাজৰ কথা।" তাৰপিচত দ্বিজসকলৰ ওচৰত মই যেতিয়া কলোঁ যে এতিয়া মই কি কৰিব লাগিব কওঁক, তাৰ উত্তৰত তেওঁলোক সকলো মিলিত হৈ মোক এইদৰে কলে "হে ৰাম এই দণ্ডকাৰণ্যত কামৰূপী নানাবিধৰ ৰাক্ষসগণে আমাৰ ওপৰত অতিপাতৰূপে উৎপীড়ন কৰি থাকে। এতিয়া আপুনি আমাক তাৰ পৰা ৰক্ষা কৰিব লাগে। হে অনঘ, হোমৰ সময়ত অথবা আন কোনো পৰ্ব্বকাল উপস্থিত হলে মাংসাশী দুৰ্দ্ধৰ্ষ এই ৰাক্ষসবোৰে আমাৰ ওপৰত উৎপীড়ন আৰম্ভ কৰে।

১২-১৩। গতিকে ৰাক্ষসসকলৰ দ্বাৰা অভিভূত হৈ আমি তাপস মুনিগণে শৰণ প্ৰাৰ্থনা কৰি আপোনাৰ ওচৰত উপস্থিত হৈছোঁ, আপুনিযে আমাৰ পৰম গতি। আমাৰ তপস্যাৰ বলত এই নিশাচৰবৰ্গক আমিয়ে বধ কৰিব পাৰোঁ।

১৪। কিন্তু আমালোকৰ চিৰকালৰ উপাৰ্জ্জিত তপস্যা আমি এইদৰে নষ্ট কৰিব বিচৰা নাই। হে ৰাঘব, তপস্যা উপাৰ্জ্জন কৰাটো যিদৰে দুষ্কৰ সেইদৰে তাক ৰক্ষা কৰিবলৈ হলেও বহু বিঘিনিৰ সম্মুখীন হব লগা হয়।

১৫। এই কাৰণতে ৰাক্ষসবিলাকৰ দ্বাৰা ভক্ষিত হৈও আমি সিহঁতক অভিশাপ দিয়া নাই।

১৬-১৭। এতেকে আপুনি আপোনাৰ ভ্ৰাতা লক্ষ্মণে সৈতে দণ্ডকাবাসী ৰাক্ষসবোৰৰ উৎপীড়নৰ পৰা আমাক ৰক্ষা কৰক, এই বনপ্ৰদেশত আপুনিয়ে আমাৰ নাথ।" হে জনকাত্মজে, ঋষিসকলৰ এই কথা শুনি সম্পূৰ্ণৰূপে তেওঁলোকক পৰিপালন কৰিম বুলি মই ঋষিসকলৰ আগত প্ৰতিজ্ঞা কৰিলোঁ। প্ৰতিজ্ঞা কৰাৰ পিচত জীয়াই থাকোতে এতিয়া মই মুনিসকলৰ আগত কৰা সেই প্ৰতিজ্ঞাৰ অন্যথা কৰিব নোৱাৰোঁ,

১৮-১৯। কিয়নো সত্য পৰিৰক্ষণেই সদায় মোৰ একমাত্ৰ অভীষ্ট বস্তু, আনকি হে সীতে আৱশ্যক হলে মোৰ জীৱন, তোমাক অথবা লক্ষ্মণক পৰিত্যাগ কৰিব পাৰোঁ, তথাপিতো এবাৰ প্ৰতিজ্ঞা কৰি বিশেষকৈ মুনিসকলৰ সম্মুখত, সেই প্ৰতিজ্ঞা পালন নকৰাকৈ থাকিব নোৱাৰোঁ। এতেকে ঋষিসকলৰ পৰিপালন মই অৱশ্যে কৰিবই লাগিব।

২০-২১। হে বৈদেহী, ঋষিসকলে নিবিচাৰিলেও তেওঁলোকক ৰক্ষা কৰাটো মোৰ কৰ্ত্তব্য, এনে স্থলত প্ৰতিজ্ঞা কৰি উঠি তাক পালন নকৰাকৈ থাকো কেনেকৈ? হে সীতে তুমি মোৰ প্ৰতি স্নেহ আৰু সৌহাৰ্দ্দতে কি কৈছা তাত মই পৰম সন্তুষ্ট হৈছোঁ, কিয়নো অপ্ৰিয়জনৰ প্ৰতি কোনেও হিতোপদেশ নিদিয়ে। হে শোভনে, তুমি যি কৈছা সি তোমাৰ কুলৰ উপযুক্ত আৰু অনুৰূপ। তুমি মোৰ সহধৰ্ম্মচাৰিণী আৰু প্ৰাণতকৈ প্ৰিয়তমা।"

২২। মহাত্মা ৰামে মিথিলা ৰাজকন্যা প্ৰিয়া সীতাক এইদৰে কৈ ধনু হাতত লৈ লক্ষ্মণে সৈতে ৰমণীয় তপোবনলৈ প্ৰস্থান কৰিলে।

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত দশম সৰ্গ সমাপ্ত।**

# একাদশ সৰ্গ

## অগস্ত্য মুনিৰ আশ্ৰমলৈ যাত্ৰা

১। সকলোৰে আগত ৰাম, মাজত সুশোভনা সীতা, পিচত ধনু আৰু শৰ হাতত লৈ লক্ষ্মণ তেওঁলোকৰ পিচে পিচে যাবলৈ ধৰিলে।

২-৩। এইদৰে সীতাৰে সৈতে গৈ থাকোতে ভ্ৰাতৃযুগলে বাটত বিবিধ শৈলপ্ৰস্থ, বন আৰু মনোহৰ নদীসমূহ দেখা পালে, আৰু নৈৰ বালিতে বিচৰণ কৰি থকা সাৰস আৰু চক্ৰবাক পক্ষী, পদ্ম আৰু নানাবিধ জলচৰ পক্ষীযুক্ত সৰোবৰ সমূহো তেওঁলোকৰ চকুত পৰিল।

৪। তেওঁলোকে দল বান্ধি থকা পৃষতমৃগ, মদোমত্ত ভীষণ শৃঙ্গবিশিষ্ট মহিষ, বৰাহ আৰু বৃক্ষসমূহৰ বৈৰী গজ সমূহকো তাত দেখিলে।

৫। এইদৰে বহুদূৰ বাট যোৱাৰ পিচত সূৰ্য্যদেৱ পশ্চিম আকাশৰ পিনে ওলমি পৰাত ( অৰ্থাৎ সন্ধ্যাকালত ) মুনি সকলে সৈতে তেওঁলোকে যোজন বিস্তৃত এক জলাশয় দেখা পালে।

৬। এই জলাশয় ৰক্তপদ্ম আৰু নীলোৎপলে পৰিপূৰ্ণ, হংস, সাৰস, কাদম্ব আদি জলচৰ পক্ষীৰে সমাকীৰ্ণ আৰু ইয়াৰ তীৰভাগ গজযূথে সুশোভিত।

৭। এই সৰোবৰৰে ৰমণীয় নিৰ্ম্মল জলভাগত গীত আৰু বাদ্যযন্ত্ৰৰ সুমধুৰ এক শব্দ সকলোৱে শুনিবলৈ পালে কিন্তু মানুহ হলে কাকো দেখা নাপালে।

৮। তেতিয়া ৰাম আৰু মহা ধনুৰ্দ্ধৰ লক্ষ্মণ উভয়ে কৌতূহলান্বিত হৈ ধৰ্ম্মভৃত নামে মুনি এজনক সুধিলে।

৯। "হে মহামুনি, অতি অদ্ভুত এই শব্দ শুনি আমাৰ সকলোৰে বৰ কৌতূহল হৈছে, এইটো কি—আপুনি অনুগ্ৰহ কৰি আমাক ভালদৰে বুজাই কওঁক।"

১০। ৰাঘৱ ৰামে এইদৰে কোৱাত ধৰ্ম্মাত্মা মুনিবৰে বেগেতে এই সৰোবৰৰ মাহাত্ম্যৰ কথা বৰ্ণাবলৈ আৰম্ভ কৰিলে।

১১। "হে ৰাম এই সৰোবৰ পঞ্চাপ্সৰ* নামে প্ৰসিদ্ধ, ই সদায় পানীৰে পৰিপূৰ্ণ হৈ থাকে। মাণ্ডকৰ্ণি নামে মুনিবৰে তপস্যাৰ বলত এই সৰোবৰ সৃষ্টি কৰিছিল।

১২। মহামুনি মাণ্ডকৰ্ণিয়ে দহ হাজাৰ বছৰ অকল বায়ুকে ভক্ষণ কৰি এই জলাশয়ত উগ্ৰ এক তপস্যা আৰম্ভ কৰে।

১৩। তেতিয়া অগ্নিকে আদি কৰি সকলো দেৱতাবৰ্গই ব্যথিত হৈ একেলগে গোট খাই কবলৈ ধৰিলে।

১৪। "মুনিবৰে নিশ্চয় আমালোকৰে কোনোজনৰ স্থান অধিকাৰ কৰিবলৈ বিচাৰিছে।"

---

* পাঁচজনী অপসৰাই আহি মুনিবৰৰ লগত খেলা কৰিছে এই হেতুকে পঞ্চাপ্সৰ নামে প্ৰসিদ্ধ—টীকাকাৰ।

১৫। ইয়াকেই ভাবি দেৱতাসকল উদ্বিগ্নমনা হৈ মুনিবৰৰ তপস্যাত বিঘিনি ঘটাবলৈ বিদ্যুৎপ্ৰভাশালিনী পাঁচজনী প্ৰধানা অপ্সৰা নিয়োগ কৰিলে।

১৬। অপ্সৰাসকল আহি দেৱতাসকলৰ কাৰ্য্যসিদ্ধিৰ অৰ্থে ঐহিক আৰু পাৰলৌকিক ধৰ্ম্মাধৰ্ম্মবেত্তা মুনিবৰক মদনৰ বশীভূত কৰালে।

১৭। পাঁচোজনী অপ্সৰাই মুনিবৰৰ পত্নীত্ব গ্ৰহণ কৰিলে, আৰু মুনিবৰেও তেওঁলোকৰ কাৰণে এই সৰোবৰতে পানীৰ তলত এটা গৃহ নিৰ্ম্মাণ কৰিলে।

১৮। তাৰ পিচত পাঁচোজনী অপ্সৰাই যথাসুখে তাত বাস কৰি থাকি তপ প্ৰভাবতে যৌবনপ্ৰাপ্ত মুনিবৰক আনন্দ দি থাকিল।

১৯। হে ৰাম, ক্ৰীড়াৰত অপ্সৰা সকলৰ নূপুৰাদি অলঙ্কাৰধ্বনি মিশ্ৰিত বাদ্যযন্ত্ৰ আৰু মনোহৰ গীতৰ এই শব্দ—যাক আমি শুনিবলৈ পাইছো।

২০। 'কি আশ্চৰ্য্য' বুলি কৈ মহাযশস্বী ৰামে ভ্ৰাতা লক্ষ্মণে সৈতে বিশুদ্ধাত্মা মুনিবৰৰ কথাখিনি গ্ৰহণ কৰিলে।

২১। এইদৰে কথা-বতৰা হৈ গৈ থাকোতে, কুশ আৰু চীৰবস্ত্ৰে পৰিব্যাপ্ত ব্ৰাহ্মী শ্ৰীসম্পন্ন এখন আশ্ৰম মণ্ডল ৰামৰ চকুত পৰিল।

২২। তেতিয়া কাকুস্থ ৰাঘৱে বৈদেহী সীতা আৰু লক্ষ্মণে সৈতে শ্ৰীসম্পন্ন সেই আশ্ৰমত প্ৰবেশ কৰিলে।

২৩। তাত মহৰ্ষি সকলৰ দ্বাৰা পূজিত হৈ মনৰ সুখে বাস কৰাৰ পিচত তেওঁলোকে এখনৰ পিচত আনখন এইদৰে ক্ৰমধৰি তপস্বীসকলৰ আশ্ৰমত থাকিবলৈ লাগিল।

২৪-২৭। মহাস্ত্ৰবিৎ ৰামচন্দ্ৰই পূৰ্ব্বতে এবাৰ যিসকল মুনিবৰৰ ওচৰত বাস কৰিছিল সেই সেই আশ্ৰমলৈ তেওঁ পুনশ্চৰাবো গৈছিল, এইদৰে কোনো আশ্ৰমত দহমাহ, কতো এবছৰ, কতো চাৰি মাহ, কতো পাঁচ বা ছয় মাহ কতো এবছৰো অধিক, ক'তো আধা বছৰতকৈ অধিক, কতো তিনিমাহ কতো বা আকৌ আঠ মাহ ৰামে পৰম সুখে কটালে। এইদৰে মুনিসকলৰ আশ্ৰম মণ্ডলত তেওঁলোকৰ আনুকূল্যে সীতাৰে সৈতে পৰম আনন্দে ঘূৰি ফুৰি থাকোতে ধৰ্ম্মজ্ঞ ৰামৰ দহ বছৰ কাল অতীত হল।

২৮-৩৬। তাৰ পিচত তেওঁ উভতি পুন সুতীক্ষ্মৰ আশ্ৰমলৈ আহিল, সেই আশ্ৰমতো মুনিসকলৰ দ্বাৰা পৰিপূজিত হৈ অৰিন্দম ৰামে কিছুকাল তাত কটালে। তাৰ পিচত আশ্ৰমতে থাকি এদিনাখন ৰামে বিনীতভাৱে মহামুনি সুতীক্ষ্মৰ চৰণত বহি তেওঁক কলে, "হে ভগবন, সদায় কথা-বতৰা হওতে শুনো যে এই অৰণ্যতে মুনিশ্ৰেষ্ঠ অগস্ত্য বাস কৰে, কিন্তু এই অৰণ্য অতি বৃহৎ কাৰণে তেখেত কোন ঠাইত থাকে তাক নাজানিলোঁ। ধীমান সেই মহৰ্ষিৰ আশ্ৰমস্থান কত? ভগৱন্তপুৰুষ তেখেতৰ অনুগ্ৰহ বিচাৰি অনুজ লক্ষ্মণ আৰু ভাৰ্য্যা সীতাৰে সৈতে সেই মুনিবৰক প্ৰণাম জনাবলৈ তেখেতৰ গুৰিলৈ যাওঁ। মোৰ মনত বৰ্ত্তমানে প্ৰবল ইচ্ছা হৈছে যে মই গৈ নিজে সেই মুনিবৰক শুশ্ৰূষা কৰোঁ।" তেতিয়া ধৰ্ম্মাত্মা ৰামৰ এই বাক্য শুনি, পৰম প্ৰীত হৈ সুতীক্ষ্মই দশৰথাত্মজ ৰামক কলে, "ৰাম, সীতাৰে সৈতে অগস্ত্যৰ ওচৰলৈ যোৱা'

এই কথাটো লক্ষ্মণে সৈতে তোমাক কওঁ কওঁ বুলি ভাবি আছিলোঁ, সৌভাগ্যক্রমে তুমি নিজেই এই মৰ্ম্মে মোক কথাটো সুধিলা।

৩৭। মহামুনি অগস্ত্য ক'ত থাকে কওঁ শুনা। হে বৎস, এই আশ্ৰমৰ দক্ষিণফালে চাৰি-যোজন পথ গলে অগস্ত্যভ্ৰাতাৰ শ্ৰীসম্পন্ন মহান আশ্ৰমথন দেখা পাবা।

৩৮-৩৯। বহু ঠাই জুৰি থকা এই বন প্ৰদেশ, অসংখ্য পিপ্পলীগছে শোভা কৰি আছে, বহু ফল আৰু ফুলে সমাকীৰ্ণ ৰমনীয় এই আশ্ৰমত নানাবিধ বিহঙ্গই কুজন কৰি থাকে, হংস, কাৰণ্ডব আৰু চক্ৰবাক আদি পক্ষীৰে সুশোভিত প্ৰভুত পদ্মবিশিষ্ট নিৰ্ম্মল সলিল পূৰ্ণ জলাশয সকলো তাত বিদ্যমান।

৪০। ৰাম তাত তুমি এৰাতিকাল কটাই ৰাতিপুৱাই বনভাগৰ কাষেদি দক্ষিণদিশলৈ গৈ থাকিবা।

৪১। তাৰপৰা একযোজন বাট গৈয়েই বহু পাদপশোভিত ৰমণীয় বনৰ মাজত অগস্ত্যৰ আশ্ৰম পাবা।

৪২। বহুপাদপসংযুক্ত অতি ৰমণীয় সেই বনপ্ৰদেশত তোমাৰে সৈতে থাকি বৈদেহী আৰু লক্ষ্মণে অতি আনন্দ উপভোগ কৰিব।

৪৩। হে মহামতি ৰাম, যদিহে মহামুনি অগস্ত্যক দেখা পাবলৈ তুমি ইচ্ছা কৰিছা, তেন্তে এতিয়াই তালৈ যাবলৈ মন কৰাটো ভাল।"

৪৪। মুনিবৰৰ কথা শুনি ভ্ৰাতা লক্ষ্মণে সৈতে মুনিবৰক অভিবাদন জনাই, ৰামে অনুজ লক্ষ্মণ আৰু সীতাৰে সৈতে অগস্ত্যমুনিৰ আশ্ৰমক উদ্দেশ্য কৰি যাত্ৰা কৰিলে।

৪৫-৪৭। মুনিবৰ সুতীক্ষ্ণই দেখুৱাই দিয়া বাটেদি পৰমসুখে গৈ থাকোতে মেঘসদৃশ পৰ্ব্বত আৰু সৰোবৰসমূহ দেখি পৰম আনন্দিত হৈ ৰামে লক্ষ্মণক কলে, "লক্ষ্মণ, সৌৱা যিথন আশ্ৰম দেখা পাইছো নিশ্চয় সেইথনেই পুণ্যকৰ্ম্মা অগস্ত্য-ভ্ৰাতাৰ আশ্ৰম স্থান।

৪৮। মহাত্মা সুতীক্ষ্ণই যিদৰে বৰ্ণনা কৰিছিল, বাটত হাজাৰ হাজাৰ ফল আৰু পুষ্পভৰে অবনত বৃক্ষৰাজিৰ পৰা এইথনকে আশ্ৰম বুলি অনুমান হৈছে।

৪৯। বতাহে বৈ লৈ অহা পকা পিপলীৰ উগ্ৰজ্বলা গোন্ধ বনপ্ৰদেশৰ পৰা এইফালে প্ৰবাহিত হৈছে।

৫০। ঠায়ে ঠায়ে কাঠৰ দম আৰু কাটিৰথা বৈদুৰ্য্যমনিৰ সদৃশ প্ৰভাবিশিষ্ট দৰ্ভঘাহবোৰ দেখা গৈছে।

৫১। বনৰ মাজত কৃষ্ণবৰ্ণ পৰ্ব্বতশিখৰ সদৃশ যি ধোৱা দেখা গৈছে সিও আশ্ৰমস্থ অগ্নিৰে ধোঁৱাৰ আগভাগ।

৫২। চোৱা, সৌৱা নিৰ্ম্মল তীৰ্থস্থান সমূহৰ এফালে দ্বিজাতিসকলে স্নানকাৰ্য্য শেষ কৰি, নিজে সংগ্ৰহ কৰা পুষ্পাঞ্জলি দান কৰিব ধৰিছে।

৫৩। এতেকে হে সৌম্য সুতীক্ষ্ণৰ মুখৰ পৰা মই যিদৰে শুনিছিলোঁ, নিশ্চয় এইথনেই অগস্ত্য-ভ্ৰাতাৰ আশ্ৰম স্থান হব।

৫৪। মহাত্মা অগস্ত্যে প্ৰজাসমূহৰ হিত সাধিম বুলি নিজ শক্তিবলে মৃত্যুতুল্য ভয়ঙ্কৰ দৈত্যক পৰাভূত কৰি এই অঞ্চলটো প্ৰাণীসমূহৰ বাসৰ উপযোগী কৰিছে।

৫৫। এই ঠাইতে এসময়ত বাতাপি আৰু ইল্বল নামে ব্ৰাহ্মণঘাতী ভাই ককাই দুই মহা অসুৰ একেলগে বাস কৰিছিল।

৫৬। তাৰ ভিতৰত নিষ্ঠুৰমতি ইল্বলে ব্ৰাহ্মণৰূপ ধাৰণ কৰি সংস্কৃততে কথা কৈ শ্ৰাদ্ধৰ উদ্দেশ্য কৰি ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰি আহিছিল।

৫৭। তাৰ পিচত শ্ৰাদ্ধৰ নিয়ম অনুসৰি মেষৰূপী তাৰ ভায়েকক সুন্দৰ ৰূপে পাক কৰি ব্ৰাহ্মণসকলক ভোজন কৰাইছিল।

৫৮। শেহত ব্ৰাহ্মণসকলৰ খোৱাবোৱা শেষ হ'ল ইল্বলে উচ্চস্বৰে চিঞৰিব ধৰিছিল "বাতাপি, ওলাই আহা'।

৫৯। ভায়েকৰ কথা শুনি বাতাপিয়ে মেষৰ নিচিনাকৈ চিঞৰি ব্ৰাহ্মণসকলৰ শৰীৰ ভেদ কৰি বাহিৰ হৈ ওলাই আহিছিল।

৬০। এইদৰে মাংসাশী কামৰূপী সেই ৰাক্ষসগণে নিতৌ গোট খাই হাজাৰ হাজাৰ ব্ৰাহ্মণক বধ কৰিছিল।

৬১। তেতিয়া দেৱতাসকলৰ অনুৰোধ ক্ৰমে মহৰ্ষি অগস্ত্যই শ্ৰাদ্ধৰ অনুভূতি লৈ (অৰ্থাৎ শ্ৰাদ্ধৰ বিষয়ে সকলো বৃত্তান্ত জানি লৈ সেইমতে উপস্থিত হৈ) সেই মহা অসুৰ বাতাপিক খাই পেলালে।

৬২। পিচত ইল্বলে শ্ৰাদ্ধৰ শেহত শ্ৰাদ্ধ নিষ্পন্ন হ'ল বুলি কৈ ব্ৰাহ্মণসকলক আচমনৰ অৰ্থে হাতত পানী ঢালি দি 'বাহিৰলৈ ওলাই আহা' বুলি ভায়েকক আহ্বান জনালে।

৬৩। বিপ্ৰঘাতী সি তাৰ ভায়েকক এইদৰে মাতি থাকোতে মুনিশ্ৰেষ্ঠ ধীমান অগস্ত্যই হাঁহি এটি মাৰি ক'লে,

৬৪। 'মই তোমাৰ মেষৰূপী ভাতাক জীৰ্ণ কৰি পেলালোঁ, সি এতিয়া যমালয়লৈ গতি কৰিছে; তাৰ আৰু ওলাই অহাৰ শক্তি ক'ত?'

৬৫। ভায়েকৰ মৃত্যু সংক্ৰান্ত কথা শুনি নিশাচৰে মুনিবৰক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল।

৬৬। নিশাচৰে দ্বিজেন্দ্ৰৰ ওচৰলৈ খেদি অহাৰ লগে লগে প্ৰদীপ্ত তেজঃশালী মুনিবৰে অগ্নি-সদৃশ চকুৰে তাক দগ্ধ কৰাত সি নিহত হ'ল।

৬৭। যিজন মহাত্মাই বিপ্ৰসকলৰ প্ৰতি দয়া পৰবশ হৈ এই দুষ্কৰ কাম সাধন কৰিছিল তেওঁৰে ভায়েকৰ জলাশয় আৰু বনৰাজিৰে সুশোভিত এই আশ্ৰম।"

৬৮। সৌমিত্ৰি লক্ষ্মণে সৈতে ৰামে এইদৰে কথা বতৰা হৈ থাকোতে, সূৰ্য্য অস্ত গ'ল আৰু সন্ধ্যাকাল উপস্থিত হ'লহি।

৬৯। তেতিয়া ভায়েকে সৈতে ৰামে যথাবিধি পশ্চিম দিকৰ সান্ধ্যবন্দনাদি সমাপন কৰি আশ্ৰমত প্ৰৱেশ কৰিলে আৰু ঋষিবৰক অভিবাদন জনালে।

৭০। আশ্ৰমত মুনিবৰে তেওঁক সাদৰি গ্ৰহণ কৰিলত সেই ৰাতিটো ফলমূল ভক্ষণ কৰি তাতেই থাকিল।

৭১। পিচদিনা নিশা প্ৰভাত হোৱাৰ পিচত সূৰ্য্যদেৱ উদয় হোৱাত ৰাঘৱে অগস্ত্যদেৱৰ ভ্ৰাতাৰ ওচৰত বিদায় মাগি কলে।

৭২। "ভগবন, আপোনাক প্ৰণাম জনাইছোঁ, ৰাতিটো আমি সুখতে কটাইছোঁ, এতিয়া আপোনাৰ ওচৰত বিদায় মাগিছোঁ, আপোনাৰ অগ্ৰজ গুৰুদেৱক দৰ্শন কৰিবলৈ প্ৰস্থান কৰোঁ।"

৭৩। উত্তৰত মুনিবৰে 'যোৱাগৈ' বুলি কোৱাত, ৰঘুনন্দন ৰামে বনৰ শোভা চাই চাই নিৰ্দ্দিষ্ট পথেৰে খোজ ললে।

৭৪-৭৬। বাটত যাওঁতে বনতে ওপজা শই শই নীবাৰ, পনস, সাল, বঞ্জুল, তিনিশ, চিৰিবিল্ব, মধুক, বিল্ব, তিন্দুকাদি বৃক্ষসমূহ তেওঁৰ চকুত পৰিল। ৰামে দেখিলে যে এই সকলো বৃক্ষ ফুলৰ ভৰত জকমকাই পুষ্পিতাগ্ৰ লতাদিৰে সুশোভিত হৈ আছে। বৃক্ষসমূহৰ ঠাল-ঠেঙুলি বন্য-হস্তীয়ে ভাঙি ছিন্ন বিছিন্ন কৰিছে আৰু ঠায়ে ঠায়ে বান্দৰসমূহে সিহঁতৰ শোভা বৰ্দ্ধন কৰি আছে, শই শই মত্ত চৰাইৰ ৰবে বন নিনাদিত কৰিছে।

৭৭। এনে অৱস্থাতে ৰাজীবলোচন ৰামে তেওঁৰ পিচে পিচে আহি থকা লক্ষ্মীবৰ্দ্ধন বীৰ লক্ষ্মণক কলে।

৭৮। "লক্ষ্মণ এই ঠাইৰ গছৰ পাতবোৰ যেনে সুন্দৰ আৰু লাবণ্যযুক্ত আৰু ইয়াৰ পশু-পক্ষীবোৰো যেনে শান্ত স্বভাৱৰ তাৰপৰা বুজিব লাগিব বিশুদ্ধাত্মা মহৰ্ষিৰ আশ্ৰমলৈ আৰু বেছি দূৰ নাই।

৭৯। যিজন মহাত্মাই তেওঁৰ নিজ কৰ্ম্মৰ গুণত 'অগস্ত্য'* এই নামে প্ৰসিদ্ধ হৈছে, পৰিশ্ৰান্ত-জনৰ শ্ৰান্তি বিনাশক তেওঁৰেই এই আশ্ৰম আমি দেখা পাবলৈ ধৰিছো।

৮০। চোৱা, ইয়াৰ বনপ্ৰদেশ অশেষ ধূম-ৰাশিৰে পৰিপূৰ্ণ আৰু আশ্ৰমস্থান চীৰবস্ত্ৰে সুশোভিত, ইয়াৰ মৃগসমূহ কেনে শান্ত, সমগ্ৰ আশ্ৰমথনে নানাবিধ চৰাইৰ ৰবে মুখৰিত।

৮১। পুণ্যকৰ্ম্মা এই মুনিবৰেই লোকসমূহৰ হিত কামনা কৰি, নিজ শক্তিবলে মৃত্যু সদৃশ ভয়াবহ ৰাক্ষসকুলক পৰাভৱ কৰি এই দক্ষিণ দিক জনসমূহৰ আশ্ৰয় স্থলত পৰিণত কৰিছে।

৮২। যি মুনিবৰৰ প্ৰভাৱতে ৰাক্ষসসকলে এই দক্ষিণফাললৈ দৃষ্টিমাত্ৰ নিক্ষেপ কৰি তেখেতৰ প্ৰতি ভয়তে এই ঠাইক নিজ দেশৰ নিচিনা অনুমান কৰি উপভোগ কৰিব পৰা নাই, সেই মুনিবৰৰ এই আশ্ৰম।

৮৩। যি সময়ৰ পৰা পুণ্যকৰ্ম্মা এই ঋষিবৰে এই দিশলৈ আগমন কৰিছে সেই দিন ধৰি এই ঠাই হিংসা ভাৱশূন্য আৰু ইয়াৰ নিশাচৰগণো শান্ত হৈছে।

৮৪। ভগবান অগস্ত্যৰে নাম অনুসৰি এই আশ্ৰম অৱধি এই দিশ ক্ৰুৰকৰ্ম্মা ৰাক্ষসসকলৰ পৰাভৱৰ বহিৰ্ভূত হৈ অগস্ত্য দিশ নামে তিনিও জগতত প্ৰসিদ্ধ হৈছে।

---

* অগস্ত্য—অগ (পৰ্ব্বত বিন্ধ্যপৰ্ব্বত) স্ত্য (স্তম্ভন কৰিছে অৰ্থাৎ বাঢ়িবলৈ নিদি বন্ধ কৰি থৈছে) তেওঁৱেই অগস্ত্য। বিন্ধ্যপৰ্ব্বতে সূৰ্য্যৰ গতি বন্ধ কৰিবলৈ ক্ৰমাৎ ওপৰলৈ বাঢ়ি থাকে। দেৱতালোকৰ অনুৰোধত ভগবান অগস্ত্য মুনিয়ে তাত উপস্থিত হোৱাত পৰ্ব্বতে মূৰ চপৰায়। অগস্ত্যৰ কথামতে তেখেত উভতি নোহোৱালৈকে বিন্ধ্য পৰ্ব্বতে সেইদৰে চাপৰ হৈয়ে থাকিল। অগস্ত্য মুনিও আৰু উভতি নাহিল—এয়ে পৌৰাণিক কথা।

৮৫। আন কি পৰ্ব্বতশ্ৰেষ্ঠ বিন্ধ্যয়ো সূৰ্য্যৰ গতিৰোধ কৰিব বুলি বৰ্দ্ধমান হৈ থাকি এই মুনিবৰৰে আদেশ মানি বৰ্ত্তমানে আৰু বঢ়া নাই।

৮৬। দীৰ্ঘায়ু সম্পন্ন জগতত নিজ কৰ্ম্ম গুণে প্ৰসিদ্ধ ভগবান অগস্ত্য মুনিৰ এয়ে আশ্ৰম য'ত আনকি পশুগণেয়ো বিনীত ভাবে বিচৰণ কৰি থাকে।

৮৭। লোকপূজিত এই সাধুপুৰুষজন সদায় সজ্জনৰ হিত সাধনতেই ৰত, আমিও গৈ তাত উপস্থিত হলে তেখেতে আমাৰ অশেষ মঙ্গল বিধান কৰিব।

৮৮। এই ঠাইতে মই মহামুনি অগস্ত্যক আৰাধনা কৰি থাকিম, হে সৌম্য, বনবাসৰ শেষ কালখিনি মই ইয়াতে কটাম।

৮৯। এই আশ্ৰমতে, গন্ধৰ্ব্বগণ সৈতে দেৱতাসকলে আৰু সিদ্ধ শ্ৰেষ্ঠ ঋষিসকলে আহাৰ বিষয়ে সংযত হৈ অগস্ত্যদেৱক পূজা কৰি থাকে।

৯০। এই মুনিবৰ এনে প্ৰভবান্বিত যে তেওঁৰ এই আশ্ৰমত মিথ্যাবাদী, ক্ৰুৰ, শঠ, নৃশংস (ঘাতুক) অথবা পাপাচাৰী কোনো প্ৰাণীয়ে জীয়াই থাকিব নোৱাৰে।

৯১। দেৱতা, যক্ষ, আনকি পতগ (গৰুড়াদি পক্ষীগণ) সৈতে নাগগণে৷ আহাৰ বিষয়ে সংযত হৈ ধৰ্ম্মাৰাধনাৰত হৈ এই আশ্ৰমতে বাস কৰে।

৯২। এই আশ্ৰমত ঋষি শ্ৰেষ্ঠ মহাত্মাসকলে সিদ্ধিলাভ কৰি পূৰ্ব্বৰ শৰীৰ ত্যাগ কৰি সূৰ্য্যসদৃশ সমুজ্জল বিমানত আৰোহণ কৰি স্বৰ্গলৈ গমন কৰিছে।

৯৩। ইয়াতেই দেৱতাসকলে পবিত্ৰচিত্ত প্ৰাণীসমূহৰ দ্বাৰা আৰাধিত হৈ তেওঁলোকক যক্ষত্ব আৰু অমৰত্ব দান কৰি থাকে।

৯৪। হে সৌমিত্ৰি, এতিয়া আমি আশ্ৰমত উপস্থিত হৈছো৷ হি, প্ৰথমতে তুমি ভিতৰলৈ গৈ মুনিবৰৰ ওচৰত নিবেদন কৰাগৈ যে সীতাৰে সৈতে মই ইয়াত বৈ আছো।"

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত একাদশ সৰ্গ সমাপ্ত।**

# দ্বাদশ সৰ্গ

## ঋষি অগস্ত্যৰ লগত সাক্ষাৎ আৰু ৰবাস্ত্র গ্রহণ

১। ৰাঘবৰামৰ কনিষ্ঠ ভ্ৰাতা লক্ষ্মণে আশ্ৰমত প্ৰবেশ কৰি মুনিবৰ অগস্ত্যৰ শিষ্য এজনক লগ পাই কলে।

২। "ৰজা দশৰথৰ জ্যেষ্ঠ পুত্ৰ বলশালী ৰাম তেওঁৰ ভাৰ্য্যা সীতাৰে সৈতে মুনিবৰৰ লগত দেখা কৰিবলৈ ইযালৈ আহিছে।

৩। সদায় তেখেতৰ হিতাকাঙ্ক্ষী, আজ্ঞানুবৰ্ত্তী আৰু ভক্ত মই তেওঁৰ ভাযেক লক্ষ্মণ,— যাৰ বিষযে আপুনি কিজানি শুনিছেই।

৪। আমি আটাই কেইজনে পিতৃদেৱৰ নিৰ্দ্দেশক্ৰমে এই অতি উগ্ৰ বনত প্ৰৱেশ কৰিছোঁ। আমি সকলোটিয়ে ভগৱান অগস্ত্যদেৱৰ লগত দেখা-সাক্ষাত কৰিবলৈ ইচ্ছা কৰিছোঁ, আপুনি অনুগ্ৰহ কৰি কথাটো নিবেদন কৰক।"

৫। লক্ষ্মণৰ কথা শুনি তপোধন শিষ্যজনে 'বাৰু' বুলি কৈ মুনিবৰক কথাটো জনাবলৈ অগ্নিহোত্ৰগৃহত প্ৰবেশ কৰিলে।

৬। তাত প্ৰবেশ কৰি শিষ্যজনে তপস্যাৰ বলত অপৰাভৱশক্তিশালী মুনিবৰৰ ওচৰ চাপি কৃতাঞ্জলিপুটে লৰালৰিকৈ ৰামৰ আগমন বাতৰি জনালে।

৭—৮। লক্ষ্মণে যিদৰে কৈছিল, মুনিবৰ অগস্ত্যৰ প্ৰিয় শিষ্যজনেও কথাটো ঠিক সেইদৰে নিবেদন কৰি কলে "দশৰথৰ দুই পুত্ৰ ৰাম আৰু লক্ষ্মণ সীতাৰে সৈতে আশ্ৰমত উপস্থিত হৈছেহি, শত্ৰুবিনাশক দুযোজনে ভগৱানক সেৱা জনোৱাৰ উদ্দেশ্যে আপোনাৰ লগত সাক্ষাৎ কৰিবলৈ আহিছে।

৯—১০। উত্তৰ স্বৰূপে মই তেওঁলোকক কি কব লাগিব আজ্ঞা কৰিবলৈ অনুৰোধ কৰিলোঁ।" শিষ্যৰ মুখৰপৰা ৰাম, লক্ষ্মণ আৰু মহীয়সী বৈদেহী আহি উপস্থিত হোৱা শুনি মুনিবৰে কলে, "ভাগ্যগুণে ৰামে বহুকালৰ* পিচত আজি মোৰ লগত দেখা কৰিবলৈ আহিছে।

১১-১৩। মনে মনে মই তেওঁৰে আগমন প্ৰতীক্ষা কৰি আছোঁ। যোৱা, যথাবিধি সৎকাৰ কৰি ভাৰ্য্যা আৰু লক্ষ্মণে সৈতে তেওঁক মোৰ ওচৰলৈ লৈ আহা। তুমি আগতে একেবাৰে ভিতৰলৈ লৈ নাহিলা কিয?" মহাত্মা ধৰ্ম্মজ্ঞ মুনিবৰে এইদৰে কোৱাত, শিষ্যজনে হাতযোৰ কৰি অভিবাদন জনাই 'বাৰু জনাওঁ গৈ' বুলি কৈ লৰালৰিকৈ তাৰপৰা ওলাই আহিল আৰু লক্ষ্মণক কলে,

---

* বনলৈ অহাৰ বহুকালৰ পিচত—টীকাকাৰ।

১৪—২১। "মুনিবৰক দেখা কৰিবলৈ অহা ৰাম কোন জন? ভিতৰলৈ সোমাই আহক।" তেতিয়া শিষ্যজনে সৈতে লক্ষ্মণ আশ্রমৰ ভিতৰলৈ গৈ কাকুস্থ ৰাম আৰু জনকাত্মজা সীতাক শিষ্যজনৰ লগত পৰিচয় কৰাই দিলে। শিষ্যজনে মুনিবৰৰ মৰমসনা কথাখিনি জনাই মাননীয় তেওঁলোকৰ প্রতি যথাবিধি আদৰ দেখুৱাই তেওঁলোকক আশ্রমৰ ভিতৰত প্রবেশ কৰালে। সীতা আৰু লক্ষ্মণে সৈতে ৰামে শান্তপ্রকৃতিৰ মৃগগণৰ দ্বাৰা পৰিব্যাপ্ত আশ্রম স্থানবোৰ চাই চাই গৈ ব্রহ্মা, অগ্নি (ৰুদ্র), বিষ্ণু, মহেন্দ্র (ইন্দ্র), বিবস্বত (সূর্য্য), সোম (চন্দ্র), ভগ, কুবেৰ, ধাতা, (প্রজাপতিৰ কার্য্যনির্ব্বাহক) বিধাতা (বিশ্বকর্ম্মা), বায়ু, পাশহস্ত মহাত্মা বৰুণ, গায়ত্রী, বসুগণ, নাগৰাজ বাসুকি, গৰুড়, কাৰ্ত্তিকেয়, ধৰ্ম্ম (যমৰাজ) আদি দেবতাগণৰ ভিন ভিন স্থানসমূহ দেখা পালে। এনেতে মুনিবৰেও তেওঁৰ শিষ্যবৰ্গৰ দ্বাৰা পৰিবৃত হৈ তেওঁলোকৰ পিনে ওলাই আহিল।

২২। বীৰ ৰামচন্দ্রই মুনিসকলৰ সম্মুখত প্রদীপ্ত তেজ সম্পন্ন ভগবান অগস্ত্যক দেখা পাই শ্রীমান লক্ষ্মণক কলে।

২৩। "লক্ষ্মণ সৌৱা ভগবান্ অগস্ত্য ঋষি বাহিৰলৈ ওলাই আহিছে। তেখেতৰ ঔদার্য্যপূর্ণ উন্নত আকৃতিৰপৰা মই বুজিব পাৰিছোঁ তপস্যাৰ আশ্রয়স্থল এখেতেই ভগৱান অগস্ত্য।"

২৪। এই বুলি কৈ মহাবাহু ৰঘুনন্দনে তেওঁৰ চৰণত পৰি সূৰ্য্যসম কান্তিবিশিষ্ট অগস্ত্যৰ চৰণযুগল সাবটি ধৰিলে।

২৫। এইদৰে মুনিবৰক অভিবাদন জনাই ধৰ্ম্মাত্মা ৰামে বৈদেহী সীতা আৰু লক্ষ্মণে সৈতে হাতযোৰ কৰি ৰল।

২৬। তাৰ পিচত মুনিবৰে কাকুৎস্থ ৰামচন্দ্রক মাটিৰপৰা তুলি লৈ আলিঙ্গন কৰিলে আৰু আসন আৰু পানী আগবঢ়াই কুশল বাতৰি সোধাৰ পিচত বহিবলৈ অনুৰোধ জনালে।

২৭। মুনিবৰে অগ্নিত আহুতি দি, অতিথিসকলক অৰ্ঘ্য দিবে পূজিত কৰিলে আৰু বাণপ্রস্থৰীতি অনুসৰি তেওঁলোকৰ কাৰণে খাদ্যবস্তু আগ বঢ়ালে।

২৮। তাৰ পিচত নিজে আসন গ্রহণ কৰি ধৰ্ম্মজ্ঞ মুনিপুঙ্গবে কৃতাঞ্জলিপুটে আসনত উপবিষ্ট ধৰ্ম্মকুশল ৰামচন্দ্রক কলে,

২৯। "হে কাকুৎস্থ তপস্বীসকলে অতিথিপূজা নকৰি যদি তেওঁৰ প্রতি অন্য আচৰণ কৰে তেন্তে মিথ্যাসাক্ষী দিয়া মানুহৰ নিচিনা পৰজন্মত তেওঁলোকে নিজ মাংস ভক্ষণ কৰে।

৩০। তুমি সমগ্র লোকৰ ৰজা, ধৰ্ম্মচাৰী আৰু মহাৰথ, তাৰ উপৰি তুমি পূজনীয় মান্য অতিথিৰূপে আজি মোৰ ইয়াত উপস্থিত।"

৩১। এই বুলি কৈ ফল, মূল আৰু পুষ্পাদিৰে ইচ্ছা অনুসাৰে যথবৰ পূজা কৰি মুনিবৰ অগস্ত্যই কবলৈ ধৰিলে।

৩২। "হে পুৰুষশ্রেষ্ঠ সুবর্ণ আৰু ৰত্নমণি বিভূষিত এই বৈষ্ণব দিব্যধনু স্বয়ং বিশ্বকর্ম্মাৰ দ্বাৰা নির্ম্মিত।

৩৩—৩৪। সূর্য্যসদৃশ ব্রহ্মাদত্ত এই শ্রেষ্ঠশৰ আৰু অগ্নিতুল্য উজ্জ্বল তীক্ষ্ণ শৰপূর্ণ এই দুটা টোণ আৰু সুবর্ণবিভূষিত কোষে সৈতে সোণৰ মুষ্টিযুক্ত এই খড়্গ—এই সকলো স্বয়ং মহেন্দ্রই মোক প্রদান কৰিছে।

৩৫। হে ৰাম পুৰণি কালত যুদ্ধক্ষেত্ৰত এই ধনুৰ সহায়তে বিষ্ণুৱে মহামহা অসুৰবিলাকক বধ কৰি দেৱতাসকলৰ উজ্জ্বল শ্ৰী আহৰণ কৰিছিল।

৩৬। এতেকে হে মানদ, তাহানি কালত বজ্ৰধৰ ইন্দ্ৰই যিদৰে বজ্ৰ গ্ৰহণ কৰিছিল সেইদৰে তুমিও এই ধনু, দুটা টোণ, শৰ আৰু খড়্গ তোমাৰ জয়ৰ কাৰণে গ্ৰহণ কৰা।"

৩৭। এই বুলি কৈ মহা তেজস্বী ভগবান্ অগস্ত্যমুনিয়ে সকলোবোৰ শ্ৰেষ্ঠ অস্ত্ৰ ৰামক দান কৰি পুন কৱলৈ ধৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত দ্বাদশ সৰ্গ সমাপ্ত ॥**

## ত্ৰয়োদশ সৰ্গ

## পঞ্চবটী বনলৈ যাত্ৰা

(অগস্ত্যই ক'বলৈ ধৰিলে)

১। হে ৰাম, হে লক্ষ্মণ, সীতাৰে সৈতে মোক অভিবাদন জনাবলৈ তোমালোক যে ইয়ালৈ আহিছা তাৰ বাবে মই পৰম প্ৰীত হৈছোঁ,* তোমালোকৰ মঙ্গল হওক।

২। বাটত আহোঁতে যি পথশ্ৰম হৈছে তাতেই তোমালোক পৰিশ্ৰান্ত হৈছা আৰু জনকাত্মজা মৈথিলীয়ো বিশ্ৰামৰ বাবে উৎকণ্ঠিতা হোৱা যেন দেখা গৈছে।

৩। সীতাদেৱী সুকুমাৰী, আগতে কোনোদিনে ভাগৰ লগা শ্ৰমৰ দুখ কষ্ট পোৱা নাই, অকল স্বামীৰ প্ৰতি অত্যধিক চেনেহতে তেওঁ বহু দুখ দুৰ্গতিৰে পৰিপূৰ্ণ বনলৈ আহিছে।

৪। হে ৰাম, সীতাদেৱীয়ে যাতে মনৰ সুখেৰে ইয়াত থাকিব পাৰে তুমি তেনে কৰা, তোমাৰ লগে লগে বনলৈ আহি তেওঁ সঁচাকৈয়ে এটা দুষ্কৰ কাম কৰিছে।

৫। হে ৰঘুনন্দন, সৃষ্টিৰ আৰম্ভণিৰে পৰা স্ত্ৰীপ্ৰকৃতিৰ এইয়ে লক্ষণ যে সঙ্গতিপন্ন হলে পুৰুষত তেওঁলোক আসক্ত হয়, আনপিনে দুৰ্দ্দশাগ্ৰস্ত হলেই তেওঁক পৰিত্যাগ কৰে।

৬। তিৰোতাসকলে তেওঁলোকৰ আচৰণত বিদ্যুতৰ চঞ্চলতা, অস্ত্ৰৰ তীক্ষ্ণতা, গৰুড়ৰ আৰু বায়ুৰ শীঘ্ৰতা অনুসৰণ কৰে।

৭। কিন্তু তোমাৰ এই ভাৰ্য্যা সীতাদেৱী এই সকলো দোষৰ পৰা মুক্ত, দেৱতা-সকলৰ ভিতৰত অৰুন্ধতীৰ নিচিনা তেওঁ প্ৰশংসনীয়া আৰু পতিব্ৰতাসকলৰ ভিতৰত অগ্ৰগণ্যা।

৮। হে অৰিন্দম যি ঠাইতে তুমি তোমাৰ ভাই লক্ষ্মণ আৰু বৈদেহীৰে সৈতে বাস কৰিবা সেই ঠায়ে তোমাৰ দ্বাৰা অলঙ্কৃত হব।

---

* ভগবান্ ভক্তৰ ঘৰত আহি উপস্থিত হলে, ভক্তৰ পক্ষে তাতকৈ আনন্দকৰ আন একো নাই—ইয়াকেই ইঙ্গিত কৰা হৈছে।—টীকাকাৰ।

৯-১০। মুনিবৰে এইদৰে কোৱাত ৰাঘবে বিনীতভাৱে হাতযোৰ কৰি দীপ্তাগ্নিতুল্য মুনিবৰক কলে, "মুনিপুঙ্গব আপুনি আমাৰ গুৰু, ভ্ৰাতা আৰু ভাৰ্য্যাৰে সৈতে আপুনি আমাৰ গুণত পৰিতুষ্ট হোৱা দেখি মই ধন্য আৰু অনুগৃহীত হৈছো।

১১। কিন্তু হে ভগৱান্, জলাশয় আৰু কাননবহুল এনে এখন ঠাই নিৰ্দেশ কৰক য'ত আমি আশ্ৰম পাতি পৰম সুখে থাকিব পাৰিম।"

১২। ৰামৰ কথা শুনি ধৰ্ম্মাত্মা মুনিবৰে মুহূৰ্ত্তকাল ধ্যানস্থ হৈ ৰামক কলে।

১৩। "বৎস ইয়াৰপৰা দুই যোজন দূৰৈত বহু ফল, মল আৰু পানী থকা এখন ঠাই পাবা, বহু মৃগ তাত বিচৰণ কৰি থাকে, শ্ৰীসম্পন্ন সেই ঠাইখিনি পঞ্চবটী নামে প্ৰসিদ্ধ।

১৪। তালৈ গৈ আশ্ৰমপাতি তোমাৰ ভ্ৰাতা সৌমিত্ৰিৰে সৈতে তোমাৰ পিতৃদেৱৰ আদেশ পালন কৰি মনৰ সুখেৰে থাকিব পাৰিবা।

১৫। হে অনঘ, মোৰ তপস্যাৰ প্ৰভাৱ আৰু তোমাৰ প্ৰতি মোৰ যি স্নেহ তাৰ কাৰণে তোমাৰ আৰু ৰজা দশৰথৰ সকলো বৃত্তান্ত মোৰ অৱগত।

১৬। আগতে এই তপোবনতে মোৰ লগত থাকিবা বুলি কে এতিয়া তোমাৰ মনত যি অভিলাষ খেলাইছে তপস্যাৰ বলত মই তাকো জানিব পাৰিছো।

১৭। এতেকে হে বৎস, তোমাক কৈছো তুমি পঞ্চবটীলৈ যোৱা গৈ, সেই বনপ্ৰদেশ অতি ৰমণীয়, মৈথিলীয়ে তাত মনৰ সুখে থাকিব পাৰিব।

১৮। হে ৰাঘব, অতি প্ৰশংসনীয় সেই ঠাইখনি, বেচি দূৰো নহয়, গোদাবৰী নৈৰ ওচৰতে, মৈথিলীয়ে তাত পৰম আনন্দ উপভোগ কৰিব।

১৯। হে মহাবাহু, বহু ফলমূলেৰে পৰিপূৰ্ণ সেহ ঠাই নানাবিধ চৰাইৰ বাসস্থান, ই নিৰ্জ্জন, পৰম পবিত্ৰ আৰু অতীব ৰমণীয়।

২০। ৰাম, তুমি সদাচাৰী আৰু তপস্বীসকলৰ পৰিৰক্ষণত সমৰ্থ, তাত বাস কৰি থাকিয়েই তুমি তাপস সকলক ৰক্ষা কৰি থাকিব পাৰিবা।

২১। এই যে মধুক বৃক্ষৰ মহৎ বন দেখা পাইছা তাৰ উত্তৰ ফালেদি গৈ বড় গছেৰে ভৰি থকা এখন আশ্ৰম পাবা।

২২। তাত মুকলি ঠাই এডোখৰত উপস্থিত হৈ পৰ্ব্বতৰ ওচৰতে সদায় পুষ্পেৰে সুশোভিত পঞ্চবটী কানন দেখা পাবা।"

২৩। মহৰ্ষি অগস্ত্যই এইদৰে কোৱাত সৌমিত্ৰিৰে সৈতে ৰামে সত্যবাদী সেই ঋষিক পূজা-অৰ্চ্চনা কৰি তেওঁৰপৰা বিদায় ললে।

২৪। এইদৰে দুয়োজনে মহৰ্ষিৰ অনুমতি পাই তেখেতৰ পাদস্পৰ্শ কৰি অভিবাদন জনাই সীতাৰে সৈতে পঞ্চবটী বনলৈ প্ৰস্থান কৰিলে।

২৫। নিৰ্ভীকযোদ্ধা ৰাজপুত্ৰ দুয়োজনে শৰৰ টোপ বান্ধি হাতত ধনু লৈ মহৰ্ষি অগস্ত্যই দেখুৱাই দিয়া বাটেদি সমাহিতচিত্তে পঞ্চবটী বনলৈ যাত্ৰা কৰিলে।

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰয়োদশ সৰ্গ সমাপ্ত।**

## চতুৰ্দ্দশ সৰ্গ

### জটায়ুৰ লগত সাক্ষাত, জটায়ুৰ দ্বাৰা প্ৰাণীসমূহৰ উৎপত্তিৰ বৰ্ণনা।

১। তাৰ পিচত পঞ্চবটীলৈ গৈ থাকোতে বাটত ৰঘুনন্দন ৰামে ভীমপৰাক্ৰমশালী মহাকায় শগুণৰ আকৃতিৰ এটা চৰাইক লগ পালে।

২। মহাভাগ ৰাম আৰু লক্ষ্মণে এই চৰাইটোক দেখি প্ৰথমতে তাক ৰাক্ষস বুলি ভাবি সুধিলে, "তুমি কোন?"

৩। শান্ত সুমধুৰ বাক্যে তেওঁলোকৰ মনত আনন্দ দি চৰাইটোৱে কলে, "বৎস, মোক তোমালোকৰ পিতৃদেৱৰ বয়স্য বুলি জানিবা।"

৪। তেতিয়া ৰাঘৱে তেওঁক তেওঁৰ পিতাকৰ সখা বুলি জানি মান-সৎকাৰ জনাই ধীৰচিত্তে তেওঁৰ কুল আৰু নামৰ কথা সুধিলে।

৫। ৰামৰ কথা শুনি পক্ষীৱৰে নিজৰ কুলৰ কথা কবলৈ গৈ সকলো প্ৰাণীসমূহৰে উৎপত্তিৰ বিষয় কবলৈ ধৰিলে,

৬-৯। "মহাবাহু ৰাঘৱ, পূৰ্ব্বকালত যিসকল প্ৰজাপতিৰ সৃষ্টি হৈছিল আদিৰেপৰা তেওঁবিলাকৰ বিষয়ে কওঁ শুনা। তেওঁলোকৰ ভিতৰত প্ৰথমজন হৈছে কৰ্দ্দম, তেওঁৰ পিচত বিকৃত, তাৰ পিচত শেথ, সংশ্ৰয়, বীৰ্যবান বহুপুত্ৰ স্থাণু, মৰীচি, অত্ৰি, মহাবলশালী ক্ৰতু, পুলস্ত্য, অঙ্গিৰা, প্ৰচেতা, পুলহ, দক্ষ, বিবস্বান্, অৰিষ্টনেমি আৰু তাৰ পিছত হল মহাতেজস্বী সৰ্ব্বকনিষ্ঠ কশ্যপ।

১০। হে মহাযশস্বী ৰাম, কালত প্ৰজাপতি দক্ষৰ ষাঠিজনী সুপ্ৰসিদ্ধা মহাযশস্বী কন্যাৰ জন্ম হয়।

১১। তাৰ ভিতৰত সুমধ্যমা আঠজনী কন্যা কশ্যপে গ্ৰহণ কৰে, তেওঁলোক হৈছে

১২। অদিতি, দিতি, দনু, কালকা, তাম্ৰা, ক্ৰোধবশা, মনু, আৰু অনলা। তেতিয়া পৰম প্ৰীতিলাভ কৰি কশ্যপে কন্যাসকলক কলে,

১৩। "তোমালোকে ত্ৰিলোক পৰিপালক মোৰ সমান বীৰ্যশালী পুত্ৰ জন্ম দিয়া।" হে মহাবাহু ৰাম, অদিতি, দিতি, দনু আৰু কালকাই কশ্যপৰ এই কথাখিনি কাণপাতি শুনিলে।

১৪। বাকী কেইজনীয়ে কিন্তু সেই কথাত বিশেষ মনোযোগ নিদিলে। হে অৰিন্দম, অদিতিয়ে সেইমতে তেত্ৰিশজন দেৱতাক জন্ম দিলে।

১৫। হে পৰন্তপ, তেওঁলোকেই হৈছে আদিত্যগণ, বসুগণ, ৰুদ্ৰগণ আৰু দুই অশ্বিনী। হে বৎস, দিতিৰ পুত্ৰ হল যশস্যাশালী দৈত্যগণ।

১৬। আগতে অৰণ্য আৰু সমুদ্ৰ পৰিবেষ্টিতা এই বসুমতী তেওঁলোকৰেই আছিল। হে অৰিন্দম, দনুৰ পুত্ৰ হল অশ্বগ্ৰীৱ।

১৭-১৯। কালকাই জন্ম দিলে নৰক আৰু কালক। তাম্ৰাই জন্ম দিলে ক্ৰৌঞ্চী, ভাসী, শ্যেনী, ধৃতৰাষ্ট্ৰী আৰু শুকী নামে এই পাঁচজনী জগদ্বিখ্যাত কন্যাক। তাৰ ভিতৰত ক্ৰৌঞ্চীয়ে জন্ম দিলে ফেঁচা, ভাসীয়ে জন্ম দিলে ভাস নামে শকুনি জাতীয় চৰাই।

১৯। শ্যেনীয়ে জন্ম দিলে মহা তেজস্বী শগুণ, ধৃতৰাষ্ট্ৰীয়ে জন্ম দিলে হাঁহ আৰু ৰাজহাঁহ।

২০-২২। ৰাম, শুনা তোমাৰ মঙ্গল হব, চক্ৰবাক পক্ষীবো উৎপত্তিস্থল ভামিনী এই ধৃতৰাষ্ট্ৰী। শুকীয়ে জন্ম দিছিল নতাক নতাৰ কন্যা হল বিনতা। ৰাম, ক্ৰোধবশাৰ দহজনী কন্যা; তেওঁলোক হল মৃগী, মৃগমন্দা, হৰী, ভদ্ৰমদা, মাতঙ্গী, শাৰ্দ্দুলী, শ্বেতা, সৰ্ব্বলক্ষণসম্পন্না সুৰভি, সুৰসা, আৰু কদ্ৰুক।

২৩। হে নৰশ্ৰেষ্ঠ, সকলো মৃগ, মৃগীৰ সন্তান আৰু ভালুকবোৰ হৈছে মৃগমন্দাৰ সন্তান। সেইদৰে সৃমৰ* আৰু চমৰগণে* মৃগমন্দাৰে সন্তান।

২৪। ভদ্ৰমদাৰ কন্যা ইৰাবতী এই ইৰাবতীৰে সন্তান লোকনাথ মহাগজ ঐৰাবত।

২৫। সিংহ, তৰস্বী বান্দৰ আৰু গোলাঙ্গুলবোৰ হৈছে হৰীৰ সন্তান। বাঘবোৰৰ উৎপত্তিস্থান শাৰ্দ্দূলী।

২৬। হে মনুজশ্ৰেষ্ঠ মাতঙ্গবোৰৰ জন্ম হল মাতঙ্গীৰ পৰা। হে কাকুৎস্থ, সেইদৰে দিগগজসকলৰ জন্ম হল শ্বেতাৰপৰা।

২৭। ৰাম, শুনা তোমাৰ মঙ্গল হব সুৰভিৰ দুজনী কন্যা, এজনীৰ নাম ৰোহিণী আৰু আনজনীৰ নাম গন্ধৰ্বী।

২৮। তাৰ ভিতৰত ৰোহিণীয়ে জন্মদিলে গৰু আৰু গন্ধৰ্বীয়ে জন্ম দিলে ঘোঁৰা। ৰাম, সুৰসাৰ পৰা জন্ম পালে নাগে আৰু কদ্ৰুৰ পৰা জন্ম পালে পন্নগে§।

২৯। হে নৰোত্তম ৰাম, মহাত্মা কশ্যপৰ মনু নামে যি গৰাকী ভাৰ্য্যা আছিল, তেওঁৰ পৰা ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, আৰু শূদ্ৰ এই চাৰি জাতি মানুহৰ জন্ম হয়।

৩০। বেদত উক্ত আছে যে মুখৰপৰা ব্ৰাহ্মণ, বুকু (অৰ্থাৎ বাহুযুগলৰ) পৰা ক্ষত্ৰিয়, উৰুদ্বয়ৰ পৰা বৈশ্য আৰু পাদৰ (ভৰিৰ) পৰা শূদ্ৰৰ উৎপত্তি।

৩১। পৃথিৱীত পুণ্যফলযুক্ত যিমানবোৰ গছ আছে সেই সকলোৰে জন্ম হল অনলাৰ পৰা। বিনতা শুকীৰ পৌত্ৰী (শুকীৰ কন্যা নতা, নতাৰ কন্যা বিনতা), কদ্ৰু আৰু সুৰসা বাই ভনী।

---

* সৃমৰ—ক'লা লোম থকা নেজবিশিষ্ট, চমৰ—বগা লোমযুক্ত নেজবিশিষ্ট।

† ভদ্ৰা শব্দৰ অৰ্থ (১) ভদ্ৰস্বভাৱা আৰু (২) স্থূলীয়া পুতৌ কৰিব পৰা। ইয়াত কি অৰ্থত ব্যৱহৃত হৈছে বুজিব নোৱাৰি। টীকাকাৰো নিমাত। গোলাঙ্গুল বনৰীয়া এটা বান্দৰ জাতীয় জীৱ।

§ টীকাৰ মতে ফণা থকা বোৰ নাগ আৰু ফণা নোহোৱাবোৰ পন্নগ।

৩২। ইয়াৰ ভিতৰত কদ্ৰুৱে হাজাৰ হাজাৰ নাগক জন্ম দিলে। এই নাগবোৰেই পৃথিৱী ধাৰণ কৰি আছে। বিনতাৰ দুই পুত্ৰ গৰুড আৰু অৰুণ।

৩৩। তেওঁলোকৰ ভিতৰত অৰুণৰ পৰা মোৰ জন্ম, মোৰ অগ্ৰজৰ নাম সম্পাতি। হে অৰিন্দম মোক শ্যেনীৰ পুত্ৰ জটায়ু বুলি জানিবা।

৩৪। হে বৎস, এযে মোৰ জন্মবৃত্তান্ত। যদি ইচ্ছা তেন্তে তোমালোকৰ বনবাস কালৰ ভিতৰত মই তোমালোকৰ সহায় হব পাৰোঁ, আৰু লক্ষ্মণে সৈতে তুমি যেতিয়া বাহিৰলৈ যাবা তেতিয়া মই সীতাক ৰক্ষা কৰি থাকিম।"

৩৫। এই সকলো কথা শুনি ৰাঘবে আনন্দ মনেৰে জটায়ুক অৰ্চ্চনা কৰি তেওঁক আলিঙ্গন কৰিলে আৰু তেওঁৰ ওচৰত মূৰ দোৱালে। তেওঁৰ পিতৃদেৱৰ লগত যি সখ্যভাব আছিল সংযমী ৰামে সেই কথা বাৰে বাৰে তেওঁৰ পৰা শুনিবলৈ ধৰিলে।

৩৬। তাৰ পিচত তেওঁ মৈথিলী সীতাৰ ৰক্ষণৰ অৰ্থে জটায়ুক গ্ৰহণ কৰি মহাবলী সেই পক্ষীৰে সৈতে তেওঁলোক পঞ্চবটীলৈ গল আৰু তাত লক্ষ্মণে সৈতে ৰিপুকুল বিনাশ কৰি অৰণ্যখন পৰিপালন কৰি থাকিল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্ভুক্ত চতুৰ্দ্দশ সৰ্গ সমাপ্ত ॥

## পঞ্চদশ সৰ্গ

## পঞ্চবটী বনত আশ্ৰম স্থাপন।

১। তাৰ পিচত নানা হিংস্ৰজন্তু আৰু মৃগপৰিপূৰ্ণ পঞ্চবটী বনলৈ গৈ ৰামে দীপ্ত-তেজস্বী ভাযেক লক্ষ্মণক কলে।

২। "হে সৌম্য, মুনিবৰে যি ঠাইৰ কথা নিৰ্দ্দেশ কৰিছিল, আমি সেই ঠাইতে উপস্থিত হৈছোঁহি, পুষ্পিত কাননশোভিত এযে পঞ্চবটী বন।

৩। অৰণ্যৰ বিষয়ত তুমি সম্পূৰ্ণৰূপে অভিজ্ঞ, এতেকে চাৰিওফাল চাই লোৱা, ঠিক কোনখিনি ঠাইত আমাৰ মনোমত আশ্ৰম সংস্থাপন কৰিব লাগে।

৪। যি ঠাইত বৈদেহীয়ে মনত ৰং পাব আৰু য'ত তুমি আৰু মইয়ো মনত সুখ পাম, ওচৰতে জলাশয় থকা তেনে এডোখৰ ঠাই তুমি বিচাৰা।

৫। যি ঠাইৰ বনৰাজি ৰমণীয় আৰু পানী নিৰ্ম্মল আৰু য'ত সমিধ, পুষ্প, কুশ আৰু পানী ওচৰতে পোৱা যায়, তেনে ঠাইৰ অনুসন্ধান কৰা।"

৬। ৰামে এইদৰে কোৱাত লক্ষ্মণে হাতযোৰ কৰি সীতাৰ সম্মুখতে কাকুৎস্থক এইদৰে কলে,

৭। "হে কাকুৎস্থ, আপুনি থাকোতে মই শ বছৰকাল থাকিলেও আপোনাৰ বি অধীন সেই অধীনেই, এতেকে মনোমত ঠাই আপুনি নিজে বিচাৰি লৈ ইয়াতেই আশ্ৰম পাতা বুলি মোক নিৰ্দ্দেশ কৰক।"

৮। লক্ষ্মণৰ এই কথাত অমিত তেজস্বী ৰাম পৰম প্ৰীত হৈ অলপ সময় ভাবি চাই সৰ্ব্বগুণান্বিত এডোখৰ ঠাই মনোনীত কৰিলে।

৯। আশ্ৰমৰ কাৰণে ঠাইখিনি মনোৰম যেন দেখি ৰামে নিজ হাতে সৌমিত্ৰিক হাতত ধৰি কবলৈ ধৰিলে।

১০। "হে লক্ষ্মণ এই ঠাইখিনি সমতল, সৰ্ব্বসুলক্ষণসম্পন্ন আৰু পুষ্পিততৰু সমূহৰ দ্বাৰা আবৃত, তুমি যথাযথভাবে ইয়াতেই আশ্ৰম নিৰ্ম্মাণ কৰা।

১১—১২। ওচৰতে সোৱা সূৰ্য্যসদৃশ সমুজ্জ্বল সুৰভিগন্ধযুক্ত পদ্মফুলেৰে সুশোভিত পুষ্কৰিণী আৰু বিশুদ্ধাত্মা মুনিবৰ অগস্ত্যই যিদৰে কৈছিল, পুষ্পিততৰুগণে আবৃতা গোদাবৰী নৈও এইখনেই।

১৩। এই নৈ হংস আৰু কাৰণ্ডব পক্ষীৰে পৰিপূৰ্ণ আৰু চাকৈ-চকোৱা পক্ষীয়েও তাত শোভাবিস্তাৰ কৰি আছে, ওচৰতে সোৱা জাকে জাকে পহুৱে ইয়াৰ পানী খাবলৈ আহি জুমুৰি দি ধৰিছে।

১৪। চোৱা ময়ুৰনাদে নিনাদিত বহুকন্দৰ বিশিষ্ট শুভদৰ্শন ৰমণীয় ওখ পৰ্ব্বতসমূহ প্ৰস্ফুটিত বৃক্ষৰাজিৰে পৰিব্যাপ্ত হৈ কিদৰে বিৰাজ কৰি আছে।

১৫। আৰু চোৱা ঠায়ে ঠায়ে গছবোৰ সোণ, ৰূপ আৰু তামৰ বৰণে বিভূষিত হৈ শ্ৰেষ্ঠ নীল পীতাদি নানাবিধ ৰাঙ বৰ্ণিত গবাক্ষসংলগ্ন চিত্ৰৰ নিচিনা শোভা ধাৰণ কৰিছে।

১৬—১৮। সাল, তমাল, তাল, খেজুৰ, কঠাল, নীৰাৰ, তিনিশ, নাহৰ, আম, অশোক, তিলক, কেতক, চম্পক, স্যন্দন, চন্দন, নীপ, লবুচ, ধব, অশ্বকৰ্ণ, খদিৰ, শমী, কিংশুক, পাটল আদি বৃক্ষসমূহ পুষ্পিত লতাদিগুল্মৰ দ্বাৰা আবৃত হৈ এই পৰ্ব্বত আৰু অৰণ্য সুশোভিত কৰি থৈছে।

১৯। হে সৌমিত্ৰি, এই ঠাইডোখৰ পৰম পবিত্ৰ আৰু ৰমণীয়, মৃগ পক্ষীৰে পৰিপূৰ্ণ। এই পক্ষীৰে সৈতে আমি ইয়াতেই বাস কৰিম।"

২০। ৰামে এইদৰে কোৱাত মহাবলশালী শত্ৰুবীৰসংহাৰক লক্ষ্মণে অতি সোনকালে ককায়েকৰ কাৰণে আশ্ৰম নিৰ্ম্মাণ কৰিলে।

২১। আৰু মাটিৰ চাপ এটা সাজি ভালদৰে খুটা বহুৱাই বাঁহ আৰু দীঘল দীঘল বেতৰ কামে সুশোভিত বৃহৎ এটা পৰ্ণশালা সাজিলে।

২২। ওপৰত শমীগছৰ ডাল ভালদৰে বান্ধিলে, কুশ, কাশ আৰু শৰবনৰ পাতেৰে চালবোৰ ভালদৰে চাই ললে।

২৩। লগতে মহাবলশালী লক্ষ্মণে ঘৰৰ ভিতৰৰ মাটি সমান কৰি লৈ ঘৰটো ৰামৰ বাসৰ উপযোগী কৰি ৰেখোতে অতি উৎকৃষ্ট আৰু ৰমণীয় কৰি তুলিলে।

২৪। তাৰ পিচত শ্ৰীমান লক্ষ্মণে গোদাবৰী নৈ লৈ গৈ গা পা ধুই পদুম ফুল আৰু উভতি আহোতে বাটৰ গছৰপৰা ফল গোটাই আনি তালৈ আহিল।

২৫। তাৰপিচত তেওঁ ফুল উছৰ্গা কৰি যথাবিধি গৃহশান্তিকাম সমাধা কৰি, আশ্ৰমৰ ঠাই ডোখৰ ৰামক দেখুৱালে।

২৬। তেতিয়া সীতাৰে সৈতে ৰামে আশ্ৰমৰ ঠাইখিনি দেখি পৰ্ণশালাত প্ৰবেশ কৰি পৰম আনন্দিত হল।

২৭। এইদৰে সন্তুষ্ট হৈ বাহুযুগলেৰে লক্ষ্মণক সাবট মাৰি ধৰি স্নেহপূৰ্ণ মধুৰ বাক্যে কবলৈ ধৰিলে।

২৮। "লক্ষ্মণ তুমি এটা মহৎকাৰ্য্য সাধন কৰিলা, হে কাৰ্য্যক্ষম মই তোমাৰ ওপৰত অতিশয় সন্তুষ্ট, ইয়াৰ বাবে মই তোমাক যি পুৰস্কাৰ দিয়া উচিত তাৰ সলনি এই আলিঙ্গন দান কৰিলোঁ।

২৯। তুমি ভাবজ্ঞ, কৃতজ্ঞ আৰু ধৰ্ম্মজ্ঞ, তোমাৰ নিচিনা পুত্ৰধন লাভ কৰি মোৰ ধৰ্ম্মাত্মা পিতা (মোৰ মানত) মৃত হোৱা নাই।"

৩০। তাৰ পিচত লক্ষ্মীবৰ্দ্ধন ৰাঘবে লক্ষ্মণক পুন এইদৰে কৈ পৰম সুখে বহুফলে পৰিপূৰ্ণ সেই বনপ্ৰদেশত বাস কৰিলে।

৩১। এইদৰে সীতা আৰু লক্ষ্মণৰ দ্বাৰা সেবিত হৈ ধৰ্ম্মাত্মা ৰামে স্বৰ্গলোকত দেৱতাসকলৰ দৰে সেই আশ্ৰমত বাস কৰি থাকিল।

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত পঞ্চদশ সৰ্গ সমাপ্ত।**

## ষোড়শ সৰ্গ

## পঞ্চবটী আশ্ৰমত ৰাম, লক্ষ্মণ আৰু সীতা

১। মহাত্মা ৰাঘবে এইদৰে তাত বাস কৰি থাকোতে শৰৎকাল অতীত হোৱাত প্ৰিয় হেমন্তঋতু আৰম্ভ হল।

২। এদিনাখন ৰাতিপুৱা ৰঘুনন্দন ৰামে স্নানৰ কাৰণে ৰমণীয় গোদাবৰী নৈ লৈ গল।

৩। কলহ এটা হাতত লৈ বিনীতভাবে সীতাৰে সৈতে ৰামৰ পিচে পিচে গৈ বীৰ্য্যশালী ভায়েক লক্ষ্মণে কবলৈ ধৰিলে।

৪। "হে প্ৰিয়ম্বদ, যি কালত বছৰটো সুপক্বশস্যাদিৰে অলঙ্কৃত হোৱা যেন দেখা যায়, তোমাৰ প্ৰিয় সেই হেমন্তকাল এতিয়া উপস্থিত।

৫। এই সময়ত কুঁৱলীৰ কোবত মানুহৰ শৰীৰবোৰ কৰ্কশ হয়, পৃথিৱী শস্যশালিনী হয়। পানীৰ তৃপ্তিদায়কতা লোপ পায়, অগ্নিহে প্ৰাণীৰ পক্ষে প্ৰিয় হয়।

৬। এই সময়ত শস্যৰ আগ চপাই আনি মানুহে কৰিবলগীয়া পূজাপাটলৈহে পিতৃদেৱতা-সকলক পূজা কৰি নিষ্পাপ হয়।

৭। এই কালত যথেষ্ট অন্নসংস্থান আৰু দুগ্ধাদি লাভৰ দ্বাৰা জনপদবাসী-লোকসকলৰ অভিলাষ পূৰ্ণ হয় আৰু মহীপালসকলেও দিগ্বিজয় কৰাৰ ইচ্ছাতে দেশভ্ৰমণৰ বাবে যাত্ৰা কৰে।

৮। সূৰ্য্য দক্ষিণায়নলৈ যোৱা বাবে উত্তৰদিশ তিলকবিহীনা স্ত্ৰীৰ নিচিনা শোভাহীন হয়।

৯। গিৰিৰ হিমালয় প্ৰকৃততে হিমৰ ভঁৰাল, কিন্তু সূৰ্য্যদেৱৰ বৰ্ত্তমানে তেওঁৰ পৰা আঁতৰি পৰাত হিমালয়ে হিমৰ আলয় নামৰ প্ৰকৃততে সাৰ্থকতা লাভ কৰিছে।

১০। এই সময়ত মধ্যাহ্নভ্ৰমণ সুখকৰ, আৰু বনৰ তাপো সুখপ্ৰদ, কিন্তু সূৰ্য্য যিদৰে সুখসেব্য, ছাঁ আৰু পানী সেইদৰে ভাগৰ আগ্য হৈ উঠে।

১১। এই কালত সূৰ্য্যদেৱৰ তাপ মৃদু, গোটেই দিন কুঁৱলীয়ে ঢাকি থাকে, বতাহ বলাত শীতৰ প্ৰকোপ বেছি হয়, গছৰ পাতবোৰ পৰি যোৱাত অৰণ্য শূন্য যেন দেখা হয়। দিনভাগ যেন শীতৰ প্ৰকোপত আক্ৰান্ত হৈছে এনে অনুমান হয়।

১২। এতিয়া মানুহে মুকলি ঠাইত শুবলৈ এৰিছে, সূৰ্য্য পুষ্যানক্ষত্ৰত থকা এই সময়ত সূৰ্য্যৰ কিৰণ হিমেৰে ঢাকি খাই পৰিছে, ৰাতিৰ ভাগ দীঘলীয়া হৈছে আৰু জাৰৰ প্ৰকোপ চৰিছে।

১৩। চন্দ্ৰৰ যি সৌভাগ্য* বৰ্তমান সি সূৰ্য্যত সংক্ৰমিত হৈছে আৰু চন্দ্ৰ কুঁৱলীৰে আবৃত হোৱা বাবেই দাপোণত নিশ্বাস পৰিলে যিদৰে মলিন হয় চন্দ্ৰও সেইদৰে প্ৰকাশহীন হৈ পৰিছে।

১৪। এনেকি পূৰ্ণিমাৰ ৰাতিও জ্যোৎস্না কুঁৱলীৰ কাৰণে মলিনত্ব প্ৰাপ্ত হৈ বনৰ তাপত বিবৰ্ণ হোৱা সীতাদেৱীৰ শ্যামতাৰ নিচিনা সি তাৰ অস্তিত্ব মাত্ৰহে সংৰক্ষণ কৰি আছে, কিন্তু প্ৰকাশ লাভ কৰিব পৰা নাই।

১৫। পশ্চিমদিশৰ পৰা প্ৰবাহিত বতাহ স্বভাৱতেই শীতল, তাতে আকৌ হিমৰ দ্বাৰা সংস্পৃষ্ট হৈ ৰাতিপুৱা দুগুণ শীতল হৈছে।

১৬। সূৰ্য্য উদয় হোৱাৰ আগে আগে ক্ৰৌঞ্চ আৰু সাৰসপক্ষীৰ নাদেৰে নিনাদিত, যৱ-গোধূমাদি শস্যে পৰিপূৰ্ণ অৰণ্যসমূহ কুঁৱলীৰ হিমকণাৰে আবৃত হৈ শোভা বিস্তাৰ কৰে।

১৭। সোণবৰণীয়া শালিধানবোৰ চাউলৰ শীহ ভিতৰত লৈ খেজুৰ ফুলৰ ঠাৰিৰ নিচিনা অৱনত শিৰোভাগে সৈতে কি অপূৰ্ব শোভা ধাৰণ কৰে।

১৮। এই সময়ত চতুৰ্দ্দিশ বিক্ষিপ্ত কিৰণসমূহ হিম আৰু কুঁৱলীয়ে আবৃত হোৱাৰ কাৰণে সূৰ্যদেৱ ওপৰলৈ উঠি আহিলেও অকল চন্দ্ৰটোৰ সমান যেন হে দেখা গৈছে।

১৯। ৰাতিপুৱাতে সূৰ্যৰ যি তাপ সি লেখত লবলগীয়া বিধৰ নহয়, দুপৰীয়াৰ যি উত্তাপ তাৰ স্পৰ্শ সুখকৰ, গোটেই দিনটো সূৰ্য্যৰ এটিমান শুভ্ৰ আভা পৃথিৱীৰ লগত সংলগ্ন হৈ থাকি শোভমান হয়।

* চন্দ্ৰৰ কিৰণ উপভোগৰ বস্তু—এয়ে চন্দ্ৰৰ সৌভাগ্য, বৰ্তমানে পুনৰ কমবেশি হোৱাত, সূৰ্যৰ তাপহে উপভোগৰ বস্তু হৈছে।

২০। ৰাতিপুৱাতে নিয়ৰৰ টোপা মূৰত লৈ শ্যামল তৃণৰাজি অলপ তিতি উঠে, তাতে সূৰ্য্যৰ কুমলীয়া ৰ'দ পৰিলে বনভাগৰ ভিতৰত অপূৰ্ব্ব এক শোভাৰ সৃষ্টি হয়।

২১। বন্য হস্তীয়ে পিয়াহত আঁতুৰ হৈও অতি শীতল জল স্পৰ্শ কৰিযে শুঁৰ কোচাই লৈ সুখ অনুভব কৰে।

২২। ভীৰু সৈনিকে যুদ্ধক্ষেত্ৰৰ ওচৰতে থাকিও যিদৰে যুদ্ধত অৱতীৰ্ণ নহয়, জলচৰ পক্ষীসমূহেও সেইদৰে পানীৰ ওচৰতে বহি থাকি পানীত নমা নাই।

২৩। ৰাতি হিম আৰু অন্ধকাৰ আৰু দিনত কুঁৱলীৰে আবৃত হোৱাত অনুমান হয় পুষ্পহীন বনৰাজিয়ে যেন টোপনিত হে পৰি আছে।

২৪। এই সময়ত নদীসমূহৰ পানী হিমাবৃত। তাত সাৰসপক্ষীৰ অস্তিত্ব অকল শব্দৰ পৰাহে অনুমান হয়। বালি বিলাকো কুঁৱলীত তিতি থাকে, এতেকে অকল দুয়োপাৰৰ দ্বাৰা হে নদী বিৰাজমান হৈ থাকে।

২৫। অতিপাত হিমপাত, তাতে সূৰ্য্যৰ তাপো কোমল, এতেকে এই শীতৰ কোৰতে পৰ্ব্বতৰ ওপৰত থকা জলভাগো বিষবৎ বোধ হয়।

২৬। এই সময়ত পদুমফুলৰ আকৰ সৰোবৰ সমূহ তেনেই শোভাবিহীন , পাতবোৰ জৰাজীৰ্ণ , কেশৰ আৰু কৰ্ণিকাসমূহো শীৰ্ণবিশীৰ্ণ , হিমৰ কোৰত ঠাৰিডালমাত্ৰ তাত অৱশিষ্ট।

২৭। হে পুৰুষশ্ৰেষ্ঠ, এনে দাৰুণ কালতো অকল আপোনাৰ প্ৰতি ভক্তিতেই, দুখতে অভিভূত হৈ ধৰ্ম্মাত্মা ভৰতে নগৰত থাকিও তপস্যাৰত হৈ আছে।

২৮। ৰাজ্য, মান আৰু বিবিধ প্ৰকাৰৰ সুখভোগ পৰিত্যাগ কৰি তপস্বীবেশে সংযতাহাৰী হৈ চেঁচা মাটিৰ ওপৰতে শুই আছে।

২৯। ঠিক এই সময়তে নিশ্চয় তেৰোঁ শয্যা ত্যাগ কৰি স্নানৰ কাৰণে প্ৰজাবৰ্গৰে সৈতে পৰিবেষ্টিত হৈ সৰযূ নৈ লৈ যায়।

৩০। ভৰত সুকুমাৰ আৰু অতিশয় সুখত লালিত পালিত, এনেস্থলত শীতাৰ্ত্ত হৈ শেহৰাতি তেওঁ সৰযূ নৈত স্নান কৰিব কেনেকৈ ?

৩১-৩২। পদ্মপলাশলোচন, শ্যামকলেবৰ, শোভনোদৰ শ্ৰীমান ভৰত, মহান ধৰ্ম্মজ্ঞ, সত্যবাদী, লজ্জাশীল, কুকৰ্ম্মবিৰত আৰু জিতেন্দ্ৰিয় , তেওঁ প্ৰিয়ভাষী, মধুৰাকৃতি, দীৰ্ঘবাহু আৰু অৰিন্দম , নানান সুখ পৰিত্যাগ কৰিও সৰ্ব্বান্ত কৰণে পূজনীয় আপোনাকে আশ্ৰয় কৰি আছে।

৩৩। যিহেতু আপুনি বনবাসী হৈ থকা কালত তেওঁ তপস্যাপৰায়ণ হৈ আপোনাকে অনুকৰণ কৰি আছে, এতেকে আপোনাৰ মহাত্মা ভ্ৰাতা ভৰতে স্বৰ্গ জয় কৰিছে এইটো সুনিশ্চিত।

৩৪। মানুহে বাপেকৰ স্বভাব অনুসৰণ নকৰি মাকৰ হে স্বভাব অনুসৰণ কাৰ, নৰসমাজত প্ৰসিদ্ধ এই প্ৰবাদ ভৰতে মিছা বুলি প্ৰমাণ কৰিলে।

৩৫। কিন্তু কি আচৰিত দশৰথ যাৰ স্বামী আৰু ভৰতৰ নিচিনা সাধুপুৰুষ যাৰ পুত্ৰ, তেনে জননী কৈকেয়ীৰ এনে ক্ৰূৰমতি হল কিয় ?"

৩৬। ধাৰ্ম্মিক লক্ষ্মণে এইদৰে কোৱাত, ৰাঘৱে মাকৰ নিন্দা সহ্য কৰিব নোৱাৰি ক'বলৈ ধৰিলে।

৩৭। "ভাই লক্ষ্মণ, মধ্যমাজননী কৈকেয়ীক তুমি কেতিয়াও নিন্দা কৰা উচিত নহয়, ইক্ষ্বাকুকুলনাথ ভৰতৰ প্ৰতি যেনে ধৰণৰ প্ৰশংসাবাদ কৰিছিলা তেনেবিধৰ কথাকে কৈ থাকা।

৩৮। বনবাস সম্বন্ধে দৃঢ়ব্ৰত হৈ মই যিদৰে স্থিৰসঙ্কল্প হৈছিলোঁ, ভৰতৰ চেনেহতে মনত দুখৰ ভাৱ অহাত এতিয়া সেই সংকল্পতো চঞ্চলতাৰ ভাবে দেখা দিছে।

৩৯। ভৰতৰ সেই প্ৰিয় আৰু মধুৰ কথাবিলাক মনত আপি উঠিব ধৰিছে, কথাখিনি সঁচাকৈয়ে কেনে হৃদয়গ্ৰাহী, অমৃতোপম আৰু আহ্লাদকাৰী।

৪০। হে ৰঘুনন্দন, হায়! কেতিয়ানো সেই মহাত্মা ভৰত, বীৰ শত্ৰুঘ্ন আৰু তোমাৰে সৈতে একেলগ হম।"

৪১। এইদৰে কথা-বতৰা পাতি থাকোঁতেই তিনিওজনে গোদাৱৰী নৈ পালেগৈ আৰু তাত ভায়েক লক্ষ্মণ আৰু সীতাৰে সৈতে স্নান কাৰ্য্য সমাপন কৰিলে।

৪২। স্নান কৰি উঠি শুদ্ধমতি সকলোটিয়ে পিতৃদেৱতাসকলৰ উদ্দেশে, জলতৰ্পণ কৰি উদিত সূৰ্য্য আৰু দেৱতাসকলৰ স্তুতি কৰিলে

৪৩। স্নান সমাপন কৰি ভগৱান ৰুদ্ৰদেৱে ৰাজপুত্ৰী উমা আৰু নন্দীৰে সৈতে যি শোভা ধাৰণ কৰিছিল, শ্ৰীৰামচন্দ্ৰয়ো সীতা আৰু লক্ষ্মণে সৈতে তেনে শোভা ধাৰণ কৰিলে।

ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ষোড়শ সৰ্গ সমাপ্ত।

## সপ্তদশ সৰ্গ

## শূৰ্পনখাৰ লগত সাক্ষাৎ

১। ৰাম, সীতা আৰু সুমিত্ৰানন্দন লক্ষ্মণ তিনিওটিয়ে স্নানকাৰ্য্য শেষ কৰি গোদাৱৰী নৈৰ তীৰৰ পৰা নিজ আশ্ৰমলৈ খোজ ললে।

২। আশ্ৰমত উপস্থিত হৈ লক্ষ্মণে সৈতে ৰামে ৰাতিপুৱাৰ আহ্নিক কাৰ্য্য সমাপন কৰি পৰ্ণশালাত উপস্থিত হল।

৩। এইদৰে মহৰ্ষিসকলৰ দ্বাৰা পূজিত হৈ ৰামে সীতাৰে সৈতে পৰ্ণশালাতে থাকি সুখেৰে কাল কটাবলৈ ধৰিলে।

৪। মহাবাহু ৰামচন্দ্ৰই সীতাৰে সৈতে, চিত্ৰানক্ষত্ৰযুক্ত চন্দ্ৰমাসদৃশ শোভান্বিত হৈ ভায়েক লক্ষ্মণৰ লগত নানাবিধ কথাকথোত আবদ্ধ হৈ থাকিল।

৫। ৰামচন্দ্ৰই একান্তভাবে কথাত মন দি বহি থকা অবস্থাতে, এজনী ৰাক্ষসী আপোন মনে ঘূৰি ফুৰি আহি সেই ঠাইত উপস্থিত হʼলহি।

৬। তাইৰ নাম শূৰ্পনখা, ৰাক্ষস দশাননৰ ভনীয়েক ওচৰলৈ অহাত দেবতাসদৃশ ৰামৰ ৰূপ তাইৰ চকুত পৰিল।

৭। তাই দেখিলে ৰামৰ মুখ সমুজ্জ্বল, বাহু আজানুলম্বিত আৰু চকুযুৰি পদ্মপলাশসম সুবিস্তৃত, তেওঁৰ গমন গজেন্দ্ৰ গমনতুল্য আৰু মূৰত জটামণ্ডল।

৮—১। তেওঁ সুকুমাৰ, মহাসত্ত্বসম্পন্ন আৰু সকলো ৰাজগুণে বিভূষিত, এনেহেন ইন্দীবৰশ্যাম কন্দৰ্পসদৃশ প্ৰভান্বিত ইন্দ্ৰোপম ৰামক দেখি ৰাক্ষসীৰ মনত কামভাবৰ উদয় হʼল। ৰাম সুমুখ, ৰাক্ষসী দুৰ্ম্মুখী, ৰামৰ মাজভাগ সুবৃত্তাকাৰ, ৰাক্ষসী লম্বোদৰী, ৰামৰ চকু আয়তাকাৰ, ৰাক্ষসীৰ চকু বিকৃতাকাৰ, ৰামৰ কেশপাশ সুন্দৰ, ৰাক্ষসীৰ তামবৰণীয়া, ৰাম সুৰূপ, ৰাক্ষসী কুৰূপা, ৰামৰ স্বৰ মধুৰ, ৰাক্ষসীৰ কৰ্কশ, ৰাম তৰুণ, ৰাক্ষসী অতিবৃদ্ধা, ৰাম সুমিষ্টভাষী, ৰাক্ষসী কটুভাষিনী, ৰাম সচ্চৰিত্ৰবান, ৰাক্ষসী অতিশয় দুশ্চৰিত্ৰা, ৰাম প্ৰিয়দৰ্শন, ৰাক্ষসী কুৎসিতদৰ্শনা।

১২—১৩। এনে অবস্থাত কামভাবতে অভিভূতা হৈ ৰাক্ষসীয়ে ৰামক কলে, "হে পুৰুষপ্ৰবৰ তুমি জটাধাৰী তাপসবেশে ভাৰ্য্যাসমন্বিতে ধনু কাঁড় হাতত লৈ ৰাক্ষসসকলৰ বাসস্থান এই ঠাইলৈ কিয় আহিছা? তোমাৰ আগমনৰ কাৰণ যথাযথভাবে মোক কোৱা।"

১৪। ৰাক্ষসী শূৰ্পনখাই এইদৰে সোধাত পৰন্তপ ৰামে সৰলভাবেৰে সকলো কথা কবলৈ আৰম্ভ কৰিলে।

১৫। "দেবতাসদৃশ বিক্ৰমশালী দশৰথ নামে এজন ৰজা আছিল। মই তেওঁৰ জ্যেষ্ঠ পুত্ৰ, জনসমাজত ৰাম নামে পৰিচিত।

১৬। এইজন মোৰ ভাই, তেওঁৰ নাম লক্ষ্মণ, তেওঁ মোৰ কনিষ্ঠ আৰু সদায় মোৰ অনুগত, এওঁ মোৰ ভাৰ্য্যা, বিদেহৰাজকন্যা সীতা।

১৭। নৰেন্দ্ৰ পিতৃদেব আৰু মাতাৰ আদেশ অনুসৰি ধৰ্ম্মাকাঙ্ক্ষী হৈ ধৰ্ম্মৰ অৰ্থে বনত বাস কৰিবলৈ ইয়ালৈ আহিছোঁ।

১৮। এতিয়া তোমাৰ বিষয়ে জানিবলৈ মোৰ ইচ্ছা হৈছে, তুমি কাৰ জীয়াৰী, কোন আৰু কাৰ (ভাৰ্য্যা অথবা কোন বংশৰ), তুমি দেখোতে যেনে সুন্দৰী* তাৰপৰা অনুমান হয় তুমি ৰাক্ষসী।

১৯। তোমাৰ ইয়ালৈ অহাৰ কাৰণ কি প্ৰকৃত কথাটো মোক কোৱা।" ৰামৰ কথা শুনি কামপীড়িতা ৰাক্ষসীয়ে কলে।

২০। "ৰাম মই প্ৰকৃত কথা তোমাক কওঁ শুনা, মই কামৰূপিণী ৰাক্ষসী, মোৰ নাম শূৰ্পনখা।

২১। মই অতি ভীষণ ৰূপ ধাৰণ কৰি এই বনত অকলে ঘূৰি ফুৰোঁ। ৰাবণৰ কথা হয়তো তুমি শুনিব পোৱা, তেৱেঁই মোৰ জ্যেষ্ঠ ভ্ৰাতা।

---

* ৰাক্ষসীবিলাকে ইচ্ছামতে ৰূপ লব পাৰে। ৯—১১ শ্লোকত শূৰ্পনখাৰ যি ৰূপৰ কথা কৈছে সেইটো ৰাক্ষসীৰ প্ৰকৃত ৰূপ।

২২। সদায় নিদ্ৰাভিভূত মহাবলশালী কুম্ভকৰ্ণ আৰু ধৰ্মাত্মা বিভীষণ যাৰ স্বভাৱ কোনোদিনেই ৰাক্ষসৰ নিচিনা নহয় তেওঁলোক দুজনা আৰু সংগ্ৰামস্থলত প্ৰখ্যাত বীৰ্যশালী খৰ আৰু দূষণ, এওঁলোক সকলোটি মোৰ ভাই-ককাই।

২৩। তেওঁলোক সকলোকে পৰিত্যাগ কৰি প্ৰথম তোমাক দেখাৰ সময়ৰ পৰা পুৰুষোত্তম তোমাক স্বামী হিচাপে বৰণ কৰিবলৈ মই তোমাৰ ওচৰলৈ আহিছো।

২৪। মোৰ অতুল প্ৰভাৱ, মই ইচ্ছামতে শক্তি আহৰণ কৰি যলৈকে ইচ্ছা যাব পাৰো। তুমি চিৰকাললৈ মোৰ স্বামী হৈ থাকা, এই সীতাক লৈ তুমি কি কৰিবা?

২৫। তাই বিকৃতাকাৰা আৰু কুৰূপা, গতিকে তোমাৰ উপযুক্ত নহয়। কপত মইহে তোমাৰ অনুৰূপা ভাৰ্য্যা, মোৰ পিনে চোৱা।

২৬। তোমাৰ ভ্ৰাতাৰে সৈতে বিৰূপাকৃতি অসতী, কৰালবদনা কৃশোদৰা এই মানুষ্যাকৃতি তাইক মই খাই থম।

২৭। তেতিয়াহলে তুমি কামোন্মত্ত হৈ মোৰে সৈতে পৰ্বতশৃঙ্গসমূহ আৰু নানাবিধ বনৰ শোভা চাই চাই ফুৰি থাকিব পাৰিবা।

২৮। ৰাক্ষসীয়ে এইদৰে কোৱাত বাক্যবিশাৰদ কাকুৎস্থ ৰামে উচ্চহাস্যে মদিৰাক্ষী শূৰ্পনখাক কবলৈ ধৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত সপ্তদশ সৰ্গ সমাপ্ত ॥

## অষ্টাদশ সৰ্গ

## ৰাম-লক্ষ্মণৰ হাতত শূৰ্পণখাৰ লাঞ্ছনা

১। ৰামে মিচিকিয়াই হাঁহি এটি মাৰি মধুৰ বাক্যে কামপাশত আবদ্ধা শূৰ্পণখাক কলে।

২। "হে কল্যাণী মই বিবাহিত আৰু মোৰ এই ভাৰ্য্যা অতি চেনেহৰ, তোমাৰ নিচিনা তিৰোতাৰ পক্ষে সপত্নীৰ সঙ্গলাভ কৰা বৰ দুখজনক হব।

৩। মোৰ কনিষ্ঠ ভ্ৰাতা অতি সচ্চৰিত্ৰবান আৰু প্ৰিয়দৰ্শন। বীৰ্য্যবান শ্ৰীমান এই লক্ষ্মণ এতিয়াও অকৃতদাৰ।*

৪। ভাৰ্য্যাৰ পৰা পোৱা সুখ সম্বন্ধে তেওঁ সম্পূৰ্ণ অনভিজ্ঞ, এতেকে তেওঁৰ ভাৰ্য্যাৰ প্ৰয়োজন আছে। তদুপৰি তেওঁ তৰুণ আৰু দেখিবলৈও বৰ ধুনীয়া, গতিকে তোমাৰ এই ৰূপৰ তেৱেঁই অনুৰূপ ভৰ্ত্তা হব।

* অকৃতদাৰ শব্দৰ অৰ্থ বিয়া নকৰোৱা। লক্ষ্মণ বিবাহিত এনেস্থলত ৰামে মিছা কথা কব পাৰে কেনেকৈ? উত্তৰত টীকাকাৰে কৈছে যে অকৃতদাৰ শব্দৰ অৰ্থ তিৰোতা লগত নৈ,ৰখকা এই যুক্তিও গ্ৰহণ কৰিব পাৰি। অথবা ঠাট্টাৰ চলতে যদি অবিবাহিত এনে অৰ্থতো কৈ থাকে তেতিয়াহলেও তাত দোষ হব নোৱাৰে।

৫। এতেকে হে আয়তলোচনে, তুমি মোৰ ভাই লক্ষ্মণকে স্বামীৰূপে বৰণ কৰা। হে বৰাৰোহে, সূৰ্য্যৰ প্ৰভাই যিদৰে মেৰুপৰ্ব্বতকহে আশ্ৰয় কৰে তুমিও সেই লক্ষ্মণক বৰণ কৰি সপত্নীহীনা হোৱা।

৬—৭। ৰামৰ কথাশুনি কামমুগ্ধা ৰাক্ষসীয়ে ততালিকে ৰামক এৰি লক্ষ্মণক কলে, "মোৰ এই অপৰূপ ৰূপ, এতেকে তোমাৰ ৰূপৰ মইয়ে উপযুক্তা ভাৰ্য্যা, মোৰে সৈতে তুমি সমগ্ৰ দণ্ডকাৰণ্যত বিচৰণ কৰি ফুৰিব পাৰিবা।"

৮। ৰাক্ষসীয়ে এইদৰে কোৱাত বাক্য-কুশল সুমিত্ৰা নন্দন লক্ষ্মণে হাঁহি মাৰি যথোপযুক্ত কথাৰে শূৰ্পণখাক কলে।

৯। "হে কমলবৰ্ণিনী, মই পূজনীয় জ্যেষ্ঠ ৰামৰ অধীন, এতেকে দাসৰ ভাৰ্য্যা হৈ দাসী হবলৈ ইচ্ছা কৰিছা কিয়?

১০। হে বিশালাক্ষী, তুমি অমলবৰ্ণিনী, এতেকে সিদ্ধকাম আৰ্য্য ৰামৰ কনিষ্ঠা পত্নীৰূপে মনোৰথ পূৰ্ণ কৰি আনন্দ উপভোগ কৰা।

১১। সীতাৰ নিচিনা বিৰূপা[১], অসতী[২], কৰালা[৩], কৃশোদৰী[৪], বৃদ্ধা[৫], মানুষী ভাৰ্য্যাক পৰিত্যাগ কৰি তেওঁ তোমাকে সাদৰে গ্ৰহণ কৰিব।

১২। হে নিতম্বিনী বৰবৰ্ণিনী, কোন বিচক্ষণ পুৰুষে তোমাৰ এই শ্ৰেষ্ঠৰূপৰ প্ৰতি অবহেলা কৰি এজনী মানুষী ভাৰ্য্যাত আসক্ত হৈ থাকিব পাৰে?"

১৩। লক্ষ্মণে এইদৰে কোৱাত কৰালবদনা, লম্বোদৰী সেই ৰাক্ষসীয়ে ঠাট্টাৰ ছলে কোৱা কথাৰ ভাব বুজিব নোৱাৰি লক্ষ্মণে যি কলে তাকে সঁচা বুলি মানি ললে,

১৪। আৰু কামমুগ্ধ হৈ সীতাৰে সৈতে পৰ্ণশালাত বহি থকা দুৰ্দ্ধৰ্ষ পৰন্তপ ৰামক কবলৈ ধৰিলে,

১৫। "তুমি বিৰূপা, অসতী, কৰালবদনা, কৃশোদৰী, বৃদ্ধা ভাৰ্য্যাক এৰি মোক আদৰ কৰিব খোজা নাই,

১৬। বাৰু তুমি চাই থাকোতে থাকোতেই তোমাৰ এই মানুষী পত্নীক ভক্ষণ কৰিম আৰু তেতিয়া সপত্নীশূন্যা হৈ যথা সুখে তোমাৰে সৈতে বিচৰণ কৰি ফুৰিম।"

১৭। এই বুলি কৈ জ্বলি থকা আঙঠাৰ নিচিনা ৰঙাচকুৰা ৰাক্ষসীয়ে অতিশয় ক্ৰুদ্ধা হৈ মহান এক উল্কাই ৰোহিণী নক্ষত্ৰক খেদি যোৱাৰ দৰে হৰিণাক্ষী সীতাক উদ্দেশ্য কৰি খেদি গ'ল।

১৮। সাক্ষাৎ মৃত্যুস্বৰূপা ৰাক্ষসীয়ে এইদৰে খেদি অহা দেখি মহাবলশালী ৰাম ক্ৰোধান্বিত হৈ তাইক প্ৰতিৰোধ কৰি লক্ষ্মণক কলে,

১ বিৰূপা—বি (বিশিষ্ট) ৰূপবতী এতেকে ত্ৰৈলোক্যসুন্দৰী।
২ অসতী—যাত কৈ সতী স্ত্ৰী পৃথিবীত আৰু নাই।
৩ কৰালা—উগ্ৰশক্তি বিশিষ্টা অথবা শৰীৰৰ অঙ্গপ্ৰত্যঙ্গৰ সমাবেশৰ দ্বাৰা নিম্নোন্নত শৰীৰ বিশিষ্টা।
৪ কৃশোদৰী (মূলত আছে নিৰ্ণতোদৰী)—তনুমধ্যমা।
৫ বৃদ্ধা—জ্ঞানবৃদ্ধা অথবা অনাদি বিষ্ণুৰ অপৰিহাৰ্য্য শক্তি স্বৰূপা।

১৯। "সৌমিত্ৰি, ক্ৰূৰ মতি অনাৰ্য্যাৰ লগত পৰিহাস কৰা উচিত নহয়। জানকীৰ পিনে চোৱা, থাওঁ বুলি তাই কিদৰে থেদি আহিছে।

২০। এতেকে হে পুৰুষশ্ৰেষ্ঠ, কুৰূপা, অসতী, কামোন্মত্তা, লম্বোদৰী এই ৰাক্ষসীক বিৰূপাকৃতি কৰি জীৱন্ত অৱস্থাতে এৰি দিয়া।"

২১। ৰামে এইদৰে কোৱাত মহাবলশালী লক্ষ্মণ খঙতে জ্বলি উঠি ৰামৰ চকুৰ আগতে খড়্গ উত্তোলন কৰি তাইৰ নাক আৰু কাণ কাটি পেলালে।

২২। এইদৰে নাক কটাত ঘোৰমূৰ্ত্তি শূৰ্পণখাই বিকট স্বৰে চীৎকাৰ কৰি যি বাটেদি আহিছিল সেই বাটেদি বনলৈ লৰ দিলে।

২৩। অতিশয় ঘোৰৰূপা ৰাক্ষসীয়ে তেজেৰে বাঙলী হৈ বিকৃত ৰূপ ধাৰণ কৰি বৰ্ষা কালৰ মেঘৰ নিচিনাকৈ নানাৰূপে চীৎকাৰ কৰিবলৈ ধৰিলে।

২৪। ঘোৰমূৰ্ত্তি ৰাক্ষসীয়ে তেজৰ সোঁত বোৱাই হাত দুখন ওপৰলৈ তুলি গৰ্জ্জন কৰি কৰি বনত সোমাল।

২৫। তাৰ পিচত বিৰূপা সেই ৰাক্ষসীয়ে জনস্থানস্থিত ৰাক্ষসদলৰ দ্বাৰা পৰিবেষ্টিত উগ্ৰ-তেজস্বী ভায়েক খৰৰ ওচৰলৈ গৈ আকাশভাঙি পৰা বজ্ৰৰ নিচিনাকৈ তেওঁৰ সন্মুখত পৰি গল।

২৬। তেজেৰে লিপ্ত শৰীৰে সৈতে ভয়তে জ্ঞানশূন্যা হৈ খৰৰ ভগিনী সেই ৰাক্ষসীয়ে ভাৰ্য্যা আৰু লক্ষ্মণে সৈতে ৰামৰ বনলৈ আগমন* আৰু নিজৰ বিকৃতাকাৰৰ সকলো বিৱৰণ খৰক জনালে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত অষ্টাদশ সৰ্গ সমাপ্ত ॥

## একোনবিংশ সৰ্গ

## খৰৰ আগত শূৰ্পণখাৰ লাঞ্ছনাৰ বিৱৰণ

১। ৰাক্ষস খৰে তেওঁৰ ভগিনীক এইদৰে বিকৃত অৱস্থাত তেজেৰে লুতুৰি-পুতুৰি হৈ পৰি থকা দেখি খঙতে জ্বলি উঠি কবলৈ ধৰিলে,

২। "উঠা উঠা, কি হৈছে কোৱা, তোমাৰ চিত্ত চাঞ্চল্য আৰু অচেতন অৱস্থা এৰি স্পষ্টকৈ কোৱা, এনে ৰূপলাৱণ্যময়ী তোমাক এনেকৈ কদাকাৰ কৰিলে কোনে ?

---

* সংক্ষেপতে বৰ্ণনা কৰি কথাটো এইদৰে কোৱা হৈছে। মূল কথা হৈছে দহবছৰ কাল উকলি যোৱাৰ পিচত ৰাম সুতীক্ষ্ণৰ আশ্ৰমলৈ আহে। একাদশ বছৰৰ অলপ কাল বাকী থাকোতে তেওঁৰ অগস্ত্যৰ আশ্ৰমলৈ আগমন। তাৰ পিচত বৰ্ষাকাল আৰম্ভ হোৱাত পঞ্চবটী বনত প্ৰবেশ। শৰৎ কালৰ শেষত হেমন্ত ঋতুত দ্বাদশ বছৰ পূৰণ। এই সময়তে শূৰ্পণখাৰ আগমন। কাৰো কাৰো মতে ত্ৰয়োদশ বছৰ (অলপকাল বাকী থাকোতে শূৰ্পণখাৰ আগমন। মাঘ মাহত সীতাৰ হৰণ।

৩। কাৰ সাধ্য তীব্ৰ বিষধৰ কৃষ্ণসৰ্পৰ সন্মুখলৈ আহি খেলাৰ ছলেৰে আঙুলিৰ আগেৰে তাক খুচিব পাৰে?

৪। কোন সি যি ডিঙিত কালপাশ মেৰাই লৈও অজ্ঞানতাহেতু তাৰ অৰ্থ বুজি পোৱা নাই আৰু তোমাৰ প্ৰতি এনে আচৰণ কৰি হলাহল বিষপান কৰিবলৈ আগ বাঢ়িছে?

৫। তোমাৰ বল-বিক্ৰম সকলো আছে, তুমি কামগা, (য'লৈকে মন কৰা ত'লৈকে যাব পাৰা) তুমি কামৰূপিণী যি ৰূপকে ইচ্ছ কৰা লব পাৰা, এনে স্থলতো কোন সিজন যি মৃত্যুৰ দুৱাৰ দলিত ভৰি দি তোমাৰ এনে অৱস্থা কৰিবলৈ সাহ কৰিলে?

৬। দেৱতা, গন্ধৰ্ব্ব, অথবা প্ৰাণী মহাত্মা ঋষিসকলৰ ভিতৰত কোন এনে বীৰ্য্যশালী পুৰুষ আছে যি তোমাক এইদৰে বিৰূপা কৰিব পাৰিলে,

৭। দেৱতাসকলৰ ভিতৰত পাকশাসন সহস্ৰাক্ষ ইন্দ্ৰৰ বাহিৰে লোকসমূহৰ ভিতৰত এনে এজনক মই দেখা নাপাওঁ যি মোৰ অপ্ৰিয় কোনো কাম কৰিব পাৰে।

৮। হাঁহে পানীত মিহলি হৈ থকা ক্ষীৰভাগ উলিয়াই লোৱাৰ নিচিনাকৈ আজিয়েই মই জীৱনান্তকাৰী শৰসমূহেৰে তাৰ প্ৰাণবায়ু উলিয়াই লম।

৯। যুদ্ধক্ষেত্ৰত মোৰ শৰসমূহৰ দ্বাৰা মৰ্ম্মস্থানত বিদ্ধ হৈ গতপ্ৰাণ কোনজনৰ ফেনেৰে মিহলি হৈ থকা তেজ পৃথিৱীয়ে পান কৰিবলৈ ইচ্ছা কৰিছে?

১০। যুঁজত মোৰ হাতত নিহত কাৰ শৰীৰৰ মাংস চৰাইবোৰে গোটথাই ছিগিছিগি হৃষ্টচিত্তে ভোজন কৰিব?

১১। মহাযুদ্ধত হতভাগা তাক মই যেতিয়া আক্ৰমণ কৰিম, দেৱতা, গন্ধৰ্ব্ব, পিশাচ, ৰাক্ষস কোনোৱে তাক ৰক্ষা কৰিব নোৱাৰিব।

১২। তুমি লাহে লাহে সংজ্ঞা লাভ কৰি উঠি কোৱাঁ কোন দুৰাচাৰে আক্ৰমণ কৰি বনৰ মাজত তোমাক পৰাভূত কৰিবলৈ পালে?"

১৩-১৫। ভীষণ ক্ৰুদ্ধ ভায়েকে অতিশয় খঙৰ কোবতে এইদৰে কোৱা শুনি কান্দি কান্দি শূৰ্পণখাই কবলৈ ধৰিলে, "দশৰথৰ দুই পুত্ৰ—ককাই ভাই ৰাম আৰু লক্ষ্মণ, উভয়ে ব্ৰহ্মচাৰী, ফলমূলাশী, তপস্বী, সংযতেন্দ্ৰিয়, তৰুণ, ৰূপৱান, সুকুমাৰ, মহাবলশালী, পদ্মপত্ৰসম বিশাল নয়ন বিশিষ্ট আৰু চীৰ কৃষ্ণাজিনবসনধাৰী,

১৬। গন্ধৰ্ব্বৰাজসদৃশ আৰু সৰ্ব্বৰাজগুণে বিভূষিত—তেওঁলোক দুয়োজন দেৱতা অথবা দানব মই বুজিব নোৱাৰিলোঁ।

১৭। তেওঁলোক দুয়োজনৰ মাজত তৰুণী, ৰূপলাৱণ্যসম্পন্না, সৰ্ব্ব আভৰণে ভূষিতা সুমধ্যা এগৰাকী নাৰী মই দেখা পালোঁ।

১৮। এই ৰমণীৰ কাৰণে তেওঁলোক দুয়োজনে মিলি অনাথা আৰু অসতী তিৰোতাক কৰাৰ দৰে মোৰ এনে অৱস্থা কৰিলে।

১৯। এতিয়া এই বন স্থলত নিহতা কুটিল স্বভাৱৰ তাইৰ আৰু ইহঁত দুজনৰ ৰক্ত ফেনে সৈতে পান কৰিবলৈ ইচ্ছা কৰিছোঁ।

২০। এয়ে মোৰ একান্ত ইচ্ছা, তুমি এই কামটো কৰিবই লাগিব—যুদ্ধক্ষেত্ৰত মই তাইৰ আৰু সিহঁত দুটাৰ ৰক্ত পান কৰিম।”

২১। তাই এইদৰে কৈ থাকোতেই ৰাক্ষস খৰ ক্ৰুদ্ধ হৈ কৃতান্তসদৃশ চৈধ্যজন মহাবলী ৰাক্ষসক আদেশ দিলে,

২২। “চীৰ আৰু কৃষ্ণাজিন-পৰিধানকাৰী দুজন মানুহ অস্ত্ৰ-শস্ত্ৰ লগত লৈ তিৰোতা এজনীৰে সৈতে এই ঘোৰ দণ্ডকাৰণ্যত প্ৰবেশ কৰিছে।

২৩। এতিয়া তোমালোকে সিহঁত দুটাক আৰু দুষ্টচৰিত্ৰা সেই তিৰোতাজনীক বধ কৰি উভতি আহিব লাগে, মোৰ এই ভনীয়ে সিহঁতৰ ৰক্ত পান কৰিব।

২৪। হে ৰাক্ষসগণ, মোৰ ভগিনীৰ একান্ত ইচ্ছা যে, তোমালোক বেগেতে গৈ নিজ শক্তিৰ বলেৰে সিহঁতক পৰাভূত কৰি কামটো সম্পাদন কৰা।

২৫। তোমালোকে সেই ভ্ৰাতৃযুগলক বধ কৰা দেখিলে এওঁ সন্তুষ্ট হ'ব আৰু তেতিয়া যুদ্ধ-ক্ষেত্ৰতে তেওঁ সিহঁতৰ ৰক্ত পান কৰিব।”

২৬। চৈধ্যজন ৰাক্ষস এইদৰে আদিষ্ট হৈ শূৰ্পণখাৰে সৈতে বায়ু প্ৰেৰিত মেঘৰ দৰে তালৈ গতি কৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একোনবিংশ সৰ্গ সমাপ্ত ॥

## বিংশ সৰ্গ

## ৰামৰ দ্বাৰা চৈধ্যটা ৰাক্ষস নিহত

১। তাৰ পিচত ঘোৰৰূপা শূৰ্পণখা ৰাঘৱৰ আশ্ৰমলৈ আহি ৰাক্ষসবোৰক সীতাৰে সৈতে ভ্ৰাতৃযুগলক দেখুৱাই দিলে।

২। ৰাক্ষসবোৰে লক্ষ্মণে শুশ্ৰূষা কৰি থকা মহাবলী ৰামক সীতাৰে সৈতে পৰ্ণশালাত বহি থকা দেখিলে।

৩। শ্ৰীমন্ত ৰাঘৱে শূৰ্পনখা আৰু উপস্থিত ৰাক্ষসবোৰক দেখি দীপ্ততেজস্বী ভায়েক লক্ষ্মণক কলে।

৪। “সৌমিত্ৰি, খন্তেক সময় সীতাক ৰক্ষা কৰি থাকা, মই এই ৰাক্ষসীৰ পক্ষপাতী ৰাক্ষসবোৰক বধ কৰোঁ।”

৫—৬। তক্ষন্ত ৰামৰ এই বাক্য শুনি লক্ষ্মণে ‘তথাস্তু’ বুলি কৈ তাকে মানি ললে আৰু তেতিয়া মহাত্মা ৰাঘৱে সুবৰ্ণবিভূষিত মহৎ ধনুখন প্ৰস্তুত কৰি লৈ সেই ৰাক্ষসবৃন্দক কলে,

৭। “আমি দুই ককাই ভাই ৰাম লক্ষ্মণ দশৰথৰ পুত্ৰ, সীতাক লগত লৈ দুৰ্গম এই দণ্ডকাৰণ্যত প্ৰৱেশ কৰিছোঁ।

৮। আমি দুয়ো ফলমূল ভক্ষণ কৰি সংযতচিত্তে তপস্বীৰূপে ব্ৰহ্মচাৰী অৱস্থাত এই দণ্ডকাৰণ্যত বাস কৰি আছো, তোমালোকে আমাক হিংসা কৰাৰ কাৰণ কি?

৯। তোমালোকৰ নিচিনা পাপাত্মা শত্ৰুক যুদ্ধক্ষেত্ৰত বধ কৰিবলৈ ঋষিসকলৰ নিৰ্দ্দেশ মতে হাতত ধনু লৈ এই ঠাইত উপস্থিত হৈছো।

১০। এই মুহূৰ্ত্ততে তোমালোকৰ যুদ্ধৰ হেপাহ পলাব, এই ঠাইৰ পৰা আৰু উভতি যাব নালাগিব। নিশাচৰগণ, এই সংসাৰত প্ৰাণ লৈ জীয়াই থাকিব খুজিলে ইমানতেই ক্ষান্ত হোৱা।"

১১—১২। ৰামৰ কথা শুনি অতিশয় ক্ৰুদ্ধ ব্ৰহ্মঘাতী সেই চৈধ্যটা ৰাক্ষসে ৰামৰ পৰাক্ৰম বিষয়ে সম্পূৰ্ণ অনভিজ্ঞ হৈ হৃষ্টচিত্তে হাতত শূল লৈ কৰ্কশস্বৰে মধুৰভাষী ৰক্তিমলোচন ৰামক কবলৈ ধৰিলে,

১৩। "আমাৰ প্ৰভু মহাত্মা খৰৰ খংভাব তুলি হাস্যাস্পদ হৈছা, ৰবা এতিয়াই আমাৰ হাতত যুদ্ধত নিহত হৈ প্ৰাণ পৰিত্যাগ কৰিবা।

১৪। বহুসংখ্যক আমাৰ আগত অকলে ৰণক্ষেত্ৰত টিকি থাকিবলৈ তোমাৰ কি শক্তি আছে, যুদ্ধৰ তো কথাই নাই।

১৫। আমি হাতেৰে প্ৰয়োগ কৰা পৰিঘ* শূল আৰু †পট্টিশৰ প্ৰহাৰতে তুমি প্ৰাণ, বীৰ্য্য আৰু হাতত থকা ধনু সকলো পৰিত্যাগ কৰিব লাগিব।"

১৬—১৭। এই বুলি কৈ ক্ৰোধান্বিত হৈ সেই চৈধ্যটা ৰাক্ষসে অস্ত্ৰ তুলি নিষ্ঠুৰভাবে দুৰ্জ্জয় ৰামলৈ খেদি আহি তেওঁৰ গালৈ সেইবোৰ নিক্ষেপ কৰিলে।

১৮—২০। কাকুৎস্থ ৰামে চৈধ্যডাল শূলকে সুবৰ্ণবিভূষিত চৈধ্যপাত শৰেৰে ছেদন কৰিলে। তাৰ পিচত মহাতেজস্বী ৰামচন্দ্ৰই সিহঁতৰ পিনে দৃষ্টি নিক্ষেপ কৰি শিলত ধাৰ দিয়া সূৰ্য্যসদৃশ চৈধ্যপাত নাৰাচ অস্ত্ৰ বাছি লৈ ধনুত টান দিলে আৰু ৰাক্ষসবোৰৰ পিনে লক্ষ্য কৰি ইন্দ্ৰই বজ্ৰ নিক্ষেপ কৰাৰ দৰে সিহঁতৰ ওপৰত নিক্ষেপ কৰিলে।

২১। শৰবোৰে প্ৰবল বেগে ৰাক্ষসৰ বুকু ভেদ কৰি তেজেৰে আপ্লুত হৈ উঁইৰ হাফলুত সাপ সোমোৱাৰ দৰে মাটিৰ ভিতৰলৈ সোমাই গল আৰু লগে লগে বিদীৰ্ণবক্ষ ৰাক্ষসবোৰ শুৰি কাটি দিয়া গছৰ দৰে মাটিত বাগৰি পৰিল।

২২। তেজেৰে ৰাঙলি হৈ নিহত ৰাক্ষসবোৰে বিকৃতাকাৰ ৰূপ লৈ মাটিত পৰি যোৱা দেখি ৰাক্ষসী শূৰ্পণখা ক্ৰোধতে অজ্ঞান হল।

২৩—২৪। ইতিমধ্যে তাইৰ তেজৰ ধাৰ কিছু পৰিমাণে শুকাই যোৱাত ৰাক্ষসীৰ ৰূপ ৰস লাগি থকা কাটি দিয়া লতা এডালিৰ নিচিনা হৈছিল, এনে অৱস্থাতে তাই পুন: দুখতে অভিভূত হৈ খৰৰ ওচৰলৈ আহি মাটিত পৰি গল। তেতিয়া তাই ভায়েকৰ ওচৰত ভীষণ চীৎকাৰ কৰি শোকতে বিবৰ্ণা হৈ চকুৰ পানী মচিবলৈ ধৰিলে।

২৫। এইদৰে ৰণক্ষেত্ৰত ৰাক্ষসসমূহক পৰি যোৱা দেখি শূৰ্পণখাই পুন. তাৰ পৰা লৰি গৈ সকলোটি ৰাক্ষসৰ বধৰ বাতৰি খৰৰ ওচৰত নিবেদন কৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত বিংশ সৰ্গ সমাপ্ত ॥**

---

* পৰিঘ—লোহডাং। † পট্টিশ—তিনিটা শূল থকা লোহডাং।

# একবিংশ সৰ্গ

## খৰৰ ওচৰত চৈধ্যটা ৰাক্ষস বধৰ বৃত্তান্ত জ্ঞাপন

১। ৰাক্ষস খৰে খণ্ডতে অধীৰ হৈ শূৰ্পণখা পুনঃ তেওঁৰ আগত পৰিযোৱা দেখি স্পষ্টবাক্যে সকলো অনৰ্থৰ মূল তাইক উদ্দেশ্য কৰি কবলৈ ধৰিলে,

২। "এইমাত্ৰ বীৰ, মাংসাশী ৰাক্ষসবৃন্দক তোমাৰ প্ৰিয়কাৰ্য্য সাধন কৰিবলৈ পঠিয়াই দিলো, এনেস্থলতো তুমি আকৌ কান্দিব ধৰিছা কিয় ?

৩। এই ৰাক্ষসবোৰ মোৰ ভক্ত, মোত অনুৰক্ত আৰু সদায় মোৰ হিতকাৰী, আনে বধ কৰিব খুজিলেও সিহঁত নিহত নহয় আৰু সিহঁত এনে নহয় যে মোৰ আদেশ পালন নকৰাকৈ থাকিব পাৰে।

৪। তথাপি "হা নাথ" বুলি চিঞৰি চিঞৰি কান্দি সাপৰ দৰে মাটিত ধৰফৰাই আছা তাৰ কাৰণ কি মই জানিব খোজো।

৫। মোৰ নিচিনা এজন তোমাৰ ৰক্ষক (নাথ) থকাতো তুমি ৰক্ষক (নাথ) বিহীনা হোৱাৰ নিচিনা হৈ বিলাপ কৰিব ধৰিছা কিয় ? উঠা উঠা, এনে নকৰিবা, তোমাৰ এই আতুৰ অবস্থা পৰিত্যাগ কৰা।"

৬। দুৰ্দ্দমনীয়া সেই ৰাক্ষসীয়ে খৰৰ এই সান্ত্বনাপূৰ্ণবাক্য শুনি চকুৰ পানী মোহাৰি ককায়েক খৰক কলে,

৭। "হে ভ্ৰাত, মোৰ নাক আৰু কাণ কটা গৈছে, তেজৰ সোঁতত শৰীৰ বাওলি হৈছে এনে অবস্থাত মই তোমাৰ ইয়ালৈ আহিছো আৰু তুমিও মোক সান্ত্বনাপূৰ্ণ বাক্য দিলা।

৮। মোৰ সন্তুষ্টিৰ কাৰণে লক্ষ্মণে সৈতে ভয়ঙ্কৰ সেই ৰাঘৱক বধ কৰিবলৈ চৈধ্যজন বীৰ ৰাক্ষসকো পঠালা।

৯। কিন্তু সিহঁত সকলোটি সংক্ৰুদ্ধ হৈ শূল পট্টিশ আদি অস্ত্ৰ ধাৰণ কৰিও, ৰামৰ মৰ্ম্মভেদী বাণ সমূহৰ দ্বাৰা নিহত হল।

১০। মহাবেগশালী সেই ৰাক্ষসবৃন্দক তত্তালিকে মাটিত পৰি যোৱা দেখি আৰু আনপক্ষে ৰামৰ এই মহৎ কৰ্ম্ম দেখি মোৰ মনত ভীষণ এটা ভয়ৰ কাৰণ উপস্থিত হৈছে।

১১। হে নিশাচৰ, এই সকলো দেখিশুনি ভীতা, উদ্বিগ্না আৰু দুখতে পৰিপূৰ্ণা হৈ চাৰিওফালে অকল ভয়ৰে কাৰণ দেখি পুন তোমাত শৰণ লৈছো।

১২। বৰ্ত্তমানে মই ভয়ৰূপ উৰ্ম্মিমালাবেষ্টিত আৰু বিষাদৰূপ কুম্ভীৰপূৰ্ণ মহান শোকসাগৰত নিমগ্না। এই বিপুল শোকসাগৰৰপৰা মোক উদ্ধাৰ কৰা নাই কিয় ?

১৩। যিসকল মাংসাশী ৰাক্ষস মোৰ পদানুসৰণ কৰি মোৰ লগে লগে গৈছিল সেই সকলোটি ৰামৰ তীক্ষ্ণ বাণসমূহৰ দ্বাৰা নিহত হৈ মাটিত পৰি আছে।

১৪—১৬। যদি মোৰ প্ৰতি আৰু সেই ৰাক্ষসবোৰৰ প্ৰতি তোমাৰ দয়া আছে আৰু যদি ৰামৰ লগত যুঁজিবলৈ বল বা বীৰ্য্য আছে তেন্তে ৰাক্ষসবিলাকৰ কণ্টকস্বৰূপ দণ্ডকাৰণ্যনিবাসী এই ৰামক বধ কৰা। যদিহে শত্ৰুকুলনাশক ৰামক তুমি বধ নকৰা তেন্তে নাক কাণ কটাৰ পিছত নিৰ্লজ্জা মই তোমাৰ আগতে প্ৰাণ পৰিত্যাগ কৰিম। মই ভাবিচিন্তি চাই দেখিছোঁ যে যুদ্ধত তুমি সবল হলেও ৰামৰ সন্মুখত টিকি থকা শক্তি তোমাৰ নাই।

১৭। তুমি বীৰ বুলি অভিমানহে কৰা কিন্তু প্ৰকৃততে তুমি বীৰ নোহোৱা আৰু যি পৰাক্ৰম তোমাৰ আছে বুলি জানিছিলোঁ। সকলো মিছা।

১৮। হে কুলাঙ্গাৰ, মূৰ্খ, হয় বন্ধুবান্ধবগণে সৈতে এই জনস্থান ত্যাগ কৰা নাইবা সমৰক্ষেত্ৰত ৰামক বধ কৰা।

১৯। যদি ৰাম আৰু লক্ষ্মণ এই দুজন মনুষ্যকে তুমি বধ কৰিব নোৱাৰা তেন্তে নিসত্ত্ব অল্পবীৰ্য্য তোমাৰ এই স্থানত বাস সম্ভৱপৰ হব কেনেকৈ?

২০। দশৰথাত্মজ ৰাম মহাতেজস্বী আৰু তুমিও ৰামৰ শক্তিতে অভিভূত হৈ বিনাশ প্ৰাপ্ত হবা।

২১। যিজনে মোক বিৰূপাকৃতি কৰিছে তেওঁ মহাবীৰ্য্যশালী ৰামৰ ভ্ৰাতা।"

২২। লম্বোদৰী ৰাক্ষসীয়ে ককায়েকৰ ওচৰত এইদৰে বহুত বিলাপ কৰি অচেতন হল আৰু অতিশয় দুখতে হাত দুখনেৰে পেটত চপৰিয়াই চপৰিয়াই ৰোদন কৰিবলৈ ধৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একবিংশ সৰ্গ সমাপ্ত ॥**

## দ্বাবিংশ সৰ্গ

### খৰৰ ৰণ-যাত্ৰা

১। শূৰ্পণখাৰ দ্বাৰা তিৰস্কৃত হৈ বীৰ খৰে ৰাক্ষসবিলাকৰ মাজত তীক্ষ্ণতৰ বাক্যে কবলৈ ধৰিলে,

২। "ভগিনী, তোমাৰ অপমানত মোৰ মনত যি ক্ৰোধ উৎপন্ন হৈছে সি অতুলনীয়, কটা ঘাত লোণৰ ছিটাৰ নিচিনা মই নিজেই তাক ধাৰণ কৰিবলৈ সমৰ্থ হোৱা নাই।

৩। ৰাম ক্ষণজীৱী মনুষ্য, মোৰ শক্তিৰ অনুপাতে মই তাক লেখতে নলওঁ। সি তাৰ নিজ কুকৰ্ম্মৰ ফলত মৰিয়ে আছে, তথাপি আজি তাৰ প্ৰাণবায়ুৱো বহিৰ্গত হব।

৪। তোমাৰ চকুৰ পানী মচা, আৰু ভয়ো এৰা। ভায়েকে সৈতে ৰামক আজিয়েই মই যমালয়লৈ পঠাম।

৫। ৰাম অল্পপ্ৰাণ, কুঠাৰৰ ঘাত নিহত হৈ সি ভূতলশায়ী হব আৰু তেতিয়া ৰাক্ষসী তুমি তাৰ তপত তেজ পান কৰিব পাৰিবা।"

৬। খৰৰ মুখৰ পৰা ওলোৱা কথা শুনি ৰাক্ষসী শূৰ্পণখা অতি আনন্দিতা হৈ নিজৰ মূৰ্খতা হেতু ৰাক্ষসপ্ৰবৰ তেওঁৰ ভ্ৰাতা খৰক পুন' প্ৰশংসা কৰিবলৈ ধৰিলে।

৭। আগতে তিৰস্কৃত এতিয়া পুন প্ৰশংসিত হৈ খৰে সেনাপতি দূষণক ক'লে,

৮-১১। "হে সৌম্য, মোৰ চিত্তানুবৰ্ত্তী, মহাবেগশালী, যুদ্ধত অপৰাঙ্মুখ, নীলমেঘসদৃশবৰ্ণ-বিশিষ্ট, সদায় আনৰ হিংসাচৰণত ৰত, বলদৃপ্ত চৈধ্য হাজাৰ ৰাক্ষসসেনাক যুদ্ধৰ সাজ সজ্জাৰে সাজু কৰা। হে যুদ্ধবিশাৰদ, লগতে অতি শীঘ্ৰে মোৰ ৰথ, ধনু, শৰ, তীক্ষ্ণধাৰসম্পন্ন নানাবিধ বিচিত্ৰ খড়্গ, শক্তি আদি অস্ত্ৰও যুগুত কৰা। পুলস্ত্য বংশসম্ভূত মহাত্মা ৰাক্ষসসমূহৰ নেতা হিচাপে তেওঁলোকৰ আগে আগে দুশ্চৰিত্ৰ সেই ৰামৰ বধৰ অৰ্থে মই যাব খুজিছোঁ।"

১২। খৰে এইদৰে কৈ থাকোতে দূষণে নানা ৰঙৰ উৎকৃষ্ট অশ্বসংযুক্ত সূৰ্য্যাভ মহান এখন ৰথ উপস্থিত কৰি নিবেদন কৰিলে।

১৩-১৪। বিশাল এই ৰথ আকাৰত মেৰুশৃঙ্গসম, তপ্তসুবৰ্ণ বিভূষিত ইসাৰ চকাবোৰ সুবৰ্ণনিৰ্ম্মিত আৰু খুৰলি বৈদূৰ্য্যমণিমণ্ডিত, চাৰিওফাল চন্দ্ৰকান্তমণি আৰু সুবৰ্ণনিৰ্ম্মিত মৎস্য, পুষ্প, গছ, পৰ্ব্বত, মাঙ্গলিক পক্ষী আৰু তৰা আদিৰ চিহ্নে চিহ্নিত।

১৫। ক্ৰোধাত অধীৰ হৈ খৰে ভয়ঙ্কৰ ধ্বজসম্পন্ন ঘুগুৰবিশিষ্ট উৎকৃষ্ট অশ্বসংযুক্ত এই ৰথত আৰোহণ কৰিলে।

১৬। তাৰ পিচত ৰথ, চৰ্ম্ম, অস্ত্ৰ-শস্ত্ৰ আৰু ধ্বজাদিৰে সুসজ্জিত মহৎ সেই সৈন্যবাহিনীক যাত্ৰা কৰিবলৈ আদেশ দিলে।

১৭। তাকে দেখি দূষণেও সকলো ৰাক্ষসক সেইমতে আদেশ দিলে। এইদৰে উভয়ৰে আদেশ পাই ৰাক্ষস সৈন্য ভয়ঙ্কৰ চৰ্ম্ম, অস্ত্ৰ আৰু ধ্বজাৰে সৈতে সাজু হৈ ভীষণ শব্দ কৰি মহাবেগে জনস্থানৰ পৰা প্ৰস্থান কৰিলে।

১৮-২০। মুদগৰ, পট্টিশ, শূল, তীক্ষ্ণধাৰযুক্ত কুঠাৰ, খড়্গ, চক্ৰ, ৰথস্থসমুজ্জ্বল তোমৰ, শক্তি, ঘোৰমূৰ্ত্তি পৰিঘ, বৃহৎ ধনু, গদা, অসি, মূসল, ভীমদৰ্শন বজ্ৰ ইত্যাদি বহুবিধ অস্ত্ৰে সুসজ্জিত হৈ ঘোৰমূৰ্ত্তি চৈধ্য হাজাৰ ৰাক্ষস সকলোৱে খৰৰ প্ৰিয়কাম সাধনৰ ইচ্ছা কৰি জনস্থানৰ-পৰা ওলাই পৰিল।

২১। তাৰ পিচত ভীমদৰ্শন সেই ৰাক্ষসবৃন্দক ধাবমান হোৱা দেখি খৰৰ ৰথ অলপ সময় ৰৈ পিচতে যাত্ৰা কৰিলে।

২২-২৩। তেতিয়া খৰৰ মত লৈ সাৰথিয়ে তপ্তকাঞ্চনভূষিত মহাবলশালী অশ্বসমূহক গমনৰ বাবে প্ৰেৰণা দিয়াত শত্ৰুঘাতী খৰৰ ৰথে নিজ শব্দবলে দিগবিদিক পূৰ্ণ কৰিলে।

২৪। শূৰ্পণখাৰ কথাত উগ্ৰস্বৰসম্পন্ন খৰৰ ক্ৰোধ অধিক পৰিমাণে জ্বলি উঠাত শত্ৰুক বধ কৰাৰ উদ্দেশ্যে তেওঁ কালান্তক যম সদৃশ ৰূপ ধাৰণ কৰিলে আৰু শিলাবৃষ্টিকালৰ ঘোৰ মেঘ-গৰ্জ্জনবৎ স্বৰযুক্ত ৰথ পৰিচালনাৰ বাবে সাৰথিক প্ৰেৰণা দিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত দ্বাবিংশ সৰ্গ সমাপ্ত ॥**

# ত্ৰয়োবিংশ সৰ্গ

## যাত্ৰা কালৰ অশুভ লক্ষণবোৰৰ বৰ্ণনা

১। ভয়ঙ্কৰ ৰাক্ষস সৈন্যদল যুদ্ধৰ কাৰণে যাত্ৰা কৰাৰ সময়ত গাধৰ বৰণৰ ধূসৰবৰ্ণবিশিষ্ট ঘোৰমূৰ্ত্তি মেঘৰপৰা ৰক্তমিশ্ৰিত বৃষ্টিপাত হবলৈ ধৰিলে।

২। ফুলৰাশিৰে আবৃত সমতল ৰাজপথত ৰথসংযুক্ত বৰবেগী ঘোঁৰা বোৰে উজুটি খাবলৈ ধৰিলে।

৩। বৰ্ত্তুলাকাৰ, প্ৰদীপ্ত অগ্নিমালা সদৃশ সূৰ্যক বেঢ়ি ধৰি ৰক্তিমাভাৱে সৈতে শ্যামবৰ্ণৰ মণ্ডল প্ৰকাশ পালে।

৪। এনেতে এক মহাকায় গৃধ্ৰই ঘোৰৰূপ ধাৰণ কৰি ৰাক্ষসৰ সুবৰ্ণদণ্ডযুক্ত ৰথ ধ্বজাৰ ওপৰত বহিল।

৫। জনস্থানৰ ওচৰত হুতা মাতৰ মাংসভোজী পশুপক্ষীগণে সৈন্যদলটোক বেঢ়ি ধৰি বিকট-ৰবে চীৎকাৰ কৰিবলৈ ধৰিলে।

৬। পূবৰ পিনে ভীষণ মাতৰ ঘোৰাকৃতিৰ শিয়াল বোৰে অমঙ্গলজনক ভীষণ শব্দেৰে হোৱা দিবলৈ ধৰিলে।

৭। মত্তমাতঙ্গসদৃশ ভয়ঙ্কৰ মেঘমালাসমূহে তেজৰ সোঁত বোৱাই গেটেই আকাশ ছাটি পেলালে।

৮। নোম শিঁঞৰি উঠা অন্ধকাৰে দিন ঢাকি পেলোৱাত সকলো অস্পষ্ট হল।

৯। অসময়তে ৰক্ত-বৰ্ণাভা সন্ধ্যাই দেখা দিলে আৰু ঘোৰমূৰ্ত্তি পশু-পক্ষীগণে খৰৰ পিনে মুখ কৰি চীৎকাৰ কৰিবলৈ ধৰিলে।

১০। কঙ্ক (১), গোমায়ু (২), গৃধ্ৰ আদি পশু-পক্ষীবোৰে ভয়তে অধীৰ হৈছে যেন চীৎকাৰ কৰিবলৈ ধৰিলে।

১১। যুদ্ধকালৰ অমঙ্গলসূচক শিয়ালীবোৰে মুখৰ ভিতৰৰ পৰা অগ্নি উদ্গীৰণ কৰি সৈন্য-দলৰ সন্মুখত চিঞৰিবলৈ ধৰিলে। সূৰ্য্যৰ ওচৰত পৰিঘাকৃতিৰ কবন্ধ*সমূহ দেখা গল।

১২। অকালতে মহাগ্ৰহ ৰাহুৱে সূৰ্য্যক গ্ৰাস কৰিলে, বায়ু প্ৰবল বেগে ববলৈ ধৰিলে আৰু সূৰ্য্যদেৱ নিষ্প্ৰভ হল।

১৩। ৰাতি নহলেও আকাশত জোনাকী পৰুৱা এটিৰ মান পোহৰ লৈ তাৰকাৰাজিয়ে দেখা দিলে, পুখুৰীবোৰ শুকাই গল, তাৰ মাছ, পক্ষী আৰু পদুমবোৰ অদৃশ্য হল।

---

(১) কঙ্ক—কাউৰী জাতীয়, (২) গোমায়ু—শৃগাল জাতীয়, (৩) গৃধ্ৰ—শগুণ জাতীয়।

* কতকৰ মতে কবন্ধ মানে ইয়াত ধূমকেতুক বুজাইছে।

১৪। সেই সময়ত বৃক্ষসমূহ ফল আৰু ফুল বিহীন হল, বিনা বতাহে ধূলি আৰু ধূসৰবৰ্ণ মেঘ ওপৰলৈ উঠিল।

১৫। সদায় আন শৰ্দ্দৰ শিক্ষা লৈ থকা শালিকাবোৰে সিইতৰ নিজ মাত এৰি চীঁ-চীঁ-কৈ চিঁ-চিয়াবলৈ ধৰিলে, ভীষণ শব্দেৰে ঘোৰ উল্কাপাত হল।

১৬-১৯। পৰ্ব্বত-পাহাৰ আৰু বন কাননে সৈতে পৃথিৱী কঁপি উঠিল, এনেবোৰ অবস্থাৰ ভিতৰত ধীমান খৰে ৰথত বহি গৰ্জ্জি থাকোতেই তেওঁৰ বাওঁ বাহু নাচি উঠিল আৰু তেওঁৰ স্বৰ ক্ষীণ হল। চাৰিওফালে চাই থাকোতে থাকোতে তেওঁৰ চকুত পানীয়ে দেখা দিলে আৰু কপালৰ আগভাগ বিষাব ধৰিলে। কিন্তু অজ্ঞানতা পাশত বান্ধ খাই খৰ তথাপি যুদ্ধযাত্ৰাৰ পৰা নিবৃত্ত নহল। অধিকন্তু এই ভীষণ উৎপাত সমূহ দেখিও তেওঁ হাঁহি হাঁহি উচ্চস্বৰে ৰাক্ষসবোৰক কবলৈহে ধৰিলে,

২০। "বলীয়ে দুৰ্ব্বলক লেখত নোলোৱাৰ দৰে, মোৰ অসীম বল বিক্ৰমৰ বাবে ঘোৰ দৰ্শন এই উৎপাত সমূহক মই লেখত নলওঁ। মই তীক্ষ্ণ শৰেৰে আকাশৰ তৰা খহাই পেলাব পাৰোঁ।

২১। মই ক্ৰুদ্ধ হলে মৃত্যুৰো মৃত্যু ঘটাব পাৰোঁ।

২২-২৫। মোৰ তীক্ষ্ণ শৰৰ দ্বাৰা বলদৃপ্ত ৰাঘৱ আৰু তেওঁৰ ভায়েক লক্ষ্মণক বধ নকৰাকৈ মই উভতি নাযাওঁ। যি কাৰণত ভগিনী শূৰ্পণখাৰ বিষয়ে ৰাম আৰু লক্ষ্মণৰ এনে বুদ্ধিবিপৰ্য্যয় ঘটিল, সেই কাৰণে ৰাম আৰু লক্ষ্মণৰ ৰক্তপান কৰি মোৰ ভগিনীয়ে মনোবাঞ্ছা এতিয়াই পূৰণ কৰিব। ইতিপূৰ্ব্বে কোনো দিনে যুদ্ধত মোৰ পৰাজয় হোৱা নাই, এইটো তোমালোকে চকুৰ আগতে দেখিছা, অকণো মিছা কথা কোৱা হোৱা নাই। বজ্ৰ হাতত লৈ ঐৰাৱতত আৰোহণ কৰি স্বয়ং দেৱৰাজো যদি যুদ্ধত অবতীৰ্ণ হয় তেওঁকো বিনাশ কৰাৰ শক্তি মোৰ আছে, দুটা মানুহৰ কথা আৰু কি?"

২৬। ৰাক্ষস সৈন্যবাহিনীয়ে খৰৰ এই গৰ্জ্জন শুনি স্বয়ং মৃত্যুপাশত আবদ্ধ থাকিও (অজ্ঞানতা হেতু) পৰম হৰ্ষান্বিত হল। ঠিক এনে সময়তে মহাত্মা ঋষি, দেৱ, গন্ধৰ্ব্ব আৰু চাৰণগণেৰে সৈতে সকলো সিদ্ধগণে—যুদ্ধ চাওঁ বুলি ইচ্ছা কৰি তাত উপস্থিত হলহি।

২৭-৩০। তেতিয়া পুণ্যকৰ্ম্মা এই সকলোৱে এক গোট হৈ পৰস্পৰে কোৱাকুই কৰিবলৈ ধৰিলে, "গো-ব্ৰাহ্মণৰ মঙ্গল হওক, তাৰ উপৰিও আন যি সকল প্ৰাণী জগতৰ হিতৰ অৰ্থে বৈ আছে তেওঁলোকৰো মঙ্গল হওক। ইতিপূৰ্ব্বে ভগৱান্ বিষ্ণুৱে হাতত চক্ৰ লৈ প্ৰসিদ্ধ অসুৰ কুলক যিদৰে ধ্বংস কৰিছিল ৰঘুনন্দন ৰামেও সেইদৰে পুলস্ত্যবংশধৰ নিশাচৰ ৰাক্ষসকুলৰ ওপৰত জয়লাভ কৰক।" এইদৰে বহুপ্ৰকাৰ আশিৰ্ব্বচন কৰি শ্ৰেষ্ঠ ঋষিগণ আৰু দেৱতাবৰ্গই আকাশতে থাকি কৌতূহলবশবৰ্ত্তী হৈ আসন্ন মৃত্যুৰ সম্মুখীন ৰাক্ষস বাহিনীক চাবলৈ ধৰিলে।

৩১-৩৩। এনেতে খৰে ক্ষিপ্ৰগতিত ৰথৰ সৈতে সৈন্যসমূহৰ সম্মুখভাগৰ পৰা আগবাঢ়ি গল আৰু লগতে শ্যেনাক্ষী, পৃথুগ্ৰীৱ, যজ্ঞশত্ৰু, বিহঙ্গম, দুৰ্জ্জয়, কৰবীৰাক্ষ, পৰুষ, কালকাৰ্ম্মুক, হেমমালী, মহামালী সৰ্পাস্য আৰু ৰুধিৰাশন এই বাৰজন মহাবীৰ্য্যশালী খৰৰ অমাত্যই, তেওঁক

চাৰিওফালে আবৰি ধৰিলে। তাৰ পিচত মহাকপাল, স্থূলাক্ষ, প্ৰমাথ, ত্ৰিশিৰা এই চাৰিজনে সেনাসকলৰ আগত দূষণৰ পিচে পিচে যাবলৈ ধৰিলে।

৩৪। এইদৰে ভয়ঙ্কৰ, বেগী, যুদ্ধাকাঙ্ক্ষী, অতিশয় দাৰুণ ৰাক্ষসবীৰসৈন্যবোৰে গ্ৰহসমূহে চন্দ্ৰ আৰু সূৰ্য্যৰ ওচৰ চপাৰ দৰে অকস্মাতে ৰাজপুত্ৰ দুজনৰ ওচৰ চাপিবলৈ ধৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰয়োবিংশ সৰ্গ সমাপ্ত ॥**

# চতুৰ্বিংশ সৰ্গ

## যুদ্ধৰ বাবে ৰামৰ ৰণসজ্জা

১। তীক্ষ্ণ পৰাক্ৰমী খৰে আশ্ৰমৰ পিনে আগবাঢ়ি অহা সময়ত ৰামে তেওঁৰ ভায়েকে সৈতে সেই উৎপাতসমূহ দেখা পালে।

২। ভয়ঙ্কৰ উৎপাতসমূহ দেখি ৰামে মনত অস্বস্তি বোধ কৰিলে, প্ৰজাবৰ্গৰ* অহিত আশঙ্কা কৰি তেওঁ লক্ষ্মণক কবলৈ ধৰিলে,

৩। "হে মহাবাহু, সৰ্ব্বভূতবিনাশক এই উৎপাতসমূহলৈ লক্ষ্য কৰা। সকলো ৰাক্ষস-কুলক ধ্বংস কৰিবলৈহে এইবোৰ উত্থিত হৈছে।

৪। আকাশত মেঘমালা গাধ-বৰণীয়া হৈ ঘূৰি ফুৰিছে আৰু ভীষণ শব্দে তেজৰ ধাৰা বৰষিব ধৰিছে।

৫। হে ৰণ পণ্ডিত মোৰ শৰসমূহে ধূম উদ্গীৰণ কৰি যুদ্ধৰ বাবে আনন্দপ্ৰকাশ কৰিছে আৰু স্বৰ্ণপৃষ্ঠ ধনু সমূহেও (কামৰ বাবে ব্যগ্ৰ হৈছে যেন) ছটফটাব ধৰিছে।

৬। পক্ষীসমূহে যিদৰে চিঞৰিব ধৰিছে তাৰ পৰা বুজিব লাগিব কোনো ভয়ৰ কাৰণ সন্মুখত উপস্থিত অথবা জীৱনৰো* সংশয় হব পাৰে।

৭। ভীষণ যে এখন ৰণ সন্মুখত উপস্থিত তাত সংশয় নাই মোৰ* দক্ষিণ বাহুৰ সঘনে হোৱা স্পন্দনৰ পৰা এইটো বুজিব পাৰিছোঁ।

৮। হে বীৰ, সন্মুখত আমাৰ জয় আৰু শত্ৰু পক্ষৰ পৰাজয় উপস্থিত (এইটো নিশ্চয়)। এই সময়তো তোমাৰ মুখৰ ছবি সমুজ্জ্বল আৰু প্ৰসন্ন দেখা গৈছে (তাৰ পৰাও বুজিব পাৰি আমাৰ জয় সুনিশ্চিত)।

---

১। দণ্ডকাৰণ্যবাসী সকলো ৰামৰ প্ৰজা, অতএব ৰাক্ষস সমূহো—টীকাকাৰ।

২। তীৰ্থৰ মতে ৰাক্ষসবোৰৰ জীৱনৰ সংশয়হে ইঙ্গিত কৰা হৈছে।

৩। মূলত দক্ষিণ বাহু বুলি উল্লেখ নকৰিলেও, তেনে বুলি বুজিব লাগিব।

৯। যুদ্ধৰ কাৰণে উদ্যত যি সকল পুৰুষৰ মুখ নিষ্প্ৰভ হয়, বুজিব লাগিব তেওঁলোকৰ আয়ু শেষ হৈছে।

১০। লক্ষ্মণ, ভীষণ ৰবে চিঞৰ-বাখৰ কৰা ৰাক্ষসবোৰৰ কোলাহল শ্ৰুতিগোচৰ হৈছে আৰু ক্ৰুৰকৰ্ম্মা সিহঁতৰ ভেৰীৰ শব্দও কাণত পৰিছে।

১১। যি সকল পুৰুষে তেওঁলোকৰ নিজৰ কল্যাণ কামনা কৰে বিপদৰ আশঙ্কা কৰি তেওঁলোকে আগতে তাৰ প্ৰতিবিধান কৰা উচিত।

১২। গতিকে তুমি ধনু আৰু শৰ হাতত লৈ বৈদেহীক লৈ গছেৰে পৰিপূৰ্ণ পৰ্ব্বতৰ কোনো দুৰ্গম গুহাৰ আশ্ৰয় লোৱা।

১৩। মোৰ এই কথাৰ প্ৰতিকূল আচৰণ নকৰিবা বুলি মই আশা কৰিছো, হে বৎস, মোৰ এই চৰণৰ শপথ, পলম নকৰি যোৱাগৈ।

১৪। লক্ষ্মণ, তুমি বীৰ আৰু বলবান আৰু এই ৰাক্ষসবোৰক তুমি অকলে বধ কৰিব পাৰা তাত কোনো সংশয় নাই, কিন্তু মই নিজে এই নিশাচৰ বৃন্দক বধ কৰিবলৈ ইচ্ছা কৰিছো।"

১৫। ৰামে এইদৰে কোৱাত সীতাক লগত লৈ লক্ষ্মণে শৰ আৰু ধনু লৈ দুৰ্গম গিৰিগুহা এটাৰ আশ্ৰয় ললে।

১৬। লক্ষ্মণে সীতাৰে সৈতে গুহাত আশ্ৰয় লোৱাত, ৰামে কলে, 'আহা কি আনন্দ, যিদৰে কলোঁ ঠিক সেইদৰেই হল।'

১৭। এই বুলি কৈ ৰামে গাত কবচ পিন্ধি ললে। অগ্নিসম কান্তিবিশিষ্ট কবচ পৰিধান কৰি ৰাম অন্ধকাৰৰ ভিতৰত মহান অগ্নিসম উদ্ভাসিত হল।

১৮। তাৰ পিচত বীৰ্য্যবান ৰামচন্দ্ৰই শৰসমূহ লগত লৈ বৃহৎ ধনুখন তুলি ললে, ধনুৰ গুণত টান দিয়াত যি এটা মহান শব্দ উত্থিত হল তাৰে দশোদিক প্ৰতিধ্বনিত কৰি সাজু হৈ ৰাম থিয় দি ৰল।

১৯-২১। তেতিয়া মহাত্মা দেৱতাগণ, গন্ধৰ্ব্বগণ, সিদ্ধগণ আৰু চাৰণগণ সকলোৱে যুদ্ধ চোৱাৰ ইচ্ছা কৰি তাত উপস্থিত হল আৰু লগে লগে পুণ্যকাৰ্য্য মহাত্মা ঋষিগণ আৰু প্ৰসিদ্ধ ব্ৰহ্মৰ্ষিগণো তাত গোট খাই পৰস্পৰে কোৱাকুই কৰিবলৈ ধৰিলে, 'গো-ব্ৰাহ্মণৰ মঙ্গল হওক, লোক-সমূহৰ হিতাৰ্থে যিসকল বিদ্যমান তেওঁলোকৰো মঙ্গল হওক, যুদ্ধত ৰঘুনন্দন ৰামে পুলস্ত্যবংশীয় নিশাচৰগণৰ ওপৰত জয়লাভ কৰক।

২২-২৪। তাহানিকালত চক্ৰ হাতত লৈ ভগৱান বিষ্ণুৱে শ্ৰেষ্ঠ অসুৰবোৰৰ ওপৰত যিদৰে জয়লাভ কৰিছিল ৰাঘৱ ৰামেও সেইদৰে জয়লাভ কৰক।' এইদৰে কৈ পৰস্পৰৰ কাণে চোৱাচুই কৰি তেওঁলোকে পুনঃ কবলৈ ধৰিলে, 'একালে অকল মাত্ৰ ৰাম আৰু আনফালে ভয়ঙ্কৰ কৰ্ম্মদক্ষ চৈধ্য হাজাৰ ৰাক্ষস—এনে স্থলত যুদ্ধ সম্ভৱে কিৰূপে?' এই বুলি কৈ ৰাজৰ্ষিসকল, সিদ্ধগণ, শ্ৰেষ্ঠ দ্বিজসমূহ আৰু দেৱতাবৃন্দই বিমানত আৰোহণ কৰি কৌতূহল পৰায়ণ হৈ ৰল।

২৫। সেই সময়ত সমৰক্ষেত্ৰৰ সন্মুখত নিজ তেজোবলে তেজীয়ান ৰামৰ ৰূপ দেখি সকলো প্ৰাণীৰ মনত ভয়ৰ সঞ্চাৰ হল।

২৬। অক্লান্তকৰ্ম্মা ৰামৰ সেই সময়ৰ অতুলনীয় যি ৰূপ সি ক্রুদ্ধ মহাত্মা ৰুদ্ৰদেৱৰ ৰূপৰ সদৃশ হ'ল।

২৭-২৮। দেৱতা গন্ধৰ্ব্ব আৰু চাৰণগণে এইদৰে কৈ থাকোতে থাকোতেই চাৰিওফালৰ পৰা ভয়ঙ্কৰ চৰ্ম্ম, অস্ত্ৰ-শস্ত্ৰ আৰু ধ্বজ সমন্বিত ৰাক্ষস সৈন্যবাহিনীৰ গভীৰ শব্দ সমুত্থিত হল।

২৯। সৈন্যসমূহে পৰস্পৰে মুখামুখি হৈ যুদ্ধ বিষয়ে কৰা গৰ্ব্বপূৰ্ণ আলাপ, ধনুৰ আন্দোলন, অতিশয় মদপান হেতু সিহঁতৰ বাৰবাৰ হামিৰ শব্দ, নানা তৰহৰ চিঞৰ বাথৰ আৰু দুন্দুভি শব্দৰ পৰা যি বিপুল শব্দ সমুত্থিত হৈছিল তাতেই সেই বন পৰিপূৰ্ণ হল।

৩০-৩৪। সেই শব্দতে বনচাৰী পশুবোৰ এনে সন্ত্ৰস্ত হল যে, যি ঠাইত তেনে শব্দ নাই পিচৰ পিনে উভতি নোচোৱাকৈ সিহঁতে তেনে ঠাইলৈ লৰ দিলে। ইতিমধ্যে সাগৰ-সদৃশ গম্ভীৰ সেই সৈন্যবাহিনীয়ে নানা অস্ত্ৰ-শস্ত্ৰ ধাৰণ কৰি ৰামৰ পিনে মুখ কৰি আগবাঢ়িবলৈ ধৰিলে। তেতিয়া ৰণ পণ্ডিত ৰামচন্দ্ৰইযো চাৰিওফালে চকু ফুৰাই লৈ দেখিলে যে খৰৰ সৈন্যসমূহ তেওঁৰ সমুখৰ পিনে আহিবলৈ ধৰিছে। তেতিয়া ৰামে টোণৰ পৰা শৰ উলিযাই লৈ ভীমকায ধনুত টান দি ভীষণ ক্রুদ্ধ হৈ উঠিল আৰু সমগ্ৰ ৰাক্ষসকে বধ কৰাৰ উদ্দেশ্যে খঙতে অধীৰ হৈ প্ৰলয় কালৰ অগ্নি সদৃশ ৰূপ লৈ আনে চাব নোৱাৰা ৰূপ ধাৰণ কৰিলে।

৩৫। তেওঁক এইদৰে তেজতে দীপ্তিমান হোৱা দেখি বনদেৱতা সকল কম্পিত হল আৰু সকলোৱে দেখিলে যে দক্ষযজ্ঞ ধ্বংস কৰিবলৈ পিনাকীয়ে (মহাদেৱে) যি ৰূপ ধাৰণ কৰিছিল, ক্ৰোধান্বিত ৰামৰো এই কালৰ ৰূপ তদনুৰূপ হৈছিল।

৩৬। এনে অৱস্থাত সূৰ্য্যোদয় কালত নীল মেঘসমূহৰ যেনে শোভা হয়, ৰামৰ সম্মুখত ধনু, যুদ্ধৰ আভৰণ, ৰথ আৰু অগ্নিসদৃশ কবচ আদিৰে সু-সজ্জিত ৰাক্ষস সেনায়ো তেনে শোভা ধাৰণ কৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত চতুৰ্বিংশ সৰ্গ সমাপ্ত ॥

## পঞ্চবিংশ সৰ্গ

## ৰাক্ষসৰ সৈতে ৰামৰ যুদ্ধ

১। অগ্ৰগামী সৈন্যবোৰে সৈতে খৰে আশ্ৰমস্থানলৈ আহি দেখিলে যে শত্ৰুবিনাশক ৰামে ক্রুদ্ধ হৈ ধনু হাতত লৈ ৰৈ আছে।

২। তেওঁক তেনে অবস্থাত দেখি খৰে তেওঁৰ গুণ লগোৱা ভীষণ শব্দকাৰী ধনুখন তুলি লৈ ৰামৰ সমুখলৈ ৰথ চলাবলৈ সাৰথিক আদেশ দিলে।

৩। খৰৰ আদেশ পাই সাৰথিয়ে যি ঠাইত ৰামে ধনুত কম্পন তুলি অকলে থিয় দি আছিল তালৈ ঘোঁৰা চলাই দিলে।

৪। খৰে এইদৰে আগবাঢ়ি যোৱা দেখি তেওঁৰ অমাত্যৰাক্ষসগণে ভীষণ গৰ্জ্জন কৰি তেওঁক বেঢ়ি ধৰি চাৰিওফালে থিয় দিলে।

৫। ৰথস্থ দুৰ্দ্ধৰ্ষ খৰ ৰাক্ষসবোৰৰ দ্বাৰা পৰিবেষ্টিত হৈ নক্ষত্ৰবেষ্টিত উদয়কালীন ৰক্তবৰ্ণ মঙ্গলগ্ৰহৰ দৰে সুশোভিত হল।

৬—৭। তেতিয়া সমৰক্ষেত্ৰত ৰাক্ষসবোৰে হাজাৰ হাজাৰ শৰেৰে অতুলশক্তিসম্পন্ন ৰামক প্ৰপীড়িত কৰি ভীষণ শব্দ কৰি চিঞৰিবলৈ ধৰিলে আৰু লগে লগে নিশাচৰবোৰে দুৰ্জ্জয় ৰামৰ ওপৰত নানাবিধ অস্ত্ৰ বৰ্ষণ কৰিলে।

৮—১০। বীৰ ৰাঘৱৰ ওপৰত লৌহনিৰ্ম্মিত মুদ্গৰ, শূল, প্ৰাস, খড্গ, কুঠাৰ আদি অস্ত্ৰ নিক্ষেপ কৰি, মেঘসদৃশ মহাকায় মহাবলী ৰাক্ষসবোৰে ক্ৰোধান্ধ হৈ তেওঁক বধ কৰাৰ ইচ্ছাৰে ঘোঁৰা, ৰথ আৰু গিৰিশৃঙ্গ সদৃশ গজত আৰোহণ কৰি কাকুৎস্থ ৰামৰ গুৰিলৈ খেদা দিলে, আৰু তেওঁৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে।

১১—১৭। ৰাক্ষসৰ শৰবৃষ্টি মেঘমালাই পৰ্ব্বতৰ ওপৰত পৰা জলবৃষ্টিৰ ৰূপ ধাৰণ কৰিলে। ঘোৰমূৰ্ত্তি ৰাক্ষসবোৰে চাৰিওফালে আগুৰি ধৰাত সেই সময়ত ৰামৰ ৰূপ তিথিকালত* পাৰিষদগণৰ দ্বাৰা আবৃত মহাদেৱৰ ৰূপৰ নিচিনা হল। সাগৰে নদী প্ৰৱাহ গ্ৰহণ কৰাৰ দৰে ৰাঘৱ ৰামেও নিজ শৰৰ দ্বাৰা সেই সকলো শৰ গ্ৰহণ কৰিলে। বিৰাট পৰ্ব্বতে প্ৰদীপ্ত বজ্ৰবিদ্ধ হৈও যিদৰে কোনো দুখ অনুভৱ নকৰে, ৰাক্ষসৰ অস্ত্ৰৰ আঘাতত ৰামেও কোনো প্ৰকাৰৰ যন্ত্ৰণাৰ বোধ নকৰিলে। শৰবিদ্ধ শৰীৰ তেজেৰে ৰাঙলি হোৱাত, সন্ধ্যাকালত মেঘাবৃত দিবাকৰৰ যেনে ৰূপ হয় শ্ৰীমান ৰামচন্দ্ৰৰো ৰূপ তদনুৰূপ হল। বহুহাজাৰ ৰাক্ষসৰদ্বাৰা পৰিবৃত ৰামৰ তেনে ৰূপ দেখি দেৱতা, গন্ধৰ্ব্ব, সিদ্ধগণ আৰু পৰম শ্ৰেষ্ঠ ঋষিসকলে মনত বৰ দুখ পালে। তেতিয়া ৰামে ভীষণ ক্ৰুদ্ধ হৈ এটা ধনুৰমণ্ডল সাজি ললে আৰু শই শই হাজাৰে হাজাৰে আনৰ অপ্ৰতিহত কালপাশসম অসহনীয় তীক্ষ্ণ বাণ নিক্ষেপ কৰিবলৈ ধৰিলে।

১৮—২২। অনায়াসে নিক্ষিপ্ত ৰামৰ কঙ্কপত্ৰবিশিষ্ট সুবৰ্ণবিভূষিত শৰসমূহ ৰাক্ষসসৈন্যৰ ওপৰত পৰি সৈন্যৰ প্ৰাণ বিনাশ কৰিলে আৰু সিহঁতৰ শৰীৰ ভেদ কৰি তেজেৰে ৰাঙলি হৈ অগ্নিশিখাসম ৰূপ ধাৰণ কৰি অন্তৰীক্ষত দীপ্তিমান হল। এইদৰে অসংখ্য অতি উগ্ৰ ৰক্ষকুলৰ প্ৰাণসংহাৰক বাণ মণ্ডলাকাৰে সজা ৰামৰ ধনুৰপৰা নিৰ্গত হৈ শই শই সিহঁতৰ ধনু, ধ্বজাগ্ৰ, চৰ্ম্ম, কবচ, আভৰণযুক্তবাহু, কৰিকৰসম উৰু ছিন্নবিচ্ছিন্ন কৰিলে।

২৩—২৪। ৰথত লগোৱা স্বৰ্ণভূষিত হেজাৰ হেজাৰ ঘোঁৰা সাৰথিৰে সৈতে, আৰোহীৰে সৈতে হাতী, অশ্বেৰে সৈতে অশ্বাৰোহী আৰু সেইদৰে পদাতি সৈন্যসকলো ৰামৰ ধনুৰ্মুক্ত শৰাঘাতত ছিন্নভিন্ন হল।

২৫। ৰামৰ নালীক, নাৰাচ, বিকৰ্ণি আদি তীক্ষ্ণ শৰাঘাতত বিদীৰ্ণ হৈ যন্ত্ৰণাতে নিশাচৰগণৰ মাজৰপৰা ভীষণ চীৎকাৰ উঠিবলৈ ধৰিলে।

২৬। নানাপ্ৰকাৰ শৰৰদ্বাৰা নিপীড়িত হৈ অগ্নিসংযুক্ত শুকান বনবাঞ্জিৰ নিচিনা ৰাক্ষস সৈন্য ৰামৰ সন্মুখত তিষ্ঠিব নোৱাৰা হল।

* তিথিকাল—টীকাকাৰে ইয়াৰ অৰ্থ কৰিছে প্ৰদোষতিথি অৰ্থাৎ প্ৰলয়কালৰ তিথিৰ নিচিনা।

২৭। এনে অবস্থাত মহাবলী কিছুমান বীৰ ৰাক্ষসে অতিশয় ক্রুদ্ধ হৈ ৰামৰ ওপৰত প্রাস, শূল আৰু কুঠাৰ নিক্ষেপ কৰিবলৈ ধৰিলে।

২৮। বীর্য্যবান্ ৰামে বাণেৰে সকলো অস্ত্র প্রতিহত কৰি ডিঙি কাটি সিহঁতৰ প্রাণ ললে।

২৯। এইদৰে চর্ম্ম, শৰাসন আৰু শেহত শিৰোভাগ বিচ্ছিন্ন হোৱাত গৰুড়পক্ষীৰ কোবত উভলি পৰা গছৰ দৰে ৰাক্ষসবোৰ মাটিত বাগৰি পৰিল।

৩০। শেহত যি কেইটা অবশিষ্ট থাকিল সিহঁতেও বিষণ্ণ ভাবে শৰৰ কোবতে প্রপীড়িত হৈ আশ্রয় বিচাৰি খৰৰ ওচৰ চাপিল।

৩১। তেতিয়া ধনু হাতত লৈ দূষণে ৰাক্ষস সৈন্যক আশ্বস্ত কৰি ক্রোধান্বিত অন্তকসদৃশ ৰূপ লৈ ক্রুদ্ধ ৰামৰ পিনে খেদি গল।

৩২-৩৭। দূষণৰ আশ্রয় পাই উভতি অহা মহাবলী সৈন্যসমূহে ভয় এৰি সাল, তাল, শিল, শূল, মুসল, পাশ আদি অস্ত্র হাতত লৈ ৰামৰ ফালে লৰি গল আৰু ৰামৰ ওপৰত শৰ আৰু অস্ত্র বৰষিব ধৰিলে। এইদৰে অস্ত্রবৃষ্টি কৰাৰ ফলত ঘোৰমূর্ত্তি ৰাম আৰু ৰাক্ষসৰ ভিতৰত অদ্ভুত তুমুল যুদ্ধ আৰম্ভ হল। ৰাক্ষসবোৰে ক্রুদ্ধ হৈ চাৰিওফালে ৰামক বেঢ়ি ধৰা দেখি মহাবলী ৰামে ভৈৰবস্বৰে গর্জ্জন কৰি ধনুত পৰম জ্যোতির্ম্ময় গন্ধর্ব্বশৰ নিযোগ কৰিলে।

৩৮। তেতিয়া তেওঁৰ ধনুমণ্ডলৰপৰা হাজাৰে হাজাৰে শৰ নির্গত হৈ চতুর্দিশ পৰিপূর্ণ কৰিলে।

৩৯। ৰামে এনে ক্ষিপ্রগতিত উৎকৃষ্ট শৰসমূহ বাচি লৈ সিহঁতৰ ওপৰত নিক্ষেপ কৰিলে যে শৰৰ জালত ৰাক্ষসবোৰে সেইবোৰ সমূলি দেখা নাপালে, অকল ধনুৰ গুণ আকর্ষণ কৰি থকা তেওঁৰ মূর্ত্তিটোহে মাত্র সিহঁতৰ চকুত পৰিল।

৪০-৪১। শৰৰ জালত সূর্য্যৰে সৈতে সমগ্র আকাশ অন্ধকাৰে পৰিপূর্ণ হল , একে সময়তে ৰাক্ষসবোৰৰ কিছুমান নিহত, কিছুমান পতিত আৰু কিছুমান পৰিব ধৰা অবস্থানত থাকি ভূমিতল পৰিব্যাপ্ত কৰিলে।

৪২। হাজাৰ হাজাৰ ৰাক্ষস ছিন্নভিন্ন আৰু বিদাৰিত হৈ হত, পতিত আৰু কণ্ঠগতপ্রাণ অবস্থাত ৰণক্ষেত্রৰ যতে ততে দেখা পোৱা হল।

৪৩-৪৫। ফলত ৰামৰ বাণত উষ্ণীষযুক্ত মস্তক, অঙ্গদ শোভিত বাহু, উৰু, হয়, হস্তী, ৰথ, চামৰ, ব্যজন, ছত্র, ধ্বজ, শূল, পট্টিশ আদি ছিদেলি ভিদেলি হৈ পৰি থকাত ৰণভূমিয়ে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে।

৪৬। ইয়াৰ পিচতো যি বিলাক ৰাক্ষস অৱশিষ্ট থাকিল মৃত এই ৰাক্ষস বোৰৰ অবস্থা দেখি সিহঁত একেবাৰে আঁতুৰ হৈ পৰিল আৰু শত্রুপুৰ জয়ী ৰামৰ সম্মুখলৈ আহিবলৈ কাৰো সাহস নোহোৱা হল।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তর্গত পঞ্চবিংশ সর্গ সমাপ্ত ॥**

# ষড়্‌বিংশ সৰ্গ

## দূষণৰ চৌধহাজাৰ ৰাক্ষসসেনাৰ নিপাত

১—৪। আত্মপক্ষীয় সৈন্যদল নিহত হোৱা দেখি মহাবাহু দূষণে আনে সহজে আক্রমণ কৰিব নোৱাৰা আৰু যুদ্ধত কোনোদিনে পৰাঙ্মুখ নোহোৱা ভীম পৰাক্রমী পাঁচহাজাৰ ৰাক্ষস-সেনাক যুদ্ধৰ বাবে আগবাঢ়ি যাবলৈ আদেশ দিলে। এই ৰাক্ষসবোৰে ৰামৰ ওপৰত চাৰিওফালৰ-পৰা শূল, পট্টিশ, খড়্গা, শিল, গছ আৰু শৰসমূহ বৰ্ষণ কৰিবলৈ ধৰিলে। বৃষভে যেনেকৈ চকুদুটা আধামুদা কৰিবে বৃষ্টিধাৰা গ্ৰহণ কৰে মহাত্মা ৰাঘৱেও তেনেদৰে তেওঁৰ তীক্ষ্ণবাণসমূহৰদ্বাৰা ৰাক্ষসবোৰৰ প্ৰাণসংহাৰক সেই শৰবৃষ্টি গ্ৰহণ কৰি প্ৰতিৰোধ কৰিলে।

৫—৯। তেতিয়া ৰাম অতিশয় ক্রুদ্ধ হৈ উঠিল আৰু [illegible] শক্তিবলে প্ৰদীপ্ত অগ্নিসমৰূপ ধাৰণ কৰি দূষণ আৰু সমগ্ৰ সৈন্যৰ ওপৰত শৰবৃষ্টি কৰিবলৈ ধৰিলে। তেতিয়া সেনাপতি শত্রুবিনাশক দূষণ ক্রুদ্ধ হৈ শৰসমূহৰ দ্বাৰা ৰাঘৱক প্ৰতিৰোধ কৰাত ৰাম দ্বিগুণ ক্রুদ্ধ হ'ল আৰু ক্ষুৰসদৃশ এপাত শৰেৰে দূষণৰ মহাধনুখন কাটিলে, তাৰ পিচত বীৰ ৰামচন্দ্ৰই চাৰিপাত শৰেৰে দূষণৰ ঘোঁৰা চাৰিটা বধ কৰি অৰ্দ্ধচন্দ্ৰ শৰেৰে সাৰথিৰো মূৰটো কাটি পেলালে আৰু আন তিনিপাত শৰেৰে সেই ৰাক্ষসৰ বুকু ভেদ কৰিলে। এইদৰে দূষণৰ ধনু ছিন্ন হ'ল আৰু অশ্ব আৰু সাৰথিৰ মৃত্যু হোৱাত দূষণ ৰথবিহীন হ'ল।

১০। ৰথহীন হৈ দূষণে গিৰিশৃঙ্গসদৃশ ৰোমহৰ্ষক পৰিঘ অস্ত্ৰ তুলি ললে। এই পৰিঘ সুবৰ্ণ আৰু পট্টবস্ত্ৰে আবৃত আৰু দেৱসৈন্য বিনাশক।

১১। ইয়াৰ চাৰিওফাল লোহনিৰ্ম্মিত শলাকাৰে পৰিপূৰ্ণ আৰু ই শত্রুৰ মেদেৰে অভিষিক্ত, বজ্ৰতুল্য এই অস্ত্ৰৰ স্পৰ্শ মাত্ৰেই শত্রুৰ প্ৰাণ বিনাশ হয় আৰু ই সততে শত্রু পক্ষৰ পুৰদ্বাৰ বিদাৰক।

১২। ক্রূৰকৰ্ম্মা নিশাচৰ দূষণে মহাসৰ্পসদৃশ এই পৰিঘ গ্ৰহণ কৰি ৰণস্থলত ৰামৰ পিনে ধাৱমান হ'ল।

১৩। দূষণে এইদৰে খেদি অহাত ৰাঘৱে দুপাত শৰেৰে অলঙ্কাৰে বিভূষিত তাৰ বাহু যুগল ছেদন কৰিলে।

১৪—১৫। হাত দুখন কটা যোৱাত দূষণৰ ইন্দ্ৰধ্বজ সদৃশ বৃহদাকাৰ সেই পৰিঘ যুদ্ধক্ষেত্ৰত ৰামৰ আগতে পৰি গ'ল আৰু লগে লগে ছিন্নহস্ত দূষণ দন্তবিচ্ছিন্ন মত্ত গজৰ দৰে মাটিত বাগৰি পৰিল।

১৬। নিহত দূষণ ৰণক্ষেত্ৰত বাগৰি পৰাত অন্তৰীক্ষস্থিত প্ৰাণীসমূহে "সাধু সাধু" বুলি ৰামৰ স্তুতি কৰিলে।

১৭। ঠিক এনে সময়তে সৈন্যসমূহৰ সন্মুখ ভাগত থকা তিনিটা ৰাক্ষসে মৃত্যু পাশত আবদ্ধ হৈছে যেন ৰণক্ষেত্ৰৰ ভিতৰত ক্ৰোধত অধীৰ হৈ ৰামৰ ফালে খেদি গ'ল।

১৮—২১। এই তিনটা হৈছে মহাকপাল, স্থূলাক্ষ আৰু মহাবলী প্ৰমাথী। ইয়াৰ ভিতৰত ৰাক্ষস মহাকপালে বৃহদাকাৰ শূল, স্থূলাক্ষই পট্টিশ আৰু প্ৰমাথীয়ে কুঠাৰ হাতত লৈ এক গোট হৈ অহা দেখি ৰাঘৱে তীক্ষ্ণ শৰসমূহৰ দ্বাৰা অভ্যাগত অতিথি হিচাপে সিহঁতক গ্ৰহণ কৰি প্ৰথমতে মহাকপালৰ মূৰটো কাটি পেলালে, পিচত অসংখ্য বাণ নিক্ষেপ কৰি প্ৰমাথীক বধ কৰিলে আৰু স্থূলাক্ষৰ বৃহৎ চকু দুটা বাণবিদ্ধ কৰিলে।

২২—২৫। এইদৰে বাণবিদ্ধ হৈ ডাল-পাত থকা এজোপা ডাঙৰ গছৰ দৰে স্থূলাক্ষ মাটিত বাগৰি পৰিল। তাৰ পিচত ৰামে ক্ৰুদ্ধ হৈ অলপ সময়ৰ ভিতৰতে পাঁচ হাজাৰ শৰেৰে দূষণৰ পাঁচ হাজাৰ ৰাক্ষসসেনাক যমপুৰীলৈ পঠালে। দূষণ আৰু তেওঁৰ অনুগামী সৈন্যসমূহ এইদৰে নিহত হোৱা দেখি খৰে ক্ৰুদ্ধ হৈ মহাবলী তেওঁৰ সেনাধ্যক্ষসকলক আদেশ দিলে, "যুদ্ধত দূষণ তেওঁৰ অনুগামী সৈন্যসমূহে সৈতে নিহত হ'ল। এতিয়া তোমালোকে মোৰ এই বৃহৎ সৈন্যবাহিনীৰে সৈতে নৰাধম ৰামৰ লগত যুদ্ধ কৰি নানা প্ৰকাৰ অস্ত্ৰৰ সহায়ত সকলোৱে মিলি তাক বধ কৰা।"

২৬—২৮। খৰে ক্ৰুদ্ধ হৈ এই বুলি কৈয়ে ৰামৰ পিনে খেদি গ'ল আৰু তেতিয়া লগে লগে শ্যেনগামী, পৃথুগ্ৰীৱ, যজ্ঞশত্ৰু, বিহঙ্গৱ, দুৰ্জ্জয়, কৰবীৰাক্ষ, পুৰুষ, কালকাৰ্মুক, হেমমালী, মহামালী, সৰ্পাস্য আৰু ৰুধিৰাশন, এই বাৰ জন মহাবীৰ্য্যশালী সেনাধ্যক্ষই সৈন্যগণে সৈতে বচা বচা শৰ নিক্ষেপ কৰি ৰামৰ ফালে ধাবিত হ'ল।

২৯। সিহঁতক এইদৰে অহা দেখি তেজস্বী ৰামে সোণ আৰু বজ্ৰমণি খটোৱা পাবকসদৃশ শৰসমূহেৰে খৰৰ হতাৱশিষ্ট সৈন্যসমূহক বধ কৰিলে।

৩০। তেতিয়া ধোৱাই থকা জুইৰ নিচিনা সোণৰ পাখী লগোৱা শৰসমূহে বজ্ৰপাতে বৃহৎ বৃহৎ বৃক্ষৰাজিক বিনাশ কৰাৰ দৰে সকলো ৰাক্ষসকে বধ কৰিলে।

৩১। এপাত কৰ্ণিশৰেৰে ৰামে এশ ৰাক্ষসক বধ কৰিলে আৰু হাজাৰ পাতেৰে হাজাৰ ৰাক্ষসক ৰণক্ষেত্ৰত নিপাত কৰিলে।

৩২। শৰসমূহৰ কোবত ৰাক্ষস সৈন্যৰ বৰ্ম্ম, আভৰণ আৰু ধনু ছিন্নভিন্ন হোৱাত সকলো নিশাচৰ তেজেৰে লুটুৰি পুতুৰি হৈ মাটিত পৰি গ'ল।

৩৩। এইদৰে আলিমুলি লগা চুলিৰে সৈতে তেজেৰে ৰাঙলি হৈ ধৰণীতল ৰাক্ষসৰ শৰীৰে পৰিব্যাপ্ত হোৱাত সেই ৰাঙ্গনে কুশ সিঁচৰিত হৈ থকা অশ্বমেধাদি যজ্ঞৰ মহা বেদীৰ নিচিনা শোভা ধাৰণ কৰিলে।

৩৪। ৰাক্ষসবোৰ নিহত হোৱাত মহাঘোৰ সেই অৰণ্য সিহঁতৰ মাংস আৰু তেজমিহলি বোকাৰে পৰিপূৰ্ণ হৈ ভীষণ এখন নৰকত পৰিণত হ'ল।

৩৫। কি আশ্চৰ্য্য! অকল এজন মানুহ ৰামচন্দ্ৰই ৰথ আদিৰ সহায় নোলোৱাকৈ মাটিৰ পৰা'ইয়ে চৈধ্য হাজাৰ ভীমকৰ্ম্মা ৰাক্ষসক বধ কৰিলে।

৩৬। যুদ্ধৰ শেহত ৰাক্ষস সৈন্যৰ ভিতৰত বল একমাত্ৰ মহাৰথ খৰ আৰু ত্ৰিশিৰা আৰু আন ফালে বল শত্ৰুনিসূদন ৰাম।

৩৭। শক্ৰৰে পৰাক্ৰম সহিব নোৱাৰা বাকী যিবোৰ মহাবীৰ্যশালী ঘোৰমূৰ্ত্তিৰ ৰাক্ষস আছিল সেই সকলো মৃত্যু মুখত পতিত হ'ল।

৩৮। অৱশেষত সেই মহাযুদ্ধত ৰাক্ষস খৰে তেওঁৰ ভীমবল ৰাক্ষসসেনা ধৰ্মনিষ্ঠ, অধিকন্তৰ বলশালী মহাত্মা ৰামচন্দ্ৰৰ দ্বাৰা নিহত হোৱা দেখি ৰক্তপাণি ইন্দ্ৰসদৃশ ৰূপ ধাৰণ কৰি ৰথত উঠি ৰামৰ ওচৰলৈ খেদি গ'ল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ষড বিংশ সৰ্গ সমাপ্ত ॥

## সপ্তবিংশ সৰ্গ

## ত্ৰিশিৰা বধ

১। খৰক ৰামৰ সন্মুখলৈ আগবাঢ়ি যোৱা দেখি সেনানায়ক ত্ৰিশিৰা নামে ৰাক্ষসে লৰালৰিকৈ তেওঁৰ ওচৰলৈ আহি কবলৈ ধৰিলে।

২। "পৰাক্ৰম মোৰ আছে আপুনি মাকে নিয়োগ কৰি এই সাহস পৰিত্যাগ কৰক, ৰণক্ষেত্ৰত মহাবাহু ৰামক কিদৰে বধ কৰোঁ আপুনি চাওঁক।

৩। অস্ত্ৰ স্পৰ্শ কৰি সত্যৰ নামত শপথ লৈ কৈছোঁ সকলো ৰাক্ষসৰ হকে বধৰ উপযুক্ত ৰামক কিদৰে বধ কৰিব পাৰোঁ আপুনি সেই বিষয়ে যত্নপৰ হওক।

৪। এই ৰণত হয় ৰামৰ মৃত্যু অথবা মোৰ, যুদ্ধলৈ অ পোনাৰ যি উৎসাহ হৈছে আপুনি তাৰ পৰা নিবৃত্ত হওক, নিৰপক্ষতা আশ্ৰয় কৰি চাই থাকক মাথো।

৫। যদিহে ৰামৰ মৃত্যু হয় তেন্তে আনন্দচিত্তে জনস্থানলৈ উভতি যাব আৰু যদিহে মই মৰোঁ তেন্তে যুদ্ধলৈ আপুনি আগবাঢ়ি যাব।"

৬। মৃত্যুক বৰণ কৰিও ত্ৰিশিৰা যুদ্ধলৈ আগবঢ়া দেখি খৰে সন্তুষ্ট হৈ কলে, "বাৰু অনুমতি দিলোঁ।" তেতিয়া ত্ৰিশিৰা ৰামৰ সন্মুখলৈ আগবাঢ়িল।

৭—৮। অশ্বযুক্ত সমুজ্জ্বল ৰথত আৰোহণ কৰি ত্ৰিশিৰাই তিনি-শৃঙ্গ-বিশিষ্ট-পৰ্ব্বত সদৃশ ৰূপলৈ ৰামৰ ওচৰলৈ খেদি আহি মহামেঘে বৰষা দি শৰধাৰা বৰ্ষণ কৰি পানীত তিতা দুন্দুভি স্বৰসদৃশ স্বৰে গৰ্জ্জন কৰিবলৈ ধৰিলে।

৯। ৰাক্ষস ত্ৰিশিৰা এইদৰে আগবাঢ়ি অহাত ৰামে তীক্ষ্ণ শৰসমূহ বাচি লৈ ধনুত টঙ্কাৰ দি যুদ্ধলৈ সাজু হল।

১০। তেতিয়া মহাবলশালী সিংহ আৰু হাতীৰ ভিতৰত হোৱা যুঁজৰ নিচিনা ৰাম আৰু ত্ৰিশিৰাৰ ভিতৰত এখন তুমুল যুদ্ধ আৰম্ভ হল।

১১—১২। ৰাক্ষস ত্ৰিশিৰাই তিনিপাত শৰদ্বাৰা ৰামৰ ললাটত আঘাত কৰাত ৰাম ক্ৰুদ্ধ হৈ বিদ্ৰূপৰ ছলে সগৰ্ব্বে কবলৈ ধৰিলে, "আহা বিক্ৰমশূৰ ৰাক্ষসৰ কি বল! তোৰ এই শৰৰ আঘাত মোৰ মনত ফুলৰ আঘাত যেন হে লাগিল। বাৰু, এতিয়া ধনুৰ্মুক্ত মোৰ শৰ তই গ্ৰহণ কৰ।"

১৩—১৫। এই বুলি ৰামে ক্ৰোধান্বিত হৈ সৰ্প সদৃশ চৌধপাত শৰ ত্ৰিশিৰাৰ বুকুলৈ নিক্ষেপ কৰিলে, চাৰিপাত সন্নতপৰ্ব্ব বাণে তাৰ চাৰিটা ঘোঁৰা নিপাত কৰিলে আৰু তাৰ পিচত আঠপাত শৰে সাৰথিক বিদ্ধ কৰি ৰথৰ ওপৰতে ( সন্মুখ ভাগত ) তাক পেলাই থলে।

১৬—১৭। এপাত বাণেৰে ৰাক্ষসৰ ৰথৰ উন্নত ধ্বজা বিচ্ছিন্ন কৰিলে। এইদৰে বিৰথ হৈ ৰাক্ষসে মাটিত জাপ দিয়াৰ লগে লগে হৃদয় খাসত বাণ বিদ্ধ ৰাক্ষস জড় ( অৰ্থাৎ আন অস্ত্ৰ গ্ৰহণৰ বাবে অসমৰ্থ ) হোৱাত অপৰিমিত প্ৰভাৱশালী ৰামে ক্ৰুদ্ধ হৈ শৰেৰে দ্ৰুতগামী তাক বিদ্ধ কৰিলে।

১৮। তিনিপাত শৰত তাৰ তিনিটা মূৰ বিচ্ছিন্ন হোৱাত, ৰামৰ বাণত পীড়িত ৰাক্ষসে ধূমপূৰ্ণ তেজ উদ্গীৰণ কৰিবলৈ ধৰিলে।

১৯—২০। পূৰ্ব্বতে মস্তক বিচ্ছিন্ন হৈ মাটিত পৰি যোৱাৰ পিচত নিশাচৰ ৰণস্থলত নিপাতিত হল। এইদৰে মৰিহজি যি কেইটা ৰাক্ষস খৰক আশ্ৰয় কৰি ৰৈ আছিল সিহঁতেও ব্যাধৰ ভয়ত দৌৰি পলোৱা মৃগৰ দৰে লৰিবলৈ ধৰিলে, ৰৈ আৰু নাথাকিল। সিহঁত এইদৰে লৰি পলোৱা দেখি সিহঁতক ওভতাই আনি ৰাক্ষস খৰে ক্ৰুদ্ধ হৈ চন্দ্ৰৰ ফালে ৰাহুৰে যোৱাৰ দৰে দ্ৰুতপদে ৰামৰ ফালে লৰি গ'ল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত সপ্তবিংশ সৰ্গ সমাপ্ত ॥

## অষ্টাবিংশ সৰ্গ

### ৰামৰ শৰত খৰৰ ধনুচ্ছেদ, ৰথ আৰু সাৰথিৰ নিপাত

১। যুদ্ধত ত্ৰিশিৰাৰে সৈতে দূষণৰ মৃত্যু আৰু আনপিনে ৰামৰ বিক্ৰম, উভয়কে লক্ষ্য কৰি খৰৰ মনত ভয়ৰ সঞ্চাৰ হল।

২। তেওঁ দেখিলে যে ৰামে অকলে আনৰ পক্ষে অসহনীয় মহাবলশালী ৰাক্ষস সৈন্যক বধ কৰিলে আৰু লগতে দূষণ আৰু ত্ৰিশিৰাও নিহত হল।

৩। সৈন্যৰ সৰহভাগেই নিহত হোৱা দেখি নমুচিয়ে ইন্দ্ৰৰ ওচৰলৈ খেদি যোৱাৰ দৰে খৰেও ৰামৰ ফালে খেদি গ'ল।

৪—৫। তেওঁ সুদৃঢ় ধনুৰ গুণটানি ক্রুদ্ধ সর্পময় ৰক্তপায়ী নাৰাচ অস্ত্র ৰামৰ ওপৰত নিক্ষেপ কৰিলে আৰু ৰথৰ ওপৰতে থাকি জ্যা আস্ফালন কৰি শিক্ষালব্ধ অস্ত্র কৌশল দেখুৱাই সমৰ ক্ষেত্রত ঘূৰি ফুৰিবলৈ ধৰিলে।

৬—৭। এইদৰে বিচৰণ কৰি মহাৰথী খৰে শৰজালেৰে দিগবিদিক পৰিপূর্ণ কৰা দেখি ৰামচন্দ্রয়ো তেওঁৰ সুবৃহৎ ধনুখন হাতত লৈ অগ্নিস্ফুলিঙ্গ সদৃশ শৰসমূহৰ দ্বাৰা, মেঘমালাই বৃষ্টি-পাতেৰে আকাশ ঢাকি পেলোৱাৰ দৰে আকাশ ঢাকি পেলালে।

৮। খৰ আৰু ৰাম উভয়ে নিক্ষেপ কৰা তীক্ষ্ণ শৰজালত সুবিশাল শূন্য আকাশৰ চিনচাব নোহোৱা হল।

৯। সংক্ষুব্ধ হৈ উভয়ে উভয়ৰ বধৰ কাৰণে যুদ্ধ কৰি থাকোতে শৰজালৰ কোৱত সূর্য্যদেৱো অদৃশ্য হৈ পৰিল।

১০। তাৰ পিচত মাউতে অঙ্কুশেৰে মহাগজক বিদ্ধ কৰাৰ নিচিনাকৈ ৰণক্ষেত্রত খৰেও তেওঁৰ নালীক, নাৰাচ, বিকর্ণি আদি তীক্ষ্ণ শৰৰ দ্বাৰা ৰামক বিন্ধিবলৈ ধৰিলে।

১১। সেই সময়ত ধনু হাতত লৈ ৰথত থিয় হৈ থকা খৰ প্রাণী সমূহৰ মানত পাশ হাতত লৈ থকা কৃতান্ত যেন বোধ হল।

১২। এই সুযোগতে খৰে ভাবিলে সর্ব্বাস্ত্রসংহাৰী পুৰুষাকাৰ মূর্ত্তি মহাপৰাক্রমশালী ৰাম পৰিশ্রান্ত।

১৩। কিন্তু ৰামে হলে ক্ষুদ্র মৃগক সন্মুখত দেখিলে সিংহ যিদৰে উদ্বিগ্ন নহয়, সিংহসদৃশ পৰাক্রমশালী, আৰু গমনতো সিংহসদৃশ খৰক দেখি মনত কোনো উদ্বিগ্নতা অনুভৱ নকৰিলে।

১৪—১৫। ইতিমধ্যে খৰে তাৰ সূর্য্যসদৃশ প্রভাযুক্ত ৰথৰ বলেৰে গৈ পতঙ্গ অগ্নিৰ পিনে উৰি যোৱাৰ দৰে ৰামৰ ওচৰলৈ খেদি আহিল আৰু ক্ষিপ্রতা দেখুৱাই মহাত্মা ৰামে খাপোচ মাৰি ধৰি থকা ঠাইতে ধনুখন তাৰ শৰৰ দ্বাৰা কাটি পেলালে।

১৬—১৮। তাৰ পিচতে ইন্দ্রৰ বজ্রসম সাত পাত শৰৰ দ্বাৰা ৰামৰ মৰ্ম্মস্থানত আঘাত কৰিলে আৰু হাজাৰ পাত শৰেৰে অমিত বলশালী ৰামক পীড়িত কৰি যুদ্ধস্থলত ভীষণৰবে গৰ্জ্জন কৰিবলৈ ধৰিলে। ইপিনে খৰৰ সুপৰ্ব্ব শৰৰ আঘাতত ৰামৰ সূর্য্যসম দীপ্তিময় কৱচ মাটিত সুলকি পৰিল।

১৯—২০। শৰৰ জালত সকলো শৰীৰতে পীড়া অনুভৱ কৰি ৰাম ক্রুদ্ধ হল আৰু ৰণক্ষেত্রত ধোঁৱাহীন অগ্নিসদৃশ হৈ জ্বলি উঠিল, আৰু শত্রুৰ বিনাশৰ অর্থে গম্ভীৰ শব্দযুক্ত আন এখন ধনুত গুণ লগালে।

২১—২২। এইখনেই হৈছে মহর্ষি অগস্ত্যপ্রদত্ত সেই বৈষ্ণৱ ধনু। ৰামে এই শ্রেষ্ঠ ধনুখন তুলি লৈ খৰলৈ খেদি গল আৰু ক্রোধতে অধীৰ হৈ সন্নতপৰ্ব্ব শৰৰদ্বাৰা খৰৰ ৰথৰ ধ্বজ কাটি পেলালে।

২৩—২৪। কাঞ্চনময় মনোহৰ ধ্বজা বহু খণ্ডত বিচ্ছিন্ন হৈ দেৱতাসকলৰ নির্দ্দেশমতে ভূলুণ্ঠিত সূর্য্যসদৃশ মাটিত বাগৰি পৰাত খৰ অতিশয় ক্রুদ্ধ হল আৰু চাৰিপাত শৰেৰে অঙ্কুশবিদ্ধ মাতঙ্গ শৰীৰ সদৃশ ৰামৰ শৰীৰ বিদ্ধ কৰিলে।

২৫। খৰৰ কাৰ্ম্মুক নিক্ষিপ্ত শৰজালত ৰামৰ শৰীৰ বিদ্ধ হোৱাত ৰাম তেজতে ৰাঙলি হৈ ভীষণ ক্ৰুদ্ধ হল।

২৬। তেতিয়া ধনুৰ্দ্ধাৰী সকলৰ অগ্ৰগণ্য ৰামচন্দ্ৰই সেই মহাযুদ্ধত ধনুখন হাতত লৈ লক্ষ্য স্থিৰ কৰি ছপাত শ্ৰেষ্ঠ শৰ নিক্ষেপ কৰিলে।

২৭। তাৰে এপাতে ৰাক্ষসৰ মস্তক, দুপাতে তাৰ বাহু আৰু তিনিপাত অৰ্দ্ধচন্দ্ৰাকৃতি বক্ৰ শৰে তাৰ বক্ষস্থল বিদ্ধ কৰিলে।

২৮। তাৰ উপৰিও মহাতেজস্বী ৰামচন্দ্ৰই ক্ৰুদ্ধ হৈ সূৰ্য্যসম দীপ্তিমান্ শিলাশাণিত আৰু তেৰপাত নাৰাচ অস্ত্ৰ নিক্ষেপ কৰি ৰাক্ষসক আঘাত কৰিলে।

২৯—৩১। তাৰে এপাতেদি ৰথৰ যুঁৱলি, চাৰিপাতেদি তাৰ পথৰা ঘোঁৰা চাৰিটা আৰু ষষ্ঠ পাতেদি সাৰথিৰ শিৰশ্ছেদন কৰিলে। লগে লগে মহাবলশালী ৰামচন্দ্ৰই তিনিপাত শৰৰ দ্বাৰা ৰথৰ ত্ৰিবেণু* আৰু দুপাতেৰে ৰথৰ অক্ষ ভেদ কৰিলে। দ্বাদশপাত বাণেৰে ৰামে শৰে সৈতে খৰৰ ধনুখন ছেদ কৰি যুদ্ধক্ষেত্ৰত অট্টহাস্য কৰিলে আৰু ইন্দ্ৰসম ৰূপ লৈ ত্ৰয়োদশপাত বাণেৰে ৰাক্ষসৰ বুকু ভেদ কৰিলে।

৩২। এইদৰে ধনু, ৰথ, অশ্ব, সাৰথি সকলো বিধ্বস্ত হোৱাত গদা হাতত লৈ খৰ মাটিত জপিয়াই পৰিল।

৩৩। মহাৰথী ৰামৰ এই কৰ্ম্ম দেখি দেৱতা আৰু মহৰ্ষি সকলে মিলিত হৈ শূন্যতে অৱস্থান কৰি কৃতাঞ্জলিপুটে ৰামক পূজা কৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত অষ্টাবিংশ সৰ্গ সমাপ্ত ॥**

## একোনত্ৰিংশ সৰ্গ

## ৰাম আৰু খৰৰ যুদ্ধ

১। খৰ ৰথহীন অৱস্থাত গদা হাতত লৈ থকা দেখি মহাতেজস্বী ৰামে লাহেকৈ অলপ টান সুৰত কবলৈ ধৰিলে।

২—৩। “গজ, অশ্ব, আৰু ৰথাদিৰে পৰিপূৰ্ণ মহান এটা সৈন্যবলৰ মাজত থাকি, সৰ্ব্বলোক নিন্দিত অতিশয় কুকৰ্ম্মত তই ৰত হৈছিলি। তই নিষ্ঠুৰ আৰু পাপ কৰ্ম্মত আসক্ত হৈ প্ৰাণীবৰ্গৰ উদ্বেগৰ কাৰণ হৈছিলি, স্বয়ং ত্ৰিলোকেশ্বৰো যদি এনেবিধৰ কামত লিপ্ত হয়, তথাপি তেওঁৰো ৰক্ষা নাই।

৪। হেৰ নিশাচৰ, যি প্ৰাণীয়ে লোকবিৰুদ্ধ কামত লিপ্ত হৈ উগ্ৰ স্বভাৱ সম্পন্ন হয়, সন্মুখত উপস্থিত দুষ্ট সাপৰ দৰে সি সকলোৰে বধ্য হয়।

* ত্ৰিবেণু—ত্ৰিবেণুনাম ৰথমুখস্থ যুগাধাৰদণ্ড অৰ্থাৎ যুঁৱলি থৰি থকা যাবি।—টীকাকাৰ

৫। যি মানুহে কাম* বা লোভৰ বশবৰ্ত্তী হৈ পাপাচৰণ কৰে সি তাৰ পৰিণাম বুজি নাপায়, ব্ৰাহ্মণীয়ে †কৰকা ভক্ষণ কৰি মৃত্যুমুখত পতিত হোৱাৰ দৰে তেনেলোকো মৃত্যুৰ মুখত পৰে আৰু তাকে দেখি মানুহে আনন্দহে প্ৰকাশ কৰে।

৬। হেৰ ৰাক্ষস, দণ্ডকাৰণ্য নিবাসী মহাত্মা ধৰ্ম্মপৰায়ণ তাপস সকলক বধ কৰি তই কি ফল লাভ কৰিছ ?

৭। শুৰি কাটি দিয়া গছে যিদৰে থিয় হৈ থাকিব নোৱাৰে এই জগতত পাপকৰ্ম্মা, ক্ৰূৰমতি, লোকসমাজত নিন্দিত প্ৰাণীয়ে পূৰ্ব্ব সুকৃতিৰ ফলত ঐশ্বৰ্য্য লাভ কৰি থাকিলেও শেহলৈ বৰ্ত্তি থাকিব নোৱাৰে।

৮। ঋতুকালত গছে যিদৰে তাৰ সময়োপযোগী ফুল ধাৰণ কৰে পাপাচাৰীজনেও অৱশ্যে তাৰ বিষম ফল সেইদৰে ভোগ কৰিব।

৯। বিষ মিশ্ৰিত অন্ন ভক্ষণকাৰী জনৰ দৰে পাপাচৰণকাৰী জনে বেগতে তাৰ ফলপ্ৰাপ্ত হয়।

১০। হেৰ নিশাচৰ, প্ৰাণীসমূহৰ ঘোৰ অন্যায় বিচাৰি যি সকলে পাপকৰ্ম্মত ৰত হয়, তেনেবিধৰ প্ৰাণীৰ বিনাশ সাধনৰ বাবে নিযুক্ত হৈহে মই হয়াল আহিছোঁ।

১১। মোৰ নিক্ষিপ্ত সুবৰ্ণ বিভূষিত এই শৰসমূহে তোৰ শৰীৰ বিদীৰ্ণ কৰি সাপ উইৰ হাফলুত সোমোৱাৰ দৰে মাটি ভেদ কৰি পাতালপুৰীত প্ৰবেশ কৰিব।

১২। দণ্ডকাৰণ্য নিবাসী যি সকল ধৰ্ম্মাচাৰী জীৱক তই ভক্ষণ কৰিছ, আজি যুদ্ধত নিহত হৈ তোৰ সৈন্যগণে সৈতে তই তেওঁলোকৰে পদ অনুসৰণ কৰিবি।

১৩। পূৰ্ব্বতে তই যি সকল শ্ৰেষ্ঠ ঋষিক বধ কৰিছিলি, আজি শূন্যতে থাকি মোৰ শৰত নিহত হৈ তোক নৰকগামী হোৱা তেওঁলোকে চাই থাকক।

১৪। কুলাধম, তোৰ ইচ্ছা অনুসৰি প্ৰহাৰ কৰি থাক আৰু যথাশক্তি শক্তিৰ প্ৰয়োগ কৰ, এই মুহূৰ্ত্ততে তাল ফলৰ নিচিনা তোৰ মূৰ মই নিপাতিত কৰিম।

১৫—১৬। ৰামৰ কথা শুনি ৰাক্ষসৰ চকু ৰঙা হৈ উঠিল, সি জ্ঞানশূন্য হৈ বিকটস্বৰে হাঁহি কৰলৈ ধৰিলে, "দশৰথ পুত্ৰ তই যুদ্ধত সাধাৰণ কেইটামান ৰাক্ষসক বধ কৰি গৰ্ব্বিত হৈ নিজেই নিজক প্ৰশংসা কৰিছ কিয় ?

১৭। যি সকল প্ৰকৃততে পৰাক্ৰমশালী বলবান শ্ৰেষ্ঠপুৰুষ তেওঁলোকে নিজ তেজোবলে গৰ্ব্বিত হলেও নিজৰ প্ৰশংসাবিষয়ক কোনো কথা উল্লেখ নকৰে।

১৮। ৰাম, যিসকল ক্ষত্ৰিয়াধম সাধাৰণ প্ৰকৃতিৰ আৰু পাপমতি, অকল সিহঁতেহে তোৰ দৰে গৰ্ব্ব কৰে।

১৯। হে বীৰ তোৰ মৃত্যুসম যুদ্ধকাল উপস্থিত, এনেস্থলতো নিজ কুলৰ গৌৰৱ বৰ্ণনা কৰি প্ৰশংসা কৰিব নলগীয়া ক্ষেত্ৰতো আত্মপ্ৰশংসা কৰিছ কিয় ?

* কাম ইত্যাদি—অপ্ৰাপ্তবস্তুৰ প্ৰাপ্তিৰ ইচ্ছাৰ নাম কাম, প্ৰাপ্তবস্তুৰ অতিমাত্ৰা লাভৰ ইচ্ছাৰ নাম লোভ।

† কৰকা বৰ্ষোপল বাবে এবিধ বস্তু (সক পাথৰ জাতীয়)। ব্ৰাহ্মণী—বৰঙা নেজ থকা জেঠীজাতীয় জন্তু। প্ৰবাদ আছে যে এই জেঠীজাতীয় জীৱে পৰিণাম বুজি নাপাই কৰকা ভক্ষণ কৰে। আৰু খোৱাৰ লগে লগে মৃত্যুমুখত পৰে—কতক

২০। কুশাগ্নিয়ে যিদৰে সুবৰ্ণৰূপধাৰী পিতলৰ নিজৰূপ প্ৰকাশ কৰে তয়ো তোৰ এই বৃথা গৰ্ব্বৰ দ্বাৰা তোৰ লাঘবতা হে প্ৰকাশ কৰিছ।

২১। গদা হাততলৈ ধাতুসমূহৰ উৎপত্তিস্থান কুলাচল পৰ্ব্বত সদৃশ হৈ অটল অচল হৈ মই যে ইয়াত থিয় হৈ আছোঁ, তই নিশ্চয় লক্ষ্য কৰা নাই।

২২। এই গদা হাতত লৈ তোৰ নিচিনা প্ৰাণীক বধ কৰাৰ বাবে মোৰ যথেষ্ট সামৰ্থ্য আছে, অধিক কি এই গদা ধাৰণ কৰি কালপাশধাৰী কৃতান্ত সদৃশ হৈ মই তিনিও জগতকে বিনাশ কৰিব পাৰোঁ।

২৩। তোক কবলগীয়া বহু কথা থাকিলেও এতিয়া আৰু মই তোক সেইবোৰ নকওঁ। সূৰ্য্য অস্ত যোৱাৰ উপক্ৰম হৈছে, তেতিয়া হলে বহুত বিঘিনি উপস্থিত হব।

২৪। তই চৈধ্য হাজাৰ ৰাক্ষস বধ কৰিলি, এতিয়া তোক বিনাশ কৰি মই সিহঁতৰ চকুৰ পানী আতৰাম।"

২৫। এই বুলি কৈ খৰে প্ৰদীপ্ত বজ্ৰসম সুবৰ্ণবলয়বিশিষ্ট শ্ৰেষ্ঠ গদাপাত ৰামলৈ নিক্ষেপ কৰিলে।

২৬। প্ৰদীপ্ত মহান্ সেই গদা খৰৰ হাতৰ পৰা বিমুক্ত হৈ বৃক্ষ গুল্ম আদি চূৰ্ণাকৃত কৰি ৰামৰ সন্মুখত উপস্থিত হলহি।

২৭। মৃত্যুপাশসম সেই ভীষণ গদা ৰামৰ ওচৰলৈ খেদি অহা দেখি অন্তৰিক্ষত থকা অবস্থাতে ৰামে বহু শৰ নিক্ষেপ কৰি কাটি তাক ছিন্ন বিচ্ছিন্ন কৰিলে।

২৮। তেতিয়া মন্ত্ৰ আৰু ঔষধিৰ বলত অতিশয় বিষধৰ সৰ্প যিদৰে নিপতিত হয় শৰসমূহৰ দ্বাৰা বিচ্ছিন্ন সেই গদাও তেনেদৰে মাটিলৈ খহি পৰিল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একোনত্ৰিংশ সৰ্গ সমাপ্ত। ॥

## ত্ৰিংশ সৰ্গ

### খৰৰ বধ

১। ধৰ্ম্মবৎসল ৰামে শৰসন্ধানৰ দ্বাৰা খৰৰ সেই গদা বিচ্ছিন্ন কৰি ঈষৎ হাঁহি মাৰি উত্তেজিত ভাবে কবলৈ ধৰিলে,

২। "ৰাক্ষসাধম, এয়ে তোৰ বল! তেন্তে বুজিলি শক্তিত তই মোতকৈ বহুত তলত আৰু তোৰ এই গৰ্জ্জনো মিছাতে।

৩। এইয়া তোৰ গদা, মোৰ বাণতে বিদ্ধ হৈ মাটিত পৰি আছে, তোৰ গৰ্ব্ব নামত হে মাত্ৰ, এই গদাৰ অবস্থা চাইয়ে নিশ্চয় তোৰ বিশ্বাস ভঙ্গ হৈছে।

৪। এইমাত্ৰ তই কলি, যে হত ৰাক্ষসবৃন্দৰ চকুৰ পানী ওভতাবি, তোৰ সেই কথাও মিছা হ'ল।

৫। এতেকে গৰুড় পক্ষীয়ে যিদৰে অমৃত হৰণ কৰি নিছিল হেৰ নীচাশয়, ক্ষুদ্ৰ-স্বভাবসম্পন্ন মিথ্যাবাদী ৰাক্ষস তোৰ প্ৰাণো মই সেইদৰে হৰণ কৰিম।

৬। আজি মোৰ বাণৰদ্বাৰা তোৰ ডিঙি কাটি হৃদয় বিদীৰ্ণ কৰিম আৰু ফেণৰ বুৰবুৰণিৰে সৈতে যি ৰক্ত বহিৰ্গত হব, পৃথিবীয়ে তাক পান কৰিব।

৭। তোৰ বিচ্ছিন্ন বাহু ভূলুণ্ঠিত আৰু ধূলিত মিহলি হৈ ৰমণীক সাবটি ধৰাৰ দৰে পৃথিবীক আলিঙ্গন কৰি তই শুই থাকিবি।

৮। ৰাক্ষসাধম, তই সুদীৰ্ঘকাললৈ ভূলুণ্ঠিত হলে এই দণ্ডকাৰণ্য সৰ্ব্বজন শৰণ্য তাপস সকলৰ আশ্ৰয়স্থলত পৰিণত হব।

৯। হেৰ ৰাক্ষস, মোৰ শৰত এই জনস্থান হতস্থানত পৰিণত হলে মুনিসকলে অৰণ্যত নিৰ্ভয়ে বিচৰণ কৰি ফুৰিব।

১০। আনৰ পক্ষে ভয়াবহ ৰাক্ষসীবৃন্দ বন্ধহীন হৈ বাষ্পপুৰিতবদনে ত্ৰস্তাবস্থা প্ৰাপ্ত হব আৰু মোৰ ভয়তে এই বন এৰি পলাই যাব।

১১। তোৰ নিচিনা ৰাক্ষস যাৰ পতি তোৰ অনুৰূপ সেই ৰাক্ষসী পত্নীসকলেও সকলো সুখৰ পৰা বঞ্চিত হৈ শোকৰসৰ আস্বাদ ভালদৰে বুজি পাব।

১২। নিষ্ঠুৰমতি ক্ষুদ্ৰাশয় ব্ৰাহ্মণকণ্টক ৰাক্ষস, অকল তোৰে কাৰণে মুনিসকলে ইমান দিনে শঙ্কিতচিত্তে যিঁউৰ আহুতি দি আছিল।

১৩। সেই অৰণ্যত ৰামে বিক্ষুব্ধ হৈ এইদৰে কোৱাত খৰে খঙতে তীক্ষ্ণস্বৰে ৰামক ভৎৰ্সনা কৰি এইদৰে কবলৈ ধৰিলে,

১৪। "তই অতিমাত্ৰাই গৰ্ব্বিত হৈছ আৰু সেয়েহে ভয়ৰ কাৰণ সন্মুখত থকাতো নিৰ্ভয়ে আছ আৰু মৃত্যুৰ অধীনলৈ আহিও বক্তব্য বিষয়ে বুদ্ধিহীন হৈছ।

১৫। মই দেখিছো যিসকল পুৰুষ মৃত্যুপাশত আবদ্ধ হয় অস্ত্ৰ কৰণে সৈতে সিহঁতৰ ছয়োটা ইন্দ্ৰিয় বিলুপ্ত হোৱাত সিহঁতৰ কাৰ্য্যাকাৰ্য্যৰ জ্ঞান লোপ পায়।"

১৬-১৭। ৰামক এই বুলি কৈ ৰাক্ষসে খঙতে জ্বলি উঠি ভ্ৰূকুটি কৰি ৰণস্থলত অস্ত্ৰৰ কাৰণে চাৰিওফালে ঘূৰি চাই ওচৰতে এডাল বৃহৎ শালগছ দেখিলে। তেতিয়া সি ওঠ কামুৰি সেই গছডাল উভালি ললে।

১৮। মহাবলশালী ৰাক্ষসে হাতদুখনেৰে গছডাল ওপৰলৈ তুলি ঘূৰাই লৈ ভীষণ চীৎকাৰ কৰি "এই তই মৰিলি" বুলি কৈ ৰামক উদ্দেশ্য কৰি গছজোপা নিক্ষেপ কৰিলে।

১৯। প্ৰতাপশালী ৰামে পৰিব ধৰা গছজোপা কাটি টুকুৰা টুকুৰ কৰি ৰণস্থলত খৰক বধ কৰিবলৈ ক্ৰোধান্বিত হৈ উঠিল।

২০। এই খঙতে ৰামৰ শৰীৰ ঘৰ্মাক্ত হল আৰু চকু আৰক্ত হৈ উঠিল। তেওঁ হাজাৰ শৰেৰে খৰৰ শৰীৰ ভেদ কৰিবলৈ ধৰিলে।

২১। তেতিয়া পৰ্ব্বতৰ পৰা ওলাই অহা নিজৰাৰ সদৃশ ৰাক্ষসৰ বাণবিদ্ধ ঠাইসমূহৰ পৰা ৰক্তৰ স্ৰোত ববলৈ ধৰিলে।

২২। ৰামৰ বাণতে খৰ অবশ হল আৰু তেওঁৰ গোৰূত মত্ত হৈ সি ৰামৰ পিনে খেদা ললে।

২৩। ৰাক্ষস ক্ৰুদ্ধ হৈ তেজেৰে ৰাঙলি অৱস্থাত তেওঁৰ এচৰলৈ খেদি অহা দেখি ৰামে অস্ত্ৰ হাততলৈ দ্ৰুতপদে দুই তিনি ভৰি পিচুৱাই গল।

২৪। তাৰ পিচত যুদ্ধত খৰক বধ কৰাৰ উদ্দেশ্যে পাবকসদৃশ ব্ৰহ্মাস্ত্ৰৰ নিচিনা অমোঘ বাণ গ্ৰহণ কৰিলে।

২৫। ধীমান সুৰৰাজ ইন্দ্ৰ প্ৰদত্ত এই বাণ গ্ৰহণ কৰি মাহাত্মা ৰামে খৰৰ প্ৰতি নিক্ষেপ কৰিলে।

২৬। ৰামে ধনুৰ গুণ টানি এৰি দিয়াত সেই মহাবাণ গৈ খৰৰ ওপৰত নিপতিত হল।

২৭। তেতিয়া শ্বেতাৰণ্যত অন্ধকাসুৰ ৰুদ্ৰ কৰ্ত্তৃক বিদগ্ধ হোৱাৰ নিচিনা খৰো এই শৰাগ্নিত দগ্ধ হৈ মাটিত বাগৰি পৰিল।

২৮। বজ্ৰৰ সহায়ত ইন্দ্ৰ কৰ্ত্তৃক বৃত্ৰ, অথবা ফেনমিশ্ৰিত বজ্ৰৰ বলত নমুচি* অথবা বজ্ৰপাতৰ দ্বাৰা বলাসুৰ যিদৰে নিহত হৈছিল খৰো সেইদৰে নিহত হল।

২৯-৩২। ঠিক এনে সময়ত চাৰণগণে সৈতে মিলিত হৈ দেৱতাসকলে দুন্দুভি বজাই হৃষ্টচিত্তে চাৰিওফালৰ পৰা ৰামৰ ওপৰত পুষ্পবৃষ্টি কৰিবলৈ ধৰিলে। প্ৰায় দেড় মুহূৰ্ত্ত (তিনি ঘণ্টাতকৈ অলপ কম) কালৰ ভিতৰতে সেই মহাযুদ্ধত তীক্ষ্ণ শৰসমূহৰ দ্বাৰা ৰামে খৰদুষণ প্ৰমুখ্যে চৈধ্য হাজাৰ কামৰূপী ৰাক্ষস বধ কৰা দেখি সকলোৱে বিস্মিত হৈ কবলৈ ধৰিলে "আহা! আত্মজ্ঞ ৰামৰ কি মহৎ কৰ্ম্ম! তেওঁৰ বীৰ্য্য আৰু (কৰ্ম্ম বিষয়ে) দৃঢ়তা স্বয়ং বিষ্ণুৰ নিচিনা।"

৩৩-৩৬। এই বুলি কৈ দেৱতাবৰ্গ যিদৰে আহিছিল সেইদৰে প্ৰস্থান কৰাত অগস্ত্যৰে সৈতে ৰাজৰ্ষি আৰু শ্ৰেষ্ঠ ঋষিবৃন্দ মিলিত হৈ আনন্দিত চিত্তে ৰামক অভিনন্দন জনাই কবলৈ ধৰিলে, "হে ৰাম, এই কাৰণেই মহাতেজস্বী মহেন্দ্ৰ পাকশাসন পুৰন্দৰ (ইন্দ্ৰ) ঋষি শৰভঙ্গৰ পুণ্য আশ্ৰমলৈ আহিছিল আৰু তাৰ পিচত মহৰ্ষিসকলে বুদ্ধি সাজি পাপকৰ্ম্মা জগতৰ শত্ৰু ৰাক্ষসবৰ্গক বধ কৰিবলৈ তোমাক এই ঠাইলৈ আনিছিল। হে দশৰথাত্মজ, তুমি আমালোকৰ এই কাম সমাধা কৰিলা। এতিয়া এই দণ্ডকাৰণ্যত ঋষিসকলে ধৰ্ম্মত থাকি বিচৰণ কৰি থাকিব পাৰিব।"

---

*অন্ধকাসুৰ ৰুদ্ৰৰ দ্বাৰা নিহত হোৱা কথা পুৰাণত উল্লেখ আছে। বহুতে আকৌ শ্বেতাৰণ্যে যথা অন্তক এই ৰকম পাঠ পঢ়ি তাৰ ব্যাখ্যা এইদৰে দিছে—কাবেৰী নৈৰ পাৰত শ্বেতাৰণ্যত মাৰ্কণ্ডেয়ই চিৰজীৱী হবলৈ বিচাৰি তপস্যা কৰে, পিচত অন্তকে আহি তেওঁক সংহাৰ কৰিব বিচৰাত ৰুদ্ৰই তেওক বধ কৰে। কূৰ্ম্ম পুৰাণৰ উত্তৰ খণ্ডৰ ৩৬ অধ্যায়ত আছে—ৰাজৰ্ষি শ্বেত পৰম শিৱভক্ত আছিল। তেওঁ কালঞ্জৰ পৰ্ব্বতত তপস্যা কৰি থাকোতে অন্তকে তেওঁক বধ কৰিবলৈ আহে। তাকে দেখি ৰুদ্ৰদেৱে পদাঘাত কৰি অন্তকক বধ কৰে।

৩৭-৪১। ঠিক এনেসময়তে বীৰ লক্ষ্মণে সীতাৰে সৈতে পৰ্ব্বতগুহাৰপৰা ওলাই আহি হৃষ্টচিত্তে আশ্ৰমত প্ৰৱেশ কৰিলে। তাৰ পিচত বীৰ ৰামচন্দ্ৰয়ো জয়লাভ কৰি মহৰ্ষিগণৰ দ্বাৰা অভ্যৰ্থিত হল। তেতিয়া বৈদেহীয়ে মহৰ্ষিসকলৰ আনন্দবৰ্দ্ধক শত্ৰুহন্তা স্বামীক জগ পাই পৰম আনন্দে তেওঁক আলিঙ্গন কৰিলে। তাৰ পিচত জনকতনয়া সীতাদেৱীয়ে ৰাক্ষসগণক নিহত আৰু ৰামক নিৰাপদে থকা দেখি মনত অতিশয় সন্তোষ পালে আৰু লগে লগে হৃষ্টচিত্ত ঋষিগণৰ দ্বাৰা পূজিত ৰাক্ষস-দলনকাৰী ৰামক আকৌ এবাৰ আলিঙ্গন কৰাৰ পিচত তেওঁৰ বদনমণ্ডল আনন্দতে উৎফুল্ল হৈ উঠিল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰিংশসৰ্গ সমাপ্ত ॥

## একত্ৰিংশ সৰ্গ

## ৰাৱণৰ ওচৰলৈ অকম্পনৰ বাৰ্ত্তা বহন

১। ৰাক্ষসবোৰৰ এনে বিপৰ্যয় দেখি তাৰ প্ৰতিকাৰৰ বাবে ত্বৰান্বিত হৈ অকম্পন নামে ৰাক্ষস এটাই জনস্থানৰপৰা গৈ দ্ৰুতপদে লঙ্কাত প্ৰৱেশ কৰি ৰাৱণৰ আগত কলে,

২। "হে ৰাজন, জনস্থানত বাস কৰা ৰাক্ষসসকলৰ বহুতেই নিহত হল, আনকি খৰো নিহত, মই কোনোৰকমে ৰক্ষা পাইহে ইয়ালৈ আহিব পাৰিছোঁ।'

৩। এই কথা কোৱাৰ লগে লগে খঙতে দশগ্ৰীৱৰ চকু ৰঙা হৈ উঠিল আৰু নিজ তেজতে দগ্ধ হৈ যেন অকম্পনক কবলৈ ধৰিলে,—

৪। "ভীষণ এই জনস্থানক ধ্বংস কৰি যি জনে মৃত্যুক আলিঙ্গন কৰিছে, সি জনা নাই নে যে সি এই কামৰ দ্বাৰা তিনিও জগততে তাৰ স্থিতি হেৰৱালে।

৫—৭। মোৰ অপ্ৰিয় কাম কৰি স্বয়ং ইন্দ্ৰ, কুবেৰ, যম আনকি বিষ্ণুৱেও সুখেৰে থাকিব নোৱাৰে। মই কালৰো কাল। অগ্নিকো মই দগ্ধ কৰোঁ আৰু মৃত্যুৰো মৰণ ঘটাব পাৰোঁ। মোৰ শক্তিৰ দ্বাৰা বায়ুৰো বেগ প্ৰতিৰুদ্ধ হয় আৰু মই ক্ৰুদ্ধ হলে মোৰ তেজোবলে আদিত্য আৰু অগ্নিয়ো দগ্ধ হয়।"

৮। দশগ্ৰীৱ এইদৰে ক্ৰুদ্ধ হোৱা দেখি অকম্পনে ভয়তে কৃতাঞ্জলি হৈ সন্দিগ্ধবচনে ৰাৱণৰ অভয়বাণী প্ৰাৰ্থনা কৰিলে।

৯—১১। ৰাক্ষসশ্ৰেষ্ঠ দশগ্ৰীৱে অভয়বাণী দিয়াত অকম্পনে আশ্বস্ত হৈ সুস্পষ্ট বাক্যেৰে কবলৈ ধৰিলে, "দশৰথৰ ৰাম নামে এজন পুত্ৰ আছে, তেওঁ যুবা আৰু সৰ্ব্বাঙ্গ সুন্দৰ, তেওঁৰ স্কন্ধদেশ বিশাল, আৰু ভুজদ্বয় সুদীৰ্ঘ আৰু সুগোল, তেওঁ শ্যাম বৰণীয়া, অতুল যশস্যাৰ অধিকাৰী, শ্ৰীমান, বল আৰু বিক্ৰম উভয়তে সমান, তেৱেঁই জনস্থানত খৰ আৰু দূষণক বধ কৰিলে।"

১২—১৩। ৰাক্ষসাধিপতি ৰাবণে অকম্পনৰ কথা শুনি নাগ ৰজাৰ নিচিনা নিশ্বাস পেলাই কবলৈ ধৰিলে, "অকম্পন, কোৱাচোন বাৰু, ৰাম, সুৰপতি ইন্দ্ৰ আৰু দেৱতাগণৰ লগত লগ লাগি জনস্থানলৈ আহিছে নেকি ?"

১৪। ৰাবণে পুনৰাই এইদৰে কোৱা শুনি অকম্পনে মহাত্মা ৰামৰ বল আৰু বিক্ৰমৰ কথা এইদৰে বৰ্ণাবলৈ ধৰিলে।

১৫। "হে মহাৰাজ, যিজন ৰাম তেওঁ মহাতেজস্বী, ধনুৰ্দ্ধাৰীসকলৰ ভিতৰত শ্ৰেষ্ঠ, দিব্যাস্ত্ৰ-গুণসম্পন্ন , যুদ্ধত তেওঁ যি বীৰত্ব প্ৰকাশ কৰিছে সি অতিশয় শ্ৰেষ্ঠ।

১৬। তেওঁৰেই অনুৰূপ কনিষ্ঠ ভ্ৰাতা লক্ষ্মণ , তেৰোঁ বলবান, আয়তলোচন আৰু দুন্দুভি-স্বৰসদৃশ স্বৰবিশিষ্ট, তেওঁৰ মুখমণ্ডল পূৰ্ণচন্দ্ৰৰ নিচিনা।

১৭। অগ্নিয়ে বায়ুৰ লগত সংযোগ হোৱাৰ দৰে শ্ৰীমান ৰাজৰাজেশ্বৰ ৰামচন্দ্ৰই এই লক্ষ্মণৰ লগলাগি জনস্থান ধ্বংস কৰিছে।

১৮—২০। এই ক্ষেত্ৰত মহাত্মা দেৱগণ তাত সম্মিলিত হোৱা নাই, এই বিষয়ে সন্দেহ কৰিবলৈ একো নাই। ৰামৰ নিক্ষিপ্ত সুবৰ্ণ পক্ষযুক্ত শৰসমূহে পখিলগা পাঁচমুখীয়া সাপৰ দৰে ৰাক্ষসসকলক ভক্ষণ কৰিলে। ভয়াভিভূত ৰাক্ষসগণ যি পথেদি পলায় ঠিক সেই পথতে সিইঁতে ৰামক সম্মুখত থিয় দি থকা দেখা পায়। হে অনঘ, এইদৰেই আপোনাৰ জনস্থাননিবাসী ৰাক্ষসকুল ধ্বংস হল।"

২১। অকম্পনৰ কথা শুনি ৰাবণে কলে, "ৰাম লক্ষ্মণে সৈতে ৰামক বধ কৰিবলৈ মই জনস্থানলৈ যাওঁ।"

২২। ৰাবণে এইদৰে কোৱাত অকম্পনে পুন কবলৈ ধৰিলে, "হে ৰাজন যথাযথভাবে ৰামৰ বল বীৰ্য্য আৰু চৰিত্ৰৰ বিষয়ে মই বৰ্ণনা কৰোঁ আপুনি শুনক।

২৩। *মহাযশস্বী ৰাম যেতিয়া ক্ৰুদ্ধ হয়, তেতিয়া কাৰো সাধ্য নাই যি তেওঁক সংহাৰ কাৰ্য্যৰ পৰা নিবৃত্ত কৰিব পাৰে। তেওঁ শৰসমূহৰ দ্বাৰা ভৰপূৰ নদীৰো বেগ প্ৰতিৰোধ কৰিব পাৰে।

২৪। (১) তেওঁ তাৰা গ্ৰহনক্ষত্ৰাদিকো নভস্থলৰ পৰা বিচ্যুত কৰিব পাৰে।

২৫। (২) পৃথিবী অবসন্না হলে শ্ৰীমান ৰামচন্দ্ৰই তাক উদ্ধাৰ কৰিব পাৰে, (৩) তেওঁ ইচ্ছা কৰিলে সমুদ্ৰৰ পাৰ ভাঙি পৃথিবীকো বুৰ নিয়াব পাৰে, সমুদ্ৰৰ বেগ প্ৰতিৰোধ কৰিব পাৰে আৰু শৰ নিক্ষেপৰ দ্বাৰা বায়ুৰ গতিও বন্ধ কৰিব পাৰে।

২৬। মহাযশশালী পুৰুষশ্ৰেষ্ঠ তেওঁ ইচ্ছা কৰিলে তিনিও লোককে ধ্বংস কৰি পুন প্ৰজাবৰ্গক সৃষ্টি কৰিব পাৰে।

২৭। এতেকে হে দশগ্ৰীব, পাপীজনে যিদৰে স্বৰ্গলাভ কৰিব নোৱাৰে সেইদৰে আপুনি অথবা ৰাক্ষসগণৰ কোনেও ৰামক জয় কৰিব নোৱাৰিব।

২৮। মোৰ মানত দেৱতা বা অসুৰৰ ভিতৰত কোনোৱে তেওঁক বধ কৰিব নোৱাৰে। তথাপি এটা মাত্ৰ বধৰ উপায় থকা বুলি মোৰ মনে ধৰে আপুনি একান্ত মনে শুনক।

---

* ২৩—২৬ লৈ কথাখিনিৰ দ্বাৰা ৰামৰ ব্ৰহ্মত্ব ইঙ্গিত কৰা হৈছে—বামন অৱতাৰত পদবিক্ৰমৰ দ্বাৰা আকাশ পৰিপূৰণ, বৰাহ অৱতাৰত পৃথিবীৰ উদ্ধাৰ আৰু দ্বাপৰ যুগত হলাকৰ্ষণৰ দ্বাৰা পৃথিবীৰ উত্তোলন। ইত্যাদি ]

২৯। লোক-সমাজত সীতা নামে খ্যাতা সৰ্ব্বোত্তমা, সুমধ্যমা তেওঁৰ ভাৰ্য্যা এগৰাকী আছে, তেওঁ পূৰ্ণ যুৱতী, তেওঁৰ সকলো অঙ্গই সমভাৱে সুবিন্যস্ত, বস্ত্ৰ-বিভূষিতা সেই সীতা স্ত্ৰীসমূহৰ ভিতৰত সৰ্ব্বোৎকৃষ্টা,

৩০। কোনো দেৱী, গন্ধৰ্ব্বী, অপসৰা বা পন্নগীয়ে সীমন্তিনী সেই সীতাৰ সমকক্ষ নহয়, মানুহৰ ভিতৰত আন ৰমণীৰ তো কথাই নাই।

৩১। মহাৰণ্যত কোনো উপায়ে ৰামক প্ৰবঞ্চনা কৰি আপুনি তেওঁৰ ভাৰ্য্যাক হৰণ কৰক, কিয়নো সীতা বিহীন ৰাম আৰু জীয়াই নাথাকে।'

৩২—৩৩। এই কথাখিনি ৰাক্ষসাধিপতি ৰাৱণৰ মনত লাগিল, তেতিয়া মহাবাহু ৰাৱণে চিন্তা কৰি অকম্পনক কলে, "ৰাক তেন্তে কাইলৈয়ে সাৰথিক লগত লৈ মই ৰাম আৰু দ্বৈচিত্তে বৈদেহীক আনন্দময়ী এই মহা পুৰীলৈ লৈ আহিম।

৩৪। এই বুলি কৈ ৰাৱণে আদিত্যসম উজ্জ্বল গৰ্দ্দভযুক্ত ৰথত উঠি চতুৰ্দ্দিক উদ্ভাসিত কৰি প্ৰস্থান কৰিলে।

৩৫। ৰাক্ষস ৰজা ৰাৱণৰ সেই মহান ৰথ নক্ষত্ৰপুঞ্জৰ পথেদি যোৱা মেঘমালাৰ মাজত চন্দ্ৰৰ দৰে শোভা ধাৰণ কৰিলে।

৩৬—৩৮। এইদৰে বহুদূৰ বাট গৈ ৰাৱণে তাড়কাৰ পুত্ৰ মাৰীচৰ আশ্ৰম* পালে। তাত অমানুষিক ভক্ষ্য-ভোজ্যৰ দ্বাৰা অভ্যৰ্থিত হোৱাৰ পিচত, মাৰীচ অৰ্ঘ্য আৰু আসন যোগাই তেওঁৰ সেৱা জনালে আৰু তালৈ অহাৰ কাৰণ কি ইত্যাদি সেই সময়ৰ প্ৰয়োজনীয় প্ৰশ্ন সুধি কৰলৈ ধৰিলে, "হে ৰাজন, হে ৰাক্ষসাধিপ, আপোনাৰ সৰ্ব্বাঙ্গীন কুশল নে? আপুনি অকলে ইমান লৰালৰিকৈ অহা দেখি মোৰ মনত অজ্ঞানিত এটা আশঙ্কা উপস্থিত হৈছে।

৩৯—৪০। মাৰীচে এইদৰে সোধাৰ পিচত মহাতেজস্বী বাক্যকুশল ৰাৱণে কৰলৈ ধৰিলে, হে তাত, অক্লান্তকৰ্ম্মী ৰামে মোৰ সীমান্তৰ জনস্থানৰ ৰক্ষক খৰক বধ কৰিলে, আৰু সৰ্ব্বজন অবধ্য জনস্থানবাসী ৰাক্ষসবৰ্গক যুদ্ধত নিপাত কৰিলে।

৪১—৪৪। এতেকে এনে অৱস্থাত তুমি মাক তেওঁৰ ভাৰ্য্যাক হৰণ কৰা বিষয়ত সহায় কৰিব লাগে।" ৰাক্ষসৰজাৰ কথা শুনি মাৰীচে কলে, "হে ৰাজন আপোনাৰ মিত্ৰৰূপী কোন সেইজন শত্ৰুৱে সীতাৰ কথা (অৰ্থাৎ সীতাক আপুনি হৰণ কৰিব লাগে বুলি) আপোনাক জনালে? হে ৰাক্ষসশ্ৰেষ্ঠ আপুনি সন্তুষ্ট কৰিব খুজিলে সন্তুষ্ট নহৈ কোনে থাকিব পাৰে বা হে ৰাজন, কওকচোন বাৰু কোনে আপোনাক সীতাক হৰণ কৰি আনিবলৈ উপদেশ দিছে? কোন সেইজন যি ৰাক্ষস-কুলৰ শৃঙ্গ উভালিব খুজিছে। হে ৰাক্ষসাধিপতি, যিজনে আপোনাক এই কামৰ বাবে উৎসাহ দিছে তেওঁ নিশ্চয় আপোনাৰ শত্ৰু। জানিব তেওঁ আপোনাৰ দ্বাৰা বিষধৰ সৰ্পৰ মুখৰ পৰা দাঁত উভালিব খুজিছে।

---

* মাৰীচে পূৰ্ব্বতে ৰামৰ হাতত পৰাত হৈ মনৰ দুখতে আশ্ৰম পাতি তপস্যাপৰায়ণ হৈ বাস কৰি আছিল—টীকাকাৰ

‡ ইয়াৰ অৰ্থ এই—যিজনে আপোনাক এই সম্বাদ দিছে তেওঁ নিশ্চয় আপোনাৰ মনত ভাল লগাইছে নিজৰ প্ৰচুৰ ধনসোণ লাভৰ আশাতেহে, আপোনাৰ মঙ্গল বিচাৰি নহয়।

৪৫। হে ৰাজন, এই কামৰ দ্বাৰা কোনে আপোনাক কুপথলৈ টানিব বিচাৰিছে, অথবা আপুনি সুখে নিদ্ৰাভিভূত হৈ থকা অৱস্থাত কোনে আপোনাক মূৰত টঙনিয়ালে ?

৪৬—৪৮। "হে ৰাৱণ, ৰঘুনন্দন ৰাম গন্ধহস্তীসদৃশ* তেওঁৰ বিশুদ্ধ বংশত জন্মগ্ৰহণেই সেই হস্তীৰ শুঁৰৰ অগ্ৰভাগ, তেওঁৰ প্ৰতাপেই তাৰ মদ, তেওঁৰ সুসংস্থিত বাহুযুগলেই দন্তসদৃশ—যুদ্ধক্ষেত্ৰত এনে হেন মত্ত মাতঙ্গ ৰূপ ৰামৰ প্ৰতি দৃষ্টিপাত কৰাটোৱে অসাধ্য, তেওঁৰ লগত যুদ্ধ কৰাৰতো কথাই নাই। ৰাম নৰৰূপী সিংহ সদৃশ, ৰাক্ষসকুলৰূপ মৃগ সমূহৰ হন্তা, ৰণক্ষেত্ৰৰ মাজত তেওঁৰ অৱস্থিতিয়ে সন্ধিস্থলজাত কেশৰগুচ্ছ সদৃশ, তেওঁৰ সমগ্ৰ শৰীৰ শৰৰূপ অঙ্গৰ দ্বাৰা পৰিপূৰ্ণ আৰু তীক্ষ্ণ খড়্গসমূহেই তাৰ দাঁত সমূহ, তাদৃশ নৰসিংহ ৰাম বৰ্ত্তমানে সুপ্ত অৱস্থাত, তেওঁক জগাই লৈ তেওঁৰ সন্মুখীন হবলৈ আপোনাৰ সাধ্য নাই। ৰাম অতি ঘোৰমূৰ্ত্তি পাতাল প্ৰবেশৰ দ্বাৰ সদৃশ , তেওঁৰ ধনুবোৰ সেই দ্বাৰৰ প্ৰাণান্তকাৰী গ্ৰাহস্বৰূপ, তেওঁৰ ভুজবেগ নিস্থত শৰৰ উৰ্ম্মিমালা তাৰ পঙ্ক, মহাযুদ্ধৰূপত ৰঙ্গমালা তাৰ জলৰাশি। হে ৰাক্ষসৰাজ, এনেহেন ৰামৰূপ অতি ঘোৰ পাতাল দ্বাৰত প্ৰবেশ কৰাটো আপোনাৰ পক্ষে উচিত নহব।

৪৯। হে লঙ্কেশ্বৰ, আপুনি প্ৰসন্ন হওক, আৰু সন্তুষ্ট চিত্তে সুস্থভাবে লঙ্কালৈ গৈ, আপোনাৰ নিজ পত্নীবৰ্গৰে সৈতে আনন্দ উপভোগ কৰি থাকক গৈ আৰু ৰামেও তেওঁৰ ভাৰ্য্যাৰে সৈতে মনৰ সুখত বনত বাস কৰি থাকক।"

৫০। মাৰীচে দশগ্ৰীব ৰাবণক এইদৰে কোৱাত তেওঁ লঙ্কালৈ গৈ নিজৰ শ্ৰেষ্ঠ ভৱনত প্ৰবেশ কৰিলে গৈ।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একত্ৰিংশ সৰ্গ সমাপ্ত ॥

## দ্বাত্ৰিংশ সৰ্গ

### ৰাৱণৰ সন্মুখলৈ শূৰ্পণখাৰ আগমন

১—২। অকল ৰামৰ হাতত চৈধ্য হাজাৰ ভীমকৰ্ম্মা ৰাক্ষস আৰু লগতে খৰ, দূষণ আৰু ত্ৰিশিৰা নিপাতিত হোৱা দেখি জলদসদৃশ শূৰ্পণখাই পুন ভৈৰব স্বৰে চীৎকাৰ কৰিবলৈ ধৰিলে।

৩। যি কাম আনৰ দুঃসাধ্য তেনে কামো ৰামে সম্পন্ন কৰা দেখি তাই অতি উদ্বিগ্ন-চিত্তে ৰাবণৰ লঙ্কা নগৰীলৈ গল।

৪। তাত তাই মৰুৎগণৰদ্বাৰা পৰিবেষ্টিত বাসবসদৃশ, মন্ত্ৰীবৰ্গৰ দ্বাৰা পৰিবৃত ৰাৱণক সাত-তলাৰ ঘৰ এটাৰ ওপৰত নিজ তেজোবলে দীপ্তিমান হৈ বহি থকা দেখিলে।

৫। সেই সময়ত ৰাবণ সুবৰ্ণনিৰ্ম্মিত সূৰ্য্যসদৃশ প্ৰভাম্বিত আসনত উপবিষ্ট হৈ প্ৰচুৰ ঘিউৰ দ্বাৰা প্ৰজ্বলিত বেদিমধ্যস্থিত অগ্নিসদৃশ ৰূপ লৈ সু-শোভিত হৈ আছিল।

* গন্ধহস্তী অৰ্থাৎ যাৰ ঘ্ৰাণ পালেই আন আন হাতীবোৰে ভয়তে পলাই যায়।

৬। ৰাৱণ, দেৱতা, গন্ধৰ্ব্ব, প্ৰাণী আৰু মহাত্মা ঋষিসকলৰ অজেয়, সমৰক্ষেত্ৰত তেওঁৰ ৰূপ ঘোৰাকৃতি, উন্মুক্ত মুখমণ্ডলযুক্ত কৃতান্ত সম।

৭। দেৱাসুৰ সংগ্ৰামসমূহৰ অসংখ্য বজ্ৰাঘাতৰ চিহ্ন তেওঁৰ শৰীৰত বিদ্যমান, তেওঁৰ বক্ষ স্থল ঐৰাৱতৰ দন্তাঘাতত চক্ৰাকাৰ চিহ্নে চিহ্নিত।

৮। বিশাল বক্ষঃ বিশিষ্ট ৰাৱণ কুৰিখন হাত আৰু দহোটা ডিঙিৰে সৈতে ছত্ৰচামৰাদি শোভনীয় ৰাজচিহ্নে সুশোভিত হৈ আছিল।

৯। তেওঁৰ শৰীৰ পৰিহিত বৈদূৰ্য্যমণিৰ শোভাত প্ৰভান্বিত, তেওঁৰ পিন্ধনৰ আভৰণসমূহ তপ্ত কাঞ্চন নিৰ্ম্মিত, বাহুসমষ্টি সুশোভন, দশনপংক্তি শুভ্ৰ, বদন মণ্ডল সুবৃহৎ, আকৃতি পৰ্ব্বতসদৃশ।

১০-১২। দেৱতাসকলৰ লগত যুদ্ধত শত শত বিষ্ণুচক্ৰৰ আঘাত আৰু আন আন মহাযুদ্ধসমূহত নানাবিধ অস্ত্ৰশস্ত্ৰৰ প্ৰহাৰত তেওঁৰ শৰীৰ বিদাৰিত আৰু দেৱতাসকলৰ অস্ত্ৰৰ প্ৰয়োগতো তেওঁৰ অঙ্গসমূহ আহত। অক্ষুব্ধ সমুদ্ৰকো তেওঁ বেগেৰে ক্ষুব্ধ কৰিব পাৰে, পৰ্ব্বতশৃঙ্গ উভালি পেলাব পাৰে আৰু দেৱতাসকলকো নিপাতিত কৰে। তেওঁ ধৰ্মৰ উচ্ছেদ-সাধক আৰু পৰস্ত্ৰীৰ সতীত্বাপহাৰক।

১৩-২১। তেওঁ সকলোপ্ৰকাৰ দিব্যাস্ত্ৰ প্ৰয়োগতকুশল, আৰু সততে যজ্ঞবিঘ্নকাৰক। ৰাৱণে ভোগৱতীপুৰীলৈ গৈ বাসুকি আৰু তক্ষকক পৰাস্ত কৰি তক্ষকৰ প্ৰিয় ভাৰ্য্যাক অপহৰণ কৰিছে। বীৰ্য্যশালী তেওঁ কৈলাসপৰ্ব্বতলৈ গৈ নৰবাহন কুবেৰক জয় কৰি কুবেৰৰ ইচ্ছাগামী পুষ্পক ৰথ কাঢ়ি আনিছে আৰু দেৱতাসকলৰ নলিনী, নন্দনাদি বনসমূহো ক্ৰোধতে বিনাশ কৰিছে। শৈলশিখৰসদৃশ এই ৰাৱণে বাহুযুগলেৰে উদীয়মান চন্দ্ৰ সূৰ্য্যকো বাধা দিব পাৰে। তাহানিকালত এই ৰাৱণেই মহাৰণ্যত ধীৰস্থিৰভাৱে বহু হাজাৰ বছৰ তপস্যা কৰি ব্ৰহ্মাৰ ওচৰত তেওঁৰ মস্তকসমূহ বলিদান কৰিছিল আৰু তাৰ ফলত মনুষ্যভিন্ন দেৱদানৱগন্ধৰ্ব্ব, পিশাচ, পতগ, উৰগ কোনো প্ৰাণীৰ হাততেই তেওঁৰ মৰণ নাই বুলি অভয়বাণী লাভ কৰিছিল। মহাবলশালী এই ৰাৱণে যজ্ঞসমূহত দ্বিজাতিগণে মন্ত্ৰপুত কৰি হবিশালাত ৰখা পবিত্ৰ সোম নষ্ট কৰি আহিছে আৰু ক্ৰূৰকৰ্ম্মকাৰী তথা দুৰ্বৃত্তাচাৰীয়ে যজ্ঞৰ শেষত দক্ষিণা দানকালত যজ্ঞত প্ৰবেশ কৰি যজ্ঞ ধ্বংস কৰি আহিছে। কৰ্কশ, দয়াহীন প্ৰজাবৰ্গৰ অহিতকাৰী আৰু সকলো প্ৰাণী আৰু লোকসমূহৰে পক্ষে ভয়াবহ হৈ ৰাৱণ নামে পৰিচিত হৈছে।

২২-২৪। শূৰ্পণখাই এনেহেন ক্ৰূৰমতি মহাবলশালী ৰকায়েক ৰাক্ষস ৰাৱণক দিব্য বস্ত্ৰ, অলঙ্কাৰ আৰু মাল্যাদিৰে সুশোভিত হৈ প্ৰলয়কালৰ অন্তকসদৃশ ৰাজাসনত উপবিষ্ট হৈ থকা দেখিলে। পৌলস্ত্যকুলনন্দন শত্ৰুহন্তা মহাবলী ৰাক্ষসৰাজ ৰাৱণ মন্ত্ৰীবৰ্গৰে সৈতে এইদৰে পৰিবেষ্টিত হৈ থকা দেখি ভয়বিহ্বলা শূৰ্পণখাই কৰ্কশ ধৰিলে।

২৫। শূৰ্পণখা সদায় নিৰ্ভয়ে বিচৰণ কৰি থাকি মহাত্মা ৰামৰ দ্বাৰা এইদৰে বিৰূপা হৈ ৰামৰ পৰাক্ৰমত ভীতা অথচ তেওঁৰ ৰূপত মুগ্ধা হৈ, নিজৰ বিকৃতাকৃতি দীপ্তিমান বিশালাক্ষ ৰাৱণক তীব্ৰ বাক্যে কৰ্কশ ধৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত দ্বাত্ৰিংশ সৰ্গ সমাপ্ত ॥

## ত্ৰয়স্ত্ৰিংশ সৰ্গ

## শূৰ্পণখাৰ দ্বাৰা ৰাৱণৰ দুৰ্নীতিৰ নিন্দা

১। তাৰ পিচত শূৰ্পণখাই খঙতে জ্বলি উঠি মন্ত্ৰীবৰ্গৰ আগতে লোক ভয়ঙ্কৰ ৰাৱণক উদ্দেশ্য কৰি নিষ্ঠুৰ বাক্যেৰে কবলৈ ধৰিলে,

২। "হে মহাৰাজ, তুমি স্বেচ্ছাচাৰী, কোনোদিনে কাৰোপৰা একো বাধা পোৱা নাই, স্ত্ৰীসম্ভোগাদি কাম আৰু উপভোগতে মত্ত হৈ তোমাৰ সম্মুখত যি ভীষণ ভয়ৰ কাৰণ উপস্থিত হৈছে তাকো বুজিব পৰা নাই।

৩। যি ৰজা সামান্য ভোগ বিলাসতেই মত্ত, স্বেচ্ছাচাৰী আৰু লুব্ধ, প্ৰজাবৰ্গই তেওঁক শ্মশানস্থিত অপবিত্ৰ অগ্নিসদৃশ জ্ঞান কৰি তেওঁৰ প্ৰতি সম্মান নেদেখুৱায়।

৪। ৰজাই যথাসময়ত তেওঁৰ কৰিব লগীয়া কাম সম্পন্ন নকৰিলে তেওঁৰ কাৰ্য্যসমূহ বিনষ্ট হয় আৰু লগতে সমগ্ৰ ৰাজ্য ভ্ৰষ্ট হয়।

৫। যি ৰজা স্ত্ৰৈণ, যিজনে কাৰ্য্য বিষয়ত গুপ্তচৰ নিয়োগ নকৰে আৰু প্ৰজাসমূহে যাৰ দৰ্শন নাপায়, হস্তীয়ে বোকাৰে পৰিপূৰ্ণ নদী এৰি ফুৰাৰ দৰে তেনে ৰজাক প্ৰজাবৰ্গই পৰিত্যাগ কৰে।

৬। যি ৰজাই নিজৰ অধীনত নথকা দেশক অধীনলৈ আনিব আৰু ৰক্ষা কৰিব নোৱাৰে, সাগৰত ডুব গৈ থকা পৰ্ব্বতৰ শ্ৰীপ্ৰকাশ নোহোৱাৰ দৰে তেনে ৰাজ্যত শ্ৰীবৃদ্ধিয়ে প্ৰকাশ নাপায়।

৭। হে ৰাজন, তুমি সদায় বিশুদ্ধাত্মা দেব-দানৱ-গন্ধৰ্ব্বসকলৰ লগত যুদ্ধতেই লিপ্ত হৈ থাকিলা, তোমাৰ গুপ্তচৰ নাই আৰু তুমি চঞ্চল প্ৰকৃতিৰ, এতেকে তুমি ৰজা হৈ থাকিব পাৰিবা কেনেকৈ?

৮। হে ৰাক্ষস, তুমি ল'ৰামতীয়া আৰু বুদ্ধিহীন, যিটো জনা উচিত তাক তুমি নাজানা, এতেকে তুমি ৰাজা হৈ থাকিব পাৰিবা কেনেকৈ?

৯। হে বিজয়ীশ্ৰেষ্ঠ, যি সকল ৰজাৰ চৰ, ধনাগাৰ আৰু ৰাজনীতি নিজৰ আয়ত্তৰ ভিতৰত নাই তেনে বিধৰ ৰজা সাধাৰণ প্ৰজাবৃন্দৰ সমান।

১০। যিহেতু ৰজাই দূৰত থকা বিষয়বোৰ চৰৰ চকুৰ সহায়তহে দেখে এই কাৰণতে ৰজাক দীৰ্ঘচক্ষু বুলি কয়।

১১। হে ৰাজন্ তুমি সাধাৰণ এই মন্ত্ৰীগণৰদ্বাৰা পৰিবেষ্টিত হৈ থাকি গুপ্তচৰ নিয়োগ নকৰাকৈ বৈ আছা সেয়েহে তুমি তোমাৰ জনস্থানবাসী আত্মীয় স্বজনৰ নিধনৰ এই ভীষণ বাতৰি নোপোৱাকৈ আছা।

১২। খৰ দূষণে সৈতে চৈধ্য হাজাৰ ভীমকৰ্ম্মা ৰাক্ষস অকল ৰামৰ হাতত্তেই নিহত হল।

১৩। অকল অক্লান্তকৰ্মী ৰামে জনস্থান উচ্ছন্ন কৰি দণ্ডকাৰণ্যত ঋষিসকলক ভয়মুক্ত কৰিলে আৰু সেইস্থান তেওঁলোকৰ পক্ষে মঙ্গলময় কৰিলে।

১৪। হে ৰাক্ষস, তুমি লুব্ধ, প্ৰমত্ত (কামত অসাৱধান) আৰু পৰৰ অধীন হৈ থাকি তোমাৰ নিজদেশতে যি ভয়ৰ কাৰণ উপস্থিত হৈছে সেই বিষয়ে গম পোৱা নাই।

১৫। যি নৰাধিপতি উগ্ৰ স্বভাৱ সম্পন্ন, দান বিষয়ত কৃপণ, প্ৰমত্ত, গৰ্ব্বিত আৰু শঠ, বিপদৰ সময়ত কোনো প্ৰাণীয়ে তেওঁৰ ৰক্ষাৰ কাৰণে অগ্ৰসৰ নহয়।

১৬। যি ৰজা অভিমানী, কোপন স্বভাৱ আৰু নিজেই নিজক ডাঙৰ বুলি ভাবে আত্মীয় স্বজনে তাক গ্ৰাহ্য নকৰে, বিপদকালত তেনে ৰজা নিজ সুহৃদৰ হাতত নিপাতিত হয়।

১৭। যি ৰজাই সময়ত কৰিবলগীয়া কাম সময়ত নকৰে আৰু ভয়ৰ কাৰণ উপস্থিত হলেও ভীত নহয় তেওঁ শীঘ্ৰে ৰাজ্যচ্যুত হৈ সামান্য তৃণকুটাৰ দৰে দীনত্ব প্ৰাপ্ত হয়।

১৮। শুকান কাঠৰে প্ৰয়োজন আছে, শিলৰ গুটি আৰু ধূলিকণাৰ দ্বাৰাও কোনো কাম হব পাৰে, কিন্তু ৰজা স্থান নষ্ট হলে তেওঁ কোনো কামত নালাগে।

১৯। পৰিহিত বস্ত্ৰ, অথবা মোহৰি পেলোৱা মালা যিদৰে কোনো কামৰ নহয় ৰাজ্যচ্যুত ৰজা সমৰ্থবান হলেও তেওঁৰ কোনে মূল্য নাথাকে।

২০। আন পক্ষে যি ৰজা অপ্ৰমত্ত, সৰ্ব্বজ্ঞ, বিজিতেন্দ্ৰিয়, কৃতজ্ঞ আৰু ধৰ্ম্মশীল অকল তেখেঁতহে বহু দিনলৈকে ৰাজ্যত প্ৰতিষ্ঠিত হৈ থাকিব পাৰে।

২১। শুই থাকিও যি ৰজাই তেওঁৰ নীতিচক্ষুৰদ্বাৰা ৰাজ্যৰ সকলো বিষয়ৰে ওপৰত চকু দি থাকে আৰু নিজ কাৰ্য্যৰ দ্বাৰা ক্ৰোধ আৰু অনুগ্ৰহ সমানে দৰ্শাব পাৰে জনসমাজত তেনে জন ৰজাহে মাত্ৰ পূজিত হয়।

২২। হে ৰাৱণ, যিহেতু গুপ্তচৰৰ সহায়ত এনে এটা ব্যাপক সংহাৰৰ বিষয়ে তুমি একোকে জনা নাই এতেকে তুমি দুৰ্বুদ্ধি আৰু উক্ত গুণসমূহৰপৰা সম্পূৰ্ণৰূপে বঞ্চিত।

২৩। হে ৰাজন্, তুমি কেৱল আনৰ অৱমাননা কৰি বিষয় সুখত মগ্ন আছা, এতেকে তুমি দেশ কাল বিভাগৰ মূল তত্ত্ব বুজি নোপোৱা, গুণ আৰু দোষৰ বিচাৰ সম্বন্ধে কোনোদিনে তোমাৰ সুবুদ্ধি নহল, এতেকে তোমাৰ ৰাজ্য বিপন্ন আৰু তুমি নিজেও অতি শীঘ্ৰে ধ্বংস হবা।"

২৪। শূৰ্পণখাই এইদৰে তেওঁৰ দোষসমূহৰ বৰ্ণনা কৰা দেখি, ধন, গৰ্ব্ব আৰু বলদৰ্পিত নিশাচৰৰাজ ৰাৱণে বহুত সময় চিন্তান্বিত হৈ থাকি ভাবিবলৈ ধৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰয়স্ত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# চতুস্ত্রিংশ সৰ্গ

## সীতা হৰণৰ বাবে শূৰ্পণখাৰ উদগনি

১। মন্ত্ৰীবৰ্গৰ মাজতে শূৰ্পণখাই এইদৰে কঠোৰ বাক্যেৰে তিৰস্কাৰ কৰা দেখি ৰাৱণে অতিশয় ক্ৰুদ্ধ হৈ শূৰ্পণখাক সুধিলে,

২। "এই ৰাম কোন, তেওঁৰ বীৰ্য্য কেনে প্ৰকাৰৰ, তেওঁৰ ৰূপ কেনে আৰু পৰাক্ৰমেই বা কেনে বিধৰ আৰু তেওঁ এই দুৰ্গম দণ্ডৰাণ্যত প্ৰৱেশ কৰাৰে বা অৰ্থ কি ?

৩। যি অস্ত্ৰৰ সহায়ত খৰ, দূষণ আৰু ত্ৰিশিৰা প্ৰমুখ্যে ৰাক্ষসবোৰক বধ কৰিলে সেই অস্ত্ৰই বা কেনে ধৰণৰ ?

৪। হে সুন্দৰী, এই সকলো বিষয়ে মোক যথাযথভাবে কোৱা আৰু কোনে তোমাক এইদৰে বিৰূপা কৰিলে তাৰো বিবৰণ দিয়া।"

৪—৫। ৰাক্ষসৰাজ ৰাৱণে এইদৰে সোধাত ক্ৰোধতে অজ্ঞান হৈ ৰাক্ষসীয়ে ৰামৰ বিষয়ে যথাযথভাবে কবলৈ আৰম্ভ কৰিলে, 'হে ৰাজন, ৰাম দীৰ্ঘবাহু আৰু আয়তলোচন, চীৰ আৰু কৃষ্ণাজিনেই তেওঁৰ বসন।

৬। দশৰথতনয় ৰাম ৰূপত কন্দৰ্পসদৃশ, তেওঁ কনক বলয়ভূষিত ইন্দ্ৰধনুসম ধনুত গুণ দি সৰ্পসদৃশ অতিশয় বিষাল দীপ্ত নাৰাচ অস্ত্ৰসমূহ নিক্ষেপ কৰে,

৭—৮। মহাবলশালী ৰামে কোন সময়ত ভয়ঙ্কৰ সেই শৰসমূহ গ্ৰহণ কৰে আৰু কোন সময়ত গুণত লগাই গুণ টানে মই মনিবই নোৱাৰোঁ, শৰ বৃষ্টিৰদ্বাৰা সৈন্যসমূহক কেৱল বধ কৰি থকাহে দেখিলোঁ।

৯—১০। ইন্দ্ৰই শিলা বৃষ্টিৰদ্বাৰা নদনবদন শস্য যিদৰে নষ্ট কৰে ৰামচন্দ্ৰই অকলে তেওঁৰ তীক্ষ্ণ শৰসমূহৰ দ্বাৰা দেড় মুহূৰ্ত্ত ( প্ৰায় তিনি ঘণ্টা ) কালৰ ভিতৰত মাটিৰ ওপৰত থিয় দি থাকি খৰ, দূষণ আৰু চৈধ্য হাজাৰ ভীষণ পৰাক্ৰমশালী ৰাক্ষসক বধ কৰিলে আৰু ঋষিসকলক অভয় দান দি দণ্ডকাৰণ্য তেওঁলোকৰ কাৰণে বাসৰ উপযোগী কৰিলে।

১১। স্ত্ৰী বধৰ আশঙ্কা কৰি অকল মোকে যি বিশুদ্ধাত্মা মহাত্মা ৰামে নাক-কাণ কাটি এৰি দিলে।*

১২। লক্ষ্মণ নামে তেওঁৰ যিজন ভায়েক তেওঁৰ লগতে আছে, তেৰো মহাতেজস্বী, গুণ আৰু পৰাক্ৰমত ৰামৰেই তুল্য, তেওঁ ৰামৰ পৰম অনুৰক্ত ভক্ত।

১৩। তেওঁ শত্ৰুৰ প্ৰতি দয়াহীন, দুৰ্জ্জয় বিজয়ী, পৰাক্ৰমশীল বুদ্ধিমান আৰু ভীষণ বলবান। ভায়েক লক্ষ্মণ ৰামৰ দক্ষিণ বাহু স্বৰূপ আৰু বাহিৰত থকা ৰামৰ প্ৰাণৰ নিচিনা।

---

* টীকাকাৰে ইয়াত উল্লেখ কৰিছে শূৰ্পণখাই আচল কথাটো গোপন কৰি এইদৰে প্ৰকাশ কৰিছে।

১৪—১৫। ৰামৰ যি গৰাকী ধৰ্মপত্নী আছে, তেওঁৰ চকুযুৰি বহল আৰু সুবিস্তৃত আৰু মুখ পূৰ্ণচন্দ্ৰ সদৃশ, তেওঁ সদায় স্বামীৰ হিত পৰায়ণা, তেওঁ সুৰূপা আৰু যশস্বিনী, তেওঁৰ কেশদাম, নাক আৰু উৰু সকলো সুন্দৰ, তেওঁ দ্বিতীয়া লক্ষ্মীস্বৰূপা, সেই ৰমণীয়ে বনদেৱী সদৃশা হৈ অৰণ্যত বিৰাজ কৰি আছে।

১৬। তেওঁৰ বৰণ তপ্তকাঞ্চনসদৃশ আৰু নখবোৰ উন্নত আৰু ৰক্তাভ, সৰ্ব্বসুলক্ষণ-সম্পন্না তনুমধ্যমা তেওঁ বিদেহৰাজকন্যা সীতা নামে খ্যাত।

১৭। ইয়াৰ আগতে পৃথিবীত কোনো দেৱী, গন্ধৰ্ব্বী, যক্ষী অথবা কিন্নৰীকো তেওঁৰ নিচিনা ৰূপৱতী মই দেখা নাই।

১৮। এই সীতা যি পুৰুষৰ ভাৰ্য্যা অথবা যি পুৰুষক হৃষ্টচিত্তে আলিঙ্গন কৰে তেওঁ তিনিও জগতত্তে পুৰন্দৰত কৈও অধিক সুখে জীৱন অতিবাহিত কৰিব পাৰে।

১৯। সুশোভনাঙ্গী অতুলনীয় ৰূপসম্পন্না সুশীলা এই নাৰী তোমাৰেই অনুৰূপা ভাৰ্য্যা হব আৰু তুমিয়েহে মাত্ৰ তেওঁৰ শ্ৰেষ্ঠ পতি হোৱাৰ উপযুক্ত।

২০। হে মহাবাহু, চাৰুনিতম্বিনী পীনোন্নতপয়োধৰা শুভাননা এই নাৰীৰত্নক তোমাৰ ভাৰ্য্যাস্বৰূপে আনিবলৈ মই যত্নপৰ হৈছিলো। *

২১—২২। কিন্তু ক্ৰূৰমতি লক্ষ্মণে মোক এইদৰে বিৰূপা কৰিলে। এতিয়া তুমি পূৰ্ণচন্দ্ৰাননা বৈদেহীক দেখা মাত্ৰকে মন্মথশৰৰ বশীভূত হবা। এতেকে যদিহে তেনে নাৰীৰত্নক তুমি ভাৰ্য্যা-স্বৰূপে পাব খোজা তেন্তে এই মুহূৰ্ত্তেই যাবলৈ বুলি সোঁভৰি দাঙি জয়লাভৰ অৰ্থে ওলোৱা।

২৩। হে ৰাক্ষসেশ্বৰ ৰাৱণ, যদিহে মোৰ কথা তোমাৰ ভাল যেন লাগিছে, তেন্তে মই যি কৈছোঁ, নিশঙ্কচিত্তে তাকে কৰা।

২৪। হে মহাবলশালী ৰাৱণ, ৰামইত (সিহঁতৰ ৰাজ্য আদি নথকাৰ কাৰণে) নিশ্চয় শক্তিহীন, এই কথা জানি তুমি অনিন্দ্যসুন্দৰী সীতাক তোমাৰ ভাৰ্য্যা হিচাপে পাবলৈ যত্নপৰ হোৱা।

২৫। ৰামে তেওঁৰ ঋজুগামী শৰসমূহৰ দ্বাৰা জনস্থানত থকা সকলো ৰাক্ষসকে বধ কৰিলে আৰু লগে লগে খৰ দূষণকো নিহত কৰিলে, এই সকলো কথা দেখি শুনি এতিয়া তুমি যি কৰা উচিত তাকে কৰা।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত চতুস্ত্ৰিংশ সৰ্গ সমাপ্ত ॥**

---

* ৰাৱণক উচটাবলৈ শূৰ্পণখাই সম্পূৰ্ণ মিছা কথা কৰে।

## পঞ্চত্রিংশ সৰ্গ

## মাৰীচৰ আশ্ৰমলৈ ৰাৱণৰ আগমন

১। তাৰপিচত শূৰ্পণখাৰ * ৰোমহৰ্ষক সেই কথা শুনি ৰাৱণে মন্ত্ৰীবৰ্গৰ লগত আলোচনা কৰিলে আৰু নিজ কৰ্ত্তব্য বুজি লৈ যাবলৈ ওলাল।

২—৩। মনে মনে সীতাহৰণৰূপ কাৰ্য্যকে উদ্দেশ্য কৰি তাৰ ভাল বেযা পৰিণাম আৰু নিজ আৰু পৰপক্ষৰ বলাবল বুজিলৈ এইয়ে ( অৰ্থাৎ সীতাহৰণ কাৰ্য্যই ) কৰ্ত্তব্য বুলি মনতে স্থিৰ কৰি ৰমণীয় যানশালালৈ প্ৰস্থান কৰিলে।

৪। ৰাক্ষসাধিপতিয়ে গুপ্তভাবে† যানশালালৈ গৈ ৰথ প্ৰস্তুত কৰিবলৈ সাৰথিক আদেশ দিলে।

৫। সাৰথিক আদেশ দিয়াৰ লগে লগে খৰটকীয়া সাৰথিয়ে তেওঁৰ অতি উত্তম ৰথখন প্ৰস্তুত কৰিলে।

৬—৭। এই ৰথ সুবৰ্ণবিভুষিত আৰু ইচ্ছাগামী, সোণৰ অলঙ্কাৰে সজোৱা পিশাচাকৃতি গৰ্দ্দভসংযুক্ত আৰু ইয়াৰ শব্দও মেঘৰ গৰ্জ্জনসদৃশ। এই ৰথত আৰোহণ কৰি কুবেৰানুজ, ৰাক্ষসাধিপতি শ্ৰীমান ৰাবণ নদ-নদীসকলৰ অধিপতি সমুদ্ৰৰ পিনে গতি কৰিলে।

৮—৯। ৰাৱণৰ ছত্ৰ আৰু চামৰ উভয়ে শ্বেতবৰ্ণ তেওঁৰ শৰীৰৰ কান্তি স্নিগ্ধ বৈদূৰ্য্যমণি সদৃশ, তেওঁৰ অলঙ্কাৰ সমূহ তপ্তকাঞ্চন নিৰ্ম্মিত, তেওঁৰ দহোটা ডিঙি, কুৰিখন হাত আৰু পোছক-পৰিচ্ছদ অতি মনোৰম, তেওঁ দেৱতাসকলৰ শত্ৰ আৰু মুনিসকলৰ ঘাতক, পৰ্ব্বতৰাজসদৃশ তেওঁৰ দহোটা মুৰ।

১০। কামগ সেই ৰথত আৰোহণ কৰি ৰাক্ষসাধিপে আকাশত বলাকাযুক্ত বিদ্যুৎমালা শোভিত মেঘখণ্ডসদৃশ ৰূপ ধাৰণ কৰিলে।

১১—১৭। যাওতে বাটত বীৰ্য্যশালী ৰাৱণে পৰ্ব্বত আৰু সাগৰৰ তীৰবৰ্ত্তী জলীয় স্থলভাগ দেখা পালে। তেওঁ দেখিলে যে নানাবিধ পুষ্প আৰু ফলেৰে পৰিপূৰ্ণ হাজাৰ হাজাৰ গছ তাত বিদ্যমান, চাৰিওফালে সুশীতল পবিত্ৰ জলপূৰ্ণ জলাশয়, যজ্ঞবেদি সমন্বিত সুবিস্তৃত আশ্ৰমস্থান

---

* টীকাকাৰে শূৰ্পনখা শব্দৰ দুটা অৰ্থ দিছে, (১) শূৰ্প (শোণিত পাত্ৰ) নখ (দোষযুক্ত কথা), শূৰ্পনখাই তেজৰ সোঁত বোৱাই যজ্ঞাদিকৰ্ম্ম দূষিত কৰিছিল এই কাৰণে সেই নাম। (২) শূৰ্প (কুলা) নখ অৰ্থাৎ কুলাৰ নিচিনা নখ যুক্তা। ব্যাকৰণমতে এই অৰ্থই প্ৰশস্ত-সজ্ঞা যুজোৱাৰ কাৰণে শূৰ্পণখা নহলে শূৰ্পনখা।

† মনে মনে ভাল পোৱা অথচ আনে বেয়া বোলাৰ সম্ভাবনা থকা কাম কৰোতা জনে গুপ্তভাবে কৰে—এই অৰ্থ। ইয়াত ৰাবণে শঙ্কা কৰিছিল জানোছা কোনো বৃদ্ধজনে এইটো বেয়া কাম বুলি ৰাবণক বাধা জন্মাই এই ভয়তে—টীকাকাৰ।

সমূহ তাত বিৰাজমান, কদল, নাৰিকল আদি গছৰ উপবন আৰু পুষ্পিত সাল, তাল, তমালাদি বৃক্ষৰাজিৰে এই সকলো ঠাই পৰিপূৰ্ণ। তেওঁ আৰু দেখিলে যে অত্যন্ত [illegible], পৰম ঋষিগণ, হাজাৰ হাজাৰ নাগ, সুপৰ্ণ, *[1] গন্ধৰ্ব, কিন্নৰগণ, জিতকাম সিদ্ধচাৰণগণ, ব্ৰহ্মাৰ পুত্ৰ বৈখানস, বালখিল্য, ৰশ্মিপায়ী মাষনামৰ শ্ৰেষ্ঠ ঋষিগণ,*[2] হাজাৰে হাজাৰে দিব্য আভৰণ আৰু মাল্যাদিৰে সুশোভিত দিব্য ৰূপধাৰী, ৰতিনিপুণা অপ্সৰাগণ, [illegible] দেৱপত্নী আৰু অমৃত-ভোজী দেৱ আৰু দানবগণে সেই সেই ঠাইৰ শোভা [illegible] কৰি আছে।

১৮। তেওঁ দেখিলে যে সেই ঠাইবোৰ [illegible], কাৰণ্ডৱ, ক্ৰৌঞ্চ, প্লৱ, সাৰস আদি পক্ষীৰে পৰিপূৰ্ণ আৰু বৈদূৰ্য্য সদৃশ শ্যামবৰ্ণ [illegible] বৰে পৰিব্যাপ্ত হৈ সাগৰৰ ঢৌত উৎপন্ন বতাহৰ প্ৰচলনত, সদায় স্নিগ্ধ আৰু সুশীতল হৈ আছে।

১৯—২০। ৰাৱণে দেখিলে দিব্য মাল্যাদিৰে সুশোভিত আৰু উৎকৃষ্ট গীতাদিৰে পৰিপূৰ্ণ বিশাল শুভ্ৰ বিমান[3] সমূহ তাত বিৰাজমান, যিসকল শ্ৰেষ্ঠ ঋষিয়ে তেওঁলোকৰ তপোবলৰ দ্বাৰা লোকসমূহ জয় কৰিছে তেওঁলোকে কাম আৰু শূন্যতে বিচৰণশীল এই বিমান সমূহত বাস কৰি থাকে। ধনদানুজ ৰাৱণে [illegible] গন্ধৰ্ব আৰু অপসৰা সকলোকো তাত দেখা পালে।

২১—২৭। বাটত যাওঁতে হাজাৰে হাজাৰে সুগন্ধি [illegible] উৎপত্তিস্থল বিভোপন চন্দন, অগুৰু গছৰ উপবন, উৎকৃষ্ট সুগন্ধ [illegible] বৃক্ষৰ কানন, তমাল পুষ্প, জলকীয়া গছৰ জোপাবন, আৰু সাগৰৰ তীৰত শুকাই [illegible], বৃহৎ বৃহৎ শিল, শ্ৰেষ্ঠ প্ৰবালপুঞ্জ, কাঞ্চন আৰু ৰজতাভ শৃঙ্গ আৰু বিমল [illegible] আশ্চৰ্য্যজনক মনোহৰ নিজৰা সমূহ তেওঁৰ চকুত পৰিল। তাৰ পিচতে ধনধান্যে [illegible], সুন্দৰী ৰমণী [illegible], অশ্ব আৰু ৰথাদিৰে পৰিশোভিত নগৰী সমূহ ঠাই ঠাই [illegible] উপকূলত সমতল ভূপৃষ্ঠত মৃদু-মাৰুত প্ৰবাহিত সিন্ধুৰাজৰ পৰম ৰমণীয় [illegible] হল গৈ। এই ঠাইত মুনিগণ পৰিবেষ্টিত মহান মেঘাভ এজোপা [illegible] তেওঁৰ চকুত পৰিল।

২৮—৩৪। এই [illegible] মহাবলশালী গৰুড়ে তেওঁৰ ভোজনৰ বাবে মহাকায় এক হাতী [illegible] কাছ লৈ আহি [illegible] গছৰ ডালত পৰে। মহাবল পক্ষীৰাজ গৰুড়ৰ ভৰত [illegible] গছৰ ঠালটো ভাগি পৰে। গছৰ ঠালটোৰ তলত ব্ৰহ্মাৰ পুত্ৰ বৈখানস, মাষ, বালখিল্য, ৰশ্মিপায়ী [illegible] নামৰ বহুত শ্ৰেষ্ঠ ঋষি একেলগে বাস কৰিছিল। তেখেত [illegible] প্ৰতি দয়া [illegible] হৈ গৰুড়ে শতযোজন বিস্তৃত সেই ভগা ঠাল, হাতী আৰু কাছ বেগেতে তাৰপৰা লৈ গল। তাৰ পিচত ধৰ্মাত্মা সেই গৰুড়ে হাতী আৰু কাছক এখন ভৰিৰে ধৰি [illegible] মাংস ভক্ষণ কৰিলে। আৰু গছৰ সেই ঠালটো নিষাদ দেশৰ ওপৰত পেলাই তাৰে সেই [illegible] ধ্বংস কৰিলে, এইদৰে মহামুনি-

---

১। পক্ষযুক্ত পৌৰাণিক যুগৰ প্ৰাণীবিশেষ।

২। সূৰ্য্যকিৰণ পুত্ৰগণ।

৩। শূন্যস্থিত গৃহ।

সকলক ৰক্ষা কৰি গৰুড়ে মনত অতি আনন্দ লাভ কৰিলে। এই আনন্দতে তেওঁৰ মনৰ বল দ্বিগুণ পৰিমাণে বঢ়াত বুদ্ধিমান গৰুড়ে অমৃত হৰণৰ বাবে মন কৰিলে।

৩৫। তেতিয়া তেওঁ লোহাৰ জাল ছিগি ৰত্ননিৰ্ম্মিত ইন্দ্ৰ দেৱতাৰ যিটো ঘৰত অমৃত লুকাই থোৱা আছিল তাক ভাঙি অমৃত উলিয়াই আনিলে।

৩৬। এইদৰে মুনিগণ পৰিবেষ্টিত আৰু গৰুড়ে ভগা শাখাৰ চিন থকা সুভদ্ৰ নামে সেই বটবৃক্ষ কুবেৰানুজ ৰাৱণে দেখা পালে।

৩৭। নদী সকলৰ অধিপতি সমুদ্ৰৰ সিপাৰলৈ গৈ তেওঁ বনৰ ভিতৰত এঘাল মূৰে থকা ৰমণীয় পবিত্ৰ এমন আশ্ৰম দেখা পালে।

৩৮। এই আশ্ৰমতে কৃষ্ণাজিন পৰিধানকাৰী জটামণ্ডলধাৰী সংযতাহাৰী মাৰীচ নামে ৰাক্ষস তেওঁৰ চকুত পৰিল।

৩৯। ৰাক্ষস মাৰীচে দেখা মাত্ৰকে ৰাৱণৰ ওচৰ চাপি তেওঁৰ ইচ্ছানুৰূপ সকলো অমানুষিক ভোগ্যবস্তু, ভোজন সামগ্ৰী আৰু পানীয় দ্ৰব্য আগবঢ়াই তেওঁক অভ্যৰ্থনা কৰিলে। তাৰ পিচত অৰ্থপূৰ্ণ বাক্যে তেওঁ কবলৈ ধৰিলে।

৪০। "হে ৰাক্ষসেশ্বৰ ৰাৱণ, লঙ্কা নগৰীত আপোনাৰ সৰ্ব্বত্ৰ কুশল নে? আপোনাৰ অতি শীঘ্ৰে আকৌ ইয়ালৈ অহাৰ কাৰণেই বা কি?"

৪১। মাৰীচে এইদৰে সোধাত বাক্য কুশল মহাতেজস্বী ৰাৱণে কবলৈ ধৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত পঞ্চত্ৰিংশ সৰ্গ সমাপ্ত ॥**

## ষট্‌ত্ৰিংশ সৰ্গ

### ৰাৱণ আৰু মাৰীচৰ কথাবতৰা

১। "মাননীয় মাৰীচ! মই কিয় আহিলোঁ কওঁ শুনা। বৰ্ত্তমান মই বৰ বিপন্ন, মোৰ এই বিপদত তুমিয়েই মোৰ একমাত্ৰ গতি।

২-৩। তুমি জনস্থানৰ কথা জানা। এই জনস্থানতে মোৰ ভাই মহাবাহু খৰ, দূষণ, ভগিনী শূৰ্পণখা, মাংসাশী মহাবাহু ৰাক্ষস ত্ৰিশিৰা আৰু আন আন বহুতো যুদ্ধোৎসাহী বীৰ ৰাক্ষস বাস কৰি আছিল।

৪। মোৰ নিৰ্দ্দেশ অনুসৰিয়েই এই ৰাক্ষসসকলে মহা অৰণ্যৰ ভিতৰত ধৰ্ম্মাচাৰী মুনিসকলৰ কাৰ্য্যত বাধা প্ৰদান কৰি বাস কৰিছিল।

৫। চৈধ্যহাজাৰ ভীমকৰ্ম্মা ৰাক্ষস ইয়াত আছিল। সিহঁত সকলোটি শূৰ, যুদ্ধোৎসাহী আৰু খৰৰ একান্ত অনুবৰ্ত্তী।

৬-১০। তাৰ পিচত খৰ প্ৰমুখ এই চৈধ্যহাজাৰ ৰাক্ষসে অতি উৎকৃষ্ট কবচ বান্ধি লৈ

নানা অস্ত্ৰেশস্ত্ৰে সুসজ্জিত হৈ মিলিতভাবে ৰামৰ লগত যুদ্ধত সম্মুখীন হয়। ৰণক্ষেত্ৰত ৰাম অকলে এজন মানুহে মাটিতে থাকি ক্ৰুদ্ধ হৈ মুখেৰে কোনো কৰ্কশবাক্য উচ্চাৰণ নকৰাকৈয়ে ধনুত শৰ নিযুক্ত কৰি উগ্ৰতেজস্বী চৈধ্যহাজাৰ ৰাক্ষসক, প্ৰদীপ্ত শৰেৰে বধ কৰিলে, আৰু লগতে খৰ দূষণ আৰু ত্ৰিশিৰাক বধ কৰি দণ্ডকাৰণ্য মুনিসকলৰ কাৰণে ভয় শূন্য কৰিলে। অথচ এই ৰামক তাৰ ভাৰ্য্যাৰে সৈতে পিতাকে ৰাজ্যৰ পৰা বহিষ্কৃত কৰিছে আৰু মনুষ্য হিচাপে তাৰ আয়ুসৰ পৰিমাণো অতি অল্প।

১১-১৫। ৰাক্ষস সৈন্যসমূহৰ বধ কৰোঁতা ৰাম ক্ষত্ৰিয়কুলাধম, কৰ্কশ, উগ্ৰস্বভাবসম্পন্ন, মূৰ্খ, চৰিত্ৰহীন, লুব্ধ, আৰু অজিতেন্দ্ৰিয়। সি স্বধৰ্মত্যাগী, অধাৰ্মিক আৰু প্ৰাণীসমূহৰ অহিত কাৰ্য্যত ৰত। সি শত্ৰুতাৰ কোনো কাৰণ নথকা সত্বেও অৰণ্যত অকল শাৰীৰিক বলকে আশ্ৰয় কৰি ধৰ্মৰ পিনে লক্ষ্য নকৰাকৈ নাক কাণ কাটি মোৰ ভগিনীক বিৰূপা কৰিছে। এতিয়া দেৱবালাৰূপিণী তাৰ ভাৰ্য্যা সীতাক মোৰ পৰাক্ৰম দখুৱাই জনস্থানৰপৰা হৰণ কৰি নিম, তুমি এই বিষয়ত মোৰ সহায় হোৱা। হে মহাবলশালী মাৰীচ, তুমি মোৰ সহায়স্বৰূপ হৈ ওচৰত থাকিলে কুম্ভকৰ্ণাদি মোৰ ভাতৃগণে সৈতে মই সমগ্ৰদেৱতাবৰ্গকো গণ্য নকৰোঁ। হে ৰাক্ষস, গতিকে তুমি মোৰ সহায় হোৱা, কিয়নো এই বিষয়ে তোমাৰ সামৰ্থ্য আছে।

১৬। বীৰ্য্য, যুদ্ধ আৰু দৰ্প বিষয়ত তোমাৰ সমান কোনো নাই, তুমি মহান শূৰ আৰু তুমি মহা মায়াবী আৰু কৌশলী।

১৭। হে নিশাচৰ, এই কাৰণেই মই তোমাৰ ওচৰ চাপিছোঁ। মোৰ কথামতে মোৰ সহায়ৰ অৰ্থে এতিয়া তুমি কি কৰিব লাগিব শুনা।

১৮। তুমি ৰূপালী ফুটুকাফুটুকী থকা সোণৰ হৰিণ হৈ ৰামৰ আশ্ৰমত সীতাৰ সম্মুখত বিচৰণ কৰি থাকিবা।

১৯। মৃগৰূপধাৰী তোমাক দেখি সীতাই নিশ্চয় তেওঁৰ স্বামী আৰু লক্ষ্মণক তোমাক ধৰি আনিবলৈ কব।

২০। তেওঁলোক দুয়োজন আঁতৰি গলে সেই শূন্যস্থানৰপৰা যথাসুখে কোনো বাধা-বিঘিনি নোহোৱাকৈ ৰাহুৱে চন্দ্ৰৰ কান্তি হৰণ কৰাৰ দৰে মই সীতাক লৈ আহিম।

২১। তাৰ পিচত ভাৰ্য্যাক হৰণ কৰাৰ দুখতে ৰাম শুকাই ক্ষীণাই গলে মোৰ মনৰ অভিলাষ সিদ্ধ হোৱাত কোনো দুখ কষ্ট নোহোৱাকৈ নিশঙ্কচিত্তে মই ৰামক প্ৰহাৰ কৰিম।"

২২। ৰামৰ নাম শুনা শুনিয়ে মহাত্মা মাৰীচ ভয়ত সংত্ৰস্ত হল আৰু তেওঁৰ মুখ শুকাই গল।

২৩। শুকান ওঠ দুটা চেলেকি অনিমেষনেত্ৰে মৃতপ্ৰায় হৈ কাতৰ ভাবে ৰাৱণৰ পিনে চাই ৰল।

২৪। মাৰীচ ৰামৰ পৰাক্ৰমবিষয়ে অভিজ্ঞ, এতেকে ভয়তে বিষণ্ণচিত্ত হৈ কৃতাঞ্জলিপুটে ৰাৱণ আৰু তেওঁৰ উভয়ৰে হিতৰ অৰ্থে কথা কবলৈ ধৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ষট্‌ত্ৰিংশ সৰ্গ সমাপ্ত ॥

# সপ্তত্রিংশ সৰ্গ

## ৰাৱণৰ প্ৰতি মাৰীচৰ হিত উপদেশ

১। বাক্যবিশাৰদ মহাতেজস্বী মাৰীচে ৰাক্ষসেন্দ্ৰ ৰাৱণৰ কথা শুনি উত্তৰস্বৰূপে কবলৈ ধৰিলে,

২। "হে ৰাজন্, জগতত প্ৰিয়ভাষী মানুহ সততে সুলভ (অৰ্থাৎ য তে ত'তে পোৱা যায়), কিন্তু অপ্ৰিয় অথচ হিতকাৰী কথা কোৱা আৰু শুনা মানুহ দুৰ্লভ।

৩। আপোনাৰ নিযুক্ত গুপ্তচৰ নাই আৰু অপুনি চঞ্চল প্ৰকৃতিৰ, অতএব মহাবীৰ্য্যশালী আৰু সৰ্ব্বগুণে উন্নত মহেন্দ্ৰ আৰু বৰুণসম ৰামৰ বিষযে আপুনি জনা নাই।

৪। হে তাত, সকলোটি ৰাক্ষস মঙ্গলে থকাটো আপুনি নিবিচাৰেনে, অথবা আপুনি ইচ্ছা কৰে নেকি যে ৰাম ক্ৰুদ্ধ হৈ লোকসমূহৰপৰা ৰাক্ষসকুলক উচ্ছেদ কৰক।

৫। আপুনি জনা নাই যে আপোনাৰ জীৱন নাশৰ কাৰণেই জনকাত্মজা সীতাৰ জন্ম আৰু এই সীতাৰ কাৰণেই ঘোৰ বিপদ উপস্থিত হব।

৬। আপোনাৰ নিচিনা কামপ্ৰৱণ অসংযতচিত্ত ৰজাৰ কাৰণেই এই লঙ্কাপুৰী আপুনি আৰু সমগ্ৰ ৰাক্ষসকুলে সৈতে ধ্বংস প্ৰাপ্ত হব।

৭। যি দেশৰ ৰজা আপোনাৰ নিচিনা স্বেচ্ছাচাৰী, অসচ্চৰিত্ৰ আৰু পাপবুদ্ধিসম্পন্ন আৰু দুৰ্ম্মতি সেই ৰজাই নিজক, আত্মীয়বৰ্গক, আৰু আনকি ৰাষ্ট্ৰকো বিনাশ কৰে।

৮-৯ কৌসল্যানন্দবৰ্দ্ধন ৰাম তেওঁৰ পিতৃদেৱৰ দ্বাৰা পৰিত্যক্ত হোৱা নাই, তেওঁ মৰ্য্যাদা বিহীনো নহয়। তেওঁ লুব্ধ দুঃশীল আৰু ক্ষত্ৰিয়কুলাঙ্গাৰো নহয়, তেওঁ ধৰ্ম্মগুণহীন, উগ্ৰস্বভাবসম্পন্ন আৰু সকলো প্ৰাণীৰ অহিতে ৰত এনেযো নহয়।

১০। তেওঁৰ সত্যবাদী পিতৃদেৱ কৈকেয়ীৰ দ্বাৰা বঞ্চিত হোৱা দেখি পিতৃসত্য পালন কৰিম বুলি কৈ ধৰ্ম্মাত্মা ৰামে বনলৈ প্ৰস্থান কৰিছে।

১১। কৈকেয়ীৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ আৰু লগতে পিতৃদেৱৰো হিত সাধন কৰিবলৈ তেওঁ ৰাজ্য আৰু ভোগ পৰিত্যাগ কৰি দণ্ডকাৰণ্যত প্ৰবেশ কৰিছেহি।

১২। হে ৰাৱণ, ৰাম কৰ্কশ, অবিদ্বান বা অজিতেন্দ্ৰিয় নহয়, তেওঁ মিছা কথা কোৱাটো দূৰৈৰ কথা তাৰ আশ্ৰয়ো নলয়, আপুনি তেনে কথা কোৱা নিতান্ত অযুক্ত।

১৩। ৰাম ধৰ্ম্মৰ প্ৰতিমূৰ্ত্তিস্বৰূপ, তেওঁ সাধু আৰু সত্য পৰাক্ৰমী, দেৱতা সকলৰ ভিতৰত ইন্দ্ৰৰ নিচিনা তেওঁ সকলো জগতৰে ৰজা।

১৪। এনে এজন পুৰুষে নিজ শক্তিবলে বৈদেহীক ৰক্ষা কৰি থাকোতে আপুনি বলপূৰ্ব্বক সূৰ্য্যৰ ৰশ্মি হৰণ কৰাৰ নিচিনাকৈ তেওঁক হৰণ কৰিবলৈ ইচ্ছা কৰিছে কিয়?

১৫। ৰাম প্ৰজ্জলিত অগ্নিতুল্য, ধনু আৰু খড়্গাই এই অগ্নিৰ ইন্ধন আৰু শৰসমূহ অগ্নিৰ শিখাসদৃশ, এই প্ৰদীপ্ত অগ্নিত আপুনি প্ৰবেশ কৰাটো কোনোপধ্যে উচিত নহব।

১৬—১৭। হে তাত, ৰাম সাক্ষাৎ অন্তক ( যম ) স্বৰূপ, ধনু তেওঁৰ প্ৰদীপ্ত উন্মুক্ত মুখ আৰু শৰসমূহ তাৰ শিখাবিশেষ, আপুনি ৰাজ্য, সুখ আৰু প্ৰিয় জীৱন পৰিত্যাগ কৰি এনে হেন *অমৰ্ষপৰায়ণ, উগ্ৰ স্বভাৱ সম্পন্ন, শত্ৰুসেনা বিনাশক ধনুৰ্শৰধাৰী ৰামৰ লগত সংঘৰ্ষ কৰাটো উচিত নহব।

১৮। জনকদুহিতা সীতা যাৰ ভাৰ্য্যা সেই ৰামৰ তেজ আৰু শক্তি অতুলনীয়, এতেকে ধনুক আশ্ৰয় কৰি বাস কৰি থকা তেওঁৰ সীতাক হৰণ কৰিবলৈ আপুনি সমৰ্থ নহয়।

১৯। বিশেষকৈ সিংহসদৃশ বিপুল স্কন্ধবিশিষ্ট নৰসিংহ ৰামৰ ভাৰ্য্যা, স্ত্ৰীৰত্ন সেই সীতা তেওঁৰ প্ৰাণতকৈও প্ৰিয়া আৰু সদায় তেওঁৰ অনুব্ৰতা।

২০। এতেকে হুতাশনৰ শিখা সদৃশ তেজস্বী ৰামৰ সুমধ্যমা ভাৰ্য্যা মৈথিলীক হৰণ কৰাৰ শক্তি আপোনাৰ নাই।

২১। হে ৰাক্ষসাধিপ, আপোনাৰ এই বৃথা চেষ্টাৰ কোনো প্ৰয়োজন নাই। এই ৰণৰ ভিতৰত আপুনি যদি তেওঁক এবাৰ দেখে তেতিয়াই বুজিব আপোনাৰ জীৱন শেষ।

২২—২৪। জীৱন, সুখ আৰু ৰাজ্য বৰ দুৰ্লভ বস্তু। এতেকে বিভীষণ প্ৰমুখ্যে সকলো ধৰ্ম্মশীল মন্ত্ৰীবৰ্গৰ লগত পৰামৰ্শ কৰি আপুনি আপোনাৰ মন স্থিৰ কৰক। তাৰ পিচত দোষ, গুণ, আত্মপক্ষ আৰু ৰাঘৱৰ বলাবল প্ৰকৃততে বুজি লৈ আপোনাৰ পক্ষে যিটো হিতকৰ হব বুলি ভাবে তাক স্থিৰ কৰি মঙ্গলময় কাম কৰক।

২৫। মই হলে আপুনি কোশল ৰাজপুত্ৰৰ লগত যুদ্ধত সন্মুখীন হোৱাটো আপোনাৰ পক্ষে মঙ্গলময় হব বুলি নাভাবোঁ। হে নিশাচৰাধিপ, মই যুক্তিযুক্ত, শ্ৰেয়স্কৰ আৰু উত্তম বুলি জানি যিখিনি কথা কবলৈ বিচাৰিছোঁ তাক কাণ পাতি শুনক।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত সপ্তত্ৰিংশ সৰ্গ সমাপ্ত ॥

---

* শত্ৰুৰ বল অসহিষ্ণু অৰ্থাৎ শত্ৰুবিদ্বেষ, শত্ৰুকুল বিনাশকাৰী ইত্যাদি।

১১

# অষ্টাত্ৰিংশ সৰ্গ

## ৰাৱণ-মাৰীচ সংবাদ

১-৪। মাৰীচে কলে:—এসময়ত মোৰ পৰাক্ৰম বৃদ্ধি হোৱাত মই পৃথিৱীপৰিভ্ৰমণলৈ বাহিৰ হওঁ। মোৰ গাত হাজাৰ হাতীৰ বল, শৰীৰ পৰ্ব্বতসদৃশ, বৰণ নীলমেঘোপম, কাণত তপ্তকাঞ্চন নিৰ্ম্মিত কুণ্ডল আৰু মূৰত কিৰীটি। সকলোৰে ভয় জন্মাই হাতত পৰিঘ অস্ত্ৰলৈ মই মুনিৰ মাংস ভক্ষণ কৰি দণ্ডকাৰণ্যত বিচৰণ কৰি ফুৰিছিলোঁ। তেতিয়া ধৰ্ম্মাত্মা মহামুনি বিশ্বামিত্ৰই মোৰ ভয়ত ত্ৰস্ত হৈ নিজে গৈ ৰজা দশৰথক কলে, "ৰাজন্ আপোনাৰ এই পুত্ৰ ৰামে পৰ্ব্বকালত" (অৰ্থাৎ যজ্ঞৰ সময়ত) সমাহিতচিত্তে মোক ৰক্ষা কৰিব লাগে।

৫-১১। হে নৰেশ্বৰ, মাৰীচ ৰাক্ষসৰ পৰা মোৰ মহাভয় উপস্থিত হৈছে।' ধৰ্ম্মাত্মা ৰজা দশৰথক এইদৰে কোৱাত তেওঁ মহাভাগ মহামুনি বিশ্বামিত্ৰক কলে, "হে মহৰ্ষি, ৰাম অস্ত্ৰবিদ্যা লাভ নকৰা বাৰ বছৰীয়া *বালক। গতিকে চতুৰঙ্গ সৈন্যদল মোৰে সৈতে তালৈ যাব। হে মুনিশ্ৰেষ্ঠ, মই নিজে গৈ আপুনি যিদৰে ইচ্ছা কৰে সেইদৰে আপোনাৰ শত্ৰু ৰাক্ষসবোৰক বধ কৰিম।" ৰজাই এইদৰে কোৱাত মুনিবৰে ৰজাক কলে, "হে ৰাজন্, ৰাম ভিন্ন অন্য কোনো সৈন্যদল সেই ৰাক্ষসৰ সমকক্ষ নহয়। এইটো সঁচা যে আপুনি যুদ্ধক্ষেত্ৰত দেৱতাসকলৰো সহায়ক আছিল আৰু তিনিও জগতত আপোনাৰ কামৰ সুখ্যাতি আছে। কিন্তু হে পৰন্তপ, আপোনাৰ সৈন্যদল নিৰ্বিঘ্নে ইয়াতে থাকক। বালক হলেও কেৱল মহা-তেজস্বী ৰামচন্দ্ৰইহে সেই ৰাক্ষসক পৰাভূত কৰিবলৈ সমৰ্থ। এতেকে হে ৰাজন্, মই তেওঁক লৈ যাওঁ, আপোনাৰ মঙ্গল হওক।"

১২। এই বুলি কৈ মুনিবৰ বিশ্বামিত্ৰই ৰাজপুত্ৰ ৰামক লৈ পৰমপ্ৰীত হৈ নিজ আশ্ৰমলৈ গল।

১৩। দণ্ডকাৰণ্যৰ আশ্ৰমত উপনীত হৈ মুনিবৰ যজ্ঞৰ কাৰণে দীক্ষিত হলত ৰামচন্দ্ৰই বিচিত্ৰ ধনুত গুণ টানি মুনিৰ ওচৰত থিয় হল।

১৪-১৫। শ্ৰীমান ৰামচন্দ্ৰৰ যৌৱনোদ্মেষ তেতিয়াও হোৱা নাছিল (দাড়ি গোঁফ তেতিয়াও গজা নাছিল), তেওঁৰ কলেবৰ শ্যাম বৰ্ণবিশিষ্ট আৰু চকুযুৰি অতীৱ সুশোভন, ব্ৰহ্মচৰ্য্যব্ৰতধাৰী একেখন মাত্ৰ বসন পৰিধান কৰি ধনু হাতত লৈ সুবৰ্ণমালাৰে বিভূষিত মূৰত শিখা থকা (কাকপক্ষধাৰী) ৰামচন্দ্ৰ নিজৰ তেজেৰে দীপ্তিমান হোৱাত দণ্ডকাৰণ্যৰ মাজত উদয় কালৰ চন্দ্ৰৰ নিচিনা সুশোভিত হৈছিল।

---

* প্ৰকৃতপক্ষে ৰামৰ বয়স সেই সময়ত ষোলতকৈ কম "উন ষোড়শ বৰ্ষ।" মাৰীচে ৰামৰ মাহাত্ম্য প্ৰকাশ কৰিবলৈকেহে এইদৰে কৈছে। অথবা এনেও হব পাৰে যে সেই সময়ত মাৰীচে তেনে বয়সৰ বুলিহে ভাবিছিল। আৰু আন সংস্কৰণত "উনদ্বাদশ" নিলিখি "উন ষোড়শ" হে লিখা আছে।

১৬। এনে অৱস্থাত তপ্তকাঞ্চনকুণ্ডল পৰিধান কৰি মেঘসদৃশৰূপ লৈ মই ব্ৰহ্মৰ বৰত* বলীয়ান হৈ সদৰ্পে মুনিবৰৰ আশ্ৰমৰ ভিতৰলৈ গমন কৰিলোঁ।

১৭। ৰামৰ অসাক্ষাতে প্ৰৱেশ কৰা সত্বেও তেওঁ মোক দেখিয়েই খপ কৰে অস্ত্ৰপাত তুলি ললে আৰু মোৰ পিনে লক্ষ্যকৰি নিৰ্ভীকচিত্তে ধনুত জ্যা আৰোপ কৰিলে।

১৮। মোৰ অজ্ঞানতা হেতু বালক বুলি ৰাঘৱক অৱহেলা কৰি লৰালৰিকৈ মই বিশ্বামিত্ৰৰ বেদিৰ ফালে খেদি গলোঁ।

১৯। তেতিয়া ৰাঘৱ ৰামে মোৰ প্ৰতি শত্ৰুবিনাশক যি তীক্ষ্ণবাণ প্ৰয়োগ কৰিলে তাৰ কোবতে বিতাড়িত হৈ মই শত যোজন দূৰত থকা সাগৰত নিক্ষিপ্ত হলোঁ।

২০। হে তাত ৰাৱণ, বীৰ ৰামচন্দ্ৰই মোক মৰাৰ ইচ্ছা নকৰিযে এইদৰে ৰক্ষা কৰিলে।

২১। তথাপি ৰামৰ শৰৰ বেগত বিতাড়িত হৈ মই সাগৰৰ মাজত বুৰ গলোঁ। অলপ সময়ৰ পিচত চৈতন্যলাভ কৰি মই লঙ্কাপুৰীলৈ যাত্ৰা কৰিলোঁ।

২২। তাত ৰাৱণ, সেই সময়ত এইদৰে কথমপি মই ৰক্ষা পৰিলোঁ, কিন্তু যিবোৰ ৰাক্ষস মোৰ সহায়ক হৈ মোৰ লগত তা'ল গৈছিল, অক্লান্তকৰ্ম্মী বালক ৰামে অস্ত্ৰশিক্ষাত পৈণত হৈ নুঠা সত্বেও সিঁহত সকলোটিকে বধ কৰিলে।

২৩-২৪। এনে অৱস্থাত মই আপোনাক নিবাৰণ কৰা সত্বেও যদি আপুনি ৰামৰ লগত বিগ্ৰহ পাতে তেন্তে অচিৰে ঘোৰ বিপদৰ সম্মুখীন হৈ আপুনি বিনাশপ্ৰাপ্ত হব আৰু যি ৰাক্ষসকুল সদায় আমোদ প্ৰমোদৰ বিষয়ে অভিজ্ঞ আৰু সমাজ উৎসৱ আদি দেখি সুখভোগ কৰি আছিল অনাহকতে সিহতক আপুনি সন্তপ্ত কৰিব।

২৫। লগতে এই মৈথিলীৰ কাৰণেই হৰ্ম্ম্য প্ৰাসাদাদিৰে পৰিপূৰ্ণ নানাৰত্নবিভূষিত আপোনাৰ লঙ্কাপুৰী বিনষ্ট হোৱা দেখিব।

২৬-২৮। সাপে সৈতে একে হ্ৰদতে বাস কৰি থকা নিৰ্দ্দোষ মৎস্যকুলে নিজে কোনো পাপ নকৰিলেও পাপাত্মাজনৰ লগত একেলগে বাস কৰি থকাৰ কাৰণে যিদৰে আনৰ পাপত বিনষ্ট হয়, সেইদৰে অকল আপোনাৰ দোষতেই দিব্যভৱণভূষিত দিব্যচন্দনাদি অনুলিপ্ত ৰাক্ষসকুলো নিহত হৈ ভূতলশায়ী হোৱা আপুনি দেখিব আৰু দেখিব যে ৰাক্ষসবোৰৰ যিসকল তেতিয়াও নমৰি জীয়াই আছে সিঁহতৰ বহুতে স্ত্ৰীবিহীন হৈ আৰু বহুতে বা সস্ত্ৰীক হৈও নিৰাশ্ৰয় অৱস্থাত ইফালে সিফালে ঘূৰি ফুৰিছে।

২৯-৩২। আপুনি দেখিব যে ৰামৰ অগ্নিশিখাসদৃশ শৰসমূহে আপোনাৰ লঙ্কানগৰী বেঢ়ি ধৰিছে আৰু তাৰ ঘৰবোৰ দগ্ধ হব ধৰিছে, কিয়নো পৰস্ত্ৰীহৰণতকৈ গুৰুতৰ পাপ আৰু নাই। হে ৰাজন্, আপোনাৰ অন্তঃপুৰত হাজাৰ হাজাৰ সুন্দৰী ৰমণী আছে। আপুনি নিজ ভাৰ্য্যাত সন্তুষ্ট থাকি আপোনাৰ সকুলজাত ৰাক্ষসসকলৰ মান আৰু ঐশ্বৰ্য্যবৃদ্ধি সাধন কৰি অভীষ্ট জীৱন ৰক্ষা কৰক। যদিহে বহুকাললৈ সুন্দৰী ৰমণীৰ উপভোগ কামনা কৰে আৰু আপোনাৰ মিত্ৰবৰ্গকো জীয়াই ৰাখিব খোজে তেন্তে ৰামৰ অপ্ৰিয় কাম নকৰিব।

* ব্ৰহ্মাই বৰ দিছিল যে দেৱতাৰ হাতত মাৰীচৰ মৃত্যু নহব।

৩৩। হে ৰাজন, মই আপোনাৰ সুহৃদ আৰু বাৰে বাৰে আপোনাক নিষেধ কৰিছোঁ, তথাপি যদি বলপূৰ্ব্বক আপুনি সীতাক হৰণ কৰে তেন্তে আপুনি হীনবল হৈ বন্ধুবান্ধবৰে সৈতে নিহত হব আৰু যমালয়লৈ গমন কৰিব।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত অষ্টত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# একোনচত্বাৰিংশ সৰ্গ

## ৰাৱণ-মাৰীচ সম্বাদ

মাৰীচে তেওঁৰ জীৱনৰ আন এটা ঘটনা উল্লেখ কৰি পুন কবলৈ ধৰিলে —

১। হে লঙ্কেশ্বৰ, সেই সময়ৰ যুদ্ধত কোনোমতে ৰামৰ হাতৰপৰা সাৰিলোঁ, কিন্তু তাৰ পিচত এতিয়া আৰু মোৰ কি হল কওঁ, শুনক।

২। পূৰ্ব্বতে ৰামৰ হাতত এইদৰে প্ৰাণৰ সঙ্কট ঘটাতো মোৰ মন একেবাৰে হতাশ হোৱা নাছিল, তেতিয়া মই মৃগৰূপী আন দুটা ৰাক্ষসৰ লগত দণ্ডকাৰণ্যত প্ৰবেশ কৰোঁ।

৩। প্ৰদীপ্ত জিহ্বা, ভীষণ দাঁত আৰু তীক্ষ্ণ শৃঙ্গবিশিষ্ট মহাবলশালী মৃগৰ ৰূপলৈ মাংস ভক্ষণ কৰি মই দণ্ডৰাণ্যত ঘূৰি ফুৰিবলৈ ধৰিলোঁ।

৪। হে ৰাৱণ, অগ্নিহোত্ৰ, তীৰ্থস্থান ( গাধোৱা ঘাট ), চৈত্যবৃক্ষস্থান সমূহত অত্যন্ত ঘোৰ মূৰ্ত্তি ধাৰণ কৰি তাপসসকলৰ ওপৰত অত্যাচাৰ কৰিবলৈ ধৰিলোঁ।

৫-১০। দণ্ডকাৰণ্যত ধৰ্ম্মচাৰী তাপসসকলক বধ কৰি তেওঁলোকৰ ৰক্তপান আৰু মাংস ভোজনত মত্ত হলোঁ। এইদৰে ক্ৰূৰমতি মই বনবাসীসকলৰ ভয় উৎপাদন কৰি দণ্ডকাৰণ্যত ধৰ্ম্মকাৰ্য্যসমূহ নষ্ট কৰি ঘূৰি ফুৰোতে এদিনাখন ধৰ্ম্মনিষ্ঠ ৰাম মহাভাগা বৈদেহী আৰু মহাৰথ লক্ষ্মণৰ লগত মোৰ সাক্ষাৎ হয়। অৰণ্যত সংযতাহাৰী, সৰ্ব্বভূতহিতে ৰত মহাবলশালী ৰামক লগ পাই পূৰ্ব্বৰ শত্ৰুতাৰ কথা মনত পৰিল। তেতিয়া ৰামক সাধাৰণ তপস্বীজ্ঞানে তেওঁক পৰাভৱ কৰিব পৰা হব বুলি ভাবি ক্ৰোধতে জ্বলি উঠিলোঁ আৰু কথাটো ভালদৰে বিবেচনা নকৰাকৈয়ে তীক্ষ্ণ শৃঙ্গবিশিষ্ট মৃগৰ ৰূপলৈ তেওঁক বধ কৰোঁ বুলি খেদি গলোঁ।

১১। তেতিয়া ৰামে তেওঁৰ বৃহৎ ধনু আকৰ্ষণ কৰি গৰুড অথবা পবন সদৃশ শত্ৰুবিনাশক তিনি পাত অতি তীক্ষ্ণ শৰ প্ৰয়োগ কৰিলে।

১২। মিহি গাঠিৰে ৰক্তপায়ী সেই তিনিপাত বাণে বজ্ৰসদৃশ ঘোৰৰূপ লৈ একেলগ হৈ আমালৈ খেদি আহিল।

১৩। ৰামৰ পৰাক্ৰমৰ বিষয়ে মই আগতে জানি থৈছোঁ আৰু ভয় খাই আছোঁ, গতিকে ৰামৰ শৰৰপৰা কোনো মতে প্ৰাণ ৰক্ষা কৰি মই এইবাৰো পলাই সাৰিলোঁ, আন দুটা ৰাক্ষস ৰামৰ শৰত নিহত হল।

১৪। তাৰ পিচত সমাধিস্থিতিতে আন সকলো পৰিত্যাগ কৰি তাপসৰ ব্ৰতলৈ ইয়াতে আছোঁ।

১৫। এতিয়া মই গছে গছে পাশহস্ত যমসদৃশ ধনুহাতত লৈ থকা চীৰবস্ত্ৰ আৰু কৃষ্ণাজিনধাৰী ৰামকেই দেখোঁ।

১৬। হে ৰাৱণ, ভয়তে হাজাৰ হাজাৰ ৰামকেই মই চাৰিওফালে দেখা পাওঁ আৰু গোটেই অৰণ্যখনেই যেন ৰামময় হৈছে এনেহে অনুমান হয়।

১৭। হে ৰাক্ষসেশ্বৰ, য ত ৰাম নাই তাতো মই কেৱল ৰামকেহে দেখোঁ আৰু সপোনতো ৰামক দেখি জাগৰিত অৱস্থাত থকাৰ নিচিনা ভয়তে চাৰিওফালে লৰি ফুৰোঁ।

১৮। হে ৰাৱণ, ৰামৰ নামত মোৰ মনত এনে এটা ভয় সোমাইছে যে আদিতে 'ৰ' আখৰ থকা ৰত্ন, ৰথাদিৰ নাম মনলৈ আহিলেও ৰামৰ ভয়ত সন্ত্ৰস্ত হওঁ।

১৯। হে লঙ্কেশ্বৰ ৰামৰ প্ৰভাৱ মই জানো। তেওঁৰ লগত আপোনাৰ যুদ্ধ মঙ্গলৰ বাবে নহব। ৰঘুনন্দন ৰামে বলি বা নমুচিকো বধ কৰিব পাৰে।

২০। ৰাৱণ, আপুনি ৰামৰ লগত যুদ্ধ কৰক বা নকৰক কিন্তু মোক আকৌ দেখিবলৈ ইচ্ছা কৰিলে ৰামৰ কথা মোৰ আগত নুলিয়াব।

২১। জগতত, বহুত সাধু, ধৰ্ম্মনিষ্ঠ আৰু যোগীপুৰুষক আনৰ অপৰাধত সবান্ধৱে নষ্ট হোৱা মই দেখিছো।

২২। সেই দৰেই আনৰ অপৰাধত মোৰো বিনাশ হোৱাৰ উপক্ৰম হৈছে। আপুনি যি ভাল বুলি ভাবে তাকে কৰক, মই হলে কিন্তু আপোনাৰ অনুগামী হব নোৱাৰোঁ।

২৩। ৰাম মহাতেজস্বী, মহাসত্ত্বসম্পন্ন আৰু বলশালী, নিশ্চয় ৰাক্ষসকুল তেওঁৰে হাতত ধ্বংস প্ৰাপ্ত হব।

২৪। যদি শূৰ্পণখাৰ কাৰণে অক্লান্ত কৰ্ম্মী ৰামৰ হাতত জনস্থান নিবাসী, দুৰ্ব্বৃত্ত খৰ নিহত হৈছে তেন্তে যথাযথভাবে ভাবি চাওক হয়াত ৰামৰ কি দোষ?

২৫। হে ৰাৱণ, মই আপোনাৰ বন্ধু, আপোনাৰ হিতচিন্তা কৰিয়ে এই কথা কৈছোঁ। যদিহে আপুনি সেই মতে কাম নকৰে তেন্তে ৰণক্ষেত্ৰত ৰামৰ পোনপটীয়া কাঁড়ৰ সন্মুখত বন্ধু-বান্ধৱগণে সৈতে আপোনাৰ প্ৰাণ বিনাশ হব।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একোনচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# চত্বাৰিংশ সৰ্গ

## মাৰীচৰ প্ৰতি ৰাৱণৰ আজ্ঞা

১। মৰিব খোজা প্ৰাণীয়ে যিদৰে ঔষধ খাব নোখোজে, মাৰীচে কোৱা যুক্তিপূৰ্ণ মঙ্গলময় কথাখিনিও ৰাবণে সেইদৰে গ্ৰহণ নকৰিলে।

২। তাৰ উত্তৰত ৰাবণে কালপ্ৰেৰিত হৈ পথ্য আৰু হিতকৰ বাক্যৰ বক্তা মাৰীচক অযথাই কৰ্কশ বাক্যেৰে এইবুলি কবলৈ ধৰিলে।

৩। "হে মাৰীচ, তুমি যি কথা কলা সি অকুলোচিত* আৰু অনুপযুক্ত, অনুৰ্বৰ ভূমিত শস্যৰ বীজ বপনৰ দৰে তোমাৰ সেই কথাৰ কোনো ফল নধৰিব।

৪। বিশেষকৈ ৰাম সামান্য মানুহ, সি মূৰ্খ আৰু পাপী, এতেকে তোমাৰ কথাই ৰামৰ লগত হব লগা যুদ্ধৰ পৰা মোক নিবৃত্ত কৰাব নোৱাৰে।

৫—৬। যিজনে তিৰোতা এজনীৰ (অৰ্থাৎ কৈকেয়ীৰ) সাৰহীন কথা এটাকে থামোচ মাৰি ধৰি বন্ধু, বান্ধব, পিতা, মাতা আৰু ৰাজ্য পৰিত্যাগ কৰি ঘপকৰে বনত প্ৰবেশ কৰিব পাৰে তোমাৰ সম্মুখতে যুদ্ধত খৰহন্তা সেই ৰামৰ প্ৰাণতকৈয়ো প্ৰিয়া ভাৰ্য্যাক মই হৰণ কৰিমেই।

৭। মাৰীচ, এয়ে মোৰ স্থিৰ সিদ্ধান্ত, ইন্দ্ৰৰে সৈতে দেবতাগণেও মোক ইয়াৰ পৰা বিচলিত কৰিব নোৱাৰে।

৮। নিশ্চয়তাত উপনীত হব নোৱাৰি কোনোৱে সেই বিষয়ৰ দোষ, গুণ, অপায অমঙ্গলৰ কথা বিচাৰিলেহে তুমি তেনেভাবে কোৱা উচিত।

৯। তদুপৰি সোধোতাজন যদি ৰজা হয় তেন্তে যি মন্ত্ৰী সুখ আৰু নিজৰ মঙ্গল কামনা কৰে তেওঁ নিবেদন কৰিব লগা কথাখিনি কৃতাঞ্জলিপুটেহে ৰজাৰ আগত নিবেদন কৰা উচিত।

১০। অধিকন্তু কথাখিনি যদি ৰজাৰ ভাবৰ প্ৰতিকূল হয় তেতিয়াহলেও ৰাজনীতি অনুসৰি সেই কথাখিনিকে মৃদুভাবে হিতকৰ আৰু মঙ্গলময় কৰিহে ৰজাৰ আগত প্ৰকাশ কৰাটো বিধেয়।

১১। কিয়নো কথাটো হিতকৰ হলেও অপমানসূচক বাক্যে প্ৰয়োগ কৰিলে মাননীয় ৰজাই সন্মান হানিকৰ তেনে বাক্য সাদৰে গ্ৰহণ নকৰে।

১২—১৩। হে নিশাচৰ, মনত ৰাখিবা অসীম প্ৰভাবান্বিত মহাত্মা ৰজাসকলৰ গাত পাঁচজন দেৱতাৰ পাঁচোটা গুণ বিদ্যমান, অগ্নিৰ উষ্ণতা, ইন্দ্ৰৰ বিক্ৰম, চন্দ্ৰৰ সৌম্য, যমৰ দণ্ড আৰু বৰুণৰ প্ৰসন্নতা।

১৪—১৫। এতেকে সকলো অৱস্থাতে ৰজা মাননীয় আৰু পূজাৰ্হ, কিন্তু তুমি ৰাজ-

---

* ৰজাৰ প্ৰতি প্ৰজাৰ তেনে উক্তি হব নোৱাৰে।

ধৰ্মৰ কথা নাজানি অকল মোহতে আবদ্ধ হৈ তোমাৰ দৌৰাত্মৰ কাৰণে অভ্যাগত মোৰ প্ৰতি এনে কৰ্কশ বাক্য প্ৰয়োগ কৰিছা। হে ৰাক্ষস কামৰ গুণ, দোষ অথবা মোৰ বা মোৰ দুৰ্গ ধ্বংসৰ বিষয়ে মই তোমাক সোধা নাই।

১৬। হে অমিত বিক্ৰমশালী মাৰীচ, মই এইখিনি মাত্ৰ তোমাক কৈছো যে সীতাক হৰণ কৰি নিয়া বিষয়ত তুমি মোৰ সহায়ক হব লাগে।

১৭—১৮। আৰু সেই উদ্দেশ্যে মোৰ আদেশমতে তুমি যি কৰিব লাগিব কওঁ শুনা। তুমি ৰূপালী ফুট থকা বিচিত্ৰ সুবৰ্ণ হৰিণৰ ৰূপ লৈ ৰামৰ আশ্ৰমত সীতাৰ সন্মুখত ঘূৰি ফুৰিবা, আৰু সীতাক প্ৰলুব্ধ কৰি ইচ্ছামতে বিচৰণ কৰি ফুৰিবা।

১৯। মায়াময় সোণৰ হৰিণৰূপী তোমাক দেখি মৈথিলীয়ে আশ্চৰ্য্যান্বিত হৈ তোমাক ধৰি নিবলৈ ৰামক কব।

২০। এইদৰে কাকুৎস্থ ৰাম দূৰলৈ আঁতৰি গলে তুমি ৰামৰ স্বৰৰ অনুৰূপে 'হা সীতা' 'হা লক্ষ্মণ' বুলি চিঞৰি দিবা।

২১। সেই চিঞৰ শুনি সীতাৰ দ্বাৰা প্ৰেৰিত হৈ লক্ষ্মণে তেওঁৰ ককায়েকৰ প্ৰতি চেনেহতে অধৈৰ্য্য হৈ ৰামৰ পদানুসৰণ কৰি লৰি যাব।

২২। এইদৰে কাকুৎস্থ ৰাম আৰু লক্ষ্মণ দুয়ো দূৰলৈ গলে, সহস্ৰাক্ষ ইন্দ্ৰই শচীক হৰণ কৰি নিয়াৰ নিচিনাকৈ ময়ো যথাসুখে বৈদেহীক হৰণ কৰি নিম।

২৩। হে ৰাক্ষস, তুমি এইখিনি কাম কৰি য'লৈ ইচ্ছাত' লৈকে যাবাগৈ। হে সুব্ৰত, তেতিয়াহলে ৰাজ্যৰ আধাভাগ মই তোমাক দান কৰিম।

২৪। হে সৌম্য, তুমি যাত্ৰা কৰা এই কাৰ্য্য সিদ্ধিৰ অৰ্থে তোমাৰ পথ মঙ্গলময় হওক। ময়ো ৰথাৰোহণ কৰি দণ্ডকাৰণ্যলৈ তোমাৰ পিচে পিচে যাম।

২৫। তাতে বিনাযুদ্ধে ৰামক প্ৰবঞ্চনা কৰি সীতাক লৈ তোমাৰ সহায়ত কৃতকাৰ্য্য হৈ লঙ্কালৈ উলটিম।

২৬। হে মাৰীচ, যদিহে তুমি মোৰ কথামতে কাম নকৰা, তেন্তে এতিয়াই মই তোমাক বধ কৰিম। ইচ্ছা নহলেও মোৰ শক্তিৰ ভয়ত তুমি এই কাৰ্য্য কৰিবই লাগিব। জানিবা ৰজাৰ বিৰুদ্ধে গৈ কোনোৱে কেতিয়াও সুখে থাকিব পৰা নাই।

২৭। ৰামৰ ওচৰলৈ গলে তোমাৰ জীৱনৰ সংশয় আছে সঁচা কিন্তু মোৰ কথাৰ বিৰুদ্ধাচৰণ কৰিলে এতিয়াই মোৰ হাতত তোমাৰ মৃত্যু সুনিশ্চিত। এতিয়া তোমাৰ বিচাৰ-বুদ্ধিৰে এই সকলো কথা ভাবিচিন্তি তোমাৰ পক্ষে যিটো হিতকৰ হব বুলি ভাবা তাকে কৰা।"

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত চল্লিশ সৰ্গ সমাপ্ত ॥

## একচত্বাৰিংশ সৰ্গ

## ৰাৱণৰ প্ৰতি মাৰীচৰ কঠোৰ উপদেশ

১। প্ৰতিকূল আচৰণ কৰি মাৰীচক ৰাবণে ৰাজোচিতভাৱে এইদৰে আদেশ দিয়াত মাৰীচে ( মৰণৰ ভয় এৰি ) কঠোৰভাৱে ৰাৱণক কবলৈ ধৰিলে।

২। "হে নিশাচৰ, কোন পাপমতিয়ে আপোনাৰ পুত্ৰ, ৰাজ্য আৰু অমাত্যবৰ্গে সৈতে বিনাশৰ এই উপায় দিলে ?

৩। কোন পাপিষ্ঠজনে আপোনাৰ সুখ দেখি মনত শান্তি নাপাই কৌশলেৰে মৃত্যুৰ দুৱাৰদলিত উপনীত হবলৈ আপোনাক এইদৰে উপদেশ দিছে ?

৪। হে নিশাচৰ, সিহঁত নিশ্চয় আপোনাৰ শত্ৰু , আপোনাতকৈ নিজক হীনবল বুলি জানি অধিক বলশালী এজনৰ লগত বিৰোধ লগাই আপোনাৰ বিনাশ সাধন কৰিবলৈ ইচ্ছা কৰিছে।

৫। হে ৰাজন্, আপোনাৰ অহিতকাৰী ক্ষুদ্ৰমতি সেইজন কোন যি আপোনাৰ নিজৰ কামৰ দ্বাৰা আপোনাক বিনষ্টহোৱা দেখিবলৈ ইচ্ছা কৰিছে ?

৬। হে ৰাৱণ, যিসকল মন্ত্ৰীয়ে আপোনাক কুপথগামী দেখিও নিবাৰণ কৰিবৰ চেষ্টা কৰা নাই সিহঁত নিশ্চয় বধ্য , তথাপি আপুনি সিহঁতক বধ কৰা নাই এযে আশ্চৰ্য্য।

৭। যি সকল মন্ত্ৰী সৎস্বভাবসম্পন্ন তেওঁলোকে স্বেচ্ছাচাৰী আৰু কুপথগামী ৰজাক সৰ্ব্বপ্ৰকাৰে নিবাৰণ কৰা উচিত। আপুনিও সেই নিচিনা স্বেচ্ছাচাৰী আৰু কুপথগামী ৰজা এতেকে আপোনাকো নিবাৰণ কৰা উচিত আছিল, কিন্তু তেওঁলোকে আপোনাক নিবাৰণ কৰা নাই।

৮। হে বিজয়ী-শ্ৰেষ্ঠ ৰাৱণ, স্বামীৰ অনুগ্ৰহতে মন্ত্ৰীবৰ্গই ধৰ্ম্ম, অৰ্থ, কাম আৰু যশস্যা লাভ কৰে।

৯। তাৰ বিপৰীত হলে সকলো ব্যৰ্থ হয়। স্বামীৰ বৈগুণ্যত সাধাৰণ প্ৰজাবৃন্দ বিপন্ন হয়।

১০। হে বিজয়ীপ্ৰৱৰ, ৰজা, ধৰ্ম্ম আৰু যশস্যাৰ মূল, এতেকে সকলো অবস্থাতে ৰজাক ৰক্ষা কৰি থকাটো কৰ্ত্তব্য।

১১। হে নিশাচৰ ৰাক্ষস, কোনোৱে কঠোৰ দণ্ড দি প্ৰজাৰ প্ৰতিকূল আচৰণ অথবা উদ্ধত প্ৰকৃতিৰ দ্বাৰা প্ৰজাৰ পৰিপালন কৰিব নোৱাৰে।

১২। যিসকল মন্ত্ৰী উগ্ৰস্বভাবসম্পন্ন, তেওঁলোক ওখ চাঁপৰ অসমান ঠাইত অপৈণত সাৰথিয়ে চলোৱা ৰথৰ দৰে ৰজাৰে সৈতে বিনষ্ট হয়।

১৩। এই পৃথিৱীত বহুত ধৰ্মনিষ্ঠ সাধুলোকে আনৰ দোষতে বন্ধুবান্ধৱে সৈতে নষ্ট হোৱা দেখা গৈছে।

১৪। হে ৰাৱণ, ৰজা উগ্ৰস্বভাৱসম্পন্ন আৰু প্ৰজাৰ প্ৰতিকূলগামী হলে, তেওঁৰ দ্বাৰা ৰক্ষিত প্ৰজাবৰ্গ শৃগালৰ দ্বাৰা ৰক্ষিত মৃগসদৃশ বৃদ্ধিপ্ৰাপ্ত হব নোৱাৰে।

১৫। হে ৰাৱণ, যি ৰাক্ষসকুলৰ ৰজা আপোনাৰ নিচিনা ক্ৰুৰস্বভাৱসম্পন্ন, দুৰ্বুদ্ধি আৰু অজিতেন্দ্ৰিয় সিহঁত যে বিনাশ প্ৰাপ্ত হব এইটো সুনিশ্চিত।

১৬। এই ক্ষেত্ৰত মই কাকতালীয়ৱৎ আকস্মিক ঘোৰ বিপদৰ সন্মুখীন হৈছো সঁচা, কিন্তু সেইবুলি মোৰ মনলৈ দুখ অহা নাই, কিন্তু সসৈন্যে আপোনাৰ নিধন হব সিহে মোৰ কাৰণে শোচনীয় হৈছে।

১৭। মোক বধ কৰাৰ পিচত অতিসোনকালে ৰামে আপোনাকো বধ কৰিব, এতেকে শত্ৰুৰ হাতত নিপতিত হৈ মৃত্যুমুখত পৰিম এইভাৱে মই কৃতাৰ্থ হম।*

১৮। হে ৰাৱণ ৰামৰ লগত দেখা হোৱাৰ লগে লগেই মোৰ মৃত্যু বুলি নিশ্চয়কৈ জানিব। আৰু সীতাক হৰণ কৰি নিয়াৰ পিচত সবান্ধৱে আপোনাৰো মৃত্যু বুলি ধৰি লব।

১৯। মোৰ সহায়ত যদিহে আপুনি আশ্ৰমৰপৰা সীতাক হৰণ কৰি আনে তেন্তে জানিব আপুনি, মই, এই লঙ্কা নগৰী আৰু ৰাক্ষসকুল কোনো ৰক্ষা নপৰে।

২০। হে নিশাচৰ, আপোনাৰ হিত কামনা কৰিয়ে মই আপোনাক নিবাৰণ কৰিছো, তথাপি যদি আপুনি মোৰ এই কথা নুশুনে তেন্তে মৰণ ওচৰচপা জনে তাৰ আয়ুস শেষ হোৱাৰ কাৰণে যিদৰে সুহৃদবৰ্গৰ হিত উপদেশ নুশুনে আপনাৰো অৱস্থা তদ্ৰূপ বুলি জানিব।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একচল্লিশ সৰ্গ সমাপ্ত ॥

---

* মাৰীচৰ কথাৰ অৰ্থ এই হয় ৰামৰ হাতত নহলে ৰাৱণৰ হাতত মৃত্যু হব, এইটো সুনিশ্চিত। ৰাৱণ ৰজা—ৰাজদণ্ডত মৃত্যু হলে সেইটো অপমৃত্যুসদৃশ। তেনেদৰে মৰাজনৰ শ্ৰাদ্ধাদি ঔৰ্দ্ধদেহিক ক্ৰিয়া নাই। আনহাতে ৰাম শত্ৰু। শত্ৰুৰ হাতত যুঁজত মৰিলে স্বৰ্গলাভ। ইয়াৰ গূঢ় অৰ্থ হৈছে মাৰীচে তপস্যা কৰি ৰামৰ অন্তৰাত্মাৰ উপলব্ধি কৰিছিল। সেয়েহে ৰামৰ হাতত মৃত্যু ইচ্ছা কৰিছিল, নৃসিংহ পুৰাণত আছে—

ৰামাদপি হি মৰ্ত্তব্যং মৰ্ত্তব্যং ৰাৱণাদপি।
উভয়াৰপি মৰ্ত্তব্যে বৰং ৰামাৎ ন ৰাৱণাৎ।

## দ্বিচত্বাৰিংশ সৰ্গ

## মায়ামৃগৰূপে মাৰীচৰ ৰামৰ আশ্ৰমত প্ৰবেশ

১। এইদৰে কঠোৰ বাক্য প্ৰয়োগ কৰি ৰাক্ষসাধিপতি ৰাৱণৰ হাতত নিন্দনীয় মৃত্যুৰ ভয়ত মাৰীচে দীনভাবে তেওঁক কলে, "বাৰু তেন্তে আমি দুয়ো যাওঁ বলক।

২। এইটো সঠিক কৈ জানিব যে মোক বধ কৰাৰ উদ্দেশ্যে খড়্গ আৰু ধনুৰ্ধাৰী উদ্যতাস্ত্ৰ ৰামচন্দ্ৰক দেখা মাত্ৰকে মোৰ মৃত্যু আৰু লগতে আপোনাৰো।

৩। ৰামৰ লগত সংঘৰ্ষ কৰি জীৱিত অবস্থাত কেৱে উভতি আহিব পৰা নাই, বৰ্ত্তমান আপুনি যমদণ্ডনিহত বুলি ধৰিব আৰু এই ৰামেই আপোনাৰ পক্ষে যমদণ্ডস্বৰূপ।

৪। যি হওক আপোনাৰ নিচিনা দুৰ'আৰ লগত'আলোচনা কৰিবলৈ মোৰ একো নাই। তাত ৰাৱণ, মই এতিয়া ওলালোঁ, অপোনাৰ মঙ্গল হওক।"

৫। মাৰীচৰ কথা শুনি ৰাক্ষস ৰাৱণ পৰম আনন্দিত হল, গাঢ়ভাবে মাৰীচক আলিঙ্গন কৰি তেওঁ কবলৈ ধৰিলে,

৬। "হে মাৰীচ, মোৰ ইচ্ছাৰ অনুবৰ্ত্তী হৈ তুমি প্ৰকৃত বীৰত্ব প্ৰকাশ কৰিলা। এতিয়া তুমি মোৰ মানত আগৰ সেই মাৰীচে হ'লা, আগতে হলে আন ৰাক্ষসহে আছিলা।

৭। বেগেতে মোৰে সৈতে পিশাচমুখাকৃতি গৰ্দ্দভযুক্ত ৰত্নবিভূষিত এই আকাশীযানত আৰোহণ কৰা।

৮। বৈদেহীক প্ৰলোভিত কৰি তুমি যথা ইচ্ছা বিচৰণ কৰি ফুৰিবা। তাৰ পিচতে ৰামলক্ষ্মণ নোহোৱা অৱস্থাত বলপূৰ্ব্বক মৈথিলীক মই লৈ আহিম।"

৯-১১। এই কথা শুনি তাড়কাসুত মাৰীচে 'বাৰু সেয়ে হব' বুলি কোৱাত ৰাৱণ আৰু মাৰীচ উভয়ে বিমান সদৃশ ৰথত আৰোহণ কৰি সেই আশ্ৰম স্থানৰ পৰা গল। বাটত যাওতে উভয়ে সমুদ্ৰতীৰবৰ্ত্তী বাণিজ্যকেন্দ্ৰ, বন, পৰ্ব্বত, নদী, ৰাষ্ট্ৰ আৰু নগৰাদি দেখি গৈ শেহত দণ্ডকাৰণ্যত থকা ৰামৰ আশ্ৰমত উপস্থিত হল গৈ।

১২-১৩। ৰাক্ষসাধিপতি ৰাৱণে মাৰীচে সৈতে সেই আশ্ৰম দেখা পাই কাঞ্চনভূষিত ৰথৰ পৰা নামিল। তেতিয়া ৰাৱণে মাৰীচৰ হাতত ধৰি কবলৈ ধৰিলে, "কলগছে আগুৰি থকা সৌৱা আশ্ৰম স্থান দেখা গৈছে।

১৪-১৮। এতিয়া হে সখা, যি কাৰণত আমি ইয়ালৈ আহিছোঁ তুমি তাকে কৰা।" ৰাৱণৰ কথাওনি ৰাক্ষস মাৰীচে মৃগৰ ৰূপলৈ ৰামৰ আশ্ৰমৰ সন্মুখত ঘূৰি ফুৰিবলৈ ধৰিলে। সেই সময়ত মাৰীচৰ ৰূপ অদ্ভুত আৰু দৰ্শনীয় বিধৰ হৈছিল। তাৰ শিঙৰ আগভাগ ইন্দ্ৰনীল মণিসদৃশ, মুখমণ্ডলত ঠায়ে ঠায়ে বগা আৰু ক'লা আঁচ, আৰু গোটেইখন মুখ ৰক্তপদ্ম আৰু নীল উৎপলৰ ৰঙে মিশ্ৰিত,

কাণ দুখন ইন্দ্ৰনীলোৎপল সদৃশ, গ্ৰীৱাদেশ ঈষৎ উন্নত, উদৰ ভাগ ইন্দ্ৰনীল বৰণৰ ছুৱো কাৰ মোহন ফুলৰ নিচিনা আৰু সমগ্ৰ শৰীৰ পদ্মৰেণুসম, খুৰাকেইটা বৈদূৰ্য্যমণি সদৃশ, জঙ্ঘা দীঘলীয়া, শৰীৰৰ সন্ধিস্থল সুঠাম আৰু আটিল, নেজডাল ইন্দ্ৰধনুৰ ৰঙে ৰঞ্জিত আৰু ওপৰলৈ শ, থাই থকা।

১৯-২১। এক মুহূৰ্তৰ ভিতৰতে ৰাক্ষসে মনোমোহা স্নিগ্ধবৰ্ণবিশিষ্ট নানাৰত্নৰঙে ৰঞ্জিত পৰম শোভনীয় মৃগৰ ৰূপলৈ অৰণ্য আৰু ৰামৰ আশ্ৰমস্থান উজ্জ্বলিত কৰি ঘূৰি ফুৰিবলৈ ধৰিলে। ৰাক্ষসে এইদৰে মনোমুগ্ধকৰ দৰ্শনীয় ৰূপ ধাৰণ কৰি বৈদেহীক প্ৰলোভিত কৰাৰ উদ্দেশ্যে নানাধাতুৰ ৰঙে ৰঞ্জিতহৈ কোমল ঘাঁহ খাই খাই চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

২২-২৩। ৰূপালী বিন্দুৰে ফুটুকাফুটুকী প্ৰিয়দৰ্শন সেই স্বৰ্ণ মৃগই গছৰ কোমল পাতখাই কেতিয়াবা কৰ্ণিকাৰৰ উপবন, সময়ত আকৌ কলগছৰ বাৰীলৈ গৈ ধীৰ গতিত ঘূৰি ফুৰি সীতাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিলে।

২৪। পদুমৰ নিচিনা ৰঙেৰে চিত্ৰ-বিচিত্ৰ সেই মহামৃগটোৱে মনৰ সুখত আশ্ৰমৰ ওচৰত ঘূৰি ফুৰিবলৈ ধৰিলে।

২৫-৩০। এইদৰে বিচৰণ কৰি থাকোতে মৃগোত্তম সেই পশুটিয়ে নানান ভাবভঙ্গীৰে তাৰ খেলা দেখুৱাবলৈ ধৰিলে, সময়ত কিছুদূৰ আগবাঢ়ি যায় আকৌ উভতি আহে, কেতিয়াবা মাটিতে শুই পৰে। পিচ মুহূৰ্ত্ততে উঠি আকৌ দেওদি জপিয়াই ফুৰে। কেতিয়াবা বা আন মৃগৰ দলতে সোমায় আৰু সিহঁতৰ পিচে পিচে গৈ পিচ মুহূৰ্ত্ততে উভতি আহি আশ্ৰমৰ দুৱাৰ মুখত উপস্থিত হয় হি। এইদৰে সীতাৰ দৃষ্টি আহক বুলি মৃগৰূপী ৰাক্ষসে নানান অদ্ভি ভাঙ্গীৰে জপিয়াই সময়ত বা মণ্ডলাকাৰে ঘূৰি তাত বিচৰণ কৰিবলৈ ধৰিলে। মৃগৰ তেনে ৰূপ দেখি তাত থকা বনচৰ আন মৃগবোৰে ওচৰলৈ আহি এবাৰ শুঙি চাই (মৃগ নহয় বুলি জানি ভয়তে) তাৰপৰা পলাই দৌৰ মাৰে। ৰাক্ষস সদায় মৃগবধতে ৰতহৈ থাকিলেও, নিজৰ ভাব গোপন কৰিবলৈ সেই সময়ত সিহঁতক চুইয়ে ক্ষান্ত থাকিল, কোনোটোকে বধ নকৰিলে।

৩১-৩৫। ঠিক এনে সময়তে মদিৰেক্ষণা শুভলোচনা বৈদেহীয়ে ফুল ছিঙিবলৈ বুলি ইজোপাৰ পৰা সি জোপালৈ গৈ কৰ্ণিকাৰ, অশোক, অ ম্ৰাদি গছৰ ফুল সংগ্ৰহ কৰি আছিল। বনবাসত অনভ্যস্তা নাৰীশ্ৰেষ্ঠা সীতাদেবীয়ে এইদৰে ফুল গোটাই থাকোতে মুক্তামণি সদৃশ বিচিত্ৰ ৰঙে ৰঞ্জিত ৰত্নময় মৃগ তেওঁৰ চকুত পৰাত শোভনীয় দন্ত আৰু ওষ্ঠবিশিষ্ট, ৰৌপ্য গৈৰিকাদিলোম যুক্ত মৃগটিৰ পিনে স্নেহপূৰ্ণভাবে উৎফুল্ল নয়নে চাই থাকিল। তেতিয়া মায়াময় মৃগটোৱেও ৰামৰ প্ৰিয়া ভাৰ্য্যাৰ পিনে চাই থাকি নিজৰ ৰূপেৰে অৰণ্যখন উদ্ভাসিত কৰি ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

এইদৰে আগেয়ে নেদেখাদুশুনা নানাৰত্নময় এই মৃগটো দেখি জনকাত্মজা সীতাদেবী পৰম বিস্ময়াম্বিতা হল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত বিচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# ত্ৰিচত্বাৰিংশ সৰ্গ

## স্বৰ্ণ মৃগক ধৰা সম্বন্ধে ৰামসীতা আৰু লক্ষ্মণৰ কথা-বতৰা

১—২। চাৰু নিতম্বিনী অনিন্দ্যসুন্দৰী বিশুদ্ধ সুবৰ্ণবৰ্ণাভা সীতা দেবীয়ে ফুল তুলি থাকোতে দুয়োকাষে সোণ আৰু ৰূপৰ বৰণে সুশোভিত এটা আচৰিত মৃগ দেখি হৰ্ষান্বিতা হল আৰু তেওঁৰ স্বামী ৰাম আৰু আয়ুধধাৰী লক্ষ্মণক মাতিবলৈ ধৰিলে।

৩। "আৰ্য্যপুত্ৰ, আহক, আহক, অনুজ লক্ষ্মণে সৈতে বেগেতে আহক" এইবুলি চিঞৰি চিঞৰি মাতি থাকিও অকল মৃগৰ পিনেহে চাই থাকিল।

৪। নৰশ্ৰেষ্ঠ ৰাম আৰু লক্ষ্মণ সীতাৰ দ্বাৰা এইদৰে আহূত হৈ সেইফালে লক্ষ্য কৰি পহুটো দেখিলে।

৫। তাক দেখি লক্ষ্মণৰ মনত শঙ্কা উপস্থিত হোৱাত তেওঁ ৰামক কলে, "এই মৃগটোক মই ৰাক্ষস মাৰীচ বুলিহে অনুমান কৰোঁ।

৬। হে ৰাম, পাপী এই ৰাক্ষসে পাপপূৰ্ণ মৃগৰ ৰূপ লৈ মৃগয়া কৰিবলৈ অহা ৰজা-সকলক প্ৰতাৰণা কৰি তেওঁলোকক বধ কৰে।

৭। হে পুৰুষশ্ৰেষ্ঠ, সূৰ্য্যৰ ৰশ্মিত প্ৰকাশিত গন্ধৰ্ব্বনগৰী সদৃশ মায়াবিদ সেই ৰাক্ষসৰে এই মায়ামৃগৰূপ।

৮। হে ৰাঘৱ, নানা ৰত্নৰ বৰ্ণেৰে চিত্ৰিত এনে হেন মৃগ পৃথিবীত কতো নাই। হে জগৎপতি এইটো মায়াৰে ছলনা তাত অকণো সংশয় নাই।"

৯। কাকুৎস্থ লক্ষ্মণে এইদৰে কৈ থাকোতে সীতাদেবীয়ে বিশুদ্ধ হাঁহি এটা মাৰি তেওঁক বাধা দি মায়াৰ প্ৰতাৰণাতে হিতাহিত জ্ঞান হেৰুৱাই প্ৰফুল্ল চিত্তে ৰামক কবলৈ ধৰিলে।

১০—১২। "আৰ্য্যপুত্ৰ, ধুনীয়া এই পহুটোৱে মোৰ মন হৰণ কৰিছে। হে মহাবাহু, আপুনি ইয়াক ধৰি আনক ই আমাৰ এটা খেলাৰ বস্তু হব। আমাৰ এই আশ্ৰমৰ ওচৰত পবিত্ৰ দৰ্শন বহুত মৃগ বিচৰণ কৰে, আৰু লগতে চমৰ, সৃমৰ, ঋক্ষ, পৃষত মৃগ, বান্দৰ, কিন্নৰ আদিয়েও বিচৰণ কৰে, হে মহাবাহু, সিহঁতো সকলোটি শ্ৰেষ্ঠ ৰূপসম্পন্ন আৰু মহাবলশালী।

১৩। কিন্তু হে ৰাজন, তেজ, সৌম্যতা আৰু শৰীৰৰ কান্তিত ইয়াৰ সদৃশ আন কোনো মৃগ মই আগতে দেখা নাই।

১৪। হে মহাব্ৰত, ইয়াৰ সৰ্ব্বাঙ্গ নানা বৰ্ণে চিত্ৰিত সাক্ষাৎ ৰত্নস্বৰূপ, চন্দ্ৰৰ নিচিনা সমগ্ৰ বনভাগকে ধীৰভাবে উদ্ভাসিত কৰি ই শোভা কৰি আছে।

১৫। আহা কি মধুৰ ইয়াৰ ৰূপ! কি সুন্দৰ ইয়াৰ শ্ৰীশোভা! ইয়াৰ মুখৰ মাতেই বা কনে শুৱলা! অদ্ভুত বিচিত্ৰাঙ্গ এই মৃগই মোৰ মন তেনেই হৰণ কৰি নিছে।

১৬। যদিহে জীবিত অৱস্থাতে আপুনি ইয়াক ধৰি আনিব পাৰে, তেন্তে ই এটা আশ্চৰ্য্যজনক বস্তু হব আৰু আটাইৰে মনত বিস্ময়ৰ ভাব ওপজাব।

১৭। আমাৰ বনবাসকাল শেষ হোৱাৰ পিচত আমি যেতিয়া ৰাজ্যত পুনঃ অধিষ্ঠিত হম, এই মৃগ আমাৰ অন্তঃপুৰৰ এটা অলঙ্কাৰ স্বৰূপ হব।

১৮। প্ৰভু আৰ্য্যপুত্ৰ, আপোনাৰ, ভৰতৰ, শাহুসাই সকলৰ আৰু মোৰো মৃগৰূপ এই দিব্যবস্তুটিয়ে বিস্ময় জন্মাই থাকিব।

১৯। হে নৰশ্ৰেষ্ঠ, যদিহে শ্ৰেষ্ঠ এই মৃগটিক আপুনি জীৱিত অৱস্থাত ধৰি আনিব নোৱাৰে তেনেহলে ইয়াৰ ছালখনো এটা মনোমোহা বস্তু হব।

২০। নিহত এই প্ৰাণীটোৰ স্বৰ্ণাভ ছালখন কোমল ঘাঁহৰ ওপৰত পাৰি লৈ আপোনাৰ ওচৰত বহি থাকিবলৈ* মোৰ বৰ হেঁপাহ হৈছে।

২১। যদিও তিৰোসকলে স্বেচ্ছাচাৰী হৈ নিজ প্ৰয়োজন সিদ্ধিৰ বাবে স্বামীক কামত নিয়োগ কৰাটো এটা ভয়ঙ্কৰ আৰু অশোভনীয় কাম, তথাপি এই জন্তুৰ শৰীৰৰ সৌন্দৰ্য্যলৈ চাই মোৰ মনত এটা বিস্ময়ৰ ভাব উপজিছে।

২২-২৪। ইফালে সোণ বৰণীয়া গাৰ নোম, ইন্দ্ৰনীলমণিৰ নিচিনা শিং। নবারুণ বৰ্ণাভ আৰু নক্ষত্ৰমালা সদৃশ নানা সমুজ্জ্বল বিন্দুবিশিষ্ট মৃগৰ ৰূপ দেখি ৰামৰো মনত এটা বিস্ময়ৰ ভাব উৎপন্ন হৈছিল। সীতাৰ অনুৰোধ আৰু লগতে নিজেও অদ্ভুত এই মৃগৰ ৰূপত প্ৰলুব্ধ হৈ ৰাঘৱে হৰিষ মনে ভায়েক লক্ষ্মণক কবলৈ ধৰিলে

২৫। "চোৱা লক্ষ্মণ, মৃগৰ অত্যুৎকৃষ্ট এই ৰূপ দেখি বৈদেহীৰ বৰ আগ্ৰহ হৈছে, এতেকে এই মৃগ আজি আৰু জীয়াই নাথাকে।

২৬। হে সৌমিত্ৰি, ইন্দ্ৰৰ নন্দন কানন, কুবেৰৰ চৈত্ৰৰথবন অথবা পৃথিবীৰ কতো এনেবিধৰ মৃগ নাই।

২৭। ইয়াৰ সুন্দৰ ৰোমৰাজি কোমল আৰু বেঁকা, বিচিত্ৰ সোণবৰণীয়া বিন্দুসমূহেৰে যথাস্থানত তাৰ শৰীৰক আশ্ৰয় কৰি জিলিকি আছে।

২৮। হাঁহি মাৰোতে জিলিকি থকা অগ্নিশিখা সদৃশ ইয়াৰ জিভাখনলৈ চোৱা, যেন মেঘৰ মাজৰ পৰা ওলাই অহা বিদ্যুতেহে শোভা পাইছে।

২৯। ইয়াৰ মুখখন ইন্দ্ৰনীলমণি নিৰ্ম্মিত পানপাত্ৰ সদৃশ, পেটৰ তলভাগ শঙ্খ আৰু মুক্তা মণিৰ নিচিনা। এই মৃগৰ ৰূপ বৰ্ণনাৰ অতীত, তাৰ এই ৰূপ দেখি কাৰ মন প্ৰলুব্ধ নহৈ পাৰে?

৩০। তাৰ কাঞ্চনময় নানা ৰত্নপূৰ্ণ এই দিব্য ৰূপত আচৰিত নহৈ পাৰে কোনে?

৩১। হে লক্ষ্মণ, অকল মাংস অথবা বনবিহাৰৰ কাৰণেই ধনুৰ্দ্ধাৰী ৰজাসকলে মৃগয়াৰ উদ্দেশ্যে মহা অৰণ্যৰ মাজলৈ আহি পশু বধ কৰে।

---

* মূলত আছে 'উপাসিতুম্' ইয়াৰ অৰ্থ হয় আপোনাৰ ওচৰত বহি থাকিবলৈ অথবা তাপস সকলৰ নিচিনা মৃগচৰ্ম্মৰ ওপৰত বহি দেৱতাৰ উপাসনা কৰিবলৈ।—টীকাকাৰ।

৩২। জগতে তেওঁলোকে বিবিধ ধাতু, মণিৰত্ন আৰু সুবৰ্ণ আদিৰ সংগ্ৰহৰ দ্বাৰা তেওঁলোকৰ ধনকোশো বৃদ্ধি কৰে।

৩৩। হে লক্ষ্মণ, মনেৰে চিন্তা কৰা মাত্ৰেই ব্ৰহ্মলোকত যিদৰে যিহকে বিচৰা যায় তাকেই পোৱা হয় আৰু এইদৰে প্ৰাপ্ত বস্তু যিদৰে আটাইতকৈ শ্ৰেষ্ঠ, ৰজাসকলেও সেইদৰে বনৰ পৰা যি ধনৰত্নাদি সংগ্ৰহ কৰে ৰাজ্যৰ কাৰণে প্ৰকৃততে সেয়েহে সাৰবস্তু।

৩৪। অৰ্থাকাঙ্ক্ষীজনে ধনলাভৰ উপায় সম্বন্ধে কোনো চিন্তা নকৰাকৈয়ে যি ধন লাভ কৰিব পাৰে অৰ্থশাস্ত্ৰজ্ঞ পণ্ডিত সকলে তাকেই প্ৰকৃত অৰ্থ বুলি কয়।

৩৫। সুমধ্যমা বৈদেহীয়ে মোৰে সৈতে এই মৃগৰত্নৰ কাঞ্চনময় ছালখনৰ ওপৰত বহিবলৈ ইচ্ছা কৰিছে।

৩৬। মোৰ অনুমান কাদলী, *প্ৰিয়কী, প্ৰবেণী অথবা আবিকী কোনোবিধ পহুৰ ছালেই স্পৰ্শ বিষয়ত এই মৃগৰ ছালৰ নিচিনা হব নোৱাৰে।

৩৭। পৃথিৱীত এই মৃগ আৰু নভোমণ্ডলত বিচৰণ কৰি ফুৰা দিব্য ধীমান তাৰামৃগ ( মৃগশিৰা নক্ষত্ৰ ) এই উভয় মৃগই স্বৰ্গীয় বস্তু।

৩৮। আনপক্ষে হে লক্ষ্মণ, তুমি যিদৰে কৈছা যদি ই ৰাক্ষসৰে মায়া, তেতিয়াহলেও মই ইয়াক বধ কৰাটোহে উচিত হব।

৩৯। পাপাত্মা নিষ্ঠুৰ এই মাৰীচে বনত বিচৰণ কৰি বহুত মুনিপুঙ্গৱক বধ কৰিছে।

৪০। সেইদৰে বহুত ৰজাকো ধনু হাতে মৃগযাৰ কাৰণে বনলৈ অহাৰ সময়ত এই ৰাক্ষসে মৃগৰূপে হঠাতে সন্মুখত উপস্থিত হৈ বধ কৰিছে।

৪১। ইয়াৰ আগতে এই ঠাইতে বাতাপি নামে ৰাক্ষসে† অশ্বতৰী নিজ গৰ্ভৰ দ্বাৰা নিহত হোৱাৰ দৰে, বহুত তপস্বী ব্ৰাহ্মণৰ উদৰস্থ হৈ তেওঁলোকক বধ কৰিছিল।

৪২-৪৪। এইদৰে ব্ৰাহ্মণ সকলক বধ কৰি থাকোতে এসময়ত সি তেজ সম্পন্ন অগস্ত্য মুনিক লগ পায় আৰু তেওঁৰ দ্বাৰা ভুক্ত হয়। শ্ৰাদ্ধৰ শেহত ভগবান অগস্ত্য মুনিয়ে ৰাক্ষসৰূপ ধাৰণ কৰিবলৈ ইচ্ছা কৰা বাতাপিক হাঁহি এটা মাৰি কলে, "বাতাপি, পাপক নগণি নিজ শক্তিবলে এই সংসাৰত তই বহুত দ্বিজশ্ৰেষ্ঠ জনক বধ কৰিলি, তাৰ ফলত এতিয়া তইয়ে মোৰ পেটত জীৰ্ণ গলি।"

৪৫। হে লক্ষ্মণ, যিজনে মোৰ নিচিনা ধৰ্ম্মনিষ্ঠ আৰু জিতেন্দ্ৰিয় জনক অতিক্ৰম কৰি চলে ৰাক্ষস হলেও সি বাতাপিৰ নিচিনাকৈ জীবিত থকাটো উচিত নহব।

---

* কাদলী—কদলী মৃগৰ ছাল—এই মৃগৰ নোমৰ আগভাগ নীল বৰণৰ।

প্ৰিয়কী—প্ৰিয়ক মৃগৰ ছাল—যিহি ঘন নোমযুক্ত মৃগ।

প্ৰবেণী—ছাগজাতীয় মৃগৰ ছাল।

আবিকী—ছাগজাতীয় মৃগৰ ছাল।

† অশ্বতৰী—গৰ্দ্দভৰ ঔৰসত ঘোঁৰাৰ পৰা জন্ম পোৱা প্ৰাণী। প্ৰবাদ আছে যে এই অশ্বতৰী সগৰ্ভা হলে তাইৰ পেটটো ফালিহে গৰ্ভস্থ সন্তান বাহিৰ কৰা হয় আৰু তাতেই তাঁৰ মৃত্যু ঘটে। কাৰো কাৰো মতে অশ্বতৰী মানে কেকোৰা অথবা বৃশ্চিক জাতীয় মকৰা।

৪৬। মোৰ সন্মুখলৈ আহি অগস্ত্যৰ হাতত বাতাপি নিহত হোৱাৰ দৰে ইও মোৰ হাতত নিহত হওক। কবচ পৰিধান কৰি অস্ত্ৰেশস্ত্ৰে সজ্জিত হৈ তুমি মৈথিলীক ইয়াতে ৰক্ষা কৰি থাকা।

৪৭। হে ৰঘুনন্দন, এই ঠাইত আমাৰ যদি কৰণীয় বিষয় কিবা আছে সেই সকলো অকল সীতাক লৈয়ে। মই, হয় এই মৃগক বধ কৰিম অথবা জীৱিত অবস্থাতে তাক ধৰি লৈ আহিম।

৪৮। লক্ষ্মণ, চোৱা এই পহুটোৰ ছালখনলৈ জানকীৰ বৰ হেঁপাহ হৈছে, এতেকে তাক আনিবলৈ মই বেগেতে যাওঁ।

৪৯ ৫০। এই মৃগৰ ছাল অতি উৎকৃষ্ট, গতিকে ই আৰু জীৱিত থাকিব নোৱাৰে, এপাত শৰেৰে এই পহুটোক বধ কৰি ইয়াৰ ছালখন লৈ নাহোঁ মানে সীতাৰে সৈতে আশ্ৰমত অতি সাৱধানে থাকিবা।

৫১। লক্ষ্মণ, বিপদ যি কোনো মুহূৰ্ত্তে আহিব পাৰে এই শঙ্কা কৰি, বুদ্ধিমান, মহাবলশালী আৰু কাৰ্য্যক্ষম জটায়ু পক্ষীক লগত লৈ অতি সতৰ্ক চিত্তে মৈথিলীক ৰক্ষা কৰি থাকিবা।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰিচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# চতুশ্চত্বাৰিংশ সৰ্গ

## মাৰীচ বধ

১। মহাতেজস্বী ৰঘুনন্দন ৰামে ভায়েকক এইদৰে আদেশ দি সোণৰ নাল লগোৱা খড়্গ ধাৰণ কৰিলে।

২। তাৰ পিচত অলঙ্কাৰ স্বৰূপ তিনিঠাইত বেঁকাহৈ থকা ভাৰ লগোৱা ধনু আৰু শৰৰ দুটা টূণ বান্ধি লৈ বীৰবিক্ৰমে ওলাই গল।

৩। তেতিয়া বন্যৰাজ সেই মৃগটোৱে ৰাজেন্দ্ৰ ৰামে তাক খেদি অহা দেখি ভয়তে বিভ্ৰান্তে অন্তৰ্হিত হৈ পুন দৃষ্টিগোচৰ হল।

৪-৭। পহুটো বিপিনে যাই খড়্গধাৰী ধনুস্পাণি ৰামো সেইপিনে বাবলৈ ধৰিলে। ৰামে দেখিলে যে মৃগই তাৰ শৰীৰৰ ৰূপতে উদ্ভাসিত কৰিহে যেন আগলৈ গৈ আছে, বাৰে বাৰে ঘূৰি চাই আৰু আগলৈ লৰ মাৰে, সময়ত দীঘলীয়া জাপ মাৰি বহুদূৰ আগবাঢ়ে আৰু সময়তে হাতেৰে ঢুকি পোৱা অবস্থাত থাকি ৰামৰ লোভ বঢ়ায়, কেতিয়াবা শৰপাতৰ ভয়তে শঙ্কিত হৈছে যেন আকাশলৈ জাপ দিয়ে। এইদৰে অৰণ্যৰ মাজত সময়ত দেখা আৰু পিচমুহূৰ্ত্ততে লুকুৱা দেখা দি স্বৰ্ণমৃগ সন্মুখৰ পিনে দৌৰি যাবলৈ ধৰিলে।

৮। এইদৰে দেখা নেদেখা অবস্থাৰ মাজেদি মৃগৰূপী মাৰীচে ৰামৰক আশ্ৰমৰ পৰা বহু-দূৰলৈ লৈ গল।

৯। ছালৰ লোভত ( মাৰীচৰ দ্বাৰা এইদৰে প্ৰতাড়িত হৈ ) ৰামৰ ভাগৰ লগাত তেওঁ ক্ৰুদ্ধ হৈ গছৰ তলত কোমল ঘাঁহৰ ওপৰতে বহি পৰিল।

১০। ঠিক এনেসময়তে মৃগৰূপী নিশাচৰে ৰামক উন্মাদিত কৰি আন আন মৃগযূথৰ দ্বাৰা পৰিবৃত হৈ আকৌ ওচৰতে দেখা দিলে।

১১-১২। ৰামে ধৰাৰ ইচ্ছা কৰা দেখি সি পুন লৰ দিলে আৰু তৎক্ষণাত ভয়তে আকৌ অন্তৰ্হিত হল। পিচ মুহূৰ্ত্ততে গছনিৰ মাজৰ পৰা ওলাই পুন দূৰত দেখা দিলে। এইবাৰ তাক দেখি মহাতেজস্বী ৰামচন্দ্ৰই তাক বধ কৰিবলৈ স্থিৰ কৰিলে।

১৩-১৬। তেতিয়া ৰাঘৱে আকৌ ক্ৰুদ্ধ হৈ সূৰ্য্যৰশ্মিসম শত্ৰুবিধ্বংসকাৰী জ্বলন্ত শৰ এপাত উলিয়াই লৈ তাক ধনুত সংযোগ কৰিলে, তাৰপিচত বলশালী ৰামচন্দ্ৰই মৃগলৈ লক্ষ্য কৰি ব্ৰহ্মাৰ দ্বাৰা নিৰ্ম্মিত সৰ্পবৎ সমুজ্জ্বল শৰপাত গাৰ জোৰেৰে এৰি দিলে। বজ্ৰসম শ্ৰেষ্ঠ শৰে মৃগৰূপী মাৰিচৰ বুকু ভেদ কৰিলে আৰু সি তালগছৰ আগৰ সমান ওপৰলৈ জাপ দি ভয়ত আঁতুৰ হৈ মাটিত পৰিল।

১৭। কলাধাতুমাত্ৰ জীৱন বাকী থাকোতে সি ভৈৰবস্বৰে চীৎকাৰ কৰি উঠিল আৰু মৰণকালত তাৰ কৃত্ৰিম ৰূপ এৰি পৃথিবীত পৰিল।

১৮। লগতে ৰাবণৰ কথা মনত পৰাত সি চিন্তা কৰি চালে কিটো কৰিলে সীতাই লক্ষ্মণক তাৰপৰা পঠাব পাৰে আৰু ৰাবণেইবা কি উপায়ে সেই শূন্য ঠাইৰ পৰা সীতাক হৰণ কৰি নিব পাৰে।

১৯। ভাবিচিন্তি চাই ৰাবণে কোৱা কথাকে যুক্তিযুক্ত বুলি অনুমান কৰি ৰামৰ স্বৰ অনুকৰণ কৰি সি "হা সীতা! হা লক্ষ্মণ" বুলি চিঞৰিবলৈ ধৰিলে।

২০-২২। ইতিমধ্যে ৰাক্ষসে অতুলনীয় সেই শৰৰ দ্বাৰা বিদ্ধ হৈ মৃগৰূপ পৰিত্যাগ কৰি ৰাক্ষসৰ ৰূপ ললে আৰু জীবন ত্যাগ কৰাৰ লগে লগে তাৰ শৰীৰটোৱে বিৰাটৰূপ ধাৰণ কৰিলে। ৰামে ঘোৰমূৰ্ত্তি ৰাক্ষসক ভূপতিত হৈ ৰক্তাক্তকলেবৰে মাটিত ধৰএৱাই থকা দেখি লক্ষ্মণৰ কথা সোঁৱৰণ কৰি মনে মনে সীতাৰ বিষয়ে চিন্তান্বিত হল।

২৩। তেওঁ ভাবিলে "লক্ষ্মণে আগতে কোৱাৰ দৰে এইটো সঁচাকৈয়ে মাৰীচৰে মায়া! তেওঁ যিদৰে কৈছিল ফলত সেয়ে হল। মাৰীচহে মোৰ হাতত নিহত হল।

২৪-২৬। এতিয়া হা সীতা! হা লক্ষ্মণ! বুলি যি চীৎকাৰ কৰি ৰাক্ষস মৰিল এই কথা শুনাৰ পিচত সীতাৰ বা কি অবস্থা হয আৰু অধৈৰ্য্য হোৱাত মহাবাহু লক্ষ্মণৰে বা মনৰ গতি কেনে হয়! এইদৰে চিন্তা কৰি থাকোতে ধৰ্ম্মাত্মা ৰামৰ শৰীৰ ৰোমাঞ্চিত হল আৰু ৰাক্ষসক বধ কৰাৰ পিচত তাৰ চীৎকাৰ শুনি ( সীতাৰ কাৰণে ) বিষাদজনিত তীব্ৰ এটা ভয়ৰ ভাবে ৰামক অভিভূত কৰিলে।

২৭। তেতিয়া ৰামে আন এটা মৃগ বধ কৰি তাৰ মঙহ লৈ জনস্থানত থকা তেওঁৰ আশ্ৰমৰ অভিমুখে লৰালৰিকৈ খোজ ললে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত চতুশ্চত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# পঞ্চচত্বাৰিংশ সৰ্গ

## সীতাৰ আক্ৰোশত ৰামৰ ওচৰলৈ লক্ষ্মণৰ প্ৰস্থান

১। বনৰ মাজত স্বামীৰ স্বৰসদৃশ সেই আৰ্ত্তনাদ শুনি সীতাই লক্ষ্মণক কলে, "লক্ষ্মণ, যোৱা ৰামৰ খবৰ লোৱাগৈ।

২। অতি আতুৰত পৰি চিঞৰা তেওঁৰ এই মাত শুনি মোৰ জীৱন আৰু মনৰ স্থিৰতা নোহোৱা হৈছে।

৩। তোমাৰ ককায়েৰাই বনত চিঞৰ বাথৰ কৰিবলৈ ধৰিছে এনেস্থলত তুমি তেওঁক ৰক্ষা কৰিবলৈ যোৱাটো কৰ্ত্তব্য। তোমাৰ জ্যেষ্ঠই এতিয়া সহায় বিচাৰিছে, তুমি তৎক্ষণাৎ তেওঁৰ গুৰিলৈ লৰমাৰা।

৪। যাঁড় গৰু সিংহৰ দ্বাৰা আক্ৰান্ত হোৱাৰ দৰে ৰাঘৱো ৰাক্ষসৰ দ্বাৰা আক্ৰান্ত হৈছে।" সীতাই এইদৰে কোৱাতো লক্ষ্মণে ৰামৰ আদেশ স্মৰণ কৰি আশ্ৰম এৰি ওলাই নগল।

৫-৬। তেতিয়া জনকাত্মজা সীতা ক্ৰুদ্ধা হৈ লক্ষ্মণক কবলৈ ধৰিলে, "ভাই সৌমিত্ৰি, যিহেতু এনে অৱস্থাতো তুমি তোমাৰ ককায়েৰাৰ ওচৰলৈ যোৱা নাই, অতএৱ বুজিলোঁ। তুমি মিত্ৰৰূপে ৰামৰ শত্ৰু হৈহে ইয়াত আছা। লক্ষ্মণ, বুজিলোঁ। মোক পাবলৈ তুমি ৰামক বিনষ্ট হোৱা দেখিবলৈ ইচ্ছা কৰিছা।

৭। নিশ্চয় মোক পাবলৈ ইচ্ছা কৰিয়ে তুমি ৰামক অনুসৰণ কৰিব খোজা নাই। ৰামৰ বিপদতহে তোমাৰ আনন্দ, ককায়েৰালৈ তোমাৰ স্নেহ অকণো নাই।

৮-১৫। সেয়েহে মহাদ্যুতিসম্পন্ন ৰামক নেদেখিও তুমি নিশঙ্কচিত্তে ইয়াত থাকিব পাৰিছা। যি ৰামক প্ৰধান বুলি (মুখ্য হিচাবে) মানিলৈ তুমি ইয়ালৈ আহিছা তেনেজনাৰ জীৱন বিপন্ন হলে মোক ইয়াত ৰক্ষা কৰি থকাৰপৰা কি লাভ?" মৃগবধূ সদৃশ ভীতা সীতাদেবীয়ে অশ্ৰুপূৰ্ণনেত্ৰে এইদৰে কৈ থাকোতে লক্ষ্মণে তেওঁক কলে, "বৈদেহী, পন্নগ, অসুৰ, গন্ধৰ্ব্ব, দেৱ, দানৱ, ৰাক্ষস এই সকলৰ কোনোৱে আপোনাৰ স্বামীৰ ওপৰত জয়লাভ কৰিব নোৱাৰে, ইয়াত কোনো সংশয় নাই, হে দেৱী, দেৱতা, মনুষ্য, গন্ধৰ্ব্ব, পক্ষী, ৰাক্ষস, পিশাচ, কিন্নৰ, মৃগ অথবা ভয়ঙ্কৰ দানৱৰ ভিতৰতো এনে কোনো নাই যি যুদ্ধত ইন্দ্ৰোপম ৰামৰ সন্মুখত থিয় দিব পাৰে। যুদ্ধক্ষেত্ৰত ৰাম অবধ্য এতেকে আপুনি তেনে কথা কোৱা উচিত নহয়। হে শোভনে, ৰাম নোহোৱাকৈ এই বনত আপোনাক অকলে এৰি যাবলৈ মোৰ মনে নকয়। ইন্দ্ৰাদি বলবান সকলৰ বলেও ৰামৰ বলক পৰাভূত কৰিব নোৱাৰে আৰু স্বয়ং ঈশ্বৰ আৰু দেৱতাগণে সৈতে তিনিও লোকৰ প্ৰাণী মিলি হৈ তেওঁৰ বিপক্ষে থিয় দিলেও তেওঁক পৰাজিত কৰিব নোৱাৰে; আপুনি সুস্থিৰ হৈ শোক পৰিত্যাগ কৰক।

১৬-২০। শীঘ্রে মৃগশ্রেষ্ঠ সেই প্রাণীটোক বধ কৰি আপোনাৰ স্বামী উভতি আহিব। আপুনি যি শব্দ শুনিছে সি ৰামৰ স্বৰ নহয় অথবা অশৰীৰী কোনো দেৱতাৰো নহয। ই ৰাক্ষসৰ গন্ধৰ্ব্ব নগৰীৰে নিচিনা মায়াহে*। হে বৈদেহী, মহাত্মা ৰামে ন্যাসৰূপে আপোনাক মোৰ হাতত সপি দি গৈছে। হে বৰাৰোহে, আপোনাক এৰি যাবলৈ মোৰ মনত সাহস নহয়। হে কল্যাণী, খৰক বধ কৰাৰ পিচত জনস্থান ধ্বংস হোৱাত এই নিশাচৰবোৰৰ লগত আমাৰ ঘোৰ শত্রুতা উপস্থিত হৈছে, বনত সিহঁতে আমাৰ বিপক্ষে বহুত ৰট'-খচা কৰি থাকে। হে বৈদেহী, ৰাক্ষসবোৰৰ কামেই হৈছে আনক হিংসা কৰি আনন্দ উপভোগ কৰা। এই বিষয়ে আপুনি কোনো চিন্তা নকৰিব।”

২১-২২। লক্ষ্মণে এইদৰে কোৱাত সীতাদেবীয়ে খঙতে চকু ৰঙা কৰি কৰ্কশ বাক্যে সত্যবাদী লক্ষ্মণক কবলৈ ধৰিলে, “নিষ্ঠুৰমতি কুলাঙ্গাৰ লক্ষ্মণ, মোৰ প্রতি তোমাৰ দযাভাবৰ অৱতৰণা সম্পূর্ণ অনার্য্যজনোচিত, মই দেখিছো ৰামৰ মহাবিপদতেই তোমাৰ আনন্দ, আৰু এই কাৰণতে ৰামৰ বিপদ দেখি তুমি এইদৰে কব পাৰিছা।

২৩। লক্ষ্মণ, তোমাৰ নিচিনা নিষ্ঠুৰ কপটাচাৰী শত্রুৰ পক্ষে এনে পাপাচৰণ একো বিচিত্র নহয়।

২৪। তুমি অতিশয় দুষ্ট, সেয়েহে মোৰ কাৰণে অন্তৰত গোপন ভাব ৰাখি, তুমি অকলে অথবা ভৰতৰ দ্বাৰা নিযুক্তহৈ ৰামক অকলশৰীয়া পাই বনলৈ পিচে পিচে আহিছা।

২৫। হে সৌমিত্রি, তোমাৰ অথবা ভৰতৰ সেই অভিসন্ধি ফলবতী নহব। ইন্দীবৰশ্যাম পদ্মপলাশলোচন ৰামৰ নিচিনা স্বামীক আশ্রয় কৰি থাকি আন এজনত মোৰ ৰতি হব পাৰে কেনেকৈ?

২৬। হে সৌমিত্রি, নিশ্চয় তোমাৰ সন্মুখতে মোৰ এই প্রাণ মই ত্যাগ কৰিম।

২৭ ২৮। ৰামৰ অবিহনে মই ক্ষন্তেক কালো এই পৃথিবীত জীৱন লৈ নাথাকোঁ।” সীতাৰ গাৰ লোম শিযৰি উঠা এই কৰ্কশ বাণী শুনি জিতেন্দ্রিয় লক্ষ্মণে হাতযোৰ কৰি সীতাক কলে, “ভৱতী, আপুনি মোৰ সাক্ষাৎ দেৱতা স্বৰূপ, অতএব আপোনাৰ কথাত উত্তৰ দিবলৈ মোৰ সাহস নাই।

২৯। হে মৈথিলী, নাৰীৰ পক্ষে এনে অশোভনীয় কথা কোৱাটো একো বিচিত্র নহয়। লোকসমূহত তিৰোতাসকলৰ স্বভাব এনে ভাবৰে হোৱা দেখা যায়।

৩০। তেওঁলোক ধৰ্ম্মত্যাগী, চঞ্চল আৰু উগ্রস্বভাবসম্পন্ন আৰু পিতা পুত্র অথবা ভ্রাতৃবর্গৰ ভিতৰত ভেদসৃষ্টিকাৰী। কিন্তু হে জনকাত্মজা বৈদেহী, আপোনাৰ এনে কথা মোৰ সহ্য নহয়।

৩১-৩৩। আপোনাৰ এই কথাই নাৰাচ শৰৰ দৰে মোৰ কাণত বিন্ধিবলৈ ধৰিছে। মই ন্যায়সঙ্গত কথা কোৱাতো আপুনি মোৰ প্রতি যি কৰ্কশ বাক্য প্রয়োগ কৰিলে, বনদেৱতাসকলে সাক্ষীস্বৰূপ হৈ তাক শুনি থাকক। মই গুৰুজনৰ বাক্য পালন কৰি এনে অৱস্থাত থকা সত্ত্বেও আপুনি স্ত্রীস্বভাবসুলভ দুষ্টপ্রকৃতিৰ বশবৰ্ত্তী হৈ মোৰ প্রতি সন্দেহযুক্ত হৈ বিনাশৰ সন্মুখী হবলৈ

---

* গন্ধৰ্ব্ব নগৰী মায়া আকাশত হঠাতে দেখা পোৱা প্রাসাদ আদি গৃহপূর্ণ নগৰ যি পৰ মুহূর্ত্ততে অন্তর্হিত হয়।

ওলাইছে, আপোনাক ধিক্। বাৰু, কাকুৎস্থ ৰাম য'ত আছে মই তালৈ যাওঁ। হে বৰাননে! আপুনি মঙ্গলে থাকক।

৩৪। হে বিশালাক্ষী, বনদেবতাসকলে আপোনাক ৰক্ষা কৰি থাকক। সন্মুখত অমঙ্গল সূচক ঘোৰ লক্ষণসমূহ মোৰ আগত দেখা দিছে। ৰামে সৈতে উভতি আহি মই যেন আপোনাক আকৌ দেখা পাওঁ, তাকে কামনা কৰিছোঁ।"

৩৫-৩৭। লক্ষ্মণে এইদৰে কোৱাত জনকাত্মজা সীতাদেবীয়ে কান্দি কান্দি চকুৰ লোৰে তিয়াই কবলৈ ধৰিলে, "হে লক্ষ্মণ, নিশ্চয়কৈ জানিবা ৰামৰ অবিহনে হয় গোদাবৰীত প্ৰবেশ কৰিম, অথবা ডিঙিত ফাঁচ লগাই, অথবা ওখ ঠাইৰ পৰা জাপ দি পৰি প্ৰাণ ত্যাগ কৰিম; নহলে তীব্ৰ বিষ পান কৰি অথবা অগ্নিত প্ৰবেশ কৰিয়ে প্ৰাণ এৰিম, তথাপি ৰাম ভিন্ন অন্যপুৰুষৰ অঙ্গস্পৰ্শ নকৰোঁ।"

৩৮। লক্ষ্মণৰ আগত এই বুলি প্ৰতিজ্ঞা কৰি সীতাদেবীয়ে শোকাভিভূতা হৈ হাত দুখনৰে পেটত চপৰিয়াবলৈ ধৰিলে।

৩৯। আয়তলোচনা সীতাদেবীয়ে দুখতে অভিভূতা হৈ এইদৰে বিলাপ কৰি থকা দেখি সুমিত্ৰানন্দন লক্ষ্মণে ব্যাকুলচিত্তে তেওঁক আশ্বাসবাণী দিলে, কিন্তু তাৰ উত্তৰত সীতাদেবীয়ে তেওঁৰ দেওৰেকক কোনো কথা নকলে।

৪০। তাৰ পিচত বিশুদ্ধাত্মা লক্ষ্মণে হাতযোৰ কৰি অলপ অৱনত হৈ সীতাক অভিবাদন জনালে আৰু সীতাৰ পিনে বহুবাৰ উভতি চাই ৰামৰ ফালৈ খোজ ললে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত পঞ্চচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

## ষট্‌চত্বাৰিংশ সৰ্গ

## সীতাৰ লগত পৰিব্ৰাজকৰূপী ৰাৱণৰ সাক্ষাৎ

১। সীতাদেবীৰ কৰ্কশ বাক্য শুনি ৰামৰ কনিষ্ঠভ্ৰাতা লক্ষ্মণে ক্ৰুদ্ধ হৈ ৰামক লগ পাবলৈ শঙ্কান্বিতচিত্তে ৰামৰ ওচৰলৈ প্ৰস্থান কৰিলে।

২। এই একান্ত সুযোগ পাই দশগ্ৰীৱ ৰাৱণে পৰিব্ৰাজকৰ ৰূপ লৈ বৈদেহীৰ ওচৰ চাপিল।

৩। তেওঁ স্বচ্ছ গেৰুৱা বসন, শিখা, ছত্ৰ, খৰম, হাতত কমণ্ডলু আৰু বাওঁকান্ধত দণ্ড ধাৰণ কৰি সন্ন্যাসীৰ বেশে* ভ্ৰাতৃযুগল নথকা অৱস্থাত অৰণ্যত থকা সীতাৰ ওচৰত উপস্থিত হল।

---

* টীকাকাৰৰ মতে ৰাৱণৰ এইটো ত্ৰিদণ্ডীৰ ৰূপ—মহাভাৰতত আছে—ৰাৱণস্ত যতিৰ্ভূত্বা মুণ্ডঃ কুণ্ডী ত্ৰিদণ্ডক—অৰ্থাৎ মূৰত শিখা, হাতত কমণ্ডলু আৰু লাঠী, যাৰ নাম ত্ৰিদণ্ড।

৪—১২। চন্দ্ৰ আৰু সূৰ্য্য নথকা অৱস্থাত ঘোৰ অন্ধকাৰে যিদৰে সন্ধ্যাৰ ওচৰ চাপে মহাবলশালী ৰাৱণেও সেইদৰে ভ্ৰাতৃযুগলৰ অনুপস্থিত সীতাৰ ওচৰ চাপিল। ৰাহুগ্ৰহে চন্দ্ৰবিহীনা ৰোহিণী নক্ষত্ৰক যিদৰে দেখা পায় ৰাৱণেও যশস্বিনী ৰাজপুত্ৰী সীতাক ৰাম নথকা অৱস্থাত সেইদৰে দেখা পালে। ঘোৰ পাপকৰ্ম্মা ৰাৱণক দেখি জনস্থানৰ বৃক্ষসমূহ নিশ্চল হল, বতাহৰ চলাচল বন্ধ হল আৰু ৰক্তনেত্ৰ ৰাৱণৰ ৰূপ দেখি খৰস্ৰোতা গোদাবৰীয়ো ভয়তে ধীৰ গতিত প্ৰবাহিত হবলৈ ধৰিলে। ৰামৰ ছিদ্ৰ বিচাৰি ফুৰা ৰাৱণে, ৰাম আৰু লক্ষ্মণ উভয়ৰে অনুপস্থিতিত ভিক্ষুকৰূপে বৈদেহীৰ ওচৰত উপস্থিত হল। ৰাৱণ স্বভাবতে অসৎ প্ৰকৃতিৰ কিন্তু সেই সময়ত সি শান্ত যতিৰ ৰূপ লৈ শনিগ্ৰহে চিত্ৰানক্ষত্ৰৰ ওচৰ চপাৰ দৰে স্বামীশোকাভিভূতা সীতাৰ সন্মুখত থিয় দিলে। তৃণাচ্ছাদিত কূপসদৃশ শান্তসৌম্যৰূপধাৰী সন্ন্যাসীবেশী ৰাৱণে শোকাভিভূতা অশ্ৰুপূৰ্ণনেত্ৰে পৰ্ণশালাত বহি থকা মনোমোহা দাঁত আৰু ওঁঠেৰে সুশোভিতা ৰামৰ ভাৰ্য্যা পূৰ্ণচন্দ্ৰাননা যশস্বিনী সীতাৰ ফালে চাবলৈ ধৰিলে।

১৩—১৫। পট্টপীতাম্বৰ পৰিধানকাৰিণী পদ্মপলাশলোচনা সীতাৰ ওচৰলৈ আহি নিশাচৰ ৰাৱণ হৰ্ষান্বিত হল। সীতাৰ ৰূপ দেখি কামভাৱত আতুৰ হৈ ৰাক্ষস ৰজাই বেদমন্ত্ৰ উচ্চাৰণ কৰি তিনিওজগতত শ্ৰেষ্ঠা পদ্মবিহীনা লক্ষ্মীসদৃশ শৰীৰৰ কান্তিতে জিলিকি থকা সীতাক দেখি মধুৰ প্ৰশংসা বাক্যেৰে কবলৈ ধৰিলে।

১৬। "হে শুভাননে, পীতপট্টবস্ত্ৰপৰিহিতা তোমাৰ বৰণ বিশুদ্ধসুবৰ্ণসদৃশ, পদুমফুলৰ মালা পৰিধান কৰি তুমি পদ্মিনীসদৃশ সুশোভিতা হৈছা।

১৭। হে বৰাৰোহে, তুমি হ্ৰী (গোৰী), শ্ৰী (ঐশ্বৰ্য্যাধিষ্ঠাত্ৰী দেবী), কীৰ্ত্তি, অথবা লক্ষ্মী (সৌভাগ্যবিধাত্ৰী) অথবা কোনো অপসৰা অথবা ভূতি (অণিমাদি সিদ্ধি) অথবা কামদেৱপত্নী ৰতি—নিজ ইচ্ছাতে এই অৰণ্যত বিচৰণ কৰিছা ?

১৮। তোমাৰ দাঁতৰ পাড়ি সমান আৰু কুন্দকোৰকসম স্নিগ্ধ আৰু শুভ্ৰ, নয়নযুগল বিশাল আৰু বিমল, প্ৰান্তভাগ ৰক্তিম আৰু কৃষ্ণবৰ্ণতাৰকা শোভিত।

১৯। তোমাৰ জঘনপ্ৰদেশ বিশাল আৰু স্থূল, উৰু কৰিকৰসম পৰিপুষ্ট, সুগোল, সুঠাম আৰু মনোমোহা।

২০। তোমাৰ স্তনযুগল তালফলসদৃশ পীন, উন্নত, স্নিগ্ধ আৰু কমনীয় আৰু শ্ৰেষ্ঠমণিৰত্নৰ দ্বাৰা বিভূষিত হৈ অতি মনোমোহা হৈছে।

২১। হে বিলাসিনী, পানীয়ে নদীৰ পাৰ খহাই নিয়াৰ দৰে তোমাৰ মনোমোহা হাঁহি শোভনীয় দন্তপংক্তি আৰু সুশোভন নয়নযুগলে মোৰ মন হৰণ কৰি নিছে।

২২। হে দেৱী, তোমাৰ কঁকাল খামুচীয়া। তোমাৰ কেশদাম সুন্দৰ আৰু স্তনযুগল সুসংহত, ইয়াৰ আগতে এনে ৰূপৱতী দেৱী, গন্ধৰ্ব্বী, যক্ষী অথবা কিন্নৰী ক'তো দেখা নাই।

২৩—২৪। তোমাৰ এইৰূপ পৃথিৱীত কোনো নাৰীতে মই দেখা নাই, তিনিও জগতত তোমাৰ এইৰূপ সৰ্ব্বশ্ৰেষ্ঠ আৰু তোমাৰ বয়সো তেনেই সুকোমল। এনে অৱস্থাত এই বিজন বনত তোমাক দেখা পাই মোৰ চিত্ত ব্যাকুল হৈ উঠিছে, এতেকে হে দেৱী তুমি এই বনৰ পৰা গুচাই আহা, তোমাৰ মঙ্গল হওক। তুমি এনেস্থানত থকাৰ উপযোগী নোহোৱা।

২৫—৩১। এই ঠাই ঘোৰৰূপী ৰাক্ষসবিলাকৰ বাসস্থান, শ্ৰেষ্ঠ প্ৰাসাদ আৰু সুগন্ধযুক্ত ৰমণীয় নগৰ আৰু উপবন হে তোমাৰ উপযুক্ত বাসস্থান। হে শুভেক্ষণে, উৎকৃষ্ট মাল্য, শ্ৰেষ্ঠ গন্ধসামগ্ৰী, উত্তম বস্ত্ৰহে তোমাৰ উপযুক্ত আৰু তোমাৰ স্বামী এজন সৰ্ব্বশ্ৰেষ্ঠ পুৰুষহে হোৱা উচিত। হে শুচিস্মিতে, ৰুদ্ৰ, মৰুৎ, বসুগণ এইসকলৰ ভিতৰত তুমি কাৰ ৰমণী? হে বৰাৰোহে, মোৰ মনত তুমি দেৱী বুলিহে ধাৰণা হৈছে। এই বনলৈ গন্ধৰ্ব্ব, দেৱতা বা কিন্নৰগণৰ ভিতৰত কোনো নাহে, এইখন ৰাক্ষসবোৰৰ বাসস্থান, এনেস্থলত তুমি ইয়ালৈ আহিলা কিয়? এইঠাইত বান্দৰ, সিংহ, বুকুৰনেচীয়া বাঘ, মৃগ, বৃক, ঋক্ষ, ঘোং, কাউৰী আদিহে বাস কৰি থাকে, তুমি সেইবোৰৰ'ল ভয় নকৰাকৈ আছা কেনেকৈ? হে বৰাননে, এই মহাৰণ্যত অকলে থাকিও তুমি মদোন্মত্ত, ঘাৰ উগ্ৰতেজস্বী হাতীবোৰৰ'ল ভয় নকৰাকৈ কেনেকৈ আছা? তুমি কোন, কাৰ ভাৰ্য্যা, কিয় আৰু ক'ৰপৰা এই দণ্ডকাৰণ্যলৈ আহিছা?

৩২। হে কল্যাণী, অতি আচৰিত যে দুৰ্ঘোৰ ৰাক্ষসবোৰৰ বাসস্থান এনে এখন বনত তুমি অকলে বিচৰণ কৰি আছা।" এইদৰে প্ৰশংসা কৰি মহাবলী ৰাৱণে বৈদেহীক নানা কথা সুধিলে।

৩৩। কিন্তু মৈথিলীয়ে ব্ৰাহ্মণবেশে অহা দেখি ৰাৱণৰ প্ৰতি সকলো প্ৰকাৰৰ আতিথ্য সৎকাৰ জনালে।

৩৪। বহিবলৈ আসন আগবঢাই পাদ্য নিবেদন কৰাৰ পিচত তেওঁ সৌম্যদৰ্শন ৰাৱণক উদ্দেশ্য কৰি কলে, 'এয়া সিদ্ধ অন্ন।

৩৫। ৰাৱণে কমণ্ডলু আৰু ৰক্তবসন ধাৰণ কৰি ব্ৰাহ্মণৰ বেশে উপস্থিত হোৱা দেখি মৈথিলীয়ে কোনো প্ৰকাৰে তেওঁক অবজ্ঞা কৰিব নোৱাৰিলে, বৰং ব্ৰাহ্মণৰ সকলো লক্ষণ দেখি প্ৰকৃততে ব্ৰাহ্মণ বুলি অৱগত হৈ কলে,

৩৬। "হে ব্ৰাহ্মণ, এয়া কুশাসন আৰু মুনি যথাসুখে তাত উপবেশন কৰক, এয়া পাদ্য আপুনি গ্ৰহণ কৰক আৰু এয়া বনজাত দ্ৰব্য আপোনাৰ কাৰণে যুগুত কৰা হৈছে, আপুনি ধীৰ চিত্তে সকলো গ্ৰহণ কৰক।"

৩৭। এইদৰে অভ্যৰ্থিত হৈ ৰাৱণে নিজৰ বধৰ অৰ্থে মধুৰভাষিণী নৰেন্দ্ৰপত্নী মৈথিলীৰ প্ৰতি লক্ষ্য কৰি, বলপূৰ্ব্বক তেওঁক হৰণ কৰিবৰ'ল মন মেলিলে।

৩৮। ইপিনে সীতাদেৱীয়ে মধুৰমূৰ্তি স্বামীৰ কাৰণে অপেক্ষা কৰি চাৰিওকালে চাই চাই সেউজীয়া অৰণ্যখনহে দেখিলে ৰাম আৰু লক্ষ্মণক কতো নেদেখিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ষট্‌চত্বাৰিংশ সৰ্গ সমাপ্ত ॥**

# সপ্তচত্বাৰিংশ সৰ্গ

## ৰাৱণৰ পৰিচয় পাই সীতাৰ ক্ৰোধপূৰ্ণ উক্তি

১—২। পৰিব্ৰাজক ৰূপধাৰী ৰাৱণে সীতাক হৰণ কৰিবলৈ ইচ্ছা কৰি এইদৰে সুধিলেও সীতাই, 'অভ্যাগতজন ব্ৰাহ্মণ, তাতে অতিথি এতেকে উত্তৰ নিদিলে অভিশাপ দিব' অলপ সময় এইদৰে ভাবি শেহত নিজৰ বিষয়ে কবলৈ ধৰিলে।

৩। "মই মিথিলাৰ ৰজা জনকৰ দুহিতা, মোৰ নাম সীতা আপোনাৰ মঙ্গল হওক, মই ৰামৰ প্ৰিয়া মহিষী।

৪। ইক্ষ্বাকুবংশীয় ৰজাসকলৰ কাৰেঙত বাৰবছৰ কাল বাস কৰি মানুহে ভোগ কৰিব পৰা সকলো সুখ উপভোগ কৰাৰ পিচত মোৰ মনোৰথ সকলোফালৰ পৰা পৰিপূৰ্ণ হৈছে।

৫। তাৰ পিছত ত্ৰয়োদশ বছৰত অযোধ্যাৰ অধীশ্বৰ ৰজাই মন্ত্ৰীবৰ্গৰে সৈতে ৰামৰ অভিষেকৰ বিষয়ে মন্ত্ৰণা কৰে।

৬। তেতিয়া অভিষেকৰ সকলো সম্ভাৰ যুগুত হোৱাত কৈকেয়ীযে মোৰ শহুৰক ধৰ্ম্মৰ পাশতে বান্ধি ললে।

৭—১০। মোৰ স্বামীৰ বনবাস আৰু ভৰতৰ অভিষেক এই দুটা বৰ সত্যপ্ৰতিজ্ঞ নৃপশ্ৰেষ্ঠ তেওঁৰ স্বামীৰ ওচৰত প্ৰাৰ্থনা কৰে। লগতে এইবুলি তেওঁ প্ৰতিজ্ঞা কৰিলে যে "যদিহে ৰাম অভিষিক্ত হয় তেন্তে মই নাখাওঁ, নোশোওঁ আৰু আনকি পানী এটোপাও নাখাওঁ আৰু এয়ে মোৰ জীৱনৰ শেষ।" কৈকেয়ীয়ে এইদৰে কোৱাত মোৰ শহুৰ ৰজাই এই বৰৰ সললি ধনসোণ আৰু আন যিকোনো বস্তু তেওঁ বিচাৰে তাকে দিব খুজিলে কিন্তু কৈকেয়ীয়ে তাৰ কোনোটোকে লব নুখুজিলে। সেই সময়ত মোৰ স্বামীৰ বয়স আছিল মাত্ৰ পঁচিশ বছৰ।

১১। জন্মদিনৰ পৰা গণনা কৰিলে তেতিয়া মোৰ বয়স ওঠৰ বছৰ। মোৰ স্বামী জগতত ৰাম নামে প্ৰসিদ্ধ তেখেত সত্যবাদী, সৎচৰিত্ৰসম্পন্ন আৰু শুচি।

১২—১৫। তেওঁ বিশালাক্ষ, মহাবাহু আৰু সকলো প্ৰাণীৰ প্ৰতি হিতসাধনত ৰত। তেওঁৰ পিতৃদেৱ মহাৰাজ দশৰথে কামৰ বশীভূত হৈ তেওঁৰ ভাৰ্য্যা কৈকেয়ীৰ মনোবাঞ্ছা পূৰণ কৰিবলৈ ৰামক অভিষিক্ত নকৰিলে। অভিষেকৰ বাবে ৰামক পিতাকৰ ওচৰলৈ মতাই আনি, কৈকেয়ীয়ে লৰালৰিকৈ মোৰ স্বামীক এইদৰে কলে, "হে ৰাঘৱ শুনা, তোমাৰ পিতৃদেৱে এইদৰে আদেশ দিছে যে এই ৰাজ্য নিষ্কণ্টকভাবে তুমি ভৰতক দান কৰিব লাগে আৰু তুমি ন আৰু পাঁচ বছৰ অৰ্থাৎ মুঠতে চৌধ বছৰ কাল বনবাস খাটিব লাগে।

১৬। এতেকে হে কাকুৎস্থ তুমি বনলৈ গৈ তোমাৰ পিতৃদেৱক অসত্যৰূপ পাপৰ পৰা মুক্ত কৰা।" এই কথা শুনি ৰামে কোনো ভয় বা শঙ্কা নকৰাকৈ 'সেয়ে হব' বুলি উত্তৰ দিলে।

১৭। কৈকেয়ীৰ কথা শুনিয়ে দৃঢ়ব্ৰত মোৰ স্বামীয়ে সেইমতে কাম কৰিলে। মোৰ স্বামীয়ে সদায় দান হে কৰে, আনৰ পৰা দান গ্ৰহণ নকৰে, তেওঁ সত্যবাদী, অসত্য কথা কোনো দিনে নকয়।

১৮—২২। হে ব্ৰাহ্মণ, ৰামে এই উত্তম ব্ৰতকে আশ্ৰয় কৰি আছে। পুৰুষশ্ৰেষ্ঠ, সমৰ-ক্ষেত্ৰত শত্ৰুহন্তা লক্ষ্মণ নামে তেওঁৰ বৈমাত্ৰ ভ্ৰাতা তেওঁৰ সহায়ক। লক্ষ্মণ ব্ৰহ্মচাৰী আৰু কঠোৰ ব্ৰত পালনকাৰী। বনবাসলৈ আহোতে তেওঁ ধনু হাতত লৈ মোৰে সৈতে একেলগে আহিছে। এইদৰে সততে ধৰ্ম্মপৰায়ণ দৃঢ়ব্ৰতী ৰামচন্দ্ৰই জটাধাৰণ কৰি তাপসৰ বেশে অনুজ লক্ষ্মণ আৰু মোৰে সৈতে দণ্ডকাৰণ্যত প্ৰবেশ কৰিছে। হে দ্বিজশ্ৰেষ্ঠ, অকল কৈকেয়ীৰ কাৰণে স্বস্থানচ্যুত আমি তিনিজনে মহাশক্তিবলে শক্তিমান হৈ অৰণ্যত বিচৰণ কৰি আছো। আপুনি আশ্বস্ত হৈ অলপ সময়ৰ কাৰণে ইয়াতেই থাকিব পাৰে।

২৩। মোৰ স্বামীয়ে প্ৰচুৰ বন্য ফল-মূল আৰু ৰুকপহু, গুই আৰু বৰা বধ কৰি বহুত মঙহ লৈ উভতি আহিব।

২৪। এতিয়া আপুনি আপোনাৰ নাম, গোত্ৰ, আৰু কুলৰ বিষয়ে যথাযথভাবে মোক কওক আৰু কিয় বা অকলে এই দণ্ডকাৰণ্যত ঘূৰি ফুৰিছে তাকো জনাওক।"

২৫। ৰামৰপত্নী সীতাদেৱীয়ে এইদৰে কোৱাত ৰাক্ষসাধিপতি ৰাৱণে তীব্ৰবাক্যে উত্তৰ দি কবলৈ ধৰিলে।

২৬। "সীতা, যাৰ নামত দেৱতা, অসুৰ, মানুহ আদি সকলো প্ৰাণীয়ে সন্ত্ৰস্ত হয়, মইয়ে সেই ৰাক্ষসাধিপতি ৰাৱণ।

২৭। হে অনিন্দ্যসুন্দৰী, পট্টবস্ত্ৰপৰিহিতা কাঞ্চনবৰ্ণাভা তোমাক দেখি মোৰ ভাৰ্য্যা-বিলাকৰ প্ৰতি মোৰ আসক্তি নাহোৱা হৈছে।

২৮। মই অ'ৰ ত'ৰপৰা বহুত স্ত্ৰী সংগ্ৰহ ক'ৰিছো, তোমাৰ মঙ্গল হওক, তুমি সেই সকলোৰে ভিতৰত মো'ৰ শ্ৰেষ্ঠা মহিষী হোৱা।

২৯। সাগৰৰ মাজত লঙ্কা নামে মোৰ মহানগৰী। এই নগৰীৰ চাৰিওকাল সাগৰে বেষ্টি আছে আৰু ই পৰ্ব্বতৰ শিখৰত।

৩০। হে সীতা, সেই ঠাইৰ প্ৰমোদবনত তুমি মোৰে সৈতে বিচৰণ কৰি ফুৰিবা। হে সুন্দৰী, তেতিয়াহলে এই বনবাসলৈ তোমাৰ আৰু স্পৃহা নোহোৱা হব।

৩১। তুমি মোৰ ভাৰ্য্যা হলে সৰ্ব্বালঙ্কাৰে ভূষিতা পাঁচ হাজাৰ দাসীয়ে তোমাৰ পৰিচৰ্য্যা কৰি থাকিব।"

৩২—৩৬। ৰাৱণে এইদৰে কোৱাত অনিন্দ্যসুন্দৰী জনকদুহিতা সীতাদেৱীয়ে খঙতে জ্বলি উঠি ৰাক্ষসৰ প্ৰতি অবজ্ঞা দেখুৱাই কবলৈ ধৰিলে, "ৰাক্ষস, যি ৰাম মহাপৰ্ব্বতসদৃশ অচল অটল, আৰু মহাসমুদ্ৰসদৃশ অক্ষুব্ধ, মহেন্দ্ৰসদৃশ সেই ৰামৰ মই অনুগতা ভাৰ্য্যা। ৰাম সৰ্ব্ব-সুলক্ষণসম্পন্ন, বটবৃক্ষসদৃশ সুঠাম আৰু সকলো প্ৰাণীৰ আশ্ৰয়স্বৰূপ, তেওঁ সত্যপ্ৰতিজ্ঞ, মহাভাগ, মহাবাহু আৰু বিশালবক্ষ, তেওঁ সিংহসদৃশ নৃসিংহ, গমনতো তেওঁ সিংহসদৃশ; এনেহেন পূৰ্ণচন্দ্ৰানন, ৰাজপুত্ৰ, জিতেন্দ্ৰিয়, প্ৰভূতকীৰ্ত্তিসম্পন্ন ৰামৰ মই অনুগতা ভাৰ্য্যা।

৩৭। তই এটা শিয়ালমাত্ৰ হৈ দুৰ্লভ সিংহপত্নীস্বৰূপ মোক পাবলৈ ইচ্ছা কৰিছ। সূৰ্য্যৰ ৰশ্মি যিদৰে কোনেও স্পৰ্শ কৰিব নোৱাৰে, ৰাক্ষস, তয়ো মোক স্পৰ্শ কৰিব নোৱাৰ।

৩৮। হেৰ ৰাক্ষস, ৰামৰ প্ৰিয়াভাৰ্য্যাক হৰণ কৰিবলৈ ইচ্ছা কৰি তই অসংখ্য সোণৰ গছ* হে দেখিবলৈ ধৰিছ।

৩৯। মোক পাবলৈ ইচ্ছা কৰি তই অতিশয় তেজস্বী মৃগশত্ৰু সিংহ অথবা তীব্ৰবিষধৰ সৰ্পৰ মুখৰ পৰা দাঁত হে উভালিব বিচাৰিছ।

৪০। তোৰ এই কাৰ্য্য হাতেৰে পৰ্ব্বতশ্ৰেষ্ঠ মন্দাৰ পৰ্ব্বতক উভালি পেলোৱা অথবা কালকূটবিষ পান কৰি জীয়াই থকাৰ ইচ্ছাৰ নিচিনাহে হৈছে।

৪১—৪২। হেৰ ৰাক্ষস, ৰামৰ প্ৰিয়াভাৰ্য্যাক পাবলৈ ইচ্ছা কৰি তই বেজীৰে চকু মোহাৰিবলৈ অথবা জিভাৰে ক্ষুৰ চেলেকিবলৈ ইচ্ছা কৰিছ। ডিঙিত শিল বান্ধি সাগৰ পাৰ হোৱা নাইবা দুই হাতে চন্দ্ৰ আৰু সূৰ্য্য উভয়কে আহৰণ কৰা যিদৰে অসম্ভৱ তোৰ এই কাৰ্য্যও তদনুৰূপ।

৪৩। ৰাৱণ, তই ৰামৰ প্ৰিয়াভাৰ্য্যাক হৰণ কৰিবলৈ ইচ্ছা কৰিছ সঁচা, কিন্তু তোৰ এই কাম, প্ৰজ্বলিত অগ্নিক কাপোৰেৰে বান্ধিব খোজাৰ নিচিনা হে হব।

৪৪। ৰাক্ষস, তই নিশ্চয়কৈ জানিবি কল্যাণচৰিত্ৰা ৰামৰ অনুৰূপ ভাৰ্য্যাক হৰণ কৰিবলৈ ইচ্ছা কৰি চাৰিওফালে পাতি থোৱা লোৰ শলাকাৰ ওপৰত তই সুখে বিচৰণ কৰি ফুৰিবলৈ বিচাৰিছ।

৪৫। ৰাৱণ, অৰণ্যত সিংহ আৰু শৃগালৰ ভিতৰত যি পাৰ্থক্য, সাগৰ আৰু ক্ষুদ্ৰ নদীৰ মাজত যি প্ৰভেদ আৰু অত্যুৎকৃষ্ট সুৰা আৰু লাও পানীৰ ভিতৰত যি তাৰতম্য দশৰথপুত্ৰ ৰাম আৰু তোৰ ভিতৰতো সেয়ে পাৰ্থক্য।

৪৬। সোণ আৰু লো অথবা সীহ, চন্দন আৰু বোকা, আৰু হাবিৰ মাজত হাতী আৰু বিড়ালৰ যি পাৰ্থক্য দাশৰথি ৰাম আক তোৰ ভিতৰতো তেনে পাৰ্থক্য।

৪৭। গৰুড় আৰু কাউৰী, ময়ূৰ আৰু পানীকাউৰী, বনৰীয়া সৰালি আৰু শগুণৰ ভিতৰত যি পাৰ্থক্য দাশৰথি আৰু তোৰ ভিতৰতো তেনে পাৰ্থক্য।

৪৮। হেৰ ৰাক্ষস, সহস্ৰাক্ষ ইন্দ্ৰসম প্ৰভাবশালী হাতত ধনুশৰ লৈ ৰাম জীয়াই থাকোতে তই মোক হৰণ কৰি নিলেও মাখিয়ে ভক্ষণ কৰা ঘিঁউৰ নিচিনা তই মোক জীৰ্ণ নিয়াৰ নোৱাৰিবি।’

৪৯। সৰলস্বভাৱ সীতাদেবীয়ে অতিশয় দুষ্ট স্বভাৱসম্পন্ন সেই নিশাচৰক এইদৰে কৈ প্ৰবল বতাহতে কম্পিত কলগছজুপিৰ নিচিনা ব্যথিতা হল।

৫০। মৃত্যুসম প্ৰভাবশালী ৰাৱণে সীতাক এইদৰে কঁপি থকা দেখি তেওঁৰ মনত আৰু অধিক ভয় সঞ্চাৰ কৰিবলৈ নিজ কুল, বল, নাম আৰু তাৰ ভয়ঙ্কৰ কৰ্ম্মসমূহ বৰ্ণাবলৈ ধৰিলে।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত সপ্তচত্বাৰিংশ সৰ্গ সমাপ্ত ॥**

---

* সপোনত সোণৰ গছ দেখাটো মৃত্যুৰ পূৰ্ব্ব লক্ষণ।

# অষ্টচত্বাৰিংশ সৰ্গ

## ৰাৱণৰ প্ৰতি সীতাৰ ভৎসনা

১। সীতাই এইদৰে কৈ থাকোতে ৰাৱণে অতিশয় ক্ৰুদ্ধ হৈ ভ্ৰূকুটি কৰি কৰ্কশ বাক্য কবলৈ ধৰিলে।

২। "হে বৰবৰ্ণিনী, মই বিশ্ৰবাৰ পুত্ৰ কুবেৰৰ বৈমাত্ৰেয় ভ্ৰাতা, তোমাৰ মঙ্গল হওক; ময়ে প্ৰতাপী সেই দশগ্ৰীৱ, ৰাৱণ নামে খ্যাত।

৩। মোৰ নামত প্ৰজাবৰ্গই মৃত্যুক ভয় কৰাৰ নিচিনা দেৱতা, গন্ধৰ্ব্ব, পিশাচ, পতঙ্গ, উৰগ সকলোৱে ভয়ত লৰি পলায়।

৪। বিশেষ কোনো কাৰণত মোৰ বৈমাত্ৰেয় ভ্ৰাতা বৈশ্ৰৱণৰ (কুবেৰৰ) লগত বিবাদ উপস্থিত হোৱাত যুদ্ধত মই তেওঁক পৰাস্ত কৰোঁ।

৫। তেতিয়াৰে পৰা মোৰ ভয়তে অধীৰ হৈ নিজৰ সমৃদ্ধিশালী লঙ্কা ৰাজ্য এৰি গৈ নৰবাহনে কুবেৰে পৰ্ব্বতশ্ৰেষ্ঠ কৈলাসত বসতি কৰি আছে।

৬। তাৰ পিচত হে ভদ্ৰে, পুষ্পক নামে তেওঁৰ শুভ ইচ্ছানুযায়ী চলা বিমানখন মই বলেৰে তেওঁৰপৰা কাঢ়ি লওঁ, এই পুষ্পক ৰথেৰেই মই এতিয়া আকাশীপথত বিচৰণ কৰোঁ।

৭। হে মৈথিলী, ক্ৰোধান্বিত অবস্থাত মোৰ মুখৰ পিনে চাই ইন্দ্ৰকে আদি কৰি দেৱতাগণ সন্ত্ৰস্ত হৈ পলায়ন কৰে।

৮। মই যি ঠাইত থাকোঁ তাত বতাহ সশঙ্কিত হৈ ধীৰগতিত প্ৰবাহিত হয় আৰু আকাশত প্ৰখৰ ৰশ্মিৰ সূৰ্য্যয়ো ভয়তে শীতল ৰশ্মিযুক্ত চন্দ্ৰৰ নিচিনা হয়।

৯। মই য'ত থাকো বা বিচৰণ কৰোঁ তাত গছৰ পাত নলৰে, নদীসমূহ ধীৰগতিত প্ৰবাহিত হয়।

১০। সমুদ্ৰৰ আন পাৰত ইন্দ্ৰৰ অমৰাৱতীসদৃশ লঙ্কা নামে মোৰ কল্যাণময়ী নগৰী, ঘোৰাকৃতি ৰাক্ষসগণে পৰিপূৰ্ণা।

১১। এই নগৰী চাৰিওফালে প্ৰাচীৰৰ দ্বাৰা আবৃত, তা'ৰ ভৱনসমূহ সুবৰ্ণময় আৰু ৰমণীয়; তোৰণসমূহত বৈদূৰ্য্যমণি খটোৱা।

১২। এই নগৰী হাতী, ঘোঁৰা আৰু ৰথেৰে পৰিপূৰ্ণা, সদায় গীতবাদ্যাদিৰ ধ্বনিত মুখৰিতা, মনৰ অভিলষিত সকলো প্ৰকাৰৰ ফলৱতী বৃক্ষাদিৰে পৰিপূৰ্ণ উদ্যানসমূহৰ দ্বাৰা সুশোভিতা।

১৩। হে মনস্বিনী ৰাজপুত্ৰী সীতে, তুমি মোৰ লগত তাত থাকিবা আৰু তেতিয়াহলে মনুষ্যজাতীয় কোনো ৰমণীৰ কথাই তোমাৰ মনলৈ নাহিব।

১৪। হে ৰৱৰ্ণিনী, দিব্য আৰু মনুষ্য সম্বন্ধীয় সকলো উপভোগ্য বস্তু ভোগ কৰি অল্পায়ু মনুষ্য ৰামৰ কথা তুমি পাহৰি যাবা।

১৫। ৰজা দশৰথে তেওঁৰ প্ৰিয় পুত্ৰ (ভৰতক) ৰাজ্যত প্ৰতিষ্ঠিত কৰি অল্পবীৰ্য্য জ্যেষ্ঠ পুত্ৰক বনলৈ পঠিয়াই দিছে।

১৬। হে বিশালাক্ষী, এতিয়া ভ্ৰষ্টৰাজ্য মন্দবুদ্ধি কৃপাৰ্হ তপস্বী ৰামক লৈ তুমি কি কৰিবা?

১৭। তোমাৰ ৰাক্ষস স্বামী মই আহি নিজে উপস্থিত হৈছোহি। তুমি মোক ৰাখা আৰু মোৰ লগত সুখ উপভোগ কৰা। মই কামশৰত বিদ্ধ, অতএব তুমি মোক প্ৰত্যাখান কৰা উচিত নহব।

১৮। হে ভীৰু, তথাপি যদি তুমি মোক প্ৰত্যাখ্যান কৰা তেনেহলে উৰ্ব্বশীয়ে পুৰূৰবাক ভৰিৰে লঠিয়াই পিচত অনুতপ্ত হোৱাৰ দৰে তুমিও পিচত অনুতপ্তা হবা।

১৯। যুদ্ধত সেই মনুষ্য ৰাম মোৰ আঙ্গুলি এটাৰো সমান নহয়। হে ৰৱৰ্ণিনী, তোমাৰ সৌভাগ্যক্ৰমে মই আহি ইয়াত উপস্থিত হৈছোঁ, তুমি মোক ভজনা কৰা।”

২০। ৰাৱণে এইদৰে কোৱাত বৈদেহীয়ে খঙতে চকু ৰঙা কৰি নিৰ্জ্জন স্থলতো ৰাক্ষসৰ অধিপতি ৰাৱণক নিষ্ঠুৰ বাক্যে কবলৈ ধৰিলে।

২১। “ৰাক্ষস, সৰ্ব্বদেৱনমস্কৃত তোৰ ভ্ৰাতা বৈশ্ৰৱণৰ নাম লৈ তই এনে এটা অশুভ কাম কৰিবলৈ প্ৰবৃত্ত হৈছ কেনেকৈ?

২২। ৰাৱণ, তোৰ নিচিনা নিষ্ঠুৰ, দুৰ্ব্বুদ্ধি অজিতেন্দ্ৰিয় যিজন ৰাক্ষসকুলৰ ৰজা, সেই ৰাক্ষসকুল নিশ্চয় বিনাশপ্ৰাপ্ত নহৈ নোৱাৰে।

২৩। তই ইন্দ্ৰৰ ভাৰ্য্যা শচীক হৰণ কৰিও হয়তো জীয়াই থাকিব পাৰ, কিন্তু ৰামৰ ভাৰ্য্যা মোক হৰণ কৰি তই কেতিয়াও কুশলে থাকিব নোৱাৰিবি।

২৪। হেৰ ৰাক্ষস, বজ্ৰধৰ ইন্দ্ৰৰ অতুলনীয় ৰূপসম্পন্না ভাৰ্য্যা শচীক হৰণ কৰিও হয়তো তই জীৱন ধাৰণ কৰি থাকিব পাৰিবি, কিন্তু মোক অপহৰণ কৰি, অমৃত পান কৰিলেও তোৰ ৰক্ষা নাই।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত অষ্টচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# একোনপঞ্চাশ সৰ্গ

## সীতা-হৰণ।

১। সীতাৰ কথাশুনি প্ৰতাপী দশগ্ৰীৱে হাতত চাপৰ মাৰি তেওঁৰ শৰীৰটো বৃহৎ আকাৰ কৰি বঢ়াই তুলিলে।

২। তাৰ পিচত ( বৃহদাকাৰ সেই শৰীৰ ধাৰণ কৰি ) বাকপটু ৰাৱণে মৈথিলীক সম্বোধন কৰি পুনঃ কবলৈ ধৰিলে, "মই বুজিলোঁ। তোমাৰ উন্মত্ততা হেতু মোৰ বীৰ্য্য আৰু পৰাক্ৰমৰ কথা তোমাৰ কাণত সোমোৱা নাই।

৩। সীতা, মই আকাশত থিয়দি দুই হাতেৰে পৃথিৱীখন দাঙি নিব পাৰোঁ। সমুদ্ৰৰ জলৰাশি পি শেষ কৰিব পাৰোঁ আৰু যুদ্ধক্ষেত্ৰত উপস্থিত হৈ সাক্ষাৎ মৃত্যুকো বিনাশ কৰিব পাৰোঁ।

৪। হে উন্মত্তে মই ইচ্ছানুৰূপ ৰূপ ধাৰণ কৰি তীক্ষ্ণ শৰজালৰ দ্বাৰা সূৰ্য্যকো অৰ্দ্ধখিত কৰিব পাৰোঁ, পৃথিৱীক খণ্ড বিখণ্ড কৰিব পাৰোঁ, তথাপি যদি তোমাৰ বিশ্বাস নহয় কামৰূপী মোৰ এই আকৃতি চাই লোৱা।"

৫-৭। এই বুলি কোৱাৰ লগে লগে ৰাৱণ খঙতে জ্বলি উঠিল, ৰাৱণৰ শ্যামল প্ৰান্ত চকু দুটা জুইৰ দৰে জ্বলি ৰঙাহৈ পৰিল আৰু তত্তালিকে সন্ন্যাসীৰ সৌম্যৰূপ পৰিত্যাগ কৰি কুবেৰানুজ ৰাৱণে কালান্তক যমসম তেওঁৰ নিজ উগ্ৰমূৰ্ত্তি ধাৰণ কৰিলে। উজ্জ্বল সোণৰ কুণ্ডল পৰিধানকাৰী শ্ৰীসম্পন্ন নিশাচৰ দশাননে অতিশয় ক্ৰোধত অধীৰহৈ চকু ৰঙা কৰি নীলমেঘ সদৃশ ৰূপেৰে তাত থিয় দিলে।

৮-১০। ৰক্তবস্ত্ৰ পৰিহিত ৰাক্ষসাধিপতি ৰাৱণে পৰিব্ৰাজকৰ ছদ্মবেশ পৰিত্যাগ কৰি নিজ ৰূপ লৈ বস্ত্ৰাভৰণ শোভিতা কৃষ্ণকেশ সমন্বিতা সূৰ্য্যপ্ৰভাসদৃশী মিথিলাৰ ৰাজকন্যা শ্ৰীৰূপ স্বৰূপা সীতাৰ পিনে লক্ষ্য কৰি কবলৈ ধৰিলে।

১১। "হে বৰাৰোহে, তিনিও জগতৰ ভিতৰত বিজন প্ৰখ্যাত সেই জনকেই যদি তুমি তোমাৰ পতিৰূপে পাবলৈ বিচাৰা, তেন্তে তুমি মোক আশ্ৰয় কৰা,ময়ে তোমাৰ উপযুক্ত স্বামী।

১২। মইহে তোমাৰ একমাত্ৰ প্ৰশংসনীয় স্বামী, এতেকে তুমি মোক চিৰকাললৈ ভজা, মই কোনো দিনে তোমাৰ কোনো অপ্ৰিয় কৰ্ম্ম নকৰোঁ।

১৩। তুমি তোমাৰ মনুষ্যপতি ৰামৰ ভাব এৰি সেই অনুৰাগৰ ভাব মোত সমৰ্পণ কৰা। ৰাম ৰাজ্যচ্যুত, অল্পায়ু আৰু সকলো প্ৰকাৰে অকৃতকাৰ্য্য।

১৪-১৭। হে পণ্ডিতাভিমানিনী মূঢ়ে, কি কাৰণত তুমি ৰামত আসক্তাহৈ আছা? এজনী তিৰোতাৰ কথাতে তেওঁ সুহৃদজন আৰু ৰাজ্যভাৰ পৰিত্যাগ কৰি মতিহন্ন হৈ হিংস্ৰ জন্তুৰে

পৰিপূৰ্ণ এই বনত বাস লৈছেহি। কামান্ধ দুৰাত্মা ৰাক্ষসে এইদৰে কৈ আকাশত বুধগ্ৰহে* ৰোহিণী নক্ষত্ৰক আক্ৰমণ কৰাৰ নিচিনাকৈ মধুৰ সম্ভাষনাৰে মধুৰভাষিণী মৈথিলীৰ ওচৰ চাপি বাওঁহাতেৰে কমলালোচনা সীতাৰ কেশপাশত আৰু সোঁহাতেৰে উৰুযুগলত ধৰি সীতাক তুলি ললে।

১৮। সেই সময়ত পৰ্ব্বতশৃঙ্গতুল্য কালান্তক যমসম তীক্ষ্ণদংষ্ট্ৰ মহাভুজ ৰাৱণৰ ৰূপ দেখি বনদেৱতাসকলে ভয়তে চাৰিওফালে লৰি পলাবলৈ ধৰিলে।

১৯। এনেতে গৰ্দ্দভযুক্ত ভীষণ শব্দকাৰী ৰাৱণৰ সোণৰ চকালগোৱা দিব্য মায়াময় মহাৰথখন আহি তাত উপস্থিত হল হি।

২০। তেতিয়া ৰাৱণে ভীষণস্বৰে তীব্ৰবাক্যে সীতাক তৰ্জ্জন গৰ্জ্জন কৰি কোলাত তুলি ৰথত আৰোহণ কৰিলে।

২১। ৰাৱণৰ দ্বাৰা ধৰ্ষিতা যশস্বিনী সীতাদেৱীয়ে দুখতে অভিভূতা হৈ দূৰৈত থকা ৰামক উদ্দেশ্য কৰি "হা ৰাম হা ৰাম" বুলি আৰ্ত্তনাদ কৰিবলৈ ধৰিলে।

২২। কামাৰ্ত্ত ৰাৱণে তেওঁৰ হাতৰপৰা উদ্ধাৰ পাবলৈ চেষ্টা কৰি চটফটাই থকা পন্নগ ৰাজৰ ভাৰ্য্যাসদৃশ কামনাহীন সীতাক লৈ ওপৰলৈ উঠিল।

২৩। ৰাৱণে এইদৰে লৈ আকাশ পথেদি গৈ থাকোতে সীতাদেৱীয়ে ঘোৰ শোকাতুৰ জনৰ দৰে চিঞৰি চিঞৰি কবলৈ ধৰিলে।

২৪। "হে মহাবাহু লক্ষ্মণ, তুমি সততে গুৰুজনৰ চিত্তপ্ৰসাদক কিন্তু কামৰূপী এই ৰাক্ষসে মোক হৰণ কৰি নিয়াতো তুমি কিয় পৰা নাই।

২৫। হে ৰাঘৱ, অকল ধৰ্ম্মৰ কাৰণেই আপুনি জীৱন, ধন, সুখ সকলোকে পৰিত্যাগ কৰিলে, অথচ অধৰ্ম্মচাৰী এই ৰাক্ষসে মোক এইদৰে হৰণ কৰি নিবলৈ ধৰিছে, আপুনি তাক দেখা নাই।

২৬। হে পৰন্তপ, আপুনি দুৰ্ব্বৃত্তজনৰ দমনকাৰী হৈও এতাদৃশ পাপিষ্ঠ ৰাৱণক শাসন কৰা নাই কিয়?

২৭। তেনেহলে কি এইটোৱে ঠিক যে কালপ্ৰাপ্ত হলেহে শস্যই যিদৰে পৰিপক্কতা লাভ কৰে দুৰ্ব্বৃত্তজনৰো কামৰ ফল সেইদৰে উপযুক্ত সময়তহে পৰিলক্ষিত হয়।

২৮। ৰাক্ষস, ঘোৰ কালে তোৰ চৈতন্য বিলুপ্ত কৰিছে আৰু সেয়েহে তই তোৰ জীৱনান্তকৰ ঘোৰ এই কাম কৰিছ, নিশ্চয়কৈ জানিবি ৰামৰ হাতত তই ভীষণ বিপদৰ সন্মুখীন হবি।

২৯। আঃ কি দুখ! বন্ধুবৰ্গৰে সৈতে কৈকেয়ীৰ মনোবাঞ্ছা আজিহে পূৰ্ণ হল, যিহেতু সততে ধৰ্ম্মাকাঙ্ক্ষী যশস্বী ৰামৰ ধৰ্ম্মপত্নী হৈয়ো মই আজি এইদৰে অপহৃতা হলোঁ।

৩০। হে জনস্থান, হে কুসুমিত কৰ্ণিকাৰ তৰু, মই তোমালোকৰপৰা বিদায় লৈছোঁ; তোমালোকে বেগেতে ৰামক কবা যে ৰাৱণে সীতাক হৰি নিছে।

---

* এইটো এটা নপটা ঘটনাৰ উপমা, বুধ ৰোহিণীৰ পুত্ৰ। এতেকে বুধে কামাৰ্ত্ত হৈ তেওঁৰ মাতা ৰোহিণীক আক্ৰমণ কৰিলে যেনে ধৰণৰ অশুভ ঘটনাৰ সৃষ্টি হব পাৰে, জগন্মাতা সীতা দেৱীৰ ওপৰত ৰাৱণৰ আক্ৰমণো অনুৰূপ।—টীকাকাৰ।

৩১। হাঁহ-সৰাজিৰ ৰবে মুখৰিত গোদাবৰী নৈক অভিবাদন জনাইছো, তুমিয়ে ৰামক জনাব ৰাৱণে সীতাক হৰণ কৰি নিছে।

৩২। এই বনৰ বিবিধ গছক আশ্ৰয় কৰি যিসকল বনদেৱতা ইয়াত আছে, তেওঁলোকৰ সকলোকে মই নমস্কাৰ জনাইছো, মোৰ হৰণ কাহিনী স্বামীৰ ওচৰত নিবেদন কৰিব।

৩৩-৩৪। পশুপক্ষীকে আদি কৰি নানাতৰহৰ যিবোৰ প্ৰাণী ইয়াত আছে, সকলোৰে ওচৰত শৰণ পশিছোঁ, তোমালোক সকলোৱে ৰামক কবা, অসহায় অৱস্থাত তেওঁৰ প্ৰাণতকৈয়ো প্ৰিয়া ভাৰ্য্যাক ৰাৱণে হৰণ কৰি নিছে।

৩৫। মহাবলশালী মহাবাহু ৰামে এইসকলো কথা যেতিয়া জানিব স্বয়ং যমৰাজেও যদি মোক হৰণ কৰি নিয়ে, সিপুৰীৰ পৰা হলেও তেওঁ মোক উদ্ধাৰ কৰি আনিব।”

৩৬। শোকাভিভূতা হৈ এইদৰে করুণস্বৰে বিলাপ কৰি থাকোতে বিশালাক্ষী সীতাদেবীয়ে গছৰ ওপৰত থকা শগুণ এটা দেখা পালে।

৩৭। ৰাৱণৰ কবলত পৰা নিতম্বিনী ভয় বিহ্বলা সীতাদেবীয়ে সেই পক্ষীৰ পিনে চাই ভয়ত কাতৰ হৈ দুখপূৰ্ণবাক্যে কান্দি কান্দি কবলৈ ধৰিলে,

৩৮। “আৰ্য্য জটায়ু, আপুনি চাওক পাপকৰ্ম্মা এই ৰাক্ষসৰাজে নিৰ্দ্দয়ভাবে অনাথাৰ দৰে মোক কেনেকৈ হৰণ কৰি নিবলৈ ধৰিছে।

৩৯। মই জানো আপুনি নিষ্ঠুৰ এই নিশাচৰৰ প্ৰতিৰোধ কৰিব নোৱাৰে, ই অদ্ভুত বলশালী, বিজয়গৌৰবে গৰ্ব্বিত, আৰু অস্ত্ৰশস্ত্ৰেৰে সুসজ্জিত।

৪০। কিন্তু মোৰ হৰণৰ বিষয়ে সকলো বিবৰণ আপুনি যথাযথভাৱে ৰাম আৰু লক্ষ্মণক জনাব।”

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত উনপঞ্চাশ সৰ্গ সমাপ্ত ॥**

# পঞ্চাশ সৰ্গ

## ৰাৱণৰ প্ৰতি জটায়ুৰ ভৎসনা

১। টোপনিত* কলমতিয়াই থকা জটায়ুৱে সীতাৰ সেই শব্দ শুনি চকুমেলি চাই ৰাৱণ আৰু তেওঁৰ লগত বৈদেহীক দেখা পালে।

২। তীক্ষ্ণ চোকা ঠোঁটৰ পৰ্ব্বতশৃঙ্গসদৃশ খগশ্ৰেষ্ঠ সুবৃহৎ শ্ৰীমান জটায়ুৱে ৰাবণক সম্বোধন কৰি শুভবাক্যে কবলৈ ধৰিলে,

৩—৭। "দশগ্ৰীব, মই সত্যপ্ৰতিজ্ঞ, চিৰাচৰিত ধৰ্ম্মপৰায়ণ মহাবলশালী গৃধ্ৰৰাজ জটায়ু, ভাই ৰাৱণ, তুমি এই সময়ত এনে গৰ্হিত কামত লিপ্ত হোৱাটো উচিত হোৱা নাই, মহেন্দ্ৰ আৰু বৰুণ সম দশৰথতনয় ৰাম সকলো লোকৰ ৰজা স্বৰূপ আৰু তেওঁ সকলো প্ৰাণীৰ হিত সাধনত ৰত, তুমি যাক হৰণ কৰি নিব খুজিছা তেওঁ লোকনাথ সেই ৰামৰ ধৰ্ম্মপত্নী, নাৰী শ্ৰেষ্ঠা যশস্বিনী সীতা নামে খ্যাত। তুমি ৰজা, এতেকে ধৰ্ম্মত অধিষ্ঠিত হৈ পৰস্ত্ৰীৰ গাত হাত দিছা কেনেকৈ? হে মহাবলী ৰাৱণ, ৰাজপত্নী বিশেষত সৰ্ব্বতোভাবে ৰক্ষণীয়া, এতেকে পৰদাৰাপহৰণৰূপ এই নীচ কামৰ পৰা তুমি নিবৃত্ত হোৱা।

৮। যি কাম কৰিলে আনে বেয়া বোলে ধীৰপুৰুষে তেনে কাম নকৰে, মানুহে আন পুৰুষৰ সংস্পৰ্শৰ পৰা নিজৰ স্ত্ৰীক যিদৰে ৰক্ষা কৰে, আনৰ স্ত্ৰীকো তেনেদৰে ৰক্ষা কৰা উচিত।

৯। হে পৌলস্ত্যনন্দন, শাস্ত্ৰত উল্লেখ কৰা নাথাকিলেও শিষ্টজনে ধৰ্ম্ম, অৰ্থ আৰু কাম বিষয়ক বহুত কথাত ৰজাকে আদৰ্শ বুলি মানি চলে।

১০। ৰজা ধৰ্ম্ম কাম আৰু সকলো উৎকৃষ্ট বস্তুৰে আধাৰস্বৰূপ, এতেকে ৰজা ধৰ্ম্ম অথবা শুভ বা অশুভ সকলো কামৰে মূল।

১১। হে ৰাক্ষসপ্ৰবৰ, তুমি পাপস্বভাব আৰু চঞ্চলমতি, এতেকে কুকৰ্ম্মৰত মানুহে দেৱযান লাভ কৰাৰ নিচিনাকৈ তুমি যে এই অতুল ঐশ্বৰ্য্যৰ অধিকাৰী হৈছা এয়ে আশ্চৰ্য্যৰ বিষয়।

১২। দেখা যায় যে স্বেচ্ছাচাৰীজনে নিজৰ স্বভাব এৰিব নোৱাৰে, কিন্তু সেই বুলি এইটোও ঠিক যে দুৰাত্মাৰ ঘৰত পৰম পূজনীয় পুণ্যধনো বহুদিনলৈ বসতি কৰি নাথাকে।

১৩। হে ৰাৱণ, মহাবলশালী ধৰ্ম্মাত্মা ৰামে তোমাৰ দেশত বা নগৰত কোনো দিনে তোমাৰ কোনো অপৰাধ কৰা নাই, তেনেস্থলত তুমি দ্ৰোহ আচৰণ কৰিছা কিয়?

১৪—১৫। যদিহে অক্লান্তকৰ্ম্মী ৰামে শূৰ্পণখাৰ কাৰণে জনস্থান নিবাসী দুৰ্ব্বৃত্ত খৰক বধ কৰিছে, তেন্তে সকলো কথা যথাযথভাবে বিচাৰ কৰি চাই কোৱা তাত ৰামৰ কি দোষ? এতিয়া পুনঃ তুমি সেই ৰামৰে ভাৰ্য্যাক হৰণ কৰি লৈ যাবলৈ ধৰিছা!

* দুপৰীয়া খাই বৈ উঠাৰ পিচত অহা টোপনি—টীকাকাৰ।

১৬। তুমি বেগেতে বৈদেহীক এৰি দিয়া, যাতে বৃত্ৰাসুৰৰ প্ৰতি ইন্দ্ৰপ্ৰযুক্ত বজ্ৰৰ দহনশক্তিসম্পন্ন ৰামৰ সেই দৃষ্টিপথত পৰি তুমি ভস্মীভূত নোহোৱা।

১৭। তুমি ভয়ঙ্কৰ বিষাল কাল সাপক কাপোৰৰ আঁচোলেৰে বান্ধি লৈ তাৰ পৰিণাম বুজিব পাৰা নাই, আনকি তোমাৰ ডিঙিত কালপাশৰ যি মেৰ লগাইছা আকো দেখা নাই।

১৮। হে সৌম্য, প্ৰাণীসমূহে তেনে ভাৰহে বহন কৰা উচিত যাৰপৰা শৰীৰত কোনো অৱসাদ নাহে, আৰু তেনেবধিৰ খাদ্যহে খোৱা উচিত, যি সহজে জীৰ্ণ যায় আৰু যাৰ পৰা শৰীৰত কোনো ৰোগৰ উৎপত্তি নহয়।

১৯। যি কামৰপৰা ধৰ্ম্ম, কীৰ্ত্তি অথবা যশস্যা লাভ নহয়, অধিকন্তু যাৰ পৰা শৰীৰত কেৱল দুখৰ হে উৎপত্তি হয়, কোন বিজ্ঞজনে তেনে কাম কৰিবলৈ আগবাঢ়ে?

২০। হে ৰাৱণ, ওপজা কালৰ পৰা এতিয়ালৈ মোৰ ষাঠিহেজাৰ বছৰ হল আৰু তেতিয়াৰে পৰা মই মোৰ পিতৃপিতামহৰ ৰাজ্য যথাযথভাবে শাসন কৰি আহিছোঁ।

২১। এতিয়া মই বৃদ্ধ আৰু তুমি যুৱা তোমাৰ ৰথ, কবচ আৰু শৰ লগতে আছে; তথাপি মই ইযাত থাকোতে তুমি বৈদেহীক লৈ কুশলে যাব নোৱাৰিবা।

২২। বেদবাণী যিদৰে ন্যায়শাস্ত্ৰৰ হেতুবাদৰ দ্বাৰা খণ্ডনীয় নহয়, সেইদৰে মোৰ চকুৰ আগতে তুমি বৈদেহীক হৰণ কৰি নিব নোৱাৰিবা।

২৩। হে ৰাৱণ, যদিহে প্ৰকৃততে তুমি বীৰ তেন্তে মোৰ লগত যুদ্ধ দিয়া, তুমি অলপ সময় অপেক্ষা কৰা, পূৰ্ব্বতে খৰ যিদৰে নিহত হৈছিল তুমিও সেইদৰে প্ৰাণবায়ু পৰিত্যাগ কৰি মাটিত শুই পৰিবা।

২৪। যি ৰামে বহুবাৰ যুদ্ধক্ষেত্ৰত দৈত্যদানৱক বধ কৰিছিল সেই ৰামেই চীৰবস্ত্ৰ ধাৰণ কৰি যুদ্ধত তোমাক বিনাশ কৰিব।

২৫। অৱশ্যে নৃপাত্মজ ৰাম আৰু লক্ষ্মণ এতিয়া দূৰৈত, গতিকে মইয়ে বা কি কৰিব পাৰোঁ? তোমাৰ আচৰণ অতি নীচ, অচিৰে ৰামৰ পৰা সন্ত্ৰস্ত হৈ তুমি বিনষ্ট হবা তাত কোনো সংশয় নাই।

২৬। তথাপি মই জীয়াই থাকোতে পৰম পবিত্ৰা ৰামৰ প্ৰিয়া মহিষী কমলপত্ৰাক্ষী সীতাক এইদৰে লৈ যাব নোৱাৰা।

২৭। মই জীৱন বিসৰ্জ্জন দিও মহাত্মা ৰাম আৰু তথা ৰজা দশৰথৰ প্ৰিয় কাৰ্য্য সাধন কৰিমেই কৰিম।

২৮। হে দশগ্ৰীৱ ৰাৱণ ৰ, ৰ, ঠাবিৰপৰা সৰিপৰা ফলৰ নিচিনাকৈ, এতিয়াই তই তোৰ উৎকৃষ্ট ৰথৰ পৰা বাগৰি পৰিবি। হেৰ নিশাচৰ মোৰ প্ৰাণ থাকে মানে যুজইহে তোৰ আতিথ্যসৎকাৰ।”

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত পঞ্চাশ সৰ্গ সমাপ্ত ॥

# একপঞ্চাশ সৰ্গ

## ৰাৱণৰ হাতত জটায়ুৰ পৰাভৱ

১। খগৰাজ জটায়ুৱে এইদৰে কোৱাত বিশুদ্ধ সুবৰ্ণ কুণ্ডলধাৰী ৰাক্ষসৰাজ ৰাৱণে খঙতে চকু দুটা তামৰ নিচিনা ৰঙা কৰি তেওঁৰ ফালে খেদি গ'ল।

২—৩ তেতিয়া আকাশত প্ৰবল বায়ুৰ দ্বাৰা সঞ্চালিত দুচটা মেঘৰ দৰে ৰাৱণ আৰু পক্ষীৰাজৰ ভিতৰত এখন তুমুল সংগ্ৰাম আৰম্ভ হল। গৃধ্ৰ আৰু ৰাক্ষসৰ ভিতৰত যি যুজ আৰম্ভ হল সেই যুজ পক্ষযুক্ত দুই মাল্যবান পৰ্ব্বতৰ ভিতৰত হোৱা যুঁজৰ নিচিনা হৈ পৰিল।*

৪। তাৰ পিচত ৰাৱণে মহাঘোৰ নালীক, নাৰাচ, বিকৰ্ণি আদি তীক্ষ্ণাগ্ৰ শৰসমূহ মহাবলশালী গৃধ্ৰ ৰাজৰ ওপৰত নিক্ষেপ কৰিবলৈ ধৰিলে।

৫-৬। মহাবলশালী পক্ষীৰাজ গৃধ্ৰ জটায়ুৱে যুদ্ধত ৰাৱণে নিক্ষেপ কৰা সকলো শৰ গ্ৰহণ কৰি তেওঁৰ তীক্ষ্ণ নখ আৰু ভৰিৰে ৰাৱণৰ শৰীৰ নানাপ্ৰকাৰে ক্ষত বিক্ষত কৰিলে।

৭। তেতিয়া দশগ্ৰীৱ ক্ৰুদ্ধ হৈ শত্ৰুক বিনাশ কৰিবলৈ বুলি মৃত্যুদণ্ড-সদৃশ ঘোৰমূৰ্ত্তি দহপাত শৰ তুলি ললে।

৮। অতিশয় তীক্ষ্ণ ধাৰাল পোন শলাকাবিশিষ্ট সেই বাণসমূহ মহাবীৰ্য্যশালী ৰাৱণে পূৰ্ণবেগে নিক্ষেপ কৰি জটায়ুৰ শৰীৰ ভেদ কৰিলে।

৯-১০। এনে স্থলতো জটায়ুৱে জানকীক অশ্ৰুপূৰ্ণনেত্ৰে ৰাক্ষসৰ ৰথত থকা দেখি শৰজালৰ প্ৰতি লক্ষ্য নকৰি ৰাক্ষসৰ ওচৰলৈ খেদি গল আৰু ঠেং দুখনেৰে শৰে সৈতে মুক্তামণি বিভূষিত ৰাৱণৰ ধনুখন ভাঙি দিলে।

১১। এনে অৱস্থাত ৰাৱণে খঙতে বিবেক শূন্য হৈ আন এখন ধনু লৈ শই শই হাজাৰে হাজাৰে শৰবৃষ্টি কৰিবলৈ ধৰিলে।

১২। এইদৰে শৰসমূহৰ দ্বাৰা আবৃত হৈ খগৰাজ জটায়ু বাহৰ ভিতৰত থকা পক্ষীৰ নিচিনা ৰূপ ধাৰণ কৰিলে।

১৩-১৪। মহাতেজস্বী জটায়ুৱে তেওঁৰ পাখী দুখনৰ বলেৰে এই শৰজালো আঁতৰাই পুনঃ ভৰিদুখনেৰে ৰাৱণৰ আন এখন মহদ্ধনু ভাঙি দিলে আৰু লগতে তেওঁৰ পাখি দুখনেৰে অগ্নিসম দীপ্তিমান কৱচো ছিন্ন ভিন্ন কৰিলে। সুবৰ্ণ নিৰ্ম্মিত বুকুঢাকনিৰে পিশাচ বদন যি কেইটা গাধ ৰথত সংযুক্ত আছিল যুদ্ধত বলী জটায়ুৱে সিহঁতকো নিপাতিত কৰিলে আৰু লগে লগে পূৰ্ণচন্দ্ৰ-সম ছত্ৰ চামৰ আৰু সেইবোৰ ধাৰণ কৰি থকা ৰাক্ষসগণ, মণিময় সোপান আৰু খুঁৰলি

---

* দুই মাল্যবান পৰ্ব্বতৰ ভিতৰত এখন দণ্ডকাৰণ্যত থকা আৰু আনখন মেৰু পৰ্ব্বতৰ ওচৰত থকা অথবা দুয়োখন কাল্পনিক। কেৱল উপমা বুজাবলৈ পক্ষযুক্ত মাল্যবান পৰ্ব্বত বুলি উল্লেখ কৰা হৈছে।

নগোৰা বিচিত্ৰ মহাৰথখনো চুৰমাৰ কৰিলে আৰু ঠোঁটৰ কোবত মহাবলশালী পক্ষীৰাজে সাৰথিৰ প্ৰকাণ্ড মূৰটো বিচ্ছিন্ন কৰিলে।

১৯। এইদৰে ধনু, ৰথ, অশ্ব, আৰু সাৰথি ভগ্ন আৰু নিহত হোৱাত ৰাৱণে বৈদেহীক কোলাত লৈ মাটিলৈ নামিল, ৰথ ভগাত ৰাৱণ মাটিত পৰা দেখি চাৰিও ফালৰ পৰা প্ৰাণী সমূহে 'সাধু' 'সাধু' বুলি গৃধ্ৰৰাজক প্ৰশংসা কৰিবলৈ ধৰিলে।

২০-২৩। এনে অৱস্থাত ৰাৱণে বাৰ্দ্ধক্য বশতঃ খগাধিপতি জটায়ুক পৰিশ্ৰান্ত হোৱা দেখি মৈথিলীকলৈ হৃষ্টচিত্তে পুন আকাশলৈ লাফ দিলে। যুদ্ধৰ সকলো সামগ্ৰী নষ্ট হোৱাতো শেষ অস্ত্ৰ খড়্গকে অৱলম্বন কৰি হৃষ্টচিত্তে জানকীক লৈ যাব ধৰা দেখি মহাতেজস্বী গৃধ্ৰৰাজ জটায়ুৱে ৰাৱণলৈ খেদি গ'ল আৰু তেওঁৰ পথ অৱৰোধ কৰি কবলৈ ধৰিলে।

২৪। "হেৰ অল্পবুদ্ধি ৰাৱণ, যি ৰামৰ শৰ বজ্ৰসম কঠিন তই সেই ৰামৰ ভাৰ্য্যাক হৰণ কৰি নিব ধৰিছ, ই কেৱল তোৰ ৰাক্ষস কুলৰ ধ্বংসৰ কাৰণেহে।

২৫। তৃষ্ণাৰ্ত্তজনে বিষ মিশ্ৰিত পানী পান কৰাৰ নিচিনাকৈ এই কামৰ দ্বাৰা, তই তোৰ মিত্ৰ, বন্ধু, অমাত্য, সৈন্যদল আৰু পৰিষদবৰ্গে সৈতে বিষ হে পান কৰিলি।

২৬। মূৰ্খই কৰ্ম্মৰ ফল নাজানি যিদৰে শীঘ্ৰে বিনাশ প্ৰাপ্ত হয়, তয়ো সেইদৰে বিনষ্ট হবি।

২৭। মৎস্যবিদ্ধি দিয়া বৰশীৰ টোপ গিলি মাছ যিদৰে পলাই সাৰিব নোৱাৰে, তয়ো সেইদৰে কালপাশত বান্ধ খালি, এতিয়া তই পলাই সাৰিবি ক'ত?

২৮। কাকুৎস্থ ৰাঘৱ দুজনাক পৰাভৱ কৰোঁতা কোনো নাই, আশ্ৰমৰ প্ৰতি তোৰ এই অৱমাননা তেওঁলোকে কেতিয়াও সহ্য নকৰে।

২৯। ভীৰুৰ নিচিনাকৈ লোক বিগৰ্হিত যি কাম তই কৰিলি, এইটো চোৰৰহে কাৰ্য্য, বীৰপুৰুষৰ নহয়।

৩০। হেৰ ৰাৱণ, যদি প্ৰকৃততে তই বীৰ, তেনেহলে মোৰ লগত যুদ্ধ দে। অলপ সময়ৰ ভিতৰতে তোৰ ভায়েৰ খৰৰ দৰে তয়ো এতিয়াই মাটিত শুই পৰিবি।

৩১। মৃত্যুকাল উপস্থিত হলে মানুহে যি কাম কৰে, তয়ো তোৰ মৃত্যুৰ কাৰণে তেনে অধৰ্ম্ম কাম হাতত লৈছ।

৩২। যি কাৰ্য্যৰ ফল অকল পাপ কোন, পুৰুষে তেনে কাম কৰিবলৈ আগবাঢ়ে; লোকাধিপতি ইন্দ্ৰাদি দেৱতাগণ অথবা স্বয়ম্ভু ভগবানেও তেনে কামত হাত নিদিয়ে।*"

৩৩-৩৫। বীৰ্য্যবান জটায়ুৱে ৰাৱণক উদ্দেশ্য কৰি এইদৰে হিত বাক্য কৈ তাৰ পিঠিতে জাপ দি পৰিল। আৰু মাউতে দুষ্ট হাতীৰ ওপৰত উঠি অঙ্কুশেৰে তাক বিদীৰ্ণ কৰাৰ নিচিনাকৈ তাৰ পিঠিত নখ বহুৱাই ঠোঁটেৰে তাৰ পিঠি চিৰাচিৰ কৰিলে আৰু নখ পাখি আৰু মুখকে অস্ত্ৰৰূপে ব্যৱহাৰ কৰি ৰাৱণৰ চুলিবোৰ উভালি পেলালে।

* ভগবানে নিজ কৰ্ম্মফল কৰ্ত্তন কৰিব পাৰিলেও এনে পাপপূৰ্ণ কামত হাত নিদিয়ে। হাত দিলে তেওঁলোকৰ কাৰণেও তাৰ ফল অৱশ্যম্ভাৱী।

৩৬। গৃধ্ৰৰাজ জটায়ুৱে এইদৰে বাৰে বাৰে আক্ৰমণ কৰি দুখ দিয়াৰ কাৰণে খঙতে ৰাৱণৰ ওঠ আৰু শৰীৰ কঁপিবলৈ ধৰিলে।

৩৭। ৰাৱণে বাওঁ কাষে বৈদেহীক সাবট মাৰি ধৰি ক্ৰোধতে অজ্ঞান হৈ হাতৰ তলুৱাৰেই জটায়ুক প্ৰহাৰ কৰিবলৈ ধৰিলে।

৩৮। খগাধিপ অৰিন্দম জটায়ুৱে সেই আক্ৰমণ এড়াই ঠোঁটেৰে ৰাৱণৰ বাওঁফালৰ হাত দহখন বিচ্ছিন্ন কৰিলে।

৩৯। হাত এইদৰে বিচ্ছিন্ন হোৱাতো উইৰ হাফলুৰপৰা বিষধৰ সৰ্পসমূহ ওলাই অহাৰ দৰে ৰাৱণৰ শৰীৰৰপৰাও দহখন হাত পুন ওলাই আহিল।

৪০। এনে অৱস্থাত বীৰ্য্যবান্ ৰাৱণে খঙতে সীতাক এৰি হাতৰ মুঠি আৰু ভৰিৰে খগৰাজৰ ওপৰত প্ৰহাৰ কৰিলে।

৪১। তেতিয়া অতুল বীৰ্য্যশালী ৰাক্ষসাধিপতি ৰাৱণ আৰু খগাধিপতি জটায়ুৰ ভিতৰত ভীষণ সংগ্ৰাম হল।

৪২। সেই সংগ্ৰামত ৰামৰ কাৰণে পৰাক্ৰম দেখুৱাই থাকোতে ৰাৱণে খড্গ উত্তোলন কৰি পক্ষীৰাজৰ পক্ষ, পাদ আৰু দুই ফাল বিচ্ছিন্ন কৰিলে।

৪৩। ৰুদ্ৰকৰ্ম্মা ৰাৱণে হঠাতে তেওঁৰ পক্ষচ্ছেদ কৰি দিয়াত কলাধাতুমাত্ৰলৈ মহাগৃধ্ৰ মাটিত বাগৰি পৰিল।

৪৪। বৈদেহীয়ে ৰক্তাক্তকলেৱৰ জটায়ুক এইদৰে পৰিযোৱা দেখি মনৰ দুখতে নিজ আত্মীয়জনৰ ওচৰ চপাৰ দৰে তেওঁৰ ওচৰলৈ লৰি গ'ল।

৪৫। লঙ্কাধিপতি ৰাৱণে দেখিলে যে নীলমেঘসদৃশ শুভ্ৰ বক্ষবিশিষ্ট মহাবীৰ্যশালী জটায়ু নিৰ্ব্বাপিত দাবাগ্নিসদৃশ মাটিত পৰি আছে।

৪৬। ৰাৱণৰ বলপ্ৰভাৱত নিপীড়িত পক্ষীৰাজ জটায়ুক মাটিত পৰি থকা দেখি চন্দ্ৰবদনা জানকীয়ে আকৌ এবাৰ তেওঁক সাবট মাৰি ধৰি বিলাপ কৰিবলৈ ধৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একপঞ্চাশ সৰ্গ সমাপ্ত ॥

# দ্বিপঞ্চাশ সৰ্গ

## সীতাক লৈ ৰাৱণৰ লঙ্কাভিমুখে যাত্ৰা

১। গৃধ্ৰৰাজ জটায়ু ৰাৱণৰ হাতত নিহত হোৱা দেখি চন্দ্ৰবদনা বৈদেহীয়ে অতিশয় দুখত অভিভূতা হৈ বিলাপ কৰি কবলৈ ধৰিলে,

২। "ৰাম, সুখদুখৰ সময়ত মানুহে কিছুমান শাৰীৰিক লক্ষণ দেখা পায় আৰু সপোনত চৰাইৰ মাতো শুনে।

৩। মোৰ এই বিপদৰ সময়ত পশুপক্ষীবোৰেও নিশ্চয় আপোনাৰ ওচৰত দৌৰাদৌৰি কৰিছে, কিন্তু তথাপি আপুনি আপোনাৰ এই ঘোৰ বিপদৰ কথা গম নোপোৱাকৈ আছে!

৪। হে ৰাম, এই পক্ষীগোটে মোক ৰক্ষা কৰিবলৈ আহি দুৰ্ভাগ্যবশতঃ নিহত হৈ এতিয়া মাটিত শুই আছে।

৫। হে কাকুৎস্থ ৰাম, হে লক্ষ্মণ মোক ৰক্ষা কৰা।' নাৰীশ্ৰেষ্ঠা বৈদেহীয়ে ভয়তে বিহ্বল হৈ এইদৰে চিঞৰিবলৈ ধৰিলে আৰু ওচৰত থকা সকলোৱে তেওঁৰ ক্ৰন্দনধ্বনি শুনিবলৈ পালে।

৬। পৰিশুদ্ধ মাল্য আৰু আভৰণাদিৰে ভূষিতা সীতাদেবীয়ে অনাথাৰ দৰে এইদৰে বিলাপ কৰি থাকোতে ৰাক্ষসাধিপতি ৰাৱণে তেওঁৰ ওচৰলৈ খেদি গল।

৭-৮। তেতিয়া জানকীয়ে লতাৰ দৰে ইডাল গছৰপৰা সিডাল গছত আশ্ৰয় লোৱাৰ চেষ্টা কৰি থাকোতে ৰাৱণে খেদি গৈ তেওঁক ধৰাত সীতাই "এৰ এৰ" বুলি চিঞৰ ধৰিলে, এইদৰে বহুবাৰ চিঞৰি "ৰাম ৰাম" বুলি বিলাপ কৰি থাকোতেই ৰামলক্ষ্মণশূন্য সেই বিজন বনত নিজৰ মৰণ চমুচপাবলৈকে ৰাৱণে, যমে ধৰাৰ নিচিনাকৈ সীতাৰ কেশপাশত খামোচ মাৰি ধৰিলে।

৯। সীতাক এইদৰে স্পৰ্শকৰি অপমানিত কৰা দেখি চৰাচৰ সমগ্ৰজগত অপমানিত হোৱা যেন হৈ নিজ নিজ প্ৰকৃতি পৰিত্যাগ কৰিলে* আৰু গোটেই জগত ঘোৰ অন্ধকাৰে আবৃত হোৱাৰ নিচিনা হল।

১০-১২। সেই সময়ত বতাহৰ চলাচল বন্ধ হল আৰু দিবাকৰ সূৰ্য্যও নিষ্প্ৰভ হল। তেতিয়া দেৱাদিদেৱ শ্ৰীসম্পন্ন পিতামহ ব্ৰহ্মাই দিব্যচক্ষুৰে সীতাক এইদৰে ধৰ্ষিতা হোৱা দেখি কাৰ্য্যসিদ্ধি হল বুলি ক'লে। আনপিনে দণ্ডকাৰণ্যবাসী মহৰ্ষিসকলেও প্ৰথমতে দুখিত হৈ ৰাৱণৰ বিনাশ হেলাৰঙে সাধিত হব জানি পিচত আনন্দিত হল।

১৩। 'হা ৰাম' 'হা লক্ষ্মণ' বুলি চিঞৰি থাকোতেই ৰাক্ষসৰাজ ৰাৱণে তেওঁক লৈ আকাশলৈ উঠিল।

---

* পাৱকে নিজৰ স্বাভাৱিক উজ্জলতা পৰিত্যাগ কৰি টিক হল আৰু জুইয়ে উষ্ণতা এৰি শীতল হল ইত্যাদি।

১৪—১৫। তেতিয়া বিশুদ্ধ সুবৰ্ণালঙ্কাৰৰূপবিশিষ্টা পীতবস্ত্ৰপৰিশোভিতা সীতাই আকাশৰ বিদ্যুন্মালাসদৃশ শোভমানা হল আৰু তেওঁৰ উৰিফুৰা পীতবস্ত্ৰৰ প্ৰভাত ৰাবণৰ ৰূপ অগ্নিপ্ৰদীপ্ত পৰ্ব্বতসদৃশ প্ৰকাশ পালে।

১৬। পৰম কল্যাণময়ী বৈদেহীৰ গাত লাগি থকা সুগন্ধি তামবৰণীয়া পদ্মপত্ৰসমূহ ৰাৱণৰ শৰীৰত সিঁচৰতি হৈ পৰিল।

১৭। তেওঁৰ সোণবৰণীয়া পট্টবস্ত্ৰই গ্ৰীষ্মকালৰ সান্ধ্যআকাশত উৰিফুৰা সূৰ্য্যপ্ৰভাৰ দ্বাৰা ৰঞ্জিত তামবৰণীয়া মেঘমালাৰ দৰে শোভা পালে।

১৮। কিন্তু ৰাৱণৰ কোলাত থকাৰ কাৰণে, ৰাম অবিহনে তেওঁৰ মুখমণ্ডল মৃণালহীন পদ্মৰ নিচিনা শোভাহীন হল।

১৯—২০। সীতাৰ ললাটভাগ সুন্দৰ, কেশপাশ মনোহৰ, দন্তপাতি শুভ্ৰ, সুবিমল আৰু উজ্জ্বল আৰু নয়নযুগল অতি শোভনীয়, তথাপি ৰাৱণৰ কোলাত থকাৰ কাৰণে এই মুখমণ্ডল নীলমেঘ ভেদ কৰি অহা চন্দ্ৰৰ নিচিনা নিষ্প্ৰভ হৈছিল।

২১—২৫। উদিত চন্দ্ৰ দিনৰ ভাগত যিদৰে শোভাহীন হয়, ৰাম অবিহনে সুন্দৰ নাসিকাযুক্ত মনোহৰ ৰঙচুৱা ওঠৰ সীতাৰ চন্দ্ৰবৎ প্ৰিয়দৰ্শন স্বৰ্ণাভ মুখশ্ৰীযো ৰাৱণৰ সংস্পৰ্শত অবিৰল অশ্ৰুধাৰাৰে মলিন হোৱাৰ কাৰণে শোভাবিহীন হল। সেই সময়ত নীলবৰণীয়া ৰাক্ষসৰ সংস্পৰ্শত থকাত সোণবৰণীয়া সীতাৰ ৰূপে হাতীৰ ডিঙিত থকা সুবৰ্ণনিৰ্ম্মিত গলাবান্ধনি যেন হৈছিল। বিশুদ্ধ সোণৰ অলঙ্কাৰে ভূষিতা পদ্মকেশৰসদৃশ পীতাভা হেমাঙ্গী সীতাৰে সৈতে ৰাৱণৰ ৰূপ বিদ্যুন্মালা বিৰাজিত মেঘখণ্ডৰ নিচিনা হল আৰু সীতাৰ অলঙ্কাৰধ্বনিত ৰাক্ষসৰাজে আকাশত গৰ্জ্জনমুখৰ নীলমেঘসদৃশ বিৰাজ কৰিলে।

২৬। এনে অৱস্থাত হৰণ কৰি লৈ গৈ থাকোতে সীতাৰ মূৰৰপৰা পৃথিৱীৰ ওপৰত চাৰিওফালে পুষ্পৰাশি* পৰিবলৈ ধৰিলে।

২৭। ৰাবণৰ গতিৰ বেগত এই পুষ্পৰাশিৰ কিছু অংশ বায়ুৰদ্বাৰা সঞ্চালিত হৈ ৰাৱণৰ চাৰিওফালে ঘূৰি আছিল।

২৮। যিবোৰ ফুল এইদৰে ঘূৰি আছিল তাৰে সুশোভিত হৈ বৈশ্ৰৱণানুজ ৰাৱণে নক্ষত্ৰমালাবেষ্টিত পৰ্ব্বতশ্ৰেষ্ঠ মেৰুপৰ্ব্বতসদৃশৰূপ ধাৰণ কৰিলে।

২৯। এইদৰে গৈ থাকোতে ৰত্নমালাবিভূষিত এপাত বাজু ( বালা ) খহিপৰি বিজুলীৰদৰে আকাশৰ পৰা মাটিত পৰিল।

৩০। কিসলয়ৰ ৰক্তিম আভাৰদৰে উজ্জ্বল সীতাদেৱী ৰাৱণৰ লগত থকাত নীলবৰ্ণবিশিষ্ট ৰাক্ষসৰাজে সোণৰ শিকলি লগোৱা হাতী যেন দেখা হৈছিল।

৩১—৩২। এইদৰে বৈশ্ৰৱণানুজ ৰাৱণে আকাশমাৰ্গেৰে গৈ থাকি নিজ তেজোবলে

---

* কতকৰ মতে দেৱতাসকলে কৰা পুষ্পবৃষ্টিয়ে সীতাৰ মূৰ স্পৰ্শ কৰি ভূতলত পতিত হৈছিল। এনেদৰে অৰ্থ কৰাৰ প্ৰয়োজন নাই। প্ৰকৃততে সীতাদেৱীয়ে মূৰত পিন্ধি লোৱা পুষ্পৰাশিহে এইদৰে নিপতিত হৈছিল, কিয়নো পিচত ৰামে এই ফুল সীতাৰ পৰিহিত ফুল বুলি বাটত চিনি পাইছিল।

জ্যোতির্ম্ময়ী সুবৃহৎ উল্কাসদৃশা সীতাদেবীক হৰণ কৰি নিওতে সীতাৰ শৰীৰৰ পৰা ক্ষীণপ্ৰভা তাৰকাসদৃশ অগ্নিসমসমুজ্জ্বল অলঙ্কাৰৰাশি সশব্দে মাটিত পৰিবলৈ ধৰিলে।

৩৩। চন্দ্ৰসদৃশদ্যুতিসম্পন্ন যি ডালি হাৰে সীতাৰ স্তনযুগলৰ মাজত শোভা কৰি আছিল সময়ত সিও সুলকি পৰাত আকাশৰ পৰা গঙ্গাহে নামি অহা যেন হৈছিল।

৩৪। ৰাবাৰ উৰ্দ্ধগতিত বতাহৰ যি কেন্দোলনি উঠিল তাতে পক্ষীকুলসমাবৃত বৃক্ষসমূহৰ অগ্ৰভাগ বিচলিত হল, অনুমান হল যেন মাভৈঃ বাক্যে সিহঁতে সীতাক অভয়বাণীহে জ্ঞাপন কৰিলে।

৩৫। সেই সময়ত জলাশয়সমূহত পদুমফুলবোৰ জয় পৰি গল, মাছবোৰ ভয়তে বিতত হল, দেখোতে অনুমান হল যেন সীতাৰ প্ৰতি সখ্যভাৱতহে জলাশয়সমূহে নিৰুৎসাহহৈ শোক প্ৰকাশ কৰিবলৈ ধৰিছে।

৩৬। বনৰ সিংহ, বাঘ আৰু আন আন পশুপক্ষীবোৰেও খঙতে সীতা যি পথেদি গৈছিল সেই পথৰ ছায়াকে অনুসৰণ কৰি চাৰিওফালৰ পৰা তেওঁৰ লগে লগে দৌৰিবলৈ ধৰিলে।

৩৭। পৰ্ব্বতবোৰেও সিহঁতৰ জলপ্ৰপাতৰূপ অশ্ৰুপূৰ্ণমুখে শৃঙ্গৰূপবাহু উত্তোলন কৰি সীতাক হৰণ কৰি নিয়া দেখি কান্দি কান্দি শোক প্ৰকাশ কৰিলে।

৩৮। শ্ৰীসম্পন্ন দিবাকৰ মলিন হল, তেওঁৰ প্ৰভা বিলুপ্ত হল, আৰু তেওঁৰ মণ্ডলো নিস্তেজ হল।

৩৯—৪১। বনৰ প্ৰাণীসমূহে দলে দলে বিহ্বল হৈ শোকতে কবলৈ ধৰিলে, "যি ঠাইত ৰামৰ ভাৰ্য্যা বিদেহৰাজকন্যা সীতাদেবীকো ৰাৱণে হৰণ কৰি নিব পাৰে তেনে ঠাইত ধৰ্ম্ম, সত্য, সৰলতা আৰু দয়াৰ স্থান ক'ত?' সীতাৰ শোকত সকলি ত্ৰকলি মৃগপোৱালিবোৰে ওপৰলৈ মুখ তুলি চাই ভয়তে নিষ্প্ৰভ হল আৰু দীনবদনে শোক কৰিবলৈ ধৰিলে, বনদেৱতা-সকলৰ শৰীৰ কঁপি উঠিল।

৪২—৪৩। এনে অৱস্থাত অতিশয় দুৰ্দ্দশাগ্ৰস্ত হৈ মধুৰস্বৰবিশিষ্টা সীতাদেৱীয়ে "হা ৰাম, হা লক্ষ্মণ" বুলি তলৰ পিনে চাই ৰোদন কৰিবলৈ ধৰিলে, তেওঁৰ কেশপাশ আলুলায়িত হল, কপালৰ তিলক বিলুপ্ত হোৱাৰ নিচিনা হল। ঠিক এনে অৱস্থাতে দশগ্ৰীব ৰাৱণে নিজৰ বিনাশৰ বাবেই মনস্বিনী সেই সীতাক হৰণ কৰি নিলে।

৪৪। সীতাদেৱীৰ দন্তপংক্তি মনোহৰ আৰু মুখত হাঁহি লাগিয়েই থাকে, তথাপি বন্ধুজনৰ পৰা বিচ্যুত হৈ ৰাম লক্ষ্মণ কোনোজনকে নেদেখি ভয়তে অধীৰ হল আৰু তেওঁৰ মুখশ্ৰী মলিন হল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত দ্বিপঞ্চাশ সৰ্গ সমাপ্ত ॥

# ত্ৰিপঞ্চাশ সৰ্গ

## হৰণ কৰি নিওতে বাটত ৰাৱণৰ প্ৰতি সীতাৰ ভৎৰ্সনা

১। ৰাৱণক ক্ৰমাৎ আকাশলৈ উঠি যোৱা দেখি জনক দুহিতা মৈথিলীয়ে ভীষণ ভয়, দুখ আৰু মনৰ আবেগত অভিভূতা হল।

২। কাঁদোন আৰু খঙৰ জ্বালত তেওঁৰ চকুযুৰি তামৰদৰে ৰঙা হল। তথাপি হৰণ কৰি নিয়া অৱস্থাতে করুণস্বৰে কান্দি কান্দি ৰাক্ষসৰাজক উদ্দেশ্য কৰি তেওঁ কবলৈ ধৰিলে,

৩। "হেৰ নীচমতি ৰাৱণ, মোক অকলে পাই চুৰি কৰি লৈ আহিও তোৰ লাজ লগা নাই নে?

৪। দুৰাত্মা, তই ভীৰু, সেয়েহে মোক হৰণ কৰাৰ ইচ্ছাতে মায়া মৃগ হৈ তই মোৰ স্বামীক ইয়াৰ পৰা আঁতৰাই নিলি।

৫। ইপিনে মোক উদ্ধাৰ কৰিবলৈ সাজু হৈ মোৰ শহুৰৰ সখা যি গৃধ্ৰৰাজ আহি উপস্থিত হল, বাৰ্দ্ধক্যত অৱসন্ন তেওঁকো তই বধ কৰিলি।

৬। হেৰ ৰাক্ষসাধম, তই বৰ বীৰত্ব প্ৰকাশ কৰিলি। অকল মোৰ নামমাত্ৰ শুনিযে তই মোক হৰণ কৰি আনিলি সঁচা, কিন্তু তাৰদ্বাৰা তই মোক জয় কৰিব পৰা নাই।

৭। হেৰ নীচাশয, তই নিৰ্জ্জন ঠাইত অকলে পাই পৰস্ত্ৰীহৰণৰূপ এনে গৰ্হিত কাম কৰিও তোৰ লাজ লগা নাই নে?

৮। তই বীৰ বুলি অভিমান কৰ, কিন্তু তিনিও জগতত মানুহে তোক নিষ্ঠুৰ অধৰমী আৰু কুৎসিৎ বুলিহে গৰিহণা দিব।

৯। তোৰ যি বীৰ্য্য আৰু পৰাক্ৰমৰ বৰ্ণনা কৰিলি তাক ধিক্, কুলকলঙ্ককাৰী তোৰ এই চৰিত্ৰকো ধিক্।

১০। যিহেতু এনে ক্ষিপ্ৰগতিত তই পলাব ধৰিছে অতএৱ তোক কৰিবলৈ আৰু কি আছে? যদি সাহস থাকে অলপ সময় ৰ, তেতিয়া হলে তই তোৰ প্ৰাণ লৈ উভতি যাব নোৱাৰিবি।

১১। সেই ৰাজপুত্ৰ দুজনৰ দৃষ্টি পথত পৰিলে, সসৈন্যে বৰ্ত্তমান থাকিলেও তই জীয়াই থাকিব নোৱাৰিবি।

১২। ৰাক্ষস, পক্ষীয়ে যি দৰে বনাগ্নিৰ স্পৰ্শ সহ্য কৰিব নোৱাৰে, তয়ো সেইদৰে তেওঁলোক দুজনাৰ শৰৰ সংস্পৰ্শ সহ্য কৰিব নোৱাৰিবি।

১৩-১৭। হেৰ ৰাৱণ, গতিকে যদি তই তোৰ নিজৰ হিত আৰু মঙ্গল কামনা কৰ তেন্তে মোক এৰি দে, মোক এইদৰে অপমানিত কৰাৰ কাৰণে মোৰ স্বামীয়ে তেওঁৰ ভায়েকৰে সৈতে

ক্ৰুদ্ধ হৈ তোৰ যাতে বিনাশ হয় তাকে কৰিব। হেৰ, নীচমতি তই জানিবি, যি উদ্দেশ্যে তুই মোক হৰণ কৰিবলৈ ইচ্ছা কৰিছ, তোৰ সেই উদ্দেশ্য সফল নহব। মোৰ স্বামী দেৱতা সদৃশ, তেওঁক দেখা নাপালে তোৰ নিচিনা শত্ৰুৰ বশবৰ্ত্তী হৈ মই বহুদিন জীয়াই নাথাকো। ৰাৱণ, কি কৰিলে তোৰ হিত আৰু মঙ্গল হব তই তাক দেখা পোৱা নাই মৃত্যুকাল উপস্থিত হলে মানুহ অহিতকৰ বিপৰীত কামত আসক্ত হয়। যাৰ মৃত্যু সন্মুখত, কানো হিতকৰ পথ্যাতে তাৰ ৰুচি নবহে।

১৮। হেৰ নিশাচৰ, ভয়ৰ কাৰণ সন্মুখত দেখিও যিহেতু তই ভীত হোৱা নাই, এতেকে মই দেখিছো তোৰ ডিঙিত কালপাশে মেৰ দি ধৰিছে।

১৯-২২। ভালদৰে বুজিব পৰা গৈছে যে তই বৰ্ত্তমান সোণৰ গছ, ৰক্তস্ৰোতে পৰিপূৰ্ণ ঘোৰ বৈতৰণী নদী, ভয়ঙ্কৰ খড়্গপত্ৰবন, আৰু বিশুদ্ধ সুবৰ্ণ পুষ্পযুক্ত বৈদূৰ্য্য পত্ৰবিশিষ্ট লোহ-কণ্টকপূৰ্ণ শাল্মলী গছ চকুৰ আগত দেখিব ধৰিছ। হেৰ নিৰ্লজ্জ, পামৰ, সেই মহাত্মাজনৰ অপ্ৰিয় কাম কৰি বিষপান কৰা মানুহৰ নিচিনাকৈ তই কেতিয়াও জীয়াই থাকিব নোৱাৰিবি। যি কালপাশ তোৰ ডিঙিত লাগিছে, কোনোপধ্যে তই তাৰপৰা ৰক্ষা নাপাব।

২০-২৫। মোৰ যিজন মাহাত্ম্য স্বামীয়ে সেই মহাযুদ্ধত তেওঁৰ ভায়েকজনকো লগত নোলোৱাকৈ অকলে এক নিমেষৰ ভিতৰতে চৈধ্য হাজাৰ ৰাক্ষস বধ কৰিব পাৰিলে, তেনেজন পুৰুষৰ অপৰাধ আচৰি তোৰ শান্তিৰ স্থান ক'ত? বীৰ ৰাঘৱ সকলো অস্ত্ৰতে পাৰ্গত, এনে স্থলত তেওঁৰ তীক্ষ্ণ শৰজালৰ দ্বাৰা তেওঁ তেওঁৰ প্ৰিয় ভাৰ্য্যাপহাৰকক বধ নকৰাকৈ থাকিব কিয়?"

ৰাৱণৰ কোলাত থাকিও ভয় আৰু শোকাভিভূতা বৈদেহীয়ে এইদৰে আৰু আন আন বহুত তিৰস্কাৰপূৰ্ণবাক্যে গালি শপনি দি কৰুণভাবে বিলাপ কৰিবলৈ ধৰিলে।

২৬। এনে অবস্থাত তৰুণ বয়স্কা শোকসন্তপ্তা ৰাজদুহিতা সীতাদেৱীয়ে কৰুণস্বৰে বিলাপ কৰি কৰি নিজক মুক্ত কৰিবলৈ চেষ্টা কৰি থকা সত্বেও পাপমতি ৰাৱণে কম্পিত কলেবৰে তেওঁক হৰণ কৰি নিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰিপঞ্চাশ সৰ্গ সমাপ্ত ॥

## চতুঃপঞ্চাশ সৰ্গ

### সীতাক লৈ ৰাৱণৰ লঙ্কাত উপস্থিতি

১। ৰাৱণে হৰণ কৰি লৈ গৈ থকা অৱস্থাত বৈদেহীয়ে তেওঁৰ ৰক্ষাকৰ্ত্তা ৰাম আৰু লক্ষ্মণ দুয়োজনৰে কোনোজনক ক'তো দেখা নাপালে। কিন্তু পৰ্ব্বতৰ এটা শৃঙ্গত বহি থকা পাঁচজন শ্ৰেষ্ঠ বান্দৰ তেওঁৰ চকুত পৰিল।

২-৩। তেতিয়া বিশালাক্ষী নাৰীশ্ৰেষ্ঠা সীতাদেবীয়ে তেওঁৰ শৰীৰৰ পৰা চাদৰখন উলিয়াই লৈ তাৰে তেওঁৰ কিবাকিবি পবিত্ৰ অলঙ্কাৰ মেৰাই, জানোচা ৰামক লগ পালে তেওঁলোকে এই বাতৰিটো দিব পাৰে তাকে আশা কৰি টোপোলাটো তেওঁলোকৰ মাজত পেলাই দিলে।

৪-৫। অপহৰণ কাৰ্য্যত ৰাৱণৰ মনত ৰামলৈ এটা ভয় লাগি থকাত তেওঁৰ চিত্ত বিভ্ৰম হৈছিল, গতিকে সীতাদেবীয়ে কাপোৰ আৰু অলঙ্কাৰ পেলাই দিয়া কাৰ্য্যটো তেওঁৰ চকুত নপৰিল। আনপিনে পিঙল চকুৰা শ্ৰেষ্ঠ বান্দৰ কেইজনে অনিমেষ নয়নে চাই চাই বিশালাক্ষী সীতাক চিঞৰ-বাখৰ কৰি যোৱা দেখিলে। ইয়াৰ ভিতৰতে ৰাক্ষসাধিপতি ৰাৱণে কান্দি থকা অৱস্থাতে সীতাক লৈ পম্পানদী পাৰ হৈ লঙ্কাৰ অভিমুখে প্ৰস্থান কৰিলে।

৬-৮। সীতা ৰাৱণৰ পক্ষে মৃত্যু-স্বৰূপ, তথাপি ৰোদনপৰায়ণা তেওঁক লৈ গৈ ৰাৱণ পৰম হৰ্ষান্বিত হল। তীক্ষ্ণ দন্তবিশিষ্টা উগ্ৰবিষধাৰিণী সৰ্পিণীবৎ এই সীতাক কোলাত লৈয়ে ৰাৱণে নদী, বন, পৰ্ব্বত আৰু সৰোবৰাদি অতিক্ৰম কৰিলে আৰু শৰাসনচ্যুত শৰসদৃশ দ্ৰুতপদে তিমি গ্ৰাহাদি জলচৰ জন্তুৰ বাসস্থান অপাৰ সাগৰ পাৰ হল।

৯-১১। সীতাক হৰণ কৰি নিয়া দেখি নদীসমূহৰ আশ্ৰয়স্থল বৰুণালয় সমুদ্ৰই সংক্ষুব্ধ হৈহে যেন তেওঁৰ উৰ্ম্মিমালা সামৰি ললে আৰু তাত থকা মৎস্য আৰু সৰ্পকুলো নিস্তব্ধ হল। অন্তৰীক্ষত বাস কৰি থকা চাৰণ আৰু সিদ্ধগণে কৈ উঠিল, "দশগ্ৰীৱ এয়ে তোৰ শেষ।"

১২-১৪। এনে অৱস্থাৰ মাজত ৰাৱণে তেওঁৰ মৃত্যুস্বৰূপা সীতাক মুক্তিৰ বাবে ধৰফৰাই থকাতো কোলাত লৈ লঙ্কানগৰীত প্ৰৱেশ কৰিলে। লঙ্কানগৰী প্ৰশস্ত ৰাজপথেৰে সুবিভক্ত আৰু তাৰ বিপুল প্ৰৱেশদ্বাৰসমূহ অসংখ্যজনে সমাকীৰ্ণ। লঙ্কাত প্ৰৱেশ কৰি ময়দানৱে সংৰক্ষণ কৰা আসুৰী মায়াসদৃশ শোকমোহাভিভূতা অসিতাপাঙ্গী সীতাক ৰাৱণে নিজ অন্তঃপুৰত সংৰক্ষণ কৰিলে। তাৰপিচত ঘোৰাকৃতি পিশাচী ৰাক্ষসীবোৰক আদেশ দি তেওঁ কলে,

১৫-১৮। "তোমালোকে চাবা যেন কোনো পুৰুষ বা স্ত্ৰীয়ে মোৰ বিনা অনুমতিত সীতাৰ লগত দেখা নকৰে। মোৰ আদেশ, মণি, মুক্তা, সোণ, বস্ত্ৰ, অলঙ্কাৰ—সীতাই যেতিয়াই যিহকে বিচাৰে সেই সেই বস্তু তেতিয়াই তেওঁক দিবা। জানিয়েই হওক বা নাজানিয়েই হওক যি কোনো তিৰোতাই কোনো অপ্ৰিয় কথা যদি তেওঁক কয়, মনত ৰাখিবা তেনেকুৱা জনক

জীয়াই নথওঁ। "ৰাক্ষসেন্দ্ৰ ৰাৱণে ৰাক্ষসীবোৰক এইদৰে কৈ অন্তপুৰৰ পৰা ওলাই আহিল আৰু এতিয়া কি কৰা উচিত হব তাকে চিন্তা কৰি থাকোতেই আঠজন মহাবীৰ্য্যশালী মাংসাশী ৰাক্ষস তেওঁৰ চকুত পৰিল।

১৯। মহাবীৰ্য্যসম্পন্ন ৰাৱণে পিতামহৰ পৰা পোৱা বৰৰ বলত মোহান্ধ হৈ সেই ৰাক্ষস সকলক দেখি সিহঁতৰ বল বীৰ্য্য প্ৰশংসা কৰি সিহঁতক কবলৈ ধৰিলে,

২০। "তোমালোকে নানা অস্ত্ৰে সজ্জিত হৈ বেগেতে যি জনস্থান আগিতে খৰৰ নিৱাসস্থান আছিল আৰু যাক এতিয়া ৰামে ৰাক্ষসশূন্য কৰিছে, সেই জনস্থানলৈ গমন কৰা।

২১। ৰাক্ষসৰ নিধনস্থল জনশূন্য সেই জনস্থানত নিৰ্ভয়ে বল আৰু পুৰুষত্বক আশ্ৰয় কৰি বাস কৰি থাকাগৈ।

২২। খৰ আৰু দূষণে সৈতে বহুত সৈন্য এই জনস্থানত বাস কৰি আছিল, ৰামৰ শৰত সিহঁত সকলো নিহত হৈছে।

২৩। এই কাৰণে মোৰ ক্ৰোধে ধৈৰ্য্যৰ সীমা অতিক্ৰম কৰি চৰি উঠিছে আৰু ৰামৰ প্ৰতি ভীষণ এক শত্ৰুতা মোৰ মনত জাগি উঠিছে।

২৪। এতিয়া মই শাস্তি বিধানৰ দ্বাৰা সেই মহাশত্ৰুৰ প্ৰতি মোৰ মনত থকা বৈৰ ভাবৰ উপশম ঘটাব খুজিছোঁ, সম্প্ৰতি সেই শত্ৰুক বধ নকৰোঁমানে মোৰ টোপনি নাই।

২৫। নিৰ্ধনে ধন লাভ কৰি যি শান্তি পাই, মস্নো খৰ আৰু দূষণঘাতী সেই ৰামক বধ কৰিহে মনত তেনে শান্তি লাভ কৰিম।

২৬। এতিয়া তোমালোকে সেই জনস্থানত বসতি কৰি ৰামে কি কৰিছে, নকৰিছে এনেবিষয়ক ৰামৰ সম্বন্ধে সকলো বাতৰি মোক দি থাকিবা।

২৭। তোমালোক সকলোটি নিশাচৰে অতি সন্তৰ্পণে তাতলৈ গৈ ৰামৰ বধৰ কাৰণে যত্নপৰ হোৱা গৈ।

২৮। ৰণক্ষেত্ৰত তোমালোকৰ শক্তি বহুবাৰ মই দেখিছোঁ আৰু সেই কাৰণেই এই জনস্থানত তোমালোকক মই স্থাপন কৰিলোঁ।।"

২৯। তেতিয়া সেই আঠোটা ৰাক্ষসে ৰাৱণৰ মহা অৰ্থপূৰ্ণ প্ৰিয় বাক্য শুনি ৰাৱণক অভিবাদন জনালে আৰু সকলোটিয়ে একলগে হৈ আনে নেদেখাকৈ জনস্থানলৈ প্ৰস্থান কৰিলে।

৩০। ইপিনে ৰাৱণে সীতাক লাভ কৰি নিজ ঘৰত থৈ পৰম আনন্দিত হল আৰু এইদৰে ৰামৰ লগত ঘোৰ শত্ৰুতা আচৰণ কৰি মোহান্ধ হৈ পৰম সন্তুষ্ট হল।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত চতুঃপঞ্চাশ সৰ্গ সমাপ্ত ॥**

# পঞ্চপঞ্চাশ সৰ্গ

## স্বামী হিচাপে গ্ৰহণ কৰিবলৈ সীতাৰ ওচৰত ৰাৱণৰ অনুৰোধ।

১। ঘোৰাকৃতি সেই আঠজন ৰাক্ষসক এইদৰে আদেশ দি ৰাৱণে তাৰ সজবুদ্ধি বিলোপ হোৱাৰ কাৰণে সীতাক হৰণ কৰি আনি নিজকে নিজে কৃতাৰ্থ বোধ কৰিলে।

২। তেতিয়া কামভাবত প্ৰপীড়িত হৈ বৈদেহীৰ কথা স্মৰণ কৰি তেওঁক চাবলৈ বুলি লৰালৰিকৈ ৰমণীয় সেই ঘৰত প্ৰবেশ কৰিলে।

৩। ৰাক্ষসাধিপ ৰাৱণে ঘৰত প্ৰবেশ কৰি ৰাক্ষসীবোৰৰ মাজত দুখতে অভিভূত হৈ থকা সীতাক দেখা পালে।

৪। ৰাৱণে দেখিলে সীতাৰ মুখ চকুৰ লোটকে পূৰ্ণ, ৰূপ মলিন, আৰু সাগৰৰ মাজত বতাহৰ কোবত ডুবি যাব ধৰা নৌকাৰ নিচিনা শোকৰ ভৰতে নিমগ্না।

৫। যূথভ্ৰষ্ট মৃগী কুকুৰসমূহৰ দ্বাৰা পৰিবেষ্টিত হলে যেনে ৰূপ হয় অবনতমুখী সীতাৰো ৰূপ তদনুৰূপ হৈছিল।

৬। এনে অবস্থাত নিশাচৰ ৰাক্ষসৰাজে শোকসন্তপ্তা মলিনবদনা অনাথা সীতাৰ ওচৰ চাপি সীতাৰ অনিচ্ছা সত্বেও বলপূৰ্ব্বক দেবগৃহসদৃশ তেওঁৰ উৎকৃষ্ট ঘৰৰ হাউলীটো সীতাক দেখুৱাবলৈ ধৰিলে।

৭। এই ঘৰৰ হাউলী সোণৰ প্ৰাসাদে পৰিপূৰ্ণ, হাজাৰ হাজাৰ স্ত্ৰীলোকে তাত কাম কৰি আছে, নানাবিধৰ পক্ষীসমূহ তাত বিৰাজ কৰিছে আৰু ই নানাৰত্নে বিভূষিত।

৮। তাৰ স্তম্ভসমূহ হাতীৰ দাঁত, সোণ, ৰূপ আৰু স্ফটিক খতোৱা আৰু বজ্ৰ-বৈদূৰ্য্যমণিৰে চিত্ৰিত—দেখিলেই মন মুগ্ধ হয়।

৯। দিব্যদুন্দুভিধ্বনি তাত প্ৰতিধ্বনিত হৈ আছে আৰু নানাবিধৰ বিশুদ্ধসুবৰ্ণভূষণে তাক ভূষিত কৰিছে। ৰাৱণে সীতাক লৈ সুবৰ্ণনিৰ্ম্মিত বিচিত্ৰ সোপান ( সিৰি ) সমূহত উঠিবলৈ ধৰিলে।

১০। এই প্ৰাসাদসমূহৰ খিড়িকীবোৰ হাতীৰদাঁত আৰু ৰূপৰে নিৰ্ম্মিত হোৱাত সিহঁতে পৰম শোভনীয় ৰূপ ধাৰণ কৰিছিল আৰু প্ৰাসাদসমূহ সুবৰ্ণময় জালে আবৃত আছিল।

১১-১২। চাৰিওফালে তাৰ ভূমিভাগ শুভ্ৰবৰ্ণমণিৰে চিত্ৰিত আছিল। দশগ্ৰীব ৰাৱণে তাৰ নিজ বাসভূমিৰ এই সকলো সৌন্দৰ্য্য আৰু লগতে নানাপুষ্পে পৰিপূৰ্ণ পুখুৰী, জলাশয় আদিও শোকাভিভূতা সীতাক দেখুৱালে।

১৩। এইদৰে শ্ৰেষ্ঠ গৃহসমূহ সীতাক দেখুৱাই পাপাত্মা ৰাক্ষসে তেওঁক প্ৰলোভিত কৰিবলৈ কবলৈ ধৰিলে,

১৪। "সীতা, বৃদ্ধ আৰু বালকসকলৰ উপৰিও বছা বছা দহকোটি ৰাক্ষস আৰু অতিৰি আন বাইশ কোটি ৰাক্ষস ইয়াত আছে।

১৫। ভীমকৰ্ম্মা এই ৰাক্ষসবোৰৰ মধ্যেই অধিপতি, সিহঁতৰ ভিতৰত প্ৰত্যেক কোটিৰে আকৌ একো হাজাৰকৈ ৰাক্ষস মোৰ সকলো কামতে আগবণুৱা।

১৬। হে বিশালাক্ষী, মোৰ সুবিস্তৃত ৰাজ্য, আন কি মোৰ এই জীৱনো মই তোমাত সমৰ্পণ কৰিলোঁ, কিয়নো তুমি মোৰ প্ৰাণতকৈও গৰীয়সী।

১৭। হে সীতা, শ্ৰেষ্ঠ নাৰীসমূহৰ ভিতৰত যিসকল মোৰ ভাৰ্য্যা আছে, তেওঁলোকৰ ওপৰত তুমিয়ে অধিকাৰিণী হবা, এতেকে হে প্ৰিয়ে, তুমি মোৰ ভাৰ্য্যা হোৱা।

১৮। মই যি কথা কৈছো তাকে তুমি সঙ্গ বুলি মানি লোৱা কিয়নো তাৰ অন্যথা আচৰণ কৰাৰ পৰা কোনো লাভ নহব। মই কামপীড়িত, তুমি মোক ভজনা কৰা, আৰু মোৰ প্ৰতি সদয় হোৱা।

১৯। শতযোজনবিস্তৃত এই লঙ্কা চাৰিওফালে সাগৰেৰে পৰিবেষ্টিত ইন্দ্ৰৰেসৈতে দেৱগণেও ইয়াত প্ৰবেশ কৰিব নোৱাৰে।

২০। দেৱতা, যক্ষ, গন্ধৰ্ব্ব, ঋষি অথবা মনুষ্যৰ ভিতৰত মই এনে কাকো দেখা নাই যি পৰাক্ৰমত মোৰ সমকক্ষ হব পাৰে।

২১। ৰাম ৰাজ্যভ্ৰষ্ট, দীন, সদাচাৰী, তপস্বী, সি অল্পশক্তিসম্পন্ন মানুহমাত্ৰ, তেনেকুৱা এজনক লৈ তুমি কি কৰিবা?

২২। হে সীতা, এতেকে তুমি মোক ভজা, ময়ে তোমাৰ একমাত্ৰ উপযুক্ত স্বামী। হে ভীৰু, যৌবন চিৰস্থায়ী নহয়, এতেকে তোমাৰ এই যৌবনকালতে মোৰে সৈতে তুমি সুখ উপভোগ কৰা।

২৩। হে বৰাননে, ৰামক দেখা পাবলৈ আৰু ইচ্ছা নকৰিবা। অধিক কি (শৰীৰৰ কথা দূৰৈত যাওক) মনেৰেও ৰামে ইয়ালৈ আহিব নোৱাৰে।

২৪। আকাশত জাল পাতি মহাবেগশালী বতাহক কোনে বান্ধি ৰাখিব পাৰে? আৰু সেইদৰে প্ৰদীপ্ত অগ্নিৰ বিমল শিখাকে বা কোনে ধৰি ৰাখিব পাৰে?

২৫। হে শোভনে, তিনিও জগতৰ ভিতৰত এনে এজনক মই দেখা নাই যি তেওঁৰ পৰাক্ৰমৰ দ্বাৰা মোৰ ভুজবলে পৰিৰক্ষিতা তোমাক লৈ যাব পাৰে।

২৬। লঙ্কাৰ এই সুমহৎৰাজ্য তুমি পৰিপালন কৰা আৰু তেতিয়াহলে দেৱগণ, চৰাচৰ সমগ্ৰ জগৎ আৰু মোৰ নিচিনা যিসকল প্ৰাণী আছে সকলো তোমাৰ দাস হব।

২৭। এতিয়া তুমি স্নানকাৰ্য্য সমাপন কৰি সন্তুষ্ট হৈ মোৰে সৈতে বিহাৰ কৰা, আগতে তোমাৰ যি সঞ্চিত পাপ আছিল বনবাসৰ লগে লগে সি কটা গৈছে।

২৮-৩৩। আনপক্ষে তোমাৰ যি সুকৃতি সঞ্চিত আছে ইয়াত থাকি তাৰ ফল ভোগ কৰা। হে মৈথিলী, ইয়াতেই থাকি মোৰ লগত সকলো বকমৰ মাল্য, দিব্যগন্ধ আৰু শ্ৰেষ্ঠ অলঙ্কাৰসমূহ তুমি উপভোগ কৰা। হে চাৰু-নিতম্বিনী, পুষ্পক নামৰ এই বিমানখন মোৰ জ্যেষ্ঠ বৈশ্ৰৱণক (কুবেৰক) ৰণত পৰাজিত কৰি মই লাভ কৰিছো, এইখন দেখোতে সূৰ্য্যসদৃশ,

বিশাল আৰু ৰমণীয় আৰু তাৰ গতি মনৰ গতি সদৃশ, হে সীতা, মোৰে সৈতে সেই বিমানত আৰোহণ কৰি তুমি যথাসুখে বিহৰণ কৰি ফুৰা। হে বৰাননে, পদ্মসদৃশ অতি মনোহৰ তোমাৰ বিমল বদন, তুমি শোকাভিভূত হৈ থকাৰ কাৰণে উজ্জ্বল শোভা ধাৰণ কৰিব পৰা নাই।” ৰাৱণে এইদৰে কোৱাত, ইন্দুবদনা নাৰীশ্ৰেষ্ঠা সীতাদেবীয়ে কাপোৰৰ আঁচলেৰে মুখ ঢাকি ধীৰে ধীৰে চকু লো টুকিবলৈ ধৰিলে। ৰাৱণৰ কথা শুনি সীতাদেবীয়ে অস্বস্থৰ ভাব অনুভৱ কৰিব ধৰিলে, চিন্তাতে তেওঁৰ মুখৰ কান্তি আৰু ম্লান হল।

৩৪-৩৭। তেতিয়া বীৰ নিশাচৰ ৰাৱণে তথাপি সীতাক চিন্তান্বিত হৈ থকা দেখি আকৌ কবলৈ ধৰিলে, “বৈদেহী, তুমি মোক ভজনা কৰিলে ধৰ্ম্মলোপ হব বুলি আশঙ্কা কৰি যি লাজ অনুভব কৰিছা সেইটো নিৰৰ্থক, কিয়নো স্নেহপাশত আবদ্ধ হৈহে মই তোমাৰ পাণিগ্ৰহণ কৰিবলৈ তোমাৰ ওচৰ চাপিছোঁ, এতেকে এইটো ঋষিসকলৰ প্ৰদৰ্শিত পন্থা।* তোমাৰ স্নিগ্ধ এই চৰণদুখানি মই মূৰেৰে স্পৰ্শ কৰিলোঁ, তুমি অতিশীঘ্ৰে মোৰ প্ৰতি কৃপা কৰা, মই তোমাৰ একান্ত অনুগত ভৃত্য। কামপীড়িত হৈ মই এতিয়া শুষ্কপ্ৰায়, অতএব মোৰ এই অনুৰোধ যেন অথলে নাযায়। মনত ৰাখিবা এতিয়ালৈকে ৰাৱণে কোনো স্ত্ৰীৰ ওচৰত মূৰ দোঁৱাই নমস্কাৰ কৰা নাই।” দশানন ৰাৱণে জনকাত্মজা মৈথিলীক এইদৰে কৈ সম্পূৰ্ণৰূপে নিজক মৃত্যুৰ কৰালগ্ৰাসৰ অধীনলৈ আনি মনে মনে ভাবিলে যে “সীতা এতিয়া মোৰ হল।”

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত পঞ্চ পঞ্চাশ সৰ্গ সমাপ্ত ॥

---

* বলাৎকাৰ পূৰ্ব্বক স্ত্ৰীৰ পাণিগ্ৰহণ ৰাক্ষস পন্থা। তোমাৰ এই ক্ষেত্ৰত মই বলাৎকাৰ কৰি তোমাক ভাৰ্য্যা হিচাবে গ্ৰহণ কৰিব বিচৰা নাই। তোমাক অনুৰোধ জনাই তোমাৰ সম্মতি লৈহে গ্ৰহণ কৰিব বিচাৰিছো। আৰ্য্য সকলবো বিশেষকৈ ক্ষত্ৰিয় সকলৰ এইটো ঋষিগণ নিৰ্দ্দিষ্ট পন্থা।

## ষট্‌ পঞ্চাশ সৰ্গ

## অশোক বনত সীতাক স্থাপন

১। ৰাৱণে এইদৰে কোৱাত বৈদেহীয়ে শোকাভিভূতা হৈ ৰাৱণ আৰু তেওঁৰ মাজত তৃণ এগাছি ৰাখি ৰাৱণৰ কথাৰ উত্তৰত নিৰ্ভয়চিত্তে কবলৈ ধৰিলে।

২ ৪। "ৰজা দশৰথ ধৰ্ম্মৰ অচলসেতুসদৃশ, তেওঁ সত্যপ্ৰতিজ্ঞ বুলি তেওঁৰেই পুত্ৰ ৰাম ধৰ্ম্মাত্মা হিচাপে তিনিওজগতে প্ৰসিদ্ধ, সেই দীৰ্ঘবাহু বিশালাক্ষ সাক্ষাৎ দেৱস্বৰূপ ৰাম মোৰ স্বামী। ইক্ষাকুকুলসম্ভব সিংহস্কন্ধ মহাকৃতি ৰামে তেওঁৰ ভ্ৰাতা লক্ষ্মণে সৈতে তোমাক বধ কৰিব।

৫। তেওঁৰ চকুৰ আগতে যদি তুমি মোক স্পৰ্শ কৰিলাহেতেন তেনেহলে জনস্থানৰ যুদ্ধক্ষেত্ৰত খৰ নিহত হোৱাৰ নিচিনাকৈ তুমিও নিহত হৈ তাতেই ভূতলশায়ী হলা হেতেন।

৬। যি সকল মহাবলশালী ঘোৰৰূপ ৰাক্ষসৰ কথা তুমি বৰ্ণনা কৰিলা, গৰুড়ৰ আগত সাপ যিদৰে বিষশূন্য হয় ৰামৰ আগতো সিহঁতৰ অৱস্থা তদনুৰূপ হব বুলি জানিবা।

৭। উৰ্ম্মিমালাই গঙ্গাৰ পাৰ খহাই নিয়াৰ দৰে সুবৰ্ণবিভূষিত ৰামৰ জ্যাবিমুক্ত শৰসমূহেও এই ৰাক্ষসবোৰৰ শৰীৰ সেইদৰে ছিন্ন বিচ্ছিন্ন কৰিব।

৮। ৰাৱণ, তুমি সুৰ বা অসুৰৰ অবধ্য হলেও, ৰামৰ লগত শত্ৰুতা আচৰণ কৰি জীয়াই থাকি মুক্তি লাভ কৰিব নোৱাৰিবা।

৯। তোমাৰ জীৱনৰ যিখিনি কাল অৱশিষ্ট আছে মহাবলশালী এই ৰাঘৱৰ হাতেতেই তাৰ অৱসান ঘটিব। তুমি জানি ৰাখিবা যজ্ঞৰ কাৰণে যূপকাষ্ঠত বান্ধি থোৱা পশুৰ দৰে তোমাৰ পক্ষে এই জীৱন দুৰ্ল্লভ হৈ পৰিছে।

১০। ৰাক্ষস, ৰামে তেওঁৰ ক্ৰোধপূৰ্ণ চকুৰে এবাৰ মাত্ৰ তোমাৰ পিনে চালেই, মহাদেৱৰ দৃষ্টিত মদন ভস্ম হোৱাৰ নিচিনাকৈ তুমিও তেতিয়াই দগ্ধ হবা।

১১। মনত ৰাখিবা যি ৰামে গগনমণ্ডলৰপৰা চন্দ্ৰক নমাই আনিব অথবা বিনাশ কৰিব পাৰে, যি ৰামে সাগৰ শুহিব পাৰে সেই ৰামেই ইয়াৰপৰা মোক উদ্ধাৰ কৰি নিব।

১২। ৰাৱণ, তুমি এতিয়া মৃতপ্ৰায়, শ্ৰীহীন, বলহীন, তোমাৰ শক্তি বিলুপ্ত আৰু ইন্দ্ৰিয় বিকল, তোমাৰ এই কামতেই লঙ্কা বিধৱা হব।

১৩। যিহেতু বলপ্ৰয়োগ কৰি তেওঁলোক নথকা অৱস্থাত স্বামীৰ ওচৰৰ পৰা মোক অপহৰণ কৰি আনিছা, এতেকে এই পাপপূৰ্ণ কৰ্ম্ম তোমাৰ পক্ষে সুখদায়ক হব নোৱাৰে।

১৪। পৰমদ্যুতিসম্পন্ন মোৰ স্বামীয়ে দেৱৰ লক্ষ্মণক লগত লৈ, অকল নিজৰ শক্তিৰ বলতে বিজন দণ্ডকাৰণ্যত বাস কৰি আছে।

১৫। এতিয়া যুদ্ধক্ষেত্ৰত শৰবৃষ্টিৰ দ্বাৰা তেঁৱেই তোমাৰ শৰীৰৰ পৰা বল, বীৰ্য্য, দৰ্প আৰু ঔদ্ধত্য অপহৰণ কৰিব।

১৬। এইটো দেখা গৈছে যে কালপ্ৰেৰিত হৈ মানুহ মৃত্যুমুখত পৰিলে, কালৰ বশ হোৱাৰ কাৰণে কাৰ্য্যবিষয়ত তাৰ ভাল বেয়া বুজাৰ শক্তি নাথাকে।

১৭। হে ৰাক্ষসাধম, মোক স্পৰ্শ কৰি তুমি তোমাৰ নিজৰ, ৰাক্ষস সমূহৰ আৰু লগতে অন্তঃপুৰবাসী সকলোৰে বধ সাধাৰ কাল প্ৰাপ্ত হৈছা।

১৮-১৯। দ্বিজাতিগণৰ মন্ত্ৰপূত স্ৰুচ, ভাণ্ডাদিৰে পৰিশোভিত যজ্ঞবেদি যিদৰে চণ্ডালে স্পৰ্শ কৰিব নোৱাৰে সেইদৰে হে ৰাক্ষসাধম, তোমাৰ নিচিনা পাপীয়ে সততে ধৰ্ম্মপৰায়ণা দৃঢ়ব্ৰতা ৰামৰ ধৰ্ম্মপত্নী মোক স্পৰ্শ কৰিব নোৱাৰা।

২০। যি হংসপত্নীয়ে পদ্মবনৰ মাজত সততে ৰাজহংসৰ লগত বিচৰণ কৰি থাকে তেনেজনে তৃণ আদিৰ মাজত থকা পানীকাউৰীৰ প্ৰতি দৃষ্টিপাত কৰিব পাৰে কেনেকৈ?

২১-২২। মোৰ এই শৰীৰ বৰ্ত্তমানে সংজ্ঞাহীন, তুমি ইয়াক বন্ধ কৰিয়ে ৰাখা বা মাৰা তাত মোৰ কোনো আপত্তি নাই, কিন্তু এইটো ঠিক যে এই শৰীৰ বা জীৱন মই ৰক্ষা নকৰো, কিয়নো এই শৰীৰ ৰক্ষা কৰি পৃথিবীত মোৰ এটা কুখ্যাতি ৰাখিব নোখোজোঁ।" বৈদেহী জানকীয়ে খঙতে ৰাবণক তিৰস্কাৰ কৰি তাৰ পিচত ৰাবণক উদ্দেশ্য কৰি আৰু কোনো কথাই নকলে।

২৩। সীতাৰ কৰ্কশ আৰু ৰোমহৰ্ষক এই কথা শুনি ৰাবণে সীতাৰ মনত ভয়লগাব পৰা বাক্যে কবলৈ ধৰিলে,

২৪। "হে চাৰুহাসিনী মৈথিলী, মোৰ কথা শুনা। আজিৰ পৰা মই বাৰমাহ কাল অপেক্ষা কৰিম।

২৫। ইয়াৰ ভিতৰত যদি তুমি মোৰ মতলৈ নাহা তেন্তে মোৰ পাচকবৰ্গই মোৰ ৰাতিপুৱাৰ ভোজনৰ বাবে তোমাক টুকুৰাটুকুৰ কৈ কাটিব।"

২৬। শত্ৰুৰ প্ৰতি আতঙ্ক উৎপাদক ৰাৱণে সীতাৰ প্ৰতি এনে নিষ্ঠুৰ বাক্য প্ৰয়োগ কৰাৰ পিচত খঙতে জ্বলি উঠি ৰাক্ষসীবোৰক কলে,

২৭। "হে বিৰূপাকৃতি ঘোৰমূৰ্ত্তি ৰক্তমাংসাশী ৰাক্ষসীগণ, অতিশীঘ্ৰে এই সীতাৰ দৰ্প তোমালোকে চূৰ্ণ কৰা।"

২৮। ৰাবণে এই কথা কোৱা মাত্ৰকে ঘোৰ ভীমদৰ্শনা সেই ৰাক্ষসীবোৰে ৰাৱণৰ প্ৰতি হাতযোৰ কৰি সীতাক আগুৰি ধৰিলে।

২৯। তাৰ পিচত ৰাবণে দুই এখোজ কাটি গৈ ভৰিৰ গোৰোহণিৰে যেন পৃথিবী বিদীৰ্ণ কৰি পুনঃ ঘোৰৰূপা ৰাক্ষসীবোৰক কলে,

৩০-৩১। "সকলোটিয়ে এতিয়া সীতাক অশোক বনলৈ লৈ যোৱা আৰু তাতেই বেৰি ধৰি অতি গোপনভাৱে সীতাক ৰাখি থাকিবা। তাত নতুনকৈ ধৰি অনা বনৰীয়া হস্তিনীৰ নিচিনা তোমালোকৰ তৰ্জ্জন গৰ্জ্জন অথবা সময়ত সান্ত্বনাপূৰ্ণ বাক্যেৰে মৈথিলীক তোমালোকৰ বশলৈ আনিবা।"

৩২। ৰাবণৰ এনে আদেশ পাই ৰাক্ষসীবোৰে সীতাক বেঢ়ি লৈ অশোকবনলৈ গল।

৩৩। এই অশোকবন কল্পবৃক্ষসদৃশ অভীষ্ট ফল যোগাব পৰা বৃক্ষেৰে পৰিপূৰ্ণ আৰু সকলোসময়তে মত্তপক্ষীকুলে সমাকীৰ্ণ।

৩৪-৩৫। তাত বাঘিণীসমূহে আগুৰি থকা হৰিণীৰ সদৃশ জনকাত্মজা মৈথিলী শোকসন্তপ্তা হৈ ৰাক্ষসীবোৰৰ অধীনত থাকিবলৈ লাগিল আৰু পাশত বান্ধ খোৱা মৃগীৰ নিচিনা শোকতে ভীতা হোৱাৰ নিচিনা হৈ একোতে সুখ শান্তি লাভ কৰিব নোৱাৰিলে।

৩৬। এই অশোকবনত বিৰূপনেত্ৰা ৰাক্ষসীবোৰৰ তৰ্জ্জন গৰ্জ্জনৰ মাজত থাকি প্ৰিয় স্বামী আৰু দেৱৰৰ কথা ভাবি ভাবি শোকপীড়িতা বৈদেহীয়ে মনত কোনো শান্তি নাপাই অচেতন হোৱাৰ নিচিনা হল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ষট্‌ পঞ্চাশ সৰ্গ সমাপ্ত ॥

## প্ৰক্ষিপ্ত সৰ্গ

[ইয়াৰ পিচত ৰামায়ণৰ কোনো সংস্কৰণত আন এটা সৰ্গ দেখা যায়। টীকাকাৰ সকলে তাক প্ৰক্ষিপ্ত বুলি পৰিগণিত কৰিছে। তথাপি কাব্যৰ পূৰ্ণতা ৰক্ষা কৰিবলৈ উল্লেখ কৰা কথাখিনি ইয়াত দিয়া হল।]

পিতামহ ব্ৰহ্মাই সীতাক লঙ্কালৈ নি ৰাক্ষসীবোৰৰ দ্বাৰা পৰিবেষ্টিতা হৈ থকা দেখি দেৱৰাজ ইন্দ্ৰক কলে, "ইন্দ্ৰ, দেৱতাসকলৰ কাৰ্য আৰু জগতৰ হিতৰ অৰ্থে ৰাবণে তাৰ নিজ আৰু ৰাক্ষসকুলৰ বধৰ কাৰণে সীতাক লঙ্কালৈ নিছে। তাত ৰাক্ষসীবোৰৰ দ্বাৰা আবৃতা হৈ স্বামীৰ শোকতে দুখতে কাল কটাব ধৰিছে। ইপিনে ভোক আৰু পিয়াহতো অস্থিৰ হৈছে। এতেকে তুমি তালৈ গৈ সীতাক দিব্য হবি মিশ্ৰিত পায়স দি অহা গৈ। তাকে খাই সীতাদেবীয়ে তাত থকা কালখিনি ভোকপিয়হৰ হাত সাৰি থাকিব পাৰিব।" পিতামহৰ কথা শুনি ইন্দ্ৰই নিদ্ৰাদেবীক লগত লৈ দিব্যপায়সে সৈতে লঙ্কাত উপস্থিত হল। ৰাক্ষসীবোৰ ঘোৰ নিদ্ৰাভিভূত হোৱাত ইন্দ্ৰই সীতাৰ আগত আবিৰ্ভূত হৈ দিব্য পায়স দান কৰিলে। প্ৰথমতে সীতদেবীয়ে তেওঁ প্ৰকৃত ইন্দ্ৰ হয় নে নহয় তাৰ প্ৰমাণ দেখুৱাবলৈ কোৱাত ইন্দ্ৰই নিমেষহীন চকুৰে সৈতে মাটি স্পৰ্শ নকৰাকৈ থিয় দি থাকিল। তেওঁৰ পৰিধানৰ বস্ত্ৰ ধূলিমাকতি শূন্য আৰু শৰীৰত পিন্ধা ফুলো লেড়েলি নোযোৱা। এইবোৰ দেৱচিহ্ন দেখি প্ৰকৃত ইন্দ্ৰ বুলি জানি সীতাদেবীয়ে সেই পায়স গ্ৰহণ কৰিলে আৰু ৰাম আৰু লক্ষ্মণলৈ আগবঢ়াই অৱশেষ হিচাপে বাকী অংশ নিজে গ্ৰহণ কৰি ভোক পিয়াহৰ হাতৰ পৰা ৰক্ষা পৰিল।

তেতিয়া ইন্দ্ৰদেৱে নিদ্ৰাৰে সৈতে তাৰপৰা আঁতৰি গল। লগতে কৈ গল যে ৰাম আৰু লক্ষ্মণে তেওঁৰ সহায়ত অবাধে সমুদ্ৰ পাৰ হৈ ৰাবণক বধ কৰিব। ইন্দ্ৰ ৰামৰ সহায় হোৱা জানি সীতাদেবী আশ্বস্তা হল।

# সপ্তপঞ্চাশ সৰ্গ

১। মৃগৰ ৰূপ ধৰি বিচৰণ কৰি ফুৰা কামৰূপী ৰাক্ষস মাৰীচক বধ কৰি ৰাম লৰালৰিকৈ তাৰ পৰা উভতিল।

২। মৈথিলী সীতাক চাবলৈ উদ্‌গ্ৰীৱ হৈ এইদৰে লৰালৰিকৈ উভতি আহোতে, তেওঁৰ পিচফালে শিয়ালবোৰে বিকট স্বৰে চীৎকাৰ কৰা শুনিবলৈ পালে।

৩। শিযালৰ হোৱা শব্দ শুনি আৰু মাতৰ ভাব বুজি ৰামৰ মনত ভয় উপজিল আৰু তেওঁ সশঙ্কিত হল।

৪। তেওঁ মনে মনে চিন্তা কৰিবলৈ ধৰিলে, শিয়ালবোৰে যিদৰে চীৎকাৰ কৰিব ধৰিছে, অনুমান হয় কিবা এটা অশুভ ঘটনা ঘটিছে। আহা! যদি কোনো প্ৰকাৰে ৰাক্ষসৰ দ্বাৰা ভক্ষিতা নহৈ সীতা মঙ্গলে আছে তেনেহলেও ৰক্ষা।

৫-৬। মাৰীচে মোৰ স্বৰধ্বনি বুজি লৈ এইদৰে মোৰ অপকাৰ সাধিব বুলিযে, মৃগৰূপ ধাৰণ কৰি আহি এনে শব্দ কৰিলে, এতিয়া যদিহে সেই শব্দ লক্ষ্মণে শুনিছে, তেন্তে তেওঁ নিজে আৰু লগতে সীতাৰ দ্বাৰা অনুপ্ৰেৰিত হৈ সীতাক এৰিয়ে তেওঁ মোৰ গুৰি লৈ লৰি আহিব।

৭-৮। মাৰীচে ৰাক্ষসবোৰৰ লগত মিলিত হৈয়ে সীতাৰ বধ কামনা কৰি সোণৰ মৃগৰ ৰূপ লৈ আশ্ৰমৰ পৰা মোক আঁতৰাই আনিলে। শেহত মোৰ শৰৰদ্বাৰা আহত হৈ 'হা লক্ষ্মণ, মই মৰিলো।" বুলি সি যি চীৎকাৰ কৰিলে, তাৰপৰা ভালদৰে বুজিব পাৰি য এইটো তাৰ এটা অভিসন্ধিহে।

৯। মই এৰি অহাৰ পিচত দুয়োটি প্ৰাণীয়ে যদি মঙ্গলে আছে তেনেহলেই ৰক্ষা, জনস্থানৰ কাৰণে ৰাক্ষসবোৰৰ লগত মোৰ ভীষণ শত্ৰুতা চলি আছে।

১০। তদুপৰি এইক্ষণতে ঘোৰ অমঙ্গলসূচক বহুত লক্ষণ মই দেখা পাব ধৰিছো।"

১১-১৩। শিয়ালৰ হোৱা শুনি সংযমী ৰামচন্দ্ৰই নানান চিন্তা কৰি সেই ঠাইৰপৰা উভতি লৰালৰিকৈ আশ্ৰমলৈ খোজ ললে। ৰাক্ষসে মৃগৰ ৰূপ ধৰি আশ্ৰমৰ পৰা তেওঁক কিদৰে উলিয়াই আনিলে, এইবোৰকে ভাবি-চিন্তি সশঙ্কিত মনে তেওঁ জনস্থানলৈ আহিবলৈ ধৰিলে। এনেয়ে তেওঁৰ মনত দুখ তাতে আকৌ পশুপক্ষীবোৰে তেওঁৰ বাওঁফালে থাকি বিকটস্বৰে শব্দ কৰা দেখি তেওঁৰ মনত আৰু অধিক বেজাৰৰ ভাব উপস্থিত হল।

১৪-১৯। তাৰ অলপ পিচতে ৰামে দেখিলে যে লক্ষ্মণে বিষণ্ণবদনে তেওঁৰ পিনে আহিবলৈ ধৰিছে। ৰামৰ মন বিষণ্ণ আৰু শোকতে অভিভূত তাতে লক্ষ্মণেও বিষণ্ণবদনে ৰাক্ষস-পৰিপূৰ্ণ বিজন বনত সীতাক এৰি অহা দেখি তেওঁৰ বাওঁহাতত ধৰি মধুৰ অথচ কৰ্কশ বাক্যে আথেবেথে কবলৈ ধৰিলে, 'লক্ষ্মণ সীতাক অকলে এৰি থৈ ইয়ালৈ আহি তুমি সঁচাকৈয়ে বৰ বেয়া কাম কৰিছা। হে সৌম্য বাৰু এতিয়া কোৱাচোন সীতা তাত মঙ্গলে আছে নে? হে

বীৰ, মোৰ চাৰিওফালে যিবোৰ অশুভ চিহ্ন দেখিব ধৰিছোঁ, তাৰ পৰা অনুমান হয় বনচাৰী ৰাক্ষসবোৰে জনকাত্মজা সীতাক নিশ্চয় মাৰি পেলাইছে অথবা তেওঁক খাই পেলাইছে।

২০-২১। হে লক্ষ্মণ, দলে দলে মৃগ আৰু শিয়ালবোৰে যিদৰে ভৈৰৱস্বৰে শব্দ কৰিবলৈ ধৰিছে আৰু পক্ষীবোৰেও সূৰ্য্যৰ পিনে চাই যেনেদৰে চীৎকাৰ কৰিছে, কোৱাচোন বাৰু তাৰ ভিতৰতো সীতাক ভালে থকা অবস্থাত লগ পাম নে? হে মহাবল, সেই ৰাজপুত্ৰী মঙ্গলে আছে নে?

২২। মৃগৰ ৰূপ লৈ এই ৰাক্ষসে লোভ দেখুৱাই মোক দূৰলৈ লৈ আহিল, তাৰ পিচত বহুত কষ্ট কৰি কোনোমতে সেই ৰাক্ষসক বধ কৰাত, মৰাৰ সময়ত সি ৰাক্ষসৰ ৰূপ ধাৰণ কৰিলে।

২৩। এতিয়া মোৰ মন বিষণ্ণ, আনন্দ অকণিও নাই, মোৰ বাম চকুৱো নাচিব ধৰিছে, লক্ষ্মণ, নিশ্চয় সীতা আৰু নাই, হয় কোনোৱে তেওঁক হৰণ কৰি নিছে অথবা মৰিছে আৰু নহলে বাটতে কৰবাত পৰি আছে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত সপ্তপঞ্চাশ সৰ্গ সমাপ্ত ॥

## অষ্টপঞ্চাশ সৰ্গ

## আশ্ৰমলৈ উভতি আহি সীতাক নেদেখি ৰামৰ শোকাতুৰ অৱস্থা।

১। বৈদেহীক এৰি থৈ লক্ষ্মণ দীনভাবে শুকানমুখে অহা দেখি দশৰথতনয় ধৰ্ম্মাত্মা ৰামচন্দ্ৰই তেওঁক সুধিবলৈ ধৰিলে,

২। লক্ষ্মণ, দণ্ডকাৰণ্যলৈ অহাৰ সময়ত যি সীতাই মোক অনুগমন কৰিলে তুমি তেওঁক এৰি থৈ আহিলা, হায়, তেওঁ এতিয়া ক'ত?

৩। ৰাজ্যচ্যুত হৈ মই যেতিয়া দণ্ডকাৰণ্যত প্ৰবেশ কৰোঁ, তনুমধ্যমা সীতাদেৱীয়ে মোৰ সহায়স্বৰূপা আছিল, তেওঁ এতিয়া ক'ত?

৪। হে বীৰ, যি সীতা নহলে মই ক্ষণকালো জীয়াই থাকিব নোৱাৰোঁ, মোৰ প্ৰাণৰ সহায়স্বৰূপা দেৱকন্যা সদৃশা সেই সীতা এতিয়া ক'ত আছে?

৫। লক্ষ্মণ, তপ্তকাঞ্চনবৰ্ণাভা জনকদুহিতা নোহোৱা হলে, দেৱতাসকলৰ ইন্দ্ৰত্ব অথবা পৃথিৱীৰ অধিপতিত্বতো মোৰ ইচ্ছা নাই।

৬। হে বীৰ, কোৱাচোন মোৰ প্ৰাণতকৈয়ো প্ৰিয়তমা বৈদেহীয়ে প্ৰাণ ধাৰণ কৰি জীৱিতা আছে নে আৰু মোৰ এই বনবাসব্ৰত মিছা বুলি প্ৰমাণ নোহোৱাকৈ ৰব নে?

৭। হে সৌমিত্ৰি, সীতাৰ কাৰণে মোৰ মৃত্যু হোৱাৰ পিচত তুমি যেতিয়া উভতি যাবা, তেতিয়া কৈকেয়ীৰ মনোৰথ সিদ্ধি হোৱাৰ বাবে তেওঁ সম্ভৱতঃ সুখীয়ে হব।

৮। তেওঁৰ নিজ পুত্ৰৰ ৰাজ্যলাভ হোৱাত কৈকেয়ীৰ উদ্দেশ্য সিদ্ধ হব, আৰু মোৰ দুখিনী আই কৌশল্যাই পুতেকৰ মৃত্যুত অতি হীনভাবে কৈকেয়ীৰে সেৱা পূজা কৰি থাকিব লাগিব।

৯। সীতা জীবিত থাকিলে মই আশ্ৰমলৈ যাম, কিন্তু শুদ্ধচাৰিণী সেই সীতা যদিহে মৰিছে তেতিয়াহলে হে লক্ষ্মণ ময়ো প্ৰাণত্যাগ কৰিম।

১০। লক্ষ্মণ, মই আশ্ৰম গৈ পোৱাৰ লগে লগে সীতাই হাঁহিমুখে মোৰ আগলৈ ওলাই আহি যদি মোৰ লগত কথা কোৱা নেদেখোঁ তেতিয়াহলেও মোৰ বিনাশ ঘটিব।

১১। লক্ষ্মণ, কোৱাচোন সীতা জীবিতা আছে নে নাই অথবা তোমাৰ অসাবধানতা হেতু হতভাগিনীক ৰাক্ষসেই খাই পেলালে নেকি?

১২। সীতা সুকুমাৰী আৰু বালিকা (অতি কম বয়সৰ), কোনো দিনেই দুখ ভোগ কৰা নাই, এতিয়া মই নথকাত বৈদেহীয়ে নিশ্চয় বিষণ্নমনে শোক কৰি আছে।

১৩। কুটিল স্বভাবসম্পন্ন দুৰাত্মা সেই ৰাক্ষসে 'হা লক্ষ্মণ' বুলি চিঞৰি দিওতে তোমাৰো মনত ভয় উপজিল।

১৪। অনুমান হয় বৈদেহীয়েও মোৰৰ স্বৰৰ নিচিনা সেই স্বৰ নিশ্চয় শুনিছিল আৰু তাতে সন্ত্ৰস্তা হৈ তেওঁ তোমাক পঠিয়াই দিয়াত মোক বিচাৰি তুমিও লৰালৰিকৈ আহিলা।

১৫। সীতাক বনৰ মাজত এৰি থৈ তুমি যি কাম কৰিলা সি সকলো ফালৰপৰা দুখকৰ হৈছে, তাৰ দ্বাৰা নিষ্ঠুৰমতি ৰাক্ষসবোৰক অপকাৰ সাধিবলৈ এটা সুযোগ দিলা মাথোন।

১৬। খৰৰ মৃত্যুত মাংসাশী সেই ৰাক্ষসবোৰ অতিশয় দুখিত হৈছে, এতিয়া ঘোৰমূৰ্ত্তি সেই ৰাক্ষসবোৰে সীতাক যে বধ কৰিছে, এইটো নিশ্চয।

১৭। হে শত্ৰুবিনাশক লক্ষ্মণ, আহা! কি কষ্ট! সকলো ফালৰপৰা মই ঘোৰ বিপদত নিমগ্ন হলো। এতিয়া এনে শঙ্কিত অৱস্থাত মই কি কৰোঁ।"

১৮। ৰঘুনন্দন ৰামে বৰাৰোহা সীতাৰ বিষয়ে এইদৰে চিন্তা কৰি কৰি লক্ষ্মণে সৈতে লৰালৰিকৈ জনস্থানলৈ খোজ ললে।

১৯। ৰামে এইদৰে দুখাভিভূত কনিষ্ঠ ভ্ৰাতা লক্ষ্মণক তিৰস্কাৰ কৰি কৰি আহিবলৈ ধৰিলে। ভোক আৰু পিয়াহতে তেওঁৰ মুখ শুকাল, অতিশয় বিষণ্নমনে দীঘল দীঘল লৈ নিশ্বাস পেলাই আহি তেওঁ দেখে যে আশ্ৰমৰ ওচৰৰ ঠাই শূন্য।

২০। তাৰ পিচত বীৰ ৰামে আশ্ৰমত সোমাই দেখে যে আশ্ৰম শূন্য আৰু ওচৰত থকা বং ধেমালি কৰি থকা ঠাইবোৰো পাত পাত কৰি বিচাৰি, গোটেই বাসস্থান শূন্য দেখি সীতাই খেলা কৰি থকা ঠাইবোৰৰ কথা মনত হোৱাত সেইবোৰো বিচাৰি চাই শূন্য দেখি তেওঁৰ শৰীৰ শিঁহৰি উঠিল আৰু তেওঁ অতিশয় ব্যথিত হ'ল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত অষ্টপঞ্চাশ সৰ্গ সমাপ্ত ॥

## একোনষষ্টিতম সর্গ

## সীতাক অকলে এৰি অহাৰ কাৰণে লক্ষ্মণক তিৰস্কাৰ

১। আশ্ৰমৰপৰা ওলাই লক্ষ্মণ ৰামৰ ওচৰ পলেগৈ আৰু দুয়ো উভতি আহোতে বাটত ৰঘুনন্দন ৰামে মনৰ দুখতে লক্ষ্মণক কলে,

২। "তোমাৰ ওপৰতে বিশ্বাস কৰি মই সীতাক এৰি থৈ আহিছিলোঁ, এনেস্থলত তুমি তেওঁক এৰি আহিলা কিয় ?

৩। লক্ষ্মণ, মৈথিলীক এৰি তোমাক অহা দেখি যি ঘোৰ অনিষ্ট আশঙ্কা কৰি মোৰ মন ব্যাকুল হৈছিল এতিয়া দেখিছো সেয়ে সত্যত পৰিণত হলহঁ।

৪। লক্ষ্মণ, দূৰতে তোমাক সীতাক এৰি অহা দেখা পাই মোৰ বাও চকু, বাহু আৰু বুকু নাচিব ধৰিছে।"

৫। ৰামে সুমিত্ৰানন্দন শুভলক্ষণ লক্ষ্মণক এইদৰে কোৱাত তেওঁ মনত আৰু অধিক দুখ পাই দুখতে অভিভূত হৈ থকা ৰামক কবলৈ ধৰিলে।

৬। "মই নিজ ইচ্ছামতে তেওঁক এৰি অহা নাই, তেওঁ তীব্ৰবাক্যে প্ৰেৰণা দিয়াতহে মই ইয়ালৈ আপোনাৰ গুৰিলৈ আহিছো।

৭-৯। অবিকল আপোনাৰ স্বৰেৰে আপোনাৰ নিচিনাকৈ 'লক্ষ্মণ ৰক্ষা কৰা' বুলি যি চীৎকাৰ ধ্বনি হৈছিল, সি মৈথিলীৰ কাণত পৰিল। সেই আৰ্ত্তস্বৰ শুনি আপোনাৰ প্ৰতি স্নেহত মৈথিলীয়ে ভয়তে অধীৰা হৈ কান্দি কান্দি "যোৱা" 'যোৱা" বুলি মোক বাৰে বাৰে কোৱাৰ পিচত তেওঁক বিশ্বাস ওপজাবলৈ মই এইদৰে তেওঁক কওঁ।

১০। "হে মৈথিলী, মই এনে কোনো ৰাক্ষস দেখা নাই যি ৰামক ভয় খুৱাব পাৰে, আপুনি নিশ্চিন্ত হওক, এই কাতৰ স্বৰ তেওঁৰ নহয়, আন কোনোবা ৰাক্ষসেহে এইদৰে চিঞৰিছে।

১১। হে দেবী। যিজনাই দেৱতাসকলকো পৰিত্ৰাণ কৰিব পাৰে, তেনেজনা আৰ্য্যপুৰুষে ক্ষত্ৰিয়জনৰ নিন্দিত, এতেকে ঘৃণনীয় স্বৰে ৰক্ষা কৰা বুলি চিঞৰিব পাৰে কেনেকৈ ?

১২। নিশ্চয় আন কোনোবে কেনো বিশেষ কাৰণত মোৰ জ্যেষ্ঠ ৰামৰ স্বৰকে অবলম্বন কৰি 'লক্ষ্মণ মোক ৰক্ষা কৰা' বুলি এইদৰে ব্যাকুল স্বৰে চীৎকাৰ কৰিছে।

১৩। হে শোভনে, ভয়তে কোনো ৰাক্ষসেহে 'ৰক্ষা কৰা' বুলি এইদৰে চিঞৰিছে। তাৰবাবে ইতৰজাতীয় স্ত্ৰীলোকৰ নিচিনাকৈ আপুনি মনত কোনো শঙ্কা নকৰিব।

১৪-১৫। আপুনি অধীৰ নহব, মনৰ উদ্বেগ এৰি সুস্থ হওক, তিনিও জগতত এনে

কোনো পুৰুষ ওপজা নাই, আৰু সুপজিবও যি ৰাঘৱ ৰামক যুদ্ধত পৰাস্ত কৰিব পাৰে। যুদ্ধত ৰাঘৱ ৰামক ইন্দ্রপ্রমুখ্যে দেৱতাসকলেও জয় কৰিব নোৱাৰে।”

১৬। তথাপি ব্যাকুলতাৰ কাৰণে বৈদেহীৰ হিতাহিত জ্ঞান লোপ পোৱাত, মোৰ এই কথা শুনি, চকুৰ পানী মচি অতি নিদাৰুণ ভাবে কুকথাৰে তেওঁ মোক এইদৰে কবলৈ ধৰিলে,

১৭। “লক্ষ্মণ, মই বুজিলোঁ তোমাৰ জ্যেষ্ঠ ৰামৰ বিনাশ হলে তুমি মোক লাভ কৰিব পাৰিবা এনে এটা ভাবে তোমাৰ মনত ঠাই পাইছে, কিন্তু তুমি কোনো প্ৰকাৰে মোক লাভ কৰিব নোৱাৰা। আৰু

১৮। যিহেতু ৰামৰ চিঞৰ শুনিও তুমি আগবাঢ়ি যোৱা নাই, গতিকে বুজিব লাগিব ভৰতৰ ইঙ্গিত মতেহে তুমি ৰামক অনুসৰণ কৰি ইয়ালৈ আহিছা।

১৯। তুমি গুপ্তশত্রু, কেৱল মোক লাভ কৰিবলৈহে বনলৈ অনুগমন কৰিছা। এতিয়া তেওঁৰ বিনাশ ইচ্ছা কৰি ৰামৰ ওচৰলৈ যোৱা নাই।”

২০। “হে ৰাঘৱ বৈদেহীয়ে এইদ2ৰ কোৱাত খঙতে মোৰ চকু ৰঙা পৰি উঠিল আৰু ওঠ কঁপিবলৈ ধৰিলে, তাৰ পিচতেই মই আশ্ৰমৰপৰা ওলাই আহিলোঁ।”

২১। সৌমিত্ৰিয়ে এইদৰে কৈ থাকোতে ৰামে শোকসন্তপ্ত হৈ কলে, “সৌম্য যিয়েই নহওক, সীতাক এৰি অহাটো তোমাৰ পক্ষে এটা দুষ্কৰ্ম্ম হৈছে।

২২। তুমি জানা যে ৰাক্ষসক হৰুৱাবলৈ মোৰ সামৰ্থ্য আছে, তথাপি মৈথিলীৰ ক্ৰোধপূৰ্ণ কথা শুনি তুমি আশ্ৰমৰপৰা ওলাই আহিলা কিয়?

২৩। ক্ৰুদ্ধ হলে নাৰীয়ে কৰ্কশ বাক্য প্ৰয়োগ কৰে, এইটো তেওঁলোকৰ স্বভাৱ। তথাপি যে তুমি মৈথিলীক এইদৰে এৰি থৈ ইয়ালৈ আহিছা তাত মই সন্তুষ্ট হব পৰা নাই।

২৪। সীতাৰ কথামতে ক্ৰোধৰ বশীভূত হৈ মোৰ শাসন নমনাটো তোমাৰ পক্ষে সকলো ফালৰপৰা এটা অন্যায় কাম হৈছে।

২৫। চোৱা যি ৰাক্ষসে মৃগৰ ৰূপ ধাৰণ কৰি মোক আশ্ৰমৰপৰা উলিয়াই আনিলে মোৰ শৰতে নিহত হৈ সি এতিয়া মাটিত পৰি আছে।

২৬। মই শৰ হাতত লৈ ধনুত টান দি হেলাৰঙে সেই ৰাক্ষসক আঘাত কৰোঁ আৰু সি তাৰ মৃগৰূপ পৰিত্যাগ কৰি বিকটস্বৰে চীৎকাৰ কৰি কেয়ূৰধাৰী ৰাক্ষসৰূপ ধাৰণ কৰিলে।

২৭। আৰু তাৰ পিচত এইদৰে শৰাহত হৈ আৰ্ত্তস্বৰে দূৰৈৰপৰা শুনা মোৰ স্বৰ অনুকৰণ কৰি সি চীৎকাৰ কৰিলে। তুমি দাৰুণ সেই স্বৰকে শুনি মৈথিলীক এৰি থৈ ইয়ালৈ আহিলা।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একোনষষ্টিতম সৰ্গ সমাপ্ত।

## ষষ্টিতম সৰ্গ

## আশ্ৰমত সীতাক নেদেখি ৰামৰ শোকাতুৰ অৱস্থা।

১। আশ্ৰমলৈ আহোতে ৰামৰ বাওঁচকুৰ তলভাগ বৰকৈ নাচিবলৈ ধৰিলে, ভৰিত উজুটি খালে আৰু গোটেই শৰীৰতে এটা কঁপনি উঠিল।

২। বাৰে বাৰে এই দুৰ্লক্ষণসমূহ দেখি তেওঁ কৈছিল "সীতা জানো ভালে-কুশলে আছে।"

৩। তাৰ পিচতে সীতাক চাবলৈ বুলি উৎকণ্ঠিত হৈ লৰালৰিকৈ আহি ঘৰ শূন্য দেখি তেওঁৰ মন উদ্বিগ্ন হল।

৪। ৰঘুনন্দন ৰামে লৰালৰিকৈ খোজ দি কুটীৰৰ চাৰিওফালে সকলো ঠাইতে হাতেৰে খপিয়াই খপিয়াই সীতাক বিচাৰি ফুৰিবলৈ ধৰিলে।

৫। তেওঁ দেখিলে পদুম নোহোৱা পুখুৰীৰ দৰে সীতা অবিহনে পৰ্ণশালাৰ শোভা নোহোৱা হৈছে।

৬। আশ্ৰমৰ বৃক্ষসমূহে যেন চকুৰ পানীহে টকি আছে, তাৰ পুষ্প, মৃগ আৰু পক্ষীসমূহৰ কান্তি ম্লান হৈছে, অনুমান হল যেন বনদেৱতাসকলে শ্ৰীহীন বিধ্বস্ত আশ্ৰম এৰি আঁতৰি গৈছে।

৭-৮। আশ্ৰমৰ কুশ, মৃগচৰ্ম্ম আদি ছেদেলি ভেদেলি হৈছে আৰু কুশাসনবোৰ ছিন্ন-বিচ্ছিন্ন হৈ পৰি আছে। কুটীৰ এনেদৰে শূন্য হৈ পৰি থকা দেখি ৰামে বিলাপ কৰি কবলৈ ধৰিলে—"হয় সীতাক কোনোৱে হৰণ কৰি নিলে, অথবা তেওঁৰ মৃত্যুৱেই হল অথবা কোনো প্ৰকাৰে বিনষ্ট হৈছে নাইবা কোনোৱে সীতাক ভক্ষণ কৰিছে অথবা ভীৰুস্বভাৱা তেওঁ হাবিৰ মাজত কৰবাত লুকাইয়ে আছে।

৯। হয়তো এনেও হব পাৰে যে তেওঁ ফুল অথবা ফল সংগ্ৰহ কৰিবলৈকে গৈছে? কিজানিবা পদুম ছিগি আনিবলৈ বা গা ধুবলৈ বুলি নৈলৈকেই গৈছে!"

১০। এইদৰে যত্নপূৰ্ব্বক চাৰিওফালে অনুসন্ধান কৰিও বনৰ মাজত তেওঁৰ প্ৰিয়-পত্নী সীতাক দেখা নাপাই, শোকতে তেওঁৰ চকু ৰঙা হৈ উঠিল আৰু শ্ৰীমান ৰামক শোকতে উন্মাদ হোৱা যেন দেখা গল।

১১। তেওঁ শোকপঙ্কৰূপ সাগৰত মগ্ন হৈ ইডাল গছৰপৰা সিডাললৈ লৰি ফুৰিবলৈ ধৰিলে আৰু বিলাপ কৰি কৰি পৰ্ব্বত, নদ, নদীসমূহত ঘূৰি ফুৰিবলৈ ধৰিলে।

১২। ক্ৰমাৎ শোকতে ব্যাকুল হৈ তেওঁ গছগছনি বোৰকো সীতাৰ বিষয়ে এইদৰে সুধিবলৈ আৰম্ভ কৰিলে, "হে কদম্ব, মোৰ প্ৰিয়-পত্নী সীতা অতিশয় কদম্বপ্ৰিয়, তুমি তেওঁক দেখা পাইছানে? যদিহে শুভাননা সীতাৰ বিষয়ে কিবা জানা, তেন্তে মোক কোৱা।

১৩। হে বিল্ব, মোৰ প্ৰিয়াৰ পয়োধৰযুগলো তোমাৰেই সদৃশ, স্নিগ্ধ কিশলয় তুল্য কান্তিযুক্তা পীত পট্টবস্ত্ৰপৰিহিতা সীতাক কৰবাত দেখা পাইছা যদি তেওঁৰ বিষয়ে মোক কোৱাঁ।

১৪। হে অৰ্জ্জুন, তুমি মোৰ প্ৰিযাৰ অতি চেনেহৰ বৃক্ষ, কোৱাচোন বাৰু সেই জনক-দুহিতা কৃশকায়া সীতাদেবী জীয়াই আছেনে?

১৫-১৬। এই যে ককুভ বৃক্ষ*, যাৰ মসৃণতাৰ লগত মোৰ প্ৰিয়াৰ উৰুযুগলৰ সাদৃশ্য বৰ্ত্তমান তেওঁ নিশ্চয় ভালদৰে জানিব পাৰে মৈথিলী ক'ত। এই বনস্পতি, লতা পল্লব আৰু পুষ্পেৰে আঢ্যবন্ত হৈ জিলিকি আছে আৰু ইয়াৰ চৌৰত ভোমোৰাই সদায় গুণ্‌গুণাই আছে, হে বনস্পতি তুমিয়েতো তৰুৰ হৈ ইয়াত বিৰাজ কৰি আছা, তুমি মোৰ প্ৰিয়াৰ কথা নিশ্চয় জানা। এই যে তিলকবৃক্ষ, মোৰ প্ৰিয়াও তিলকপ্ৰিয়া, এতেকে প্ৰিয়াৰ কথা তেওঁ ভালদৰে জানে।

১৭। হে অশোক, তুমি শোকাপহাৰী, মই এতিয়া শোকসন্তপ্ত, মোৰ প্ৰিয়াক দেখুৱাই দি তুমি তোমাৰ নাম সাৰ্থক কৰা।

১৮। হে তাল, মোৰ প্ৰিয়াৰ স্তনযুগলো সুপক্ক তাল সদৃশ, যদি তোমাৰ অকণিমানো দয়া মোলৈ আছে, তেন্তে নাৰী শ্ৰেষ্ঠা সীতাৰ বিষয়ে মোক কোৱাঁ।

১৯। হে জম্বুবৃক্ষ, †জাম্বুনদসমপ্ৰভাবিশিষ্টা (সোণ বৰণীয়া) মোৰ প্ৰিয়াক যদি কৰবাত দেখিছা নাইবা তেওঁ ক'ত আছে, যদি জানা মনত অকণিও শঙ্কা নৰখাকৈ কথাটো মোক কোৱাঁ।

২০। হে কৰ্ণিকাৰ, ফুলভৰে জকমক হোৱাত তোমাৰ শোভা অতিশয় উজ্জ্বল হৈছে, কৰ্ণিকাৰ প্ৰিয়া সাধ্বী সীতাক যদি দেখা পাইছা, তেওঁ ক'ত আছে কোৱাঁ।"

২১-২২। তাৰ পিচতে মহাযশস্বী ৰামে আম, নীপ, সাল, কঠাল, কুৰুব, দালিম আৰু সেইদৰে বকুল, নাহৰ, চন্দন, কেতেকী আদি গছৰ গুৰিলৈ বেলেগে বেলেগে গৈ সীতাৰ বাতৰি সুধি উন্মত্তৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে।

২৩। জানোচা মৃগনয়না সীতা মৃগীসকলৰ লগতে সোমাই বৈ আছে, ৰামচন্দ্ৰই এই অনুমান কৰি সুধিবলৈ ধৰিলে, "হে মৃগ, সীতাৰ নয়ন-যুগল মৃগশাবকৰ নয়নৰ দৰে, তেওঁৰ কথা কব পাৰানে?

২৪। অথবা হে গজ, মোৰ সীতাৰো নাক আৰু উৰুদেশ তোমাৰ নাসিকাসদৃশ, সম্ভৱত তুমি সেই সীতাদেবীক দেখা পাইছা। হে গজশ্ৰেষ্ঠ, মোৰ অনুমান তেওঁ ক'ত আছে তুমি জানা মই তোমাক অনুৰোধ কৰিছোঁ, তুমি কোৱাঁ।

২৫। হে ব্যাঘ্ৰ, চন্দ্ৰবদনা মোৰ প্ৰিয়া মৈথিলীক যদি তুমি খাইছা, তেন্তে নিসঙ্কোচচিত্তে তুমি কথাটো মোক কোৱা, তোমাৰ ভয়ৰ‡ কোনো কাৰণ নাই।

২৬। এইদৰে চাৰিওফালে সকলোকে সুধিমেলিও কোনো উত্তৰ নাপাই ৰাম উন্মাদ

---

* ককুভ—মৰুবক। মৰুবকৰ বাকলি নিমজ আৰু মিহি সীতাৰ উৰুদেশো তেনে মিহি আৰু নিমজ অতএব সাদৃশ্য।

† জাম্বুনদ—সোণ।

‡ অৰ্থাৎ যদি তুমি খাইছাও তথাপি কোৱা। মই তোমাক একোকে নকৰোঁ। সীতাৰ কি হল তাকে মাত্ৰ জানিবলৈ বিচাৰিছোঁ।

হোৱাদি হল আৰু সীতাক যেন দেখা পাইছে অথচ সীতাদেবীয়ে আহি তেওঁৰ কথাত উত্তৰ দিয়া নাই এনে ভাবতে তেওঁৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। "হে কমললোচনা প্ৰিয়া সীতা, এই মই তোমাক দেখা পালোঁ। তুমি লৰি ফুৰিছা কিয় ? গছৰ আঁৰতে লুকাই থাকি মোৰ কথাত উত্তৰ নিদিয়াকৈ আছা কিয় ?

২৭। হে বৰাৰোহে ৰবা, ৰবা, তোমাৰ কি মোলৈ অকণো দয়া নাই ? তুমিতো মোৰ লগত অধিক পৰিমাণে ঠাট্টা বিদ্ৰূপ নকৰা, অতএব এই ক্ষেত্ৰত মোক এইদৰে উপেক্ষা কৰি চলিছা কিয় ?

২৮। হে বৰবৰ্ণিনী, তোমাৰ হালধীয়া পাটৰ কাপোৰ দেখিয়ে তুমি বুলি মই তোমাক চিনিব পাৰিছো, এতেকে তুমি লৰি যাওঁতেও মই তোমাক দেখা পাই আছো। যদিহে মোলৈ তোমাৰ চেনেহ আছে তেন্তে ৰোৱা আৰু নাযাবা।

[ তাৰ পিচতে সন্দেহ হোৱাত ৰামে আকৌ কবলৈ ধৰিলে ]

২৯। অথবা মই যাক দেখিলোঁ তেওঁ সীতা নহয়ে নেকি ? চাৰুহাসিনী প্ৰিয়াক কোনোবে খাইয়ে পেলালেনেকি ? নহলে মোক এনে দুৰ্দ্দশাগ্ৰস্ত দেখিও তেওঁ আওকণীয়া দি থাকিব পাৰে কেনেকৈ ?

৩০। নিশ্চয় মই নথকা অৱস্থাত মাংসভোজী কোনো ৰাক্ষসে মোৰ প্ৰিয়াৰ অঙ্গবোৰ খণ্ড বিখণ্ড কৰি খাই পেলালে।

৩১। আহা ! ৰাক্ষসে খোৱাৰ সময়ত মনোহৰ দাঁত, সুন্দৰ ওঠ আৰু নাসিকাবিশিষ্ট, শুভকুণ্ডলশোভিত প্ৰিয়াৰ পূৰ্ণচন্দ্ৰাননন নিশ্চয় তেনেই নিষ্প্ৰভ হৈছিল।

৩২। আহা ! প্ৰিয়াৰ মোৰ ডিঙি কেনে কোমল, নিশ্চয় তেওঁ কান্দি থাকোতে থাকোতেই চন্দনৰ নিচিনা অলঙ্কাৰে বিভূষিত মনোহৰ সেই ডিঙিও ৰাক্ষসে ভক্ষণ কৰিছে।

৩৩। প্ৰিয়াৰ বাহুযুগল পল্লৱসদৃশ কোমল, আৰু অঙ্গদাদি অলঙ্কাৰৰ সুশোভিত, এই হাত আছোৰা-আছুৰি কৰি থাকোতেই চাগে ৰাক্ষসে তেওঁক খাই পেলালে আৰু খোৱাৰ সময়ত প্ৰিয়াৰ হাতৰ অগ্ৰভাগ নিশ্চয় কঁপি কঁপি আছিল।

৩৪। আহা ! ৰাক্ষসে খাবলৈকে মই প্ৰিয়াক এইদৰে অকলে এৰি গলোঁ। ইমান-বোৰ বন্ধুবান্ধব থকা সত্বেও বন্ধুহীনা হৈ তেওঁ ৰাক্ষসৰ ভক্ষ্য হবলৈ পালে।

৩৫। হে মহাবাহু লক্ষ্মণ, তুমি সীতাক কৰবাত দেখা পালা নে ? হা প্ৰিয়ে ! হা সীতা ! হা ভদ্ৰে ! তুমি ক'লৈ গলা !"

৩৬-৩৭। এইদৰে বাৰে বাৰে বিলাপ কৰি ৰামচন্দ্ৰই ইখন বনৰপৰা সিখনলৈ ঘূৰি ফুৰিবলৈ ধৰিলে। সময়ত ওপৰলৈ লাফ দি উঠি আৰু সময়ত বা ইফালে সিফালে লৰি উন্মাদ মূৰ্ত্তি ধাৰণ কৰিলে। ক'তো স্থিতিলাভ কৰিব নোৱাৰি প্ৰিয়া পত্নী সীতাৰ অন্বেষণতে তৎপৰ হৈ নদী, বন, পৰ্ব্বত, নিজৰা, কানন আদিত দ্ৰুতপদে ঘূৰি ফুৰিবলৈ ধৰিলে।

৩৮। ইয়াৰ পিচতো ডাঙৰ অৰণ্য এখনৰ মাজেদি গৈ মৈথিলীক অনুসন্ধান কৰি তাতো সীতাক দেখা নাপাই তেওঁৰ মনৰ আশা পূৰ্ণ নোহোৱাত তেওঁৰ প্ৰিয়াৰ কাৰণে পুনঃ নতুনকৈ বিচাৰিবলৈ যত্নপৰ হল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ষষ্টিতম সৰ্গ সমাপ্ত ॥

# একষষ্টিতম সৰ্গ

## অৰণ্যৰ সকলো ঠাইতে ৰামৰ দ্বাৰা সীতাৰ অন্বেষণ।

১। দশৰথ তনয় ৰামচন্দ্ৰই দেখিলে আশ্ৰম শূন্য, পৰ্ণশালাৰ ভিতৰত সীতা নাই আৰু আসনসমূহ চাৰিওফালে বিক্ষিপ্ত।

২। চাৰিওফালে বিচাৰিও সীতাক ক'তো নেদেখি তেওঁৰ মনোহৰ হাত দুখন ওপৰলৈ তুলি চিঞৰি চিঞৰি কবলৈ ধৰিলে।"

৩। "লক্ষ্মণ, বৈদেহী তেন্তে ক'ত, ইয়াৰপৰা তেওঁ কোন ঠাইলৈ গল? সুমিত্ৰানন্দন। কোনে তেওঁক হৰণ কৰি নিলে? অথবা মোৰ প্ৰিয়াক ভক্ষণে বা কৰিলে কোনে?

৪। সীতা, যদিহে তুমি গছৰ আঁৰত থাকি মোৰ লগত উপহাস কৰিব খুজিছা, সেই উপহাস এতিয়া এৰি পেলোৱা, মই ভীষণ শোকত সন্তপ্ত, মোৰ ওচৰলৈ আহা।

৫। সীতা, তোমাৰ পোহনীয়া যিবোৰ পহু পোৱালিৰ লগত তুমি সদায় খেলা কৰি থাকা, তুমি নোহোৱা কাৰণে হে ভদ্ৰে, চকুৰ পানী টুকি সিহঁতেও তোমাৰে বিষয় চিন্তা কৰি আছে।

৬। হে লক্ষ্মণ, সীতা অবিহনে মই জীয়াই থাকিব নোৱাৰোঁ। এই সীতাৰ হৰণকে লৈ ভীষণ এক শোকে মোক আগুৰি ধৰিছে।

৭। মোৰ মৃত্যু হলে সি পুৰীত মোৰ পিতৃদেৱ মহাৰাজ দশৰথৰ লগত দেখা হলে নিশ্চয় তেখেতে কব, "ৰাম, সত্য পালনৰ অৰ্থে তোমাক চৈধ্য বছৰ বনবাসলৈ পঠিয়াইছিলোঁ, সেই সত্য পালন কৰিবা বুলি তুমিও প্ৰতিজ্ঞা কৰিছিলা।

৮-১১। এতিয়া সেই কাল শেষ নৌ হওতেই তুমি মৰণক আশ্ৰয় কৰি মোৰ ইয়ালৈ আহিলা কিয়? এতেকে তুমি স্বেচ্ছাচাৰী, অনাৰ্য্য আৰু মিথ্যাবাদী তোমাক ধিক্'—পিতৃদেৱে নিশ্চয় মোক এইদৰে কব। হে সীতা, তুমি সুমধ্যমা আৰু বৰাৰোহা বৰ্ত্তমান মই শোকসন্তপ্ত আৰু বিবশ, দীন আৰু ভগ্নমনোৰথ, এনে অৱস্থাত সুকীৰ্ত্তিয়ে কুটিল স্বভাৱৰ মানুহক পৰিত্যাগ কৰি যোৱাৰ দৰে, তুমি মোক ইয়াত এৰি থৈ ক'লৈ গলা। তোমাৰ বিহনে মৰো মোৰ জীৱন পৰিত্যাগ কৰিম।"

১২-১৩। এইদৰে বিলাপ কৰি কৰি জনকাত্মজা সীতাক দেখা পাবলৈ ব্যগ্ৰ হৈও ৰাঘৱ ৰামে তেওঁক ক'তো দেখা নাপাই অতিশয় দুখত অভিভূত হল। সীতাৰ অদৰ্শনত বোকাত পোত খাই কষ্ট ভুগি থকা মত্ত কুঞ্জৰ সদৃশ ৰামক শোক সন্তপ্ত হোৱা দেখি তেওঁৰ হিত কামনা কৰি লক্ষ্মণে কবলৈ ধৰিলে।

১৪-১৭। "হে ৰাম, আপুনি অতিশয় ধীসম্পন্ন, আপুনি শোক কৰি নাথাকিব, সীতাক বিচাৰি উলিয়াবলৈ মোৰে সৈতে যত্নপৰ হওক, হে বীৰ এই গিৰিৰৰত অসংখ্য গুহা বৰ্ত্তমান,

বনভ্ৰমণ মৈথিলীৰ অতি প্ৰিয়, বনৰ নামতে তেওঁ উত্ৰাবল হয়, হয়তো কোনো বনৰ ভিতৰতে তেওঁ প্ৰবেশ কৰিছে, নাইবা পদ্মপূৰ্ণ কোনো জলাশয়, অথবা মাছ আৰু বেতেৰে ভৰি থকা কোনো নদীতেই প্ৰবেশ কৰিছে, অথবা হে পুৰুষশ্ৰেষ্ঠ আমাক ভয় খুৱাবলৈ, অথবা আমি তেওঁক বিচাৰি উলিয়াব পাৰো নে নাই তাকে চাবলৈ বুলিয়ে কোনোবা বনত লুকাই আছে। এতেকে হে ধীমন্, তেওঁক বিচাৰি উলিয়াবলৈ আমি দুয়ো যত্নপৰ হওঁ।

১৮। হে কাকুৎস্থ, জনকাত্মজা সীতা য'তে থকা বুলি ভাবে, সেই গোটেইখন বনতে আমি বিচাৰি চাওঁ, আপুনি শোক নকৰিব।"

১৯। সহৃদয়তাৰে লক্ষ্মণে এইদৰে কোৱাত ৰামে মনস্থিৰ কৰি লক্ষ্মণে সৈতে সীতাক বিচাৰিবলৈ ধৰিলে।

২০। দশৰথাত্মজ উভয়ে, বন, পৰ্ব্বত, নদী, সৰোবৰ সকলোতে তন্ন তন্নকৈ সীতাক বিচাৰিবলৈ ধৰিলে।

২১। এইদৰে পৰ্ব্বতৰ সকলো শৃঙ্গ আৰু শিলবোৰৰ মাজত বিচাৰি চাই ভাই ককায়েক দুয়ো সীতাক ক'তো দেখা নাপালে।

২২। গোটেই পৰ্ব্বত বিচাৰিও সীতাক দেখা নাপাই ৰামে লক্ষ্মণক কলে, "হে সৌমিত্ৰি ক'তা এই পৰ্ব্বতত শুদ্ধ স্বভাৱৰ সীতা দেখোন নাই।"

২৩-২৪। লক্ষ্মণেও দণ্ডকাৰণ্যৰ ভিতৰত সীতাক বিচাৰি চাই ক'তো দেখা নাপাই শোকতে সন্তপ্ত হৈ তেজস্বী ককায়েকক কলে, "হে মহাপ্ৰাজ্ঞ ভগবান বিষ্ণুৱে বলিক বন্ধন কৰি যিদৰে এই পৃথিবী লাভ কৰিছিল আপুনিও সেইদৰে জনকাত্মজা মৈথিলীক পাবই।'

২৫-২৬। বীৰ লক্ষ্মণে সহানুভূতিৰে এইদৰে কোৱাত শোকতে অচেতন ৰামে কাতৰ স্বৰে কবলৈ ধৰিলে, "হে মহাপ্ৰাজ্ঞ, এই সমগ্ৰ বন, প্ৰফুল্লপদ্মশোভিত জলাশয়, বহুত গুহা আৰু নিজৰাৰে পৰিপূৰ্ণ এই পৰ্ব্বত, সকলো তন্ন তন্ন কৈ বিচাৰি চালোঁ, কিন্তু মোৰ প্ৰাণতকৈও শ্ৰেষ্ঠা সেই মৈথিলীক হলে দেখা নাপালোঁ।"

২৭। সীতাহৰণৰ শোকত শুকাই ক্ষীণাই ৰামে ব্যাকুল হৈ দীন ভাবে বিলাপ কৰি কিছুকাল বিহ্বল হৈ পৰিল।

২৮। তেওঁৰ শৰীৰৰ সকলো অঙ্গ অবশ হল, বুদ্ধি নাশ পালে আৰু অচেতন প্ৰায় হৈ বহুত সময় দীঘল দীঘল কৈ তপত নিশ্বাস পেলাই আতুৰহৈ মলিন ভাবে বহি পৰিল।

২৯। এইদৰে ৰাজীবলোচন ৰামে বহুবাৰ হুমুনিয়াহ কাঢ়ি বাষ্পপূৰ্ণ মুখে গদ্গদস্বৰে "হা প্ৰিয়ে" বুলি বাৰে বাৰে কান্দিবলৈ ধৰিলে।

৩০। এনে অবস্থাত শোকাৰ্ত্ত লক্ষ্মণে হাতযোৰ কৰি বিনীত ভাবে প্ৰিয় সুহৃদ ৰামক বহুপ্ৰকাৰে সান্ত্বনা দিবলৈ ধৰিলে।

৩১। কিন্তু ৰামে লক্ষ্মণৰ মুখৰপৰা ওলোৱা কথালৈ কাণনিদি তেওঁৰ প্ৰিয়া ভাৰ্য্যা সীতাক নেদেখি বাৰে বাৰে ৰোদন কৰিয়ে থাকিল।

***ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একষষ্টিতম সৰ্গ সমাপ্ত।***

# দ্বিষষ্টিতম সৰ্গ

## সীতাক বিচাৰি নাপাই ৰামলক্ষ্মণৰ ব্যাকুল অৱস্থা

১। কমললোচন মহাবাহু ধৰ্ম্মাত্মা ৰামে সীতাক নেদেখি মনৰ আবেগত চেতনাহীনহৈ বিলাপ কৰিবলৈ ধৰিলে।

২। কামপীড়িত ৰাঘৱে সীতাক নেদেখাকৈয়ে দেখাপোৱা যেন ভাবি দুখত বিনাবলৈ ধৰিলে।

৩। "হে প্ৰিয়ে, ফুল তোমাৰ অতি প্ৰিয় বস্তু আৰু সেয়েহে অশোক ফুলৰ শাখাৰে তোমাৰ শৰীৰ ঢাকি থৈ মোৰ শোক বঢ়াবলৈ ধৰিছা।

৪। হে দেৱী, তোমাৰ উৰু যুগল কদলীকাণ্ড তুল্য, কলগছৰ মাজত লুকাই থলেও মই তাক দেখা পাইছো, হাজাৰ চেষ্টা কৰিও তুমি তাক লুকাই থব নোৱাৰা।

৫। হে ভদ্ৰে, তুমি হাঁহি হাঁহি কৰ্ণিকাৰ বনত আশ্ৰয় লৈছা, কিন্তু তোমাৰ সেই পৰিহাসৰ ফলত মোৰ দুখহে বাঢ়িবলৈ ধৰিছে গতিকে তেনে পৰিহাসৰ প্ৰয়োজন এতিয়া নাই।

৬। হে প্ৰিয়ে, তুমি পৰিহাস কৰিবলৈ ভালপোৱা মই জানো, কিন্তু এই আশ্ৰমস্থলত তোমাৰ তেনে পৰিহাসে শোভা নাপায়।

৭-৯। হে বিশালাক্ষী, এই পৰ্ণকুটীৰ তোমাৰ অবিহনে শূন্য, হে লক্ষ্মণ, মোক এইদৰে বিলাপ কৰি থকা দেখিও যিহেতু সীতা ওচৰলৈ অহা নাই, গতিকে স্পষ্ট অনুমান হৈছে সীতাক হয় কোনো ৰাক্ষসে খাই পেলাইছে অথবা অপহৰণ কৰি নিছে। হে লক্ষ্মণ, জাক পাতি থকা এই মৃগবোৰেও চকুলোৰে চকু চলচলীয়া কৰি তাকেই কৈছে যে কোনোবা নিশাচৰে সীতাক ভক্ষণ কৰিছে। হে বৰবৰ্ণিনী সীতা, তুমি সাধ্বী আৰু সতী, হে আৰ্য্যে তুমি ক'লৈ গলা ?

১০। হে দেৱী, কৈকেয়ীৰ মনোৰথ আজি পূৰ্ণ হল, সীতাৰে সৈতে বনলৈ গলোঁ, এতিয়া সীতাক এৰি উভতি আহিলোঁ।

১১। মই মোৰ সেই শূন্য অন্তঃপুৰত প্ৰবেশকে বা কৰিম কেনেকৈ? লোকসমাজে নিশ্চয় কব মই শক্তিহীন আৰু নিৰ্দ্দয়।

১২-১৪। সীতাৰ অপহৰণত মোৰ অসমৰ্থতা সম্পূৰ্ণৰূপে প্ৰকাশ পাইছে। বনবাসকাল উত্তীৰ্ণ হোৱাৰ পিচত উভতি গলে মিথিলাধিপতি জনকে কুশল বাতৰি সুধিলে মই মুৰ তুলি তেখেতৰ পিনে চাম কেনেকৈ? সীতা নোহোৱা অৱস্থাত বিদেহৰাজে মোক দেখি তেওঁৰ কন্যা বিনাশ হোৱা বুলি জানি নিশ্চয় মূৰ্চ্ছিত হব। অথবা হে ভ্ৰাতঃ লক্ষ্মণ, মই ভৰত শাসিত সেই ৰাজ্যলৈ আৰু নাযাওঁ।

১৫। মোৰ মনত সীতাবিহীন স্বৰ্গও শূন্য। গতিকে এই অৰণ্যত মোক এৰি তুমি সেই পবিত্ৰ অযোধ্যাপুৰীলৈ যোৱাগৈ।

১৬। সীতা অবিহনে মই কোনোপধ্যে জীয়াই থাকিব নোৱাৰো। মোৰ নির্দ্দেশমতে তুমি গাঢ়ভাবে ভৰতক আলিঙ্গন কৰি কবাগৈ 'ৰামে অনুমতি দিছে, তুমি পৃথিবী পালন কৰি থাকা।

১৭-১৯। হে প্রভাৱশালী লক্ষ্মণ, তাৰ পিছত তুমি মোৰ জননী, কৈকেয়ী আৰু সুমিত্রাৰ ৰক্ষণাবেক্ষণ কৰি থাকিবা আৰু মোৰ নির্দ্দেশমতে আই কৌশল্যাক যথাৰীতি অভিবাদন জনাই যত্নপূর্ব্বক সদায় সংবাক্যে তেওঁক ৰক্ষা কৰি থাকিবা। হে অৰিসূদন, সীতাৰ লগতে মোৰো বিনাশৰ কথা সুবিস্তৃতভাবে তেওঁক জনাবা।"

২০। ৰাঘৱে বনলৈ আহি সুকেশী সীতাক হেৰুৱাই এইদৰে বিলাপ কৰিবলৈ ধৰিলে। ভয় আৰু বিফলতাত লক্ষ্মণ ব্যথিত হৈ অতিশয় আতুৰ হৈ পৰিল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তর্গত দ্বিষষ্টিতম সর্গ সমাপ্ত ॥

# ত্রিষষ্টিতম সর্গ

## সীতাক বিচাৰি নাপাই ৰামৰ খেদ।

১। ৰাজপুত্র ৰাম প্রিয়াবিহীন হৈ শোক আৰু মোহত অভিভূত হোৱাত ভায়েক লক্ষ্মণো বিষণ্ণ হল আৰু লগতে শোকাতুৰ ৰামৰ মনত বিষাদৰ ভাব আৰু অধিক পৰিমাণে বাঢ়ি উঠিল।

২। তেতিয়া অতিশয় শোকমগ্ন ৰামে তেওঁৰ অন্তৰৰ দাহ ফুটি ওলোৱা দীর্ঘনিশ্বাস পেলাই কান্দি কান্দি শোকানুৰূপ বাক্যে দুখাভিভূত লক্ষ্মণক কবলৈ ধৰিলে,—

৩। "ভাই লক্ষ্মণ, সম্ভবত মোৰ নিচিনা দুষ্কর্ম্মকাৰী লোক পৃথিৱীত দ্বিতীয়জন আৰু নাই, চোৱা একে লেঠাৰিয়ে শোকৰ উপৰি শোকে মোৰ হৃদয় আৰু মন বিদীর্ণ কৰিছে।

৪। পূর্ব্বজন্মত নিশ্চয় এবাৰ নহয় বহুবাৰ ইচ্ছা কৰিয়ে মই বহুত পাপ কৰিছিলোঁ; তাৰে পৰিণাম স্বৰূপে আজি মই দুখৰ ওপৰত দুখ ভোগ কৰিব লগা হৈছে।

৫। ৰাজ্য হেৰুৱালোঁ, আত্মীয়স্বজনবৰ্গৰ বঞ্চিত হলোঁ, পিতৃবিয়োগ ঘটিল আৰু জননীৰ পৰাও বিচ্ছিন্ন হলোঁ—এইবোৰ ভাবিচিন্তি মোৰ হৃদয় শোকেৰে এতিয়া পৰিপূর্ণ হৈছে।

৬। লক্ষ্মণ, বনলৈ অহাৰ পিচত সকলো দুখেই শৰীৰত লীন গৈছিল, কিন্তু এতিয়া সীতাৰ বিয়োগত, কাঠৰ সংযোগত হঠাতে জুই জ্বলি উঠাৰ দৰে সকলো দুখেই পুনৰ জ্বলি উঠিছে।

৭। নিশ্চয় কোনো ৰাক্ষসে উত্তম স্বভাবসম্পন্না মোৰ প্রিয়াক অপহৰণ কৰি নিলে। হায়! ভীৰুস্বভাবা মধুৰভাষিণী সীতা এতিয়ামানে নিশ্চয় আকাশমার্গতে থাকি ভয়তে বিকৃতস্বৰে ৰোদন কৰি আছে।

৮। প্ৰিয়াৰ সুবৃত্তাকাৰ স্তনযুগল সদায় হৰিচন্দনেৰে অনুলিপ্ত, এতিয়া ৰাক্ষসে খাব ধৰাত সিও বোকাত লিপ্ত হ'ব পায়। হায়! তথাপি মোৰ মৃত্যু হোৱা নাই।

৯। প্ৰিয়াৰ মুখমণ্ডল কুঞ্চিত কেশপাশেৰে সুশোভিত, সুকোমল আৰু লাহী, তেওঁৰ কথাও সুস্পষ্ট আৰু মৃদু, এতিয়া ৰাক্ষসৰ অধীনলৈ অহাত ৰাহুৰ সম্মুখত পৰা চন্দ্ৰৰ নিচিনা সিও নিষ্প্ৰভ হৈছে।

১০। সুব্ৰতা মোৰ প্ৰিয়াৰ ডিঙিত সদায় হাৰেহে শোভা পাইছিল, হায়! তাকো বিদীৰ্ণ কৰি ৰক্তপায়ী ৰাক্ষসগণে নিৰ্জ্জন স্থানত তাৰপৰা নিশ্চয় ৰক্তপান কৰিছে।

১১। মোৰ অনুপস্থিতিত বিজন বনত ৰাক্ষসবোৰে যেতিয়া তেওঁক আগুৰি ধৰি টনা-আজোৰা কৰিছিল, সেই সময়ত কমনীয় কান্তিবিশিষ্টা আয়তলোচনা মোৰ প্ৰিয়াইয়ো আৰ্ত্ত কুৰৰীৰ দৰে ( এবিধ চৰাই ) নিশ্চয় চিঞৰিছিল।

১২। লক্ষ্মণ এই পৰ্ব্বতৰে শিলাখণ্ডত উদাৰচৰিত্ৰা সীতাদেৱীয়ে মোৰে সৈতে বহি সুমধুৰ হাঁহিসনা মুখে হাঁহি হাঁহি তোমাক কিমান কথাই ন কৈছিল।

১৩। নদীশ্ৰেষ্ঠা এই গোদাবৰী মোৰ প্ৰিয়াৰ সদায় অতিশয় প্ৰিয়। জানোচা তেওঁ তালৈকে গৈছে, কিন্তু তেওঁতো অকলে কেতিয়াও তালৈ নাযায়।

১৪। পদ্মাননা আৰু পদ্মপলাশনয়না মোৰ প্ৰিয়াই কি জানিবা পদুম আনিবলৈকে গৈছে, কিন্তু ক'তা, মই নোযোৱাকৈ তেওঁ কেতিয়াও আগেয়ে দেখোন যোৱা নাছিল।

১৫। নানাবিধ পক্ষীৰে পৰিপূৰ্ণ এই যে পুষ্পিত কানন, জানোচা সীতা তালৈয়ে গৈছে, কিন্তু সিও তো সম্ভৱ নহয়, কিয়নো সীতা ভীৰুস্বভাবা, অকলে তেওঁ তালৈ যাবলৈ ভয় কৰে।

১৬। হে আদিত্য, মানুহে কৰা নকৰা সকলো কামৰ বিষয়ে তুমি জানা, মানুহৰ সত্য-অসত্য কামৰো তুমিয়েই সাক্ষী। মোৰ প্ৰিয়া ক'লৈ গৈছে নাইবা কোনে তেওঁক হৰণ কৰি নিছে মোক সঁচাকৈ কোৱা, মই অতিশয় শোকাতুৰ।

১৭। হে বায়ুদেৱতা, লোকসমূহত এনে বস্তু নাই যাৰ বিষয়ে তুমি নাজানা। এনেকে কুলগৌৰৱ ৰক্ষাকাৰিণী সীতা মৰিছে নে কোনোৱে হৰণ কৰিয়ে নিছে, অথবা বাটতে কৰবাত পৰি আছে মোক কোৱা।"

১৮। শোকসন্তপ্ত কলেৱৰে সংজ্ঞাহীন অৱস্থাত ৰামে এইদৰে বিলাপ কৰি থাকোতে সুমিত্ৰানন্দন মহাত্মা লক্ষ্মণে সময়োচিত ন্যায়সঙ্গত বাক্যেৰে কবলৈ ধৰিলে।

১৯। "ৰাম, আপুনি শোক পৰিহাৰ কৰি ধৈৰ্য্য অবলম্বন কৰক। মনৰ উৎসাহৰে সীতাৰ অন্বেষণ কাৰ্য্যত আগবাঢ়ক। পৃথিবীত উৎসাহী পুৰুষে অতি দুষ্কৰ কামতো হতাশ নহয়।"

২০। উগ্ৰপৌৰুষসম্পন্ন লক্ষ্মণে কাতৰভাবে এইদৰে কলেও ৰঘুবংশপ্ৰবৰ ৰামচন্দ্ৰই সেই কথালৈ কাণ নিদি ধৈৰ্য্যচ্যুত হৈ পুন: শোকাভিভূত হ'ল।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰিষষ্টিতম সৰ্গ সমাপ্ত ॥

## চতুঃষষ্টিতম সৰ্গ

## সীতাৰ সন্ধেদ নাপাই ৰামৰ ক্ৰোধ।

১। শোকতে দীনভাবাপন্ন ৰামে কাতৰবাক্যেৰে লক্ষ্মণক কলে, "লক্ষ্মণ, বেগেতে গোদাবৰী নৈ লৈ গৈ চাই আহাচোন পদুমফুল আনিবলৈ বুলি সীতা গোদাবৰীলৈ গৈছেনেকি ?" ৰামে এইদৰে কোৱাত দ্ৰুতগামী লক্ষ্মণে পুনৰাই ৰমণীয় গোদাবৰী নৈলৈ গল আৰু তাত পাৰ-ঘাটসমন্বিতে নৈত তন্ন তন্ন কৈ বিচাৰি চাই আহি ৰামক কলে,

৪। "ৰাম ঘাটবোৰত মই সীতাক নেদেখিলোঁ, মই চিঞৰাতো তেওঁ মোৰ মাত শুনা নাই, হায়! সৰ্ব্বদুখ বিনাশিনী বৈদেহীনো ক'লৈ গল ?"

৫। হে ৰাম, তনুমধ্যমা সীতা ক'ত থাকিব পাৰে মই ভাবি নাপাওঁ।" লক্ষ্মণৰ কথা শুনি ৰাম শোকতে বিহ্বল হৈ কাতৰ হৈ পৰিল।

৪। তাৰ পিচত নিজে গোদাৱৰী নৈলৈ গল আৰু তাত উপস্থিত হৈ "সীতা ক'ত' বুলি চিঞৰিবলৈ ধৰিলে।

৭। সেই সময়ত সকলো প্ৰাণীয়ে আৰু সেইদৰে গোদাবৰী নদীও নকলে যে বধৰ যোগ্য ৰাক্ষসেন্দ্ৰ ৰাবণে সীতাক হৰণ কৰি নিছে।

৮-৯। তাৰ পিচতো আন আন ভূতসমূহে গোদাবৰী নৈক ৰামৰ প্ৰিয় ভাৰ্য্যা সীতাৰ কথা কবলৈ উদগণি দিয়াতো নদীয়ে দুৰাত্মা ৰাবণৰ ভয়ঙ্কৰ ৰূপ আৰু কৰ্ম্মৰ কথা চিন্তা কৰি কৰি ভয়তে শোকাভিভূত ৰামক সীতাৰ কথা নকলে।

১০। সীতাৰ দৰ্শন বিষয়ে নদীয়ে এইদৰে নিৰাশ কৰাত, সীতাৰ বিৰহত কাতৰ ৰামচন্দ্ৰই সৌমিত্ৰিক কবলৈ ধৰিলে,

১১। "হে সৌম্য লক্ষ্মণ, গোদাবৰী-নদীয়েও একো নকলে, এনেস্থলত ৰজা জনকৰ লগত দেখা হলে মই তেওঁৰ আগত কি কম ?"

১২-১৩। আৰু এতিয়া সীতা নোহোৱা অবস্থাত এই অপ্ৰিয় ঘটনাটোৰ বিষয়ে তেওঁৰ জননীকে বা মই কি কম ? যি বৈদেহীয়ে মই ৰাজ্যভ্ৰষ্ট হৈ বন্য কন্দমূল খাই জীয়াই থকা কালতো মোৰ সকলো শোক আঁতৰাই মনত আনন্দ দি আছিল, হে লক্ষ্মণ, সেই সীতা এতিয়া গল ক'লৈ ?

১৪-১৫। বৰ্ত্তমান আত্মীয়-স্বজন মোৰ লগত নাই, তাৰ উপৰি বৈদেহীকো দেখা নোপোৱাত উজাগৰে থকাৰ কাৰণে ৰাতিটোও মোৰ পক্ষে বৰ দীঘল যেন হৈ পৰিছে। বাৰু আমি এতিয়া এই মন্দাকিনী নৈ, জনস্থান আৰু প্ৰস্ৰবণ পৰ্ব্বত সকলোতে সীতাক বিচাৰি চাওঁ, কিজানি সীতাক কৰবাত পাওঁয়ে। মহাবলশালী এই ডাঙৰ পহবোৰে বাৰে বাৰে মোৰ পিনে চাই আছে।

১৬-২০। *ইইতে যেন কিবা এটা কব খুজিছে এনে ইঙ্গিত কৰা যেন অনুমান হয়।"*

এই বুলি কৈ নৰশ্ৰেষ্ঠ ৰাঘৱে সিহঁতৰ প্ৰতি সূক্ষ্মদৃষ্টিৰে চাই ৰাষ্পৰুদ্ধকণ্ঠে সুধিলে 'সীতা ক'ত'?" নৰশ্ৰেষ্ঠ ৰামে এইদৰে সোধাত পহুবোৰে ঘপকৰে থিয় দি আকাশৰ পিনে লক্ষ্য কৰি দক্ষিণ ফালে মুখ কৰিলে আৰু হৰণ কৰি নিওঁতে মৈথিলী যি বাটেদি গৈছিল সেই বাটকে ধৰি নৰাধিপ ৰামৰ পিনে চাই চাই সিহঁত যাবলৈ ধৰিলে। লক্ষ্মণে দেখিলে যে এইদৰে যাওঁতে মৃগগণে এবাৰ আকাশ মাৰ্গ আৰু এবাৰ ভূমিতল লক্ষ্য কৰিছে তাৰ পিচতে আকৌ চিঞৰিছে আৰু গৈ আছে। এই সকলো দেখিশুনি লক্ষ্মণে সিহঁতৰ কথাৰ ইঙ্গিত ভালদৰে বুজি পালে।

২১-২৩। তেতিয়া ধীমান্ লক্ষ্মণে আঁতুৰ হোৱাদি হৈ জ্যেষ্ঠ ভ্ৰাতা ৰামক কলে, "আপুনি সীতা ক'ত বুলি কোৱা মাত্ৰকে এই মৃগসমূহে ঘপকৰে থিয় দি দক্ষিণফালৰ আকাশীপথ আৰু ভূমিভাগ দেখুৱাই দিছে, এতেকে আমিও নৈঋত কোণক আশ্ৰয় কৰি এই পথেদি গমন কৰোঁ হয়তো আৰ্য্যা সীতাৰ আগমন অথবা তেওঁকে দেখা পাব পাৰো।" লক্ষ্মণৰ কথা শুনি কাকুৎস্থ ৰামে 'বাৰু সেয়ে হওক' বুলি দক্ষিণ দিশলৈ গতি কৰিলে।

২৪-২৫। আগত শ্ৰীমান ৰাম আৰু পিচত লক্ষ্মণ এইদৰে দুয়োজন ভাই ককাই পৰস্পৰে কোৱামেলা কৰি ভূমিভাগ নিৰীক্ষণ কৰি গৈ থাকোতে বাটৰ ওপৰত মাটিত পৰি থকা কিছুমান ফুল দেখা পালে।

২৬। মাটিৰ ওপৰত ফুলবোৰ পৰি থকা দেখি শোকাভিভূত ৰামচন্দ্ৰই দুখপূৰ্ণবাক্যে লক্ষ্মণক কলে, "লক্ষ্মণ, এই ফুলবোৰ আমি চিনি পাইছোঁ।"

২৭-৩০। অৰণ্যত এই ফুলবোৰকে মই বৈদেহীক দিছিলোঁ৷ আৰু তেৰোঁ তাকে পৰিধান কৰিছিল। মোৰ অনুমান সূৰ্য্যদেৱ, বায়ুদেৱতা আৰু যশস্বিনী বসুমতীয়ে মোৰ হিতৰ অৰ্থে এই ফুলবোৰ ৰক্ষা কৰি আছে। মহাবাহু ধৰ্ম্মাত্মা ৰামে পুৰুষশ্ৰেষ্ঠ লক্ষ্মণক এইদৰে কৈ নিজৰাৰে পৰিপূৰ্ণ এখন পৰ্ব্বতক উদ্দেশ্য কৰি কবলৈ ধৰিলে, "হে পৰ্ব্বতপ্ৰৱৰ সৰ্ব্বাঙ্গসুন্দৰী মনোৰমা সীতাক মই নথকা কালত তুমি কৰবাত দেখা পাইছিলা নে?" এইদৰে সুধি উঠিয়েই ৰাম ক্ৰুদ্ধহৈ সিংহই ক্ষুদ্ৰমৃগক সম্বোধন কৰি কোৱাৰ দৰে পৰ্ব্বতক (অৰ্থাৎ পৰ্ব্বতৰ অধিষ্ঠাত্ৰী দেৱতাক) কলে,

৩১। "হেৰ পৰ্ব্বত, মই তোৰ শৃঙ্গসমূহ চূৰ্ণবিচূৰ্ণ কৰাৰ আগতেই তই দেখুৱাই দে স্বৰ্ণপ্ৰভা লাবণ্যময়ী সীতা ক'ত আছে?"

৩২। মৈথিলীৰ উদ্দেশ্যে ৰামে পৰ্ব্বতক এইদৰে সোধাত পৰ্ব্বতে দেখুৱাবৰ ইচ্ছা কৰিও (বাকহীনতা হেতু) সীতাৰ বিষয়ে ৰাঘৱক একো ইঙ্গিত দিব নোৱাৰিলে।

৩৩। তেতিয়া দাশৰথি ৰামে পৰ্ব্বতক উদ্দেশ্য কৰি কলে, "হেৰ পৰ্ব্বত, মোৰ বাণাগ্নিত এতিয়াই তই ভস্মীভূত হবি।

৩৪-৩৮। কোনো প্ৰাণীয়ে তোত আশ্ৰয় নলব, তোৰ তৃণ গছ লতা সকলো নিৰ্ম্মূল হব। হে লক্ষ্মণ, যদিহে এই নদীয়েও চন্দ্ৰাননা সীতাৰ কোনো সম্ভেদ নিদিয়ে তেনেহলে, ইয়াৰো জলৰাশি মই এতিয়াই শোষণ কৰিম।" এনেদৰে ক্ৰুদ্ধ হৈ ৰামে চকুৰে সকলোকে দগ্ধ কৰাৰ ইচ্ছাতেহে যেন ইফালে সিফালে চাওঁতে কোনো এক ৰাক্ষসৰ বৃহৎ পদচিহ্ন তেওঁৰ চকুত পৰিল আৰু লগতে বৈদেহীৰ পদচিহ্নও তেওঁ দেখা পালে, ৰাক্ষসৰ খেদাত ৰামৰ কাৰণে ব্যাকুল হৈ ভয়ত্ৰস্তমনে ইফালে সিফালে যাওঁতে সীতাৰ এই পদচিহ্ন। এইদৰে ৰাক্ষস আৰু সীতাৰ

পদচিহ্ন আৰু তাৰ পিচতে ভঙা ধনু আৰু শৰৰ টুণ ছিন্নবিচ্ছিন্ন হৈ থকা। এখন ৰথ দেখি ৰামৰ চিত্তবিভ্ৰম হ'ল, তেতিয়া তেওঁ তেওঁৰ প্ৰিয় ভায়েকক ক'লে,

৩৯-৪০। "লক্ষ্মণ চোৱা, বৈদেহীৰ বস্ত্ৰাভৰণৰপৰা বিচ্যুত এইবোৰ স্বৰ্ণবিন্দু, আৰু এইবোৰ তেওঁৰ নানা ৰকমৰ মাল্য আৰু চোৱা চাৰিওফালে স্বৰ্ণবিন্দুসদৃশ ৰক্তবিন্দুৰে সিক্ত ভূমিতল।

৪১। লক্ষ্মণ, মোৰ অনুমান হৈছে নিশ্চয়/কামৰূপী ৰাক্ষসবোৰে বৈদেহীক খণ্ড বিখণ্ড কৰিছে অথবা সিহঁতে তেওঁক ভক্ষণ কৰিছে।

৪২। অথবা এনেও হব পাৰে যে সীতাৰ কাৰণে দুই ৰাক্ষসৰ ভিতৰত ভীষণ যুদ্ধ হোৱাত এই ৰক্তবিন্দুসমূহ সিহঁতৰ গাৰপৰাই পৰিছে।

৪৩। হে সৌমিত্ৰি, মুক্তামণিখচিত ৰমণীয়, বিভূষিত এইখন কাৰ ধনু ভাগি মাটিত পৰি আছে?

৪৪। হে বৎস এই ধনু হয় ৰাক্ষসগণৰ অথবা দেৱতাসকলৰ। নবোদিত সূৰ্য্যসদৃশ বৈদূৰ্য্যমণিৰে অলঙ্কৃত মাটিত শীৰ্ণবিশীৰ্ণ হৈ পৰিথকা এই সোণৰ কৱচেই বা কাৰ?

৪৭-৫০। মাটিত পৰি থকা শতশলাকাযুক্ত দিব্যমালাৰে সুশোভিত ভগ্নদণ্ড এই ছত্ৰই বা কাৰ? ভয়ঙ্কৰাকৃতি পিশাচবদন সুবৰ্ণাচ্ছাদনে আবৃত উৰুদেশে সৈতে ৰণক্ষেত্ৰত নিহত হৈ পৰি থকা এই মহাকায় গাধসমূহেই বা কাৰ? প্ৰদীপ্ত অগ্নিসম জ্যোতিৰ্ম্ময় সমৰধ্বজযুক্ত এইখন কাৰ যুদ্ধৰ ৰথ মাটিত ভাগি পৰি আছে? চাৰিওফালে পৰি থকা চাৰিশ আঙুলিমান দীঘল, পাখি নথকা সুবৰ্ণবিভূষিত ভগ্ন বাণসমূহেই বা কাৰ। হে লক্ষ্মণ চোৱা, শৰপূৰ্ণ এই টুণদ্বয় ভাগি ইয়াতে পৰি আছে। হাতত বেত আৰু লেগাম লৈ নিহত হৈ পৰি থকা এই সাৰথিয়েইবা কাৰ? এই যে পদচিহ্ন নিশ্চয় ই কোনো পুৰুষ ৰাক্ষসৰ?

৫১। হে সৌম্য চোৱা, কামৰূপী নিষ্ঠুৰহৃদয় সেই ৰাক্ষসগণৰ লগত জীৱনবিনাশক বৈৰতা মোৰ শতগুণে বৃদ্ধি পালে।

৫২। আহা! হতভাগিনী বৈদেহী নিশ্চয় ৰাক্ষসৰ দ্বাৰা অপহৃতা, মৃতা বা ভক্ষিতা হৈছে। হায়! এই ঘোৰ অৰণ্যৰপৰা হৰণ কৰি নিওতে ধৰ্ম্মেও তেওঁক ৰক্ষা কৰিব নোৱাৰিলে। হে সৌম্য লক্ষ্মণ, যদিহে বৈদেহী এইদৰে ভক্ষিতা বা অপহৃতা হৈছে, তেন্তে এই পৃথিৱীত ঐশ্বৰিকগুণসম্পন্ন কাৰ এনে শক্তি আছে যি মোৰ হিতসাধন কৰিব পাৰে?

৫৪। হে লক্ষ্মণ, (সীতা এইদৰে দুৰ্দ্দশাগ্ৰস্ত হোৱা সত্বেও ধৰ্ম্মই তেওঁক ৰক্ষা নকৰাৰ কাৰণে) লোকসমূহৰ যিজন কৰ্ত্তা আৰু বেদাদি শাস্ত্ৰত মহাবীৰ্যশালী আৰু দয়ালু বুলি প্ৰসিদ্ধ, অজ্ঞানতাহেতু প্ৰাণীসমূহে তেওঁকো নমনা হব।

৫৫। আনপক্ষে কোমলতা, লোকহিতৈষিতা, জিতেন্দ্ৰিয়তা, আৰু কাৰুণ্য আদি যি সকলোগুণ মোত আছে, দেৱতাসকলে তাৰ বাবে মোক বীৰ্য্যহীন বুলিহে জানিব।

৫৬-৫৭। চোৱা লক্ষ্মণ, মোৰ গাত থকা এই গুণসমূহ এতিয়া দোষতহে পৰিণত হৈছে। এতেকে চন্দ্ৰৰ পোহৰ হৰণ কৰি মহান সূৰ্য্য যিদৰে উদিত হয় সেইদৰে সকলো গুণ সংহাৰ কৰি প্ৰাণীবৰ্গ আৰু ৰাক্ষসমূহৰ বধৰ অৰ্থে মোৰ তেজ প্ৰকাশ পাব।

৫৮। লক্ষ্মণ, যক্ষ গন্ধৰ্ব্ব, পিশাচ, ৰাক্ষস, কিন্নৰ, অথবা মানুহ,—কোনোৱে সুখ বোলা বস্তুৰ নাম নাজানিব।

৫৯। চাবা, মোৰ অস্ত্ৰ আৰু বাণসমূহৰদ্বাৰা আকাশ এতিয়াই পৰিপূৰ্ণ হব আৰু এই মুহূৰ্ত্ততে ত্ৰৈলোক্যবিহাৰী প্ৰাণী সমূহৰ অবস্থা এনে হব যে তেওঁলোকে মোৰ বাণ নিৰোধ কৰিব নোৱাৰিব।

৬০-৬৩। হে লক্ষ্মণ, যদিহে দেৱতাসকলে ভালে ভালে সীতাক প্ৰদান নকৰে তেন্তে এই মুহূৰ্ত্ততে গ্ৰহ সঞ্চাৰ ৰুদ্ধ হব, চন্দ্ৰ অন্তৰ্হিত হব, অগ্নি, মৰুৎ, ভাস্কৰ সূৰ্য্য আদি জ্যোতিৰ্ম্ময় পদাৰ্থ-সমূহ বিনষ্ট হব, পৰ্ব্বতৰ শৃঙ্গবোৰ চূৰ্ণ বিচূৰ্ণ হব, জলাশয় শুকাই যাব, গছ, লতা গুল্ম আদি বিধ্বস্ত হব আৰু সমুদ্ৰও বিনষ্ট হব, তিনিও জগতকে কালধৰ্ম্মৰ (মৃত্যুৰ) বশকৈ আনি মই ধ্বংস কৰিম। হে সৌমিত্ৰি লক্ষ্মণ, এই মুহূৰ্ত্ততে প্ৰাণীসমূহে মোৰ পৰাক্ৰম দেখিবলৈ পাব আৰু কোনো প্ৰাণীয়ে আকাশমাৰ্গলৈ উঠিব নোৱাৰিব।

৬৪। লক্ষ্মণ চাই থাকিবা, মোৰ আকৰ্ণপূৰিত বাণৰ কোবত সমগ্ৰ জগৎ ব্যাকুল হৈ পৰিব, কোনো প্ৰাণীয়ে প্ৰকৃতিস্থ হৈ থাকিব নোৱাৰিব আৰু জীৱলোকৰ পক্ষে এই শৰসমূহ দুৰ্ব্বাৰ হব।

৬৫-৬৯। অকল মৈথিলীৰ কাৰণে লোকসমূহত পিশাচ আৰু ৰাক্ষসকুলক মই নিৰ্ম্মূল কৰিম, ৰোষপ্ৰযুক্ত মোৰ শৰসমূহৰ বল দেৱতাসকলে আজি দেখিবলৈ পাব, তেওঁলোকে দেখিব, ক্ৰোধেৰে নিক্ষিপ্ত এই বাণসমূহে কিদৰে দূৰ বিদুৰলৈ গতি কৰে। এই ত্ৰৈলোক্য বিনাশ হোৱাৰ লগে লগে, দেৱতা, দৈত্য, পিশাচ ৰাক্ষস কোনোৱে জীৱিত নাথাকিব। দেৱ, দানব, যক্ষ আৰু লোকসমূহত যিবোৰ ৰাক্ষস আছে, মোৰ বাণসমূহৰ কোবত সকলো খণ্ডবিখণ্ড হব। যদিহে মোৰ প্ৰিয়া ভাৰ্য্যা বৈদেহীক হৃত বা মৃত অবস্থাতো দেৱতাসকলে মোক প্ৰত্যাৰ্পণ নকৰে তেন্তে হে সৌমিত্ৰি মোৰ এই বাণসমূহৰ দ্বাৰা তিনিও ভুবনকে মৰ্য্যাদাবিহীন (অপ্ৰকৃতিস্থ) কৰি তুলিম।

৭০। চৰাচৰ সমগ্ৰ জগত বিনাশ কৰিম আৰু সীতাৰ দৰ্শন নাপাওঁমানে শৰজালৰ দ্বাৰা জগৎ সন্তপ্ত কৰিম।"

৭১। এইদৰে কৈ উঠাৰ লগে লগে ৰামৰ নয়নযুগলে ক্ৰোধত তামৰ বৰণ ধাৰণ কৰিলে, তেওঁৰ ওঠ দুটি কঁপিবলৈ ধৰিলে, তেওঁ অজিন বাকলি গাঁত পিন্ধি লৈ জটা বান্ধি ললে।

৭২। আদিতে ত্ৰিপুৰ ৰাক্ষসক বধ কৰাৰ সময়ত ৰুদ্ৰদেৱে যেনে মূৰ্ত্তি ধাৰণ কৰিছিল ধীমান ৰামচন্দ্ৰই ক্ৰুদ্ধ হৈ থিয় দিলত তেওঁৰ শৰীৰৰ ৰূপো তেনে বিধৰ হল।

৭৩-৭৫। তাৰ পিচত লক্ষ্মণৰ হাতৰপৰা ধনুখন আনি হাতৰ মুঠিৰে টানকৈ খামোচ মাৰি ধৰিলে আৰু ঘোৰ সৰ্পতুল্য প্ৰদীপ্ত শৰ তাত সংযোগ কৰিলে। এইদৰে ধনুখন হাতত লৈ শত্ৰুপুৰী বিনাশক শ্ৰীমান ৰাম খঙতে যুগান্তকাৰী অগ্নিসম হৈ জ্বলি উঠি লক্ষ্মণক কলে, "লক্ষ্মণ, মোৰ খঙৰ পৰিমাণ এনেদৰে বাঢ়িছে যে প্ৰাণীসমূহৰ পক্ষে বাৰ্দ্ধক্য, মৃত্যু, কাল আৰু অদৃষ্ট যিদৰে দুৰ্ব্বাৰ সেইদৰে মোকো কোনেও বাৰণ কৰি ৰাখিব নোৱাৰিব।

৭৬। ধুনীয়া দাঁতেৰে পৱিত্ৰ স্বভাৱৰ মিথিলাৰ ৰাজকন্যা সীতাক যদি পূৰ্ব্বৰ অবস্থাত নাপাওঁ, তেন্তে দেৱতা, গন্ধৰ্ব্ব, মনুষ্য, নাগ আৰু পৰ্ব্বতসমূহে সৈতে সমগ্ৰ পৃথিবীকে মই ওলট-পালট কৰি দিম।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত চতুঃষষ্টিতম সৰ্গ সমাপ্ত ॥**

## পঞ্চষষ্টিতম সৰ্গ

## সীতাৰ বিৰহত ক্ষুব্ধ ৰামৰ প্ৰতি লক্ষ্মণৰ আশ্বাস বাণী।

১-৩। সীতাহৰণত কাতৰ ৰামচন্দ্ৰ শোকতে সন্তপ্তহৈ প্ৰলয়কালৰ অগ্নিসম ৰূপ লৈ লোক-সমূহৰ বিনাশৰ অৰ্থে উদ্যত হোৱা দেখি আৰু লগতে যুগান্তকালত সমগ্ৰজগৎ দগ্ধ কৰিবলৈ হৰে যি ৰূপ ধাৰণ কৰে তেনে ৰূপ ধাৰণ কৰি বাৰে বাৰে দীৰ্ঘনিশ্বাস পেলাই তেওঁৰ জ্যা-সংযুক্ত ধনুৰপিনে লক্ষ্য কৰা দেখি লক্ষ্মণৰ মুখ শুকাই গল, আগেয়ে নেদেখা নুশুনা ৰামৰ ক্ৰোধপূৰ্ণৰূপ দেখি লক্ষ্মণে কৃতাঞ্জলিপুটে কবলৈ ধৰিলে,

৪। "ৰাম, পূৰ্ব্বতে আপুনি মৃদুস্বভাবসম্পন্ন, সংযতেন্দ্ৰিয় আৰু সৰ্ব্বভূতহিতেৰত হৈ কোনোদিনে ক্ৰোধৰ বশীভূত হোৱা নাছিল, এতিয়াও আপুনি আপোনাৰ সেই প্ৰকৃতি পৰিত্যাগ নকৰিব।

৫। চন্দ্ৰৰ প্ৰভা, সূৰ্য্যৰ জ্যোতি, বায়ুৰ গতি আৰু পৃথিৱীৰ ক্ষমা এই চাৰিওটি অনুত্তম গুণ সদায় আপোনাত বৰ্ত্তমান।

৬-৮। এজনৰ অপৰাধৰ কাৰণে আপুনি তিনিও জগতকে বিনাশ কৰা উচিত নহয়, এইটো ভালকৈ জানিব পাৰিছো যে ভাগি পৰি থকা এই যুদ্ধ ৰথখন কেৱল এজনৰ হে বহুতৰ নহয়, কিন্তু তুখন যুঁৱলি থকা আৰু সুসজ্জিত এইখন কাৰ ৰথ আৰু কোনে ইয়াক ভাঙিলে সেই কথাহে ক'ব নোৱাৰো। হে ৰাজপুত্ৰ, এই ঠাইডোখৰ ৰথৰ চকা আৰু ঘোঁৰাৰ খুৰাৰ গচকত ক্ষত বিক্ষত আৰু তেজৰ টোপাৰে তিতি আছে—নিশ্চয় এইখিনিত এখন অতি ঘোৰতৰ সংগ্ৰাম হৈছিল। হে বাগ্মীপ্ৰবৰ এই সংগ্ৰাম এজন ৰথীৰ লগত হে ঘটিছিল, দুজনৰ লগত নহয়।

৯। বৃহৎ সৈন্যসমাবেশৰ পদচিহ্ন ইয়াত দেখা নাযায়। এতেকে এজনৰ অপৰাধৰ কাৰণে লোকসমূহৰ বিনাশসাধন কৰাটো আপোনাৰ পক্ষে উচিত নহয়।

১০। ৰজাসকল সদায় মৃদু আৰু প্ৰশান্তস্বভাবৰ আৰু তেওঁলোকৰ দণ্ডবিধানো অপৰাধ অনুসৰিহে হয়। আপুনি সৰ্ব্বভূতৰে আশ্ৰয়ৰ স্থল আৰু পৰম গতি।

১১। হে ৰাঘৱ, আপোনাৰ এই পত্নীবিচ্ছেদ কাৰ্য্য কোনে ভাল বুলিব পাৰে? সাধু-সকলে দীক্ষিতজনৰ (অৰ্থাৎ যজমানৰ) যিদৰে কোনো অহিতকৰ কাৰ্য্য কৰিবলৈ ইচ্ছুক নহয়, নদী, সমুদ্ৰ, পৰ্ব্বত, দেৱতা, গন্ধৰ্ব্ব, দানব কোনোৱে আপোনাৰ কোনো প্ৰকাৰ অহিতকাম কৰিবলৈ ইচ্ছুক নহয়। হে ৰাজন, এতেকে যিজনে সীতাক হৰণ কৰি নিছে তাৰ অনুসন্ধান কৰাটোহে আপোনাৰ কৰ্ত্তব্য।

১৩-১৪। আপুনি ধনু হাতত লৈ শ্ৰেষ্ঠ ঋষিসকলৰ সহায় অবলম্বন কৰি মোক লগত লৈ আগবাঢ়ক। আমি সমাহিতচিত্তে সমুদ্ৰ, পৰ্ব্বত, বন, নানাপ্ৰকাৰ ঘোৰ গুহা পদ্মবনেৰে সুশোভিত জলাশয়সমূহ আৰু সেইদৰে দেৱতা আৰু গন্ধৰ্ব্বসকলৰ স্থানসমূহে বিচাৰি চাওঁ।

১৫। হে কোশলেন্দ্ৰ, যেতিয়ালৈকে আমি আপোনাৰ ভাৰ্য্যাপহাৰীজনক লগ নাপাওঁ তেতিয়ালৈ বিচাৰি চাওঁ। এনে শান্তভাৱ ধাৰণ কৰি বিচাৰ কৰি চোৱাতো যদি দেৱতাসকলে সীতাক ওভতাই নিদিয়ে, তেতিয়া আপুনি সময়োচিত কাৰ্য্য হাতত লব।

১৬। হে নৰেন্দ্ৰ, এইদৰে সুচৰিত্ৰ, সাধু আচৰণ, বিনয় আৰু নৈতিক পথ অবলম্বন কৰিও যদি সীতাক লাভ কৰিব নোৱাৰে তাৰ পিচত মহেন্দ্ৰৰ বজ্ৰসদৃশ, সোণৰ পাখি লগোৱা আপোনাৰ শৰসমূহৰদ্বাৰা আপুনি সমগ্ৰ পৃথিৱীকে উচ্ছন্ন কৰিব।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত পঞ্চষষ্টিতম সৰ্গ সমাপ্ত ॥

## ষট্‌ষষ্টিতম সৰ্গ

### লক্ষ্মণৰ হিত অনুৰোধ।

১-২। শোক সন্তপ্ত মহামোহাভিভূত ৰাম এইদৰে কাতৰ আৰু চৈতন্যবিহীনহৈ বিলাপ কৰি থাকোতে সৌমিত্ৰি লক্ষ্মণে অলপ সময়ৰ পিচতে মুৰ দোৱাই তেওঁৰ চৰণ স্পৰ্শ কৰি সান্ত্বনাপূৰ্ণ বাক্যেৰে কবলৈ ধৰিলে।

৩। "দেৱতাসকলে অমৃত লাভ কৰাৰ দৰে ৰজা দশৰথে বহুত তপস্যা আৰু কৰ্ম্মানুষ্ঠানৰ দ্বাৰা আপোনাক লাভ কৰিছে।

৪। ভৰতে কোৱা মতে তেখেত আপোনাৰ গুণতেই আবদ্ধ থাকি, আপোনাৰ বিয়োগত দেৱত্ব প্ৰাপ্ত হল।

৫। হে কাকুৎস্থ, যদি উপস্থিত এই দুখ আপুনিয়ে সহ্য নকৰে তেন্তে সাধাৰণ অল্পশক্তি-সম্পন্ন কোন প্ৰাণীযে ইয়াক সহ্য কৰিব পাৰিব।

৬। হে নৰশ্ৰেষ্ঠ, আপুনি আশ্বস্ত হওক, জগতৰ ভিতৰত এনে কোন প্ৰাণী আছে যাক বিপদে আগুৰি নধৰে?

৭। আকৌ অগ্নিৰ নিচিনা ক্ষণকালৰ ভিতৰতে সেই আপদ আঁতৰি যায়। মানুহৰ স্বভাবেই এনে। নহুষপুত্ৰ যযাতিয়ে (নিজ কৰ্ম্মগুণে) ইন্দ্ৰত্ব লাভ কৰাৰ পিচত অনীতিয়ে তেওঁক স্পৰ্শ কৰে।*

৮। আপোনাৰ পিতৃৰ পুৰোহিত, মহৰ্ষি বশিষ্ঠৰ এদিনতে এশ পুত্ৰৰ জন্ম হয় আৰু সেইদৰে এদিনতে তেওঁৰ শত পুত্ৰৰ বিনাশ হয়।

---

* যযাতিয়ে ইন্দ্ৰত্ব প্ৰাপ্ত হোৱাৰ পিচত, ইন্দ্ৰই যেতিয়া সুধিলে তুমি ইন্দ্ৰত্ব পালা কেনেকৈ?" তেতিয়া যযাতিয়ে কলে যে তেওঁ নিজ কৰ্ম্মৰ বলত ইন্দ্ৰত্ব প্ৰাপ্ত হৈছে। এই অহংকাৰৰ ভাব প্ৰকাশ কৰাৰ লগে লগে তেওঁ স্বৰ্গৰপৰা নামি আহে।

৯। সৰ্ব্বলোকনমস্কৃতা জগতৰ মাতা এই যে পৃথিৱী, হে কোসলেশ্বৰ, তেওঁৰো কম্পন দেখা যায়।

১০। জগতৰ নেত্ৰ আৰু ধৰ্ম্মস্বৰূপ চন্দ্ৰ আৰু সূৰ্য্য যাক আশ্ৰয় কৰি সমগ্ৰ জগতেই বৰ্ত্তি আছে, মহাবলশালী তেওঁলোকৰো গ্ৰহণ আছে।

১১। হে পুৰুষশ্ৰেষ্ঠ মহামহা ভূতগণ আৰু দেৱগণ, সেইদৰে শৰীৰবিশিষ্ট সকলো প্ৰাণী এওঁলোকৰ কোনেও দৈৱৰ বশ্যতা এৰাব নোৱাৰে।

১২। হে নৰশাৰ্দ্দূল, শুনিবলৈ পোৱা যায় ইন্দ্ৰাদি দেৱতাগণৰ ভিতৰতো নীতি অনীতিৰ ব্যৱস্থা প্ৰচলিত আছে, এতেকে আপুনি এনেক্ষেত্ৰত এইদৰে ব্যথিত হোৱা উচিত নহয়।

১৩। হে বীৰ, জানকীৰ যদি মৃত্যুয়ো হৈছে অথবা বিনাশে ঘটিছে তথাপি ইতৰ জনৰ দৰে আপুনি শোক কৰা উচিত নহয়।

১৪। হে ৰাম, আপোনাৰ নিচিনা সৰ্ব্বদৰ্শী আৰু বিষাদশূন্য ভাবে কৃত্যাকৃত্যদৰ্শী জনে মহাবিপদ উপস্থিত হলেও শোকাভিভূত নহয়।

১৫। এতেকে হে নৰশ্ৰেষ্ঠ, কথাৰ মূল তত্ত্বলৈ লক্ষ্য কৰি বুদ্ধিৰ সহায়ত আপুনি বিষয়টো চিন্তা কৰি চাওক। মহাপ্ৰাজ্ঞ পুৰুষসকলে বুদ্ধি প্ৰয়োগ কৰি কামৰ শুভাশুভ নিৰ্ণয় কৰে।

১৬। যি কৰ্ম্মৰ গুণ বা দোষ পৰিলক্ষিত নহয় আৰু যিবোৰ কৰ্ম্মৰ ফল অনিশ্চিত, কাৰ্য্য ব্যতিৰেকে তেনে কৰ্ম্মত ইষ্টফল লাভ কৰিব নোৱাৰি।

১৭। হে বীৰ, আদিতে আপুনিয়ে মোক বহুবাৰ এনে উপদেশ দিছিল, এতিয়া আপোনাক এনেবিধৰ উপদেশ কোনে দিব, আনকি সাক্ষাৎ বৃহস্পতিও আপোনাক উপদেশ দিবলৈ অক্ষম।

১৮। হে মহাপ্ৰাজ্ঞ, দেৱতা সকলেও আপোনাৰ বুদ্ধিৰ পাৰ কূল নাপায়। বৰ্ত্তমান আপোনাৰ সেই জ্ঞান শোকৰূপ মোহত আচ্ছন্ন, মই তাক জগাই তুলিবলৈকেহে বিচাৰিছো মাত্ৰ।

১৯। হে ইক্ষাকুপ্ৰবৰ, আপুনি দৈৱ, আৰু মানুষ এই উভয় শক্তি আৰু আপোনাৰ নিজৰ পৰাক্ৰমৰ মূল তত্ত্ব বুজি লৈ শত্ৰুক বধ কৰিবলৈ যত্নপৰ হওক।

২০। হে পুৰুষশ্ৰেষ্ঠ, আপুনি আটাইকে বধ কৰাৰ পৰা কি লাভ হব? যি পাপাত্মা প্ৰকৃততে আপোনাৰ শত্ৰু তাৰ বিষয়ে জানি লৈ সীতাক উদ্ধাৰ কৰিবলৈ যত্নপৰ হওক।

**ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ষট্‌ষষ্টিতম সৰ্গ সমাপ্ত।**

## সপ্তষষ্টিতম সৰ্গ

### নিহতপ্ৰায় জটায়ুৰ লগত সাক্ষাৎ।

১। কথাৰ সাৰগ্ৰাহী ৰাঘৱে অগ্ৰজ হৈও লক্ষ্মণৰ সুমধুৰ বাক্য শুনি তাৰ সাৰভাগ গ্ৰহণ কৰিলে।

২। তেতিয়া মহাবাহু ৰামে তেওঁৰ উঠি অহা ক্ৰোধ সংযত কৰি, বিচিত্ৰ ধনু ধাৰণ কৰি লক্ষ্মণক কবলৈ ধৰিলে।

৩। "বোপা লক্ষ্মণ, তেনেহলে আমি এতিয়া কি কৰোঁ আৰু যাওঁৱে বা কলৈ? কি উপায়ে সীতাক ইয়াত দেখা পাব পাৰোঁ তুমি তাকে চিন্তা কৰা।"

৪। তেতিয়া লক্ষ্মণে পৰিতাপাক্লিষ্ট ৰামক কলে, "এই জনস্থানতে আপুনি সীতাক বিচাৰি চোৱাটো উচিত হব।

৫-৮। এই জনস্থান নানাবিধ ৰাক্ষস আৰু বিবিধ গছলতাদিৰে পৰিপূৰ্ণ, দুৰ্গম গিৰিপ্ৰদেশ বিদীৰ্ণ প্ৰস্তৰ আৰু গুহাসমূহে ভৰপূৰ, গুহাসমূহ ঘোৰাকৃতি আৰু নানাবিধ মৃগকুলে সমাকীৰ্ণ, এই ঠাই কিন্নৰ আৰু গন্ধৰ্ব্ব সকলোৰো আবাসস্থান। মোৰে সৈতে লগলাগি আপুনি এই স্থানসমূহত সীতাক বিচাৰি চাওক। বতাহৰ কোবত পৰ্ব্বত যিদৰে বিচলিত নহয় আপোনাৰ নিচিনা বুদ্ধিসম্পন্ন শ্ৰেষ্ঠ মহাত্মা সকলো বিপদৰ সময়ত বিচলিত নহয়।" লক্ষ্মণে এইদৰে কোৱাত ৰামে তেওঁক লগত লৈ জনস্থানৰ সকলোতে সীতাক বিচাৰিবলৈ লাগিল।

৯-১২। ৰামে ক্ৰোধতে জ্বলিপৰি ধনুত তীক্ষ্ণশৰ সংযোগ কৰি বিচাৰি থাকোতে পৰ্ব্বতশৃঙ্গ-সদৃশ বিহগশ্ৰেষ্ঠ মহাভাগ জটায়ু তেজেৰে ৰাঙলি হৈ মাটিত পৰি থকা দেখা পালে। পৰ্ব্বতশৃঙ্গ-সদৃশ জটায়ুক দেখি ৰামে লক্ষ্মণক কলে, "লক্ষ্মণ, নিশ্চয় ইয়েই সীতাক ভক্ষণ কৰিছে। দেখোতে শগুণৰ নিচিনা ৰূপ লৈ এই ৰাক্ষসেই বনত বিচৰণ কৰি ফুৰে আৰু বিশালাক্ষী সীতাক ভক্ষণ কৰি এতিয়া মনৰ সুখে ইয়াত বৈ আছে। প্ৰদীপ্তমুখযুক্ত মোৰ ঘোৰৰূপ অকুটিল শৰৰ দ্বাৰা ইয়াক বধ কৰিম।"

১৩। এইবুলি কৈয়ে ধনুত তীক্ষ্ণশৰ সংযোগ কৰি ৰাম ক্ৰুদ্ধ হৈ সসাগৰা মেদিনী কঁপাইহে যেন তাক চাবলৈ বুলি তাৰ ওচৰলৈ খেদা ললে।

১৪। তেতিয়া চৰাইটোৱে ফেন ওলোৱা তেজ বতিয়াই সকাতৰে অতি ক্ষীণবাক্যে দশৰথাত্মজ ৰামক কবলৈ ধৰিলে।

১৫। "আয়ুষ্মন, ওষধিৰ নিচিনা যাক তুমি এই মহাবনত বিচাৰি ফুৰিছা সেই দেবী সীতাক ৰাৱণে হৰণ কৰি নিছে আৰু লগতে মোৰ প্ৰাণো হৰণ কৰিলে।

১৬-১৮। হে প্ৰভু ৰাঘৱ, তুমি আৰু লক্ষ্মণ নথকা কালত মহাবলশালী ৰাৱণে সীতাক

হৰণ কৰি নিয়া দেখি মই সীতাৰ ওচৰ চাপি ৰাবণৰ সন্মুখীন হলোঁ। তাৰ ছত্ৰভঙ্গ কৰাত সেই ছত্ৰ এতিয়া মাটিত পৰি আছে। এয়ে তাৰ ভগ্ন ধনু আৰু এয়ে তাৰ শৰসমূহ, আৰু হে ৰাম, এইখন তাৰ যুদ্ধৰ ৰথ ভাগি পৰি আছে।

১৯। মোৰ পাখিৰ কোবত নিহত এইটো তাৰ সাৰথি মাটিত বাগৰ খাই পৰি আছে। তাৰ পিচত মই ভাগৰি পৰাত ৰাবণে খড়্গেৰে মোৰ পাখি দুখন কাটি পেলালে আৰু সীতাক লৈ আকাশমাৰ্গেৰে উৰি গ'ল।

২০। ৰাক্ষসে মোক মাৰি থৈ যোৱাৰ পিচত এতিয়া আৰু তুমি মোক বধ কৰিব নালাগে।"

২১-২২। সীতা সংক্ৰান্ত কথা শুনিবলৈ আগ্ৰহ কৰি থকা কথাখিনি সেই পক্ষীটোৰ পৰা শুনি তেওঁ তেওঁৰ বৃহৎ ধনুখন এৰি গৃধ্ৰৰাজক সাবট মাৰি ধৰিলে আৰু অৱশ হৈ মাটিত বাগৰি পৰি লক্ষ্মণে সৈতে ৰোদন কৰিবলৈ ধৰিলে। ৰাম অতিশয় ধৈৰ্য্যশীল হলেও এইক্ষেত্ৰত তেওঁৰ শোক দুগুণে বাঢ়ি উঠিল।

২৩। এইদৰে অসহায় অৱস্থাত একমাত্ৰ অতি যন্ত্ৰণাদায়ক শ্বাসমাৰ্গকে অৱলম্বন কৰি বাৰে বাৰে উশাহ লৈ থকা দেখি ৰামে অতিশয় দুখিত হৈ সৌমিত্ৰিক কলে, "ভাই লক্ষ্মণ ৰাজ্যৰপৰা ভ্ৰষ্ট হলোঁ, বনবাস খাটিলোঁ, সীতাক হেৰুৱালোঁ শেষত এই পক্ষীৰাজৰো মৃত্যু হল, এনেবোৰ দুৰ্ভাগ্যই মোক লগ ধৰিছে যে ই অগ্নিকো দাহন কৰিবলৈ সমৰ্থ।

২৪। মোৰ বিশ্বাস হৈছে যে মোৰ সকলো দুখ সম্পূৰ্ণ হোৱাৰ পিচতো যদি মই স্নানৰ অৰ্থে মহোদধিত প্ৰবেশ কৰোঁ, তেন্তে মোৰ দুৰ্ভাগ্যৰ বাবে নদীসকলৰ অধিপতি সেই সমুদ্ৰও শুকাই যাব।

২৫। বৃহৎ বিপজ্জালে মোক যিদৰে আগুৰি ধৰিছে তাৰপৰা বুজিব পাৰিছো চৰাচৰ এই পৃথিবীৰ ভিতৰত মোতকৈ দুৰ্ভগা আৰু নাই।

২৭। মহাবলশালী এই গৃধ্ৰৰাজ মোৰ পিতাৰ বয়স্য (সখা), এতিয়া মোৰ ভাগ্যদোষতে নিহত হৈ তেওঁ মাটিত শুই আছে।"

২৮। ৰাঘৱ ৰামে এইদৰে বহু কথা কৈ পক্ষীৰাজৰ প্ৰতি পিতৃস্নেহ দেখুৱাই লক্ষ্মণে সৈতে তেওঁক স্পৰ্শ কৰিলে।

২৯। তাৰ পিচত ৰাঘৱে ছিন্নপক্ষ, ৰুধিৰ লিপ্ত সেই পক্ষীৰাজক সাবট মাৰি ধৰি প্ৰাণসমা মৈথিলী কলৈ গল" বুলি সুধি নিজেও মাটিত বাগৰি পৰিল।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত সপ্তষষ্টিতম সৰ্গ সমাপ্ত ॥**

## অষ্ট ষষ্টিতম সৰ্গ

## জটায়ুৰ মৃত্যু আৰু দাহনকাৰ্য্য সমাপন।

১। ৰুদ্ৰমূৰ্ত্তি ৰাক্ষসৰ দ্বাৰা পক্ষীৰাজ জটায়ু এইদৰে নিপাতিত হোৱা দেখি ৰামে তেওঁৰ প্ৰিয়সুহৃদ লক্ষ্মণক কবলৈ ধৰিলে।

২। "এই পক্ষীৰাজে অকল মোৰে কাৰণে যত্নপৰ হৈ যুদ্ধত মোৰ নিমিত্তে প্ৰাণ পৰিত্যাগ কৰিলে।

৩। লক্ষ্মণ, এওঁৰ অবস্থা এতিয়া অতি ক্ষীণ, মাত নাইকিয়া হৈছে, দৃষ্টিশক্তিও বিকল তথাপি শৰীৰত প্ৰাণবায়ু অলপমাত্ৰ আছে।"

৪। লক্ষ্মণক এইদৰে কৈ তেওঁ জটায়ুক সম্বোধন কৰি কলে "হে জটায়ু, আপোনাৰ মঙ্গল হওক, যদি আপোনাৰ কথা কোৱাৰ শক্তি এতিয়াও আছে, তেন্তে সীতাহৰণ আৰু আপোনাৰ বধৰ বিষয়ে অলপ কওক।

৫। ৰাবণে আৰ্য্যা সীতাক কিয় হৰণ কৰি নিলে, মই ৰাবণৰ কি অপৰাধ কৰিছিলোঁ। যাৰ কাৰণে সি মোৰ প্ৰিয়াক হৰণ কৰিলে?

৬। হে পক্ষীশ্ৰেষ্ঠ হৰণ কৰি নিয়াৰ সময়ত চন্দ্ৰসদৃশ মনোহৰৰূপ বিশিষ্ট তেওঁৰ মুখৰ ৰূপেই বা কেনে হৈছিল আৰু সেই সময়ত তেওঁ কি কি কথা কৈছিল?

৭। সেই ৰাক্ষসৰ শক্তি কেনে বিধৰ, তাৰ ৰূপেই বা কেনে আৰু তাৰ কাৰ্য্যপদ্ধতি কেনেকুৱা, তাৰ বাসস্থান ক'ত? হে তাত, পাৰিলে মই সোধা এই কথাখিনিৰ উত্তৰ দিয়ক।

৮। ধৰ্ম্মাত্মা জটায়ুয়ে মূৰটো অলপ তুলি লৈ অনাথৰ দৰে কান্দি থকা ৰামৰ পিনে চাই ক্ষীণবাক্যে কবলৈ ধৰিলে।

৯। "দুৰাত্মা ৰাক্ষসৰাজ ৰাবণে তাৰ বিপুল মায়াৰ বলেৰে বাতপূৰ্ণ মেঘাচ্ছন্ন সময়ত সীতাক হৰণ কৰি নিছে।

১০। হে বৎস, মই যেতিয়া পৰিশ্ৰান্ত হলোঁ। তেতিয়া সি মোৰ পক্ষ ছেদন কৰি থৈ বৈদেহীক লৈ দক্ষিণদিশৰ পিনে গতি কৰিলে।

১১। ৰাঘৱ, মোৰ প্ৰাণবায়ু এতিয়া ৰুদ্ধ হৈ আহিছে আৰু দৃষ্টিভ্ৰম হৈছে, শীহযুক্ত সোণৰ গছ দেখিব ধৰিছোঁ।*

১২। যি মুহূৰ্ত্তত ৰাবণে সীতাক হৰণ কৰি নিছে, তেনে মুহূৰ্ত্তত ধন হেৰোৱা মানুহে ততালিকে তাৰ ধন ফিৰাই পায়।†

---

* এইটো মৰণকালৰ এটা লক্ষণ।

† অৰ্থাৎ ৰাবণে হৰণ কৰি নিলেও তুমি সীতাক ফিৰাই পাবা।

১৩। হে কাকুৎস্থ সেই মুহূৰ্ত্তৰ নাম 'বিন্দ'।* ৰাক্ষসে তাক বুজি নাপালে। ডাঙৰ মাছে বৰশী গিলি লৈ যিদৰে শীঘ্ৰে মৃত্যুৰ মুখত পৰে সেই ৰাক্ষসো সেইদৰে বিনষ্ট হব।

১৪। জনকদুহিতা সীতাৰ কাৰণে তুমি দুখ নকৰিবা, ৰণক্ষেত্ৰত অতি সোনকালে তাক বধ কৰি তুমি সীতাৰে সৈতে বিহাৰ কৰিব পাৰিবা।"

১৫। মৃত্যুকালতো মতিভ্ৰম নোহোৱাকৈ এইদৰে ৰামৰ কথাত উত্তৰ দি থাকোতে জটায়ুৰ মুখেদি মাংসে সৈতে মিহলি হৈ ৰক্তস্ৰোত বৰলৈ ধৰিলে।

১৬-১৭। তাৰ পিচত বিহগৰাজে "বিশ্ৰবসুৰ পুত্ৰ আৰু সাক্ষাৎ বৈশ্ৰবণৰ (কুবেৰৰ) ভ্ৰাতা" এইমাত্ৰ কৈয়ে তেওঁৰ দুৰ্লভ প্ৰাণ পৰিত্যাগ কৰিলে। তেতিয়া ৰামে কৃতাঞ্জলিপুটে 'কওঁক, কওক, কওক' বুলি কৈ থাকোতেই গৃধ্ৰৰ প্ৰাণবায়ু তেওঁৰ শৰীৰ পৰিত্যাগ কৰি আকাশ-মাৰ্গলৈ উৰি গল।

১৮। মূৰটো পেলাই ভৰি দুখন মেলি দি গাটো বেঁকা কৰি তেওঁ মাটিত ঢলি পৰিল।

১৯। পৰ্ব্বতসদৃশ তামবৰণৰ চক্ষুবিশিষ্ট গৃধ্ৰৰাজ এইদৰে মৃত্যুমুখত পৰা দেখি দীনবদন ৰামচন্দ্ৰই বহুপ্ৰকাৰে শোক কৰি সুমিত্ৰানন্দন লক্ষ্মণক কবলৈ ধৰিলে।

২০। "লক্ষ্মণ, ৰাক্ষসসকলৰ নিবাসভূমি এই দণ্ডকাৰণ্যত বহুবছৰকাল কটাই এই পক্ষীৰাজে ইয়াতে শৰীৰ পাত কৰিলে।

২১। যিজনে বহুকাল এইদৰে কটাব পাৰিলে, শেহত তেওঁ এইদৰে নিহত হৈ শয্যাশায়ী হব লগা হল, এতেকে সময়ৰ হাত (কাল) কোনোৱে অতিক্ৰম কৰিব নোৱাৰে।

২২। লক্ষ্মণ, চোৱা এই গৃধ্ৰ মোৰ পৰম উপকাৰী, সীতাৰ উদ্ধাৰৰ কাৰণে ওচৰ চাপি আহি মহাবলশালী ৰাবণৰ হাতত নিহত হল।

২৩। এই বিহগৰাজে তেওঁৰ পিতৃ পিতামহৰ পৰা লাভকৰা মহৎ গৃধ্ৰৰাজ্য পৰিত্যাগ কৰি মোৰ কাৰণেই প্ৰাণ পৰিত্যাগ কৰিলে।

২৪। দেখিলোঁ সকলোজাতিৰ জীৱৰ ভিতৰতে সাধু, ধৰ্ম্মচাৰী, শূৰ আৰু আনৰ আশ্ৰয়-স্থলস্বৰূপ প্ৰাণী আছে। হে সৌমিত্ৰি, তিৰ্য্যকজাতীয় জীৱৰ ভিতৰতো তেনে বিধৰ প্ৰাণী আছে।

২৫। হে সৌম্য, পৰন্তপ লক্ষ্মণ, বৰ্ত্তমান সীতা হৰণৰ বাবে যি শোক সিও মোক তেনে দুখ দিব পৰা নাই, মোৰ কাৰণে এই গৃধ্ৰৰ মৰণে যেনে দুখ দিব ধৰিছে।

২৬। মহাযশস্বী শ্ৰীমান্ ৰজা দশৰথ মোৰ মানত যেনে পূজনীয় আৰু মান্য এই খগৰাজো তেনে।

২৭। সৌমিত্ৰি, তুমি খৰি-খেৰ গোটাই আনা মই জুই জলাওঁ, যি গৃধ্ৰৰাজে মোৰ কাৰণে প্ৰাণ এৰিলে তেওঁৰ দাহনকাৰ্য্য সম্পন্ন কৰিবলৈ মই ইচ্ছা কৰিছোঁ।

২৮। হে সৌমিত্ৰি, ৰুদ্ৰমূৰ্ত্তি ৰাক্ষসৰ দ্বাৰা নিহত পক্ষীকুলৰ নাথ এই জটায়ুক মই নিজে চিতাত তুলি দাহন কৰিম।

২৯-৩০। হে মহাসত্ত্বসম্পন্ন গৃধ্ৰৰাজ, যজ্ঞানুষ্ঠাতাসকলৰ যি গতি, আহিতাগ্নিগণৰ যি গতি, যুদ্ধক্ষেত্ৰত অপৰাঙ্মুখ সকলৰ অথবা ভূমিদানকাৰীসকলৰ যি গতি, মোৰ ইচ্ছা অনুসৰি

* জ্যোতিষশাস্ত্ৰত উল্লিখিত মুহূৰ্ত্ত।

মোৰ কৃত এই সংস্কাৰৰ দ্বাৰা, আপুনি তেনে গতি লাভ কৰি অত্যুৎকৃষ্ট সেই সেই স্থান লাভ কৰক।”

৩১। এইবুলি কৈ ধৰ্ম্মাত্মা ৰামে পক্ষীৰাজক প্ৰদীপ্ত চিতাৰ ওপৰত তুলি দি মনৰ দুখেৰে আত্মীয়স্বজনক দাহন কৰাৰ নিচিনা তেৰোৰো দাহনকাৰ্য্য সমাপন কৰিলে।

৩২। তাৰ পিচত বীৰ্য্যশীল ৰামে লক্ষ্মণে সৈতে বনলৈ গৈ স্থূলকায় মহামৃগ বধ কৰি আনিলে আৰু পক্ষীবৰৰ পিণ্ডদানৰ অৰ্থে কুশ বিস্তাৰ কৰিলে।

৩৩। মহাযশস্বী ৰামে মহামৃগৰ মাংস কাটি আনি তাৰে পিণ্ড সাজি ৰমণীয় সেউজীয়া তৃণৰ ওপৰত পক্ষীৰাজৰ উদ্দেশ্যে অৰ্পণ কৰিলে।

৩৪। এইদৰে ব্ৰাহ্মণসকলে মৃতকৰ অৰ্থে যি যি মন্ত্ৰ নিৰ্দ্দেশ কৰি থৈছে ৰামে পক্ষীৰ স্বৰ্গগমনৰ উদ্দেশ্য সেই সকলো মন্ত্ৰ জপ কৰিলে।

৩৫। তাৰ পিচত ৰাজপুত্ৰ দুয়োজনে গোদাবৰী নৈ লৈ গৈ তৰ্পণকাৰ্য্য সমাধা কৰিলে।

৩৬। ৰঘুকুলনন্দন দুয়োজনে শাস্ত্ৰোক্ত বিধিমতে স্নানাদি কাৰ্য্য সমাপন কৰি গৃধ্ৰৰাজৰ প্ৰতি জলতৰ্পণ আদি ক্ৰিয়া শেষ কৰিলে।*

৩৭। এই গৃধ্ৰৰাজে অতি সুকঠিন যশস্কৰ কাম কৰি ৰণক্ষেত্ৰত নিপাতিত হল। শেহত মহৰ্ষিসদৃশ ৰামৰ পৰা সংস্কাৰ কাৰ্য্য লাভ কৰি পুণ্যফলৰ দ্বাৰা লাভ কৰিবপৰা অতি শুভ গতি লাভ কৰিলে।

৩৮। তাৰ পিচত দুয়োজন বীৰে বিহগশ্ৰেষ্ঠ জটায়ুৰ উদ্দেশ্যে উদকক্ৰিয়া (তৰ্পণাদি) শেষ কৰি সীতাৰ পুনৰুদ্ধাৰৰ বিষয়ে মনস্থিৰ কৰি সুৰশ্ৰেষ্ঠ বিষ্ণু আৰু বাসবসদৃশ উভয়ে অৰণ্যত প্ৰবেশ কৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত অষ্টষষ্টিতম সৰ্গ সমাপ্ত ॥

---

* ইয়াত যদিও স্নান শেহত বৰ্ণোৱা আছে ৩৬নং শ্লোকত স্নানৰ পুনৰুক্তিৰ পৰা শাস্ত্ৰমতে যেতিয়াৰ যি কাম তেতিয়াই কৰা বুলি বুজিব লাগিব যথা দাহন, মন্ত্ৰজপ স্নান, তৰ্পণ, পিণ্ডদান ইত্যাদি।

# একোনসপ্ততিতম সৰ্গ

## কবন্ধৰ লগত সাক্ষাৎ

১। ৰঘুকুলনন্দন ৰাম আৰু লক্ষ্মণে জটায়ুৰ উদকক্ৰিয়া সমাপন কৰি সীতাক লক্ষ্য কৰি কৰি পশ্চিমদিশলৈ গতি কৰিলে।

২। তাৰ পিচত শৰধনু আৰু খড়্গ হাতত লৈ দক্ষিণদিশলৈ গৈ ইক্ষ্বাকুনন্দন দুজনে জনসমাগমশূন্য এটা বাটত উপস্থিত হল।

৩। এই পথ গুল্ম, বৃক্ষ আৰু বহুবিধ লতাৰে পৰিবেষ্টিত, সকলো ফালৰপৰা দুৰ্গম, অতি গহন আৰু ঘোৰদৰ্শন।

৪। দ্ৰুতপদে এই স্থান অতিক্ৰম কৰি দক্ষিণদিশলৈ গৈ মহাবলশালী ভ্ৰাতৃযুগলে অতি ভয়ঙ্কৰ এক মহাৰণ্যত প্ৰবেশ কৰিলে।

৫। তাৰ পিচত মহাশক্তিশালী ৰাঘৱদ্বয়ে জনস্থানৰ পৰা তিনিক্ৰোশ দূৰ গৈ ক্ৰৌঞ্চ নামৰ এখন গহন বনত প্ৰবেশ কৰিলে।

৬। এই বন নানাবিধ ঘণীভূত মেঘসদৃশ গহীন, শুভ মৃগ পক্ষী আৰু পুষ্পাদিৰে পৰিপূৰ্ণ হোৱাত চাৰিওফালে এটা হৰ্ষৰ ছবি তাত বিৰাজ কৰি আছে।

৭। সীতাহৰণৰ দুখেৰে দুখিত উভয়ে সীতাক দেখা পাবলৈ ইচ্ছা কৰি বনৰ মাজত অ'ত ত'ত বৈ বৈ সীতাক বিচাৰিবলৈ ধৰিলে।

৮। তাৰ পিচত ভাই ককাই দুয়োজনে ক্ৰৌঞ্চাৰণ্য অতিক্ৰম কৰি পূবৰপিনে তিনক্ৰোশ বাট গৈ মাজতে মতঙ্গ আশ্ৰম পালে।

৯। এই আশ্ৰম দুৰ্ঘোৰ বন, ভীমকায় বহুত মৃগ আৰু পক্ষীৰে পৰিপূৰ্ণ, নানাজাতীয় বৃক্ষ-সমাকীৰ্ণ আৰু সকলো ঠাইতে গহন পাদপৰাশিৰে পৰিব্যাপ্ত।

১০। বনৰ ভিতৰত পৰ্ব্বত এখনত দশৰথতনয় ৰাম আৰু লক্ষ্মণে পাতালসম দ সদায় অন্ধকাৰে আগুৰি থকা এটা গুহা পালে।

১১। গুহাৰ ওচৰ পাই নৰশ্ৰেষ্ঠ দুয়োজনে তাৰ ওচৰতে বিকৃতবদনা ঘোৰৰূপা এজনী ৰাক্ষসীক দেখা পালে।

১২। ৰাক্ষসীজনী দেখোতে অতি কুৎসিত, তাইৰ ৰূপ ভয়ঙ্কৰ, পেটটো দীঘল আৰু ওলমিপৰা, দাঁতবোৰ তীক্ষ্ণ, কৰালবদনা, গাৰ ছাল কৰ্কশ—অলপধতুৱা প্ৰাণীয়ে তাইক দেখা মাত্ৰকে ভীত হয়।

১৩। বিকাটাকাৰ তাইৰ চুলিবোৰ বেনিতেনি মেল খাই আছে,—এনে অৱস্থাতে প্ৰকাণ্ড এটা মৃগ ভক্ষণ কৰি থাকোতে ৰাম লক্ষ্মণ দুয়ো তাইক দেখা পালে।

১৪। ৰাক্ষসীয়ে বীৰ দুজনৰ ওচৰ চাপি, আহা আমি দুজনে বিহাৰ কৰো এইবুলি কৈ ককায়েক ৰামৰ আগে আগে গৈ থকা লক্ষ্মণৰ হাতত ধৰিলে।

১৫। তাৰ পিচতে তেওঁক আলিঙ্গন কৰি কবলৈ ধৰিলে, মোৰ নাম অযোমুখী, মোক লৈ তুমি লাভবান হবা, তুমি সততে মোৰ প্ৰিয় হৈ থাকিবা।

১৬। হে বীৰ, হে নাথ তুমি দীৰ্ঘায়ু হোৱা, তুমি মোক লৈ পৰ্ব্বত গুহা আৰু নদীৰ বালুকাময় ভূমিভাগ পৰমসুখে কাল কটাব পাৰিবা।

১৭। লক্ষ্মণক এইদৰে কোৱাত অৰিসূদন লক্ষ্মণ ক্ৰুদ্ধ হৈ খড়্গ তুলি লৈ সেই ৰাক্ষসীৰ নাক কাণ আৰু স্তনযুগল কাটি পেলালে।

৮। এইদৰে তাইৰ নাক আৰু কাণ কটাত ঘোৰমূৰ্ত্তি সেই ৰাক্ষসীয়ে বিকটস্বৰে চীৎকাৰ কৰি যেনি আহিছিল সেইপিনেই লৰি পলাল।

১৯। তাই যোৱাৰ পিচত শত্ৰুবিনাশক ৰামলক্ষ্মণ দুয়ো ভাই-ককাই বেগাই গৈ এখন গহীন বনত প্ৰবেশ কৰিলে।

২০। তাত সোমাই মহাতেজস্বী সত্যবাদী, শুদ্ধ আৰু সচ্চৰিত্ৰবান লক্ষ্মণে হাতযোৰ কৰি প্ৰদীপ্তেজস্বী ৰামক কলে

২১। "মোৰ বাম বাহু নাচিব ধৰিছে, মনটোও উদ্বিগ্ন হৈ উঠিছে, চাৰিওফালে প্ৰায়ে অনিষ্টৰ লক্ষণসমূহহে দেখিব ধৰিছো।

২২। হে আৰ্য্য, এতেকে আপুনি সাজু হওক আৰু মোৰ কথা শুনক—এই কাৰণসমূহ দেখি মোৰ মনত ধাৰণা হৈছে এতিয়াই কোনো ভয় উপস্থিত হ'ব।

২৩। সন্মুখতে ভয়ানক এই বঞ্জুল চৰাইটোৱে আগন্তুক এখন যুদ্ধত আমালোকৰে জয় ঘোষণা কৰি চিঞৰি আছে।"

২৪। দুয়োজন ভাই ককায়ে এইদৰে কথা পাতি নিজশক্তি অনুসৰি বনৰ মাজত সীতাক অন্বেষণ কৰি গৈ থাকোতে সেই বনখন চুৰমাৰ কৰিহে যেন ভীষণ এক বায়ু সমুত্থিত হল।

২৫। গোটেইখন গহন বন জুৰি প্ৰবল এক বতাহ বব ধৰি'ল আৰু লগতে সমগ্ৰ বন ভৰি ভীষণ এটা শব্দ হল।

২৬। শব্দৰ কাৰণ জানিব খোজোঁতেই খড়্গধাৰী ৰামে অনুজ লক্ষ্মণেসৈতে বিপুল বক্ষ বিশিষ্ট বৃহদাকাৰ এক ৰাক্ষসক দেখা পালে।

২৭। ক্ৰমে উভয়ে এইদৰে মূৰ ডিঙি নোহোৱা বৃহদাকাৰ কবন্ধ ৰাক্ষস এটাৰ সন্মুখত উপস্থিত হল হি।

২৮। এই ৰাক্ষসৰ নোমবোৰ'বৰ জোঙা আৰু চোকা, শৰীৰটো ডাঙৰ পৰ্ব্বত এটাৰ সমান ওখ, দেখোতে নীলমেঘসদৃশ ৰুদ্ৰাকাৰ, তাৰ শব্দও মেঘৰ গৰ্জ্জনৰ দৰেই।

২৯। তাৰ এটা চকু কপালত, অগ্নিশিখাসম উজ্জ্বল, সুবৃহৎ পতা বিশিষ্ট, পিঙ্গলবৰ্ণ, অতিবৃহৎ আৰু বহল।

৩০। আনটো চকু বুকুৰ মাজত, দেখোতে ঘোৰমূৰ্ত্তি আৰু সুক্ষ্মদৰ্শী, প্ৰকাণ্ড দন্তবিশিষ্ট তাৰ ডাঙৰ মুখখন সি চেলেকিয়ে আছে।

৩১। তাৰ হাতদুখন এক এক যোজন বিস্তৃত, এই হাত পৰিচালনা কৰি সি ঘোৰাকৃতি ভালুক, সিংহ, মৃগ আৰু চৰাইবোৰ খায়।

৩২। দুয়োখন হাতকে মেলি দি ই ভালুক, চৰাই আৰু পশু দলে দলে মুখলৈ টানি আনে আৰু যিবোৰ ভাল নালাগে তেনেবোৰ এৰি দিয়ে।

৩৩। ভ্ৰাতৃযুগলে যি পথ অবলম্বন কৰি গৈ আছিল, ৰাক্ষসে সেই পথকে অবৰোধ কৰি থিয় দিলে। তেওঁলোকে তাৰ বাহুৰ বেষ্টনিৰ বাহিৰত থাকি একক্ৰোশ দূৰতে তাক দেখা পাইছিল।

৩৪। তেওঁলোকে দেখিলে কবন্ধৰ নিচিনা আকৃতিবিশিষ্ট ঘোৰৰূপ, বৃহদাকাৰ, দাৰুণ আৰু ভয়ঙ্কৰ এই প্ৰাণীটোৱে তাৰ হাত দুখনৰে প্ৰাণীবোৰ ওচৰলৈ টানি আনিছে।

৩৫। তাৰ পিচত মহাবাহুবিশিষ্ট সেই কবন্ধই তাৰ বৃহৎ হাত দুখন আগবঢ়াই দি ৰাঘবদুজনকো একেলগে টানি আনিলে।

৩৬। এইদৰে টানি অনাত মহাবলশালী উগ্ৰতেজস্বী মহাবাহু ভাতৃযুগলে হাতত খড়্গ আৰু ধনু দৃঢ়ভাবে বান্ধি লৈও অবশ হোৱা দি হল।

৩৭। এনে অবস্থাত ৰাঘৱ ৰামে ধৈৰ্য্য ধৰি থাকিব পৰাৰ গুণতে শৰীৰত বৰ ব্যথা অনুভব নকৰিলে কিন্তু লক্ষ্মণ বয়সত কনিষ্ঠ হোৱাৰ কাৰণে, ধৈৰ্য্যচ্যুত হোৱাত তেনেই অবশ হৈ পৰিল।

৩৮। তেতিয়া ৰাঘৱানুজলক্ষ্মণে বিষণ্ণ হৈ ৰামক কলে, "হে বীৰ, চাওক ৰাক্ষসৰ কবলত পৰি মই অবশ হৈ পৰিছোঁ।

৩৯। হে ৰাঘৱ, ৰাক্ষসৰ বলি হিচাপে মোক সমৰ্পণ কৰি আপুনি মুক্তিলাভ কৰক। মোক ভূতবলি হিচাপে আগবঢ়াই আপুনি মনৰ সুখে যলৈ ইচ্ছা, তালৈকে পলায়ন কৰক।

৪০-৪৪ মই বুজিব পাৰিছো আপুনি অতিশীঘ্ৰে বৈদেহীক ওভতাই পাব। হে কাকুৎস্থ ৰাম, তাৰ পিচত আপুনি পিতৃপিতামহৰ ৰাজ্য লাভ কৰি ৰাজ্যত অধিষ্ঠিত হৈ সদায় মোক যেন সুঁৱৰি থাকে।" লক্ষ্মণে এইদৰে কোৱাত ৰামে তেওঁক কলে, "হে বীৰ, তুমি মিছাতে ভীত নহবা, তোমাৰ নিচিনা জন এনেদৰে বিষণ্ণ হোৱা অনুচিত।" ঠিক এনে সময়ত ক্ৰুৰমতি দানবশ্ৰেষ্ঠ সুদীৰ্ঘবাহুবিশিষ্ট সেই কবন্ধই ৰামলক্ষ্মণ ভাইককাই দুজনক কলে, "হে পুৰুষযুগল, তোমালোক দুয়োজন যুবা, বৃষস্কন্ধ, খড়্গ আৰু ধনুৰ্দ্ধাৰী, তোমালোক কোন? কিয়নো বা এই ঠাইলৈ আহি দৈবক্ৰমে মোৰ দৃষ্টিপথত পৰিলাহি? হে যুবকদ্বয়, কোৱাচোন বাৰু তোমালোকৰ ইয়ালৈ অহাৰ কাৰণ কি আৰু ইয়াত কি কৰিব খুজিছা?"

৪৫-৪৭। মই ক্ষুধাৰ্ত্ত হৈ থকা অবস্থাত তীক্ষ্ণদন্তবিশিষ্ট বৃষভসদৃশ তোমালোক দুয়োজনে শৰ ধনু আৰু খড়্গ হাতত লৈ ইয়াত উপস্থিত হোৱাৰ পিচত তোমালোকৰ জীৱন ৰক্ষাপোৱাটো এতিয়া দুৰ্লভ হব।" দুৰাত্মা কবন্ধৰ উক্তি শুনি ৰামৰ মুখ শুকাই গল। তেওঁ লক্ষ্মণক কলে, "হে সত্যবিক্ৰম দুখৰ উপৰি দুখ আমি পাব ধৰিছোঁ।"

৪৮। প্ৰিয়া সীতাক লাভ কৰিব নোৱাৰি এতিয়া জীৱনান্তকৰ বিপদবো সন্মুখীন হব লগা হলোঁ। হে লক্ষ্মণ, সকলো প্ৰাণীৰ ওপৰতে কালৰ পৰাক্ৰম অতি মহৎ।

৪৯। চোৱা হে নৰশ্ৰেষ্ঠ, কালে তোমাৰ আৰু মোৰ নিচিনা পুৰুষকো বিমুগ্ধ কৰি থৈছে। লক্ষ্মণ, দৈবৰ পক্ষে মানুহক বিমুগ্ধ কৰাটো কোনো গুৰুতৰ কাৰ্য্য নহয়।

৫০। বালিৰ সেতু যিদৰে চুৰমাৰ হয় কালৰ বশ হলে বলবান্ বীৰ পুৰুষ অস্ত্ৰে শস্ত্ৰে সুসজ্জিত হৈ থাকিলেও ৰণক্ষেত্ৰত বিপন্ন নোহোৱাকৈ নাথাকে।”

৫১। দৃঢ়সত্যবিক্ৰম মহাযশস্বী প্ৰতাপবান উগ্ৰবিক্ৰমশালী দশৰথতনয় ৰামে এইদৰে কৈ সুমিত্ৰানন্দন লক্ষ্মণৰ পিনে চাই নিজ প্ৰভাৱৰ বলত উপস্থিত কাৰ্য্যবিষয়ে কাৰ্য্যপন্থা স্থিৰ কৰি ললে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একোনসপ্ততিতম সৰ্গ সমাপ্ত। ॥

## সপ্ততিতম সৰ্গ

### কবন্ধৰ হাত দুখন কাটি দিয়াত তাৰ চৈতন্য লাভ।

১। ৰামলক্ষ্মণ ভ্ৰাতৃযুগলক তাৰ বাহুপাশৰ ভিতৰত এইদৰে আবদ্ধ হৈ থকা দেখি কবন্ধই কলে,

২। “হে ক্ষত্ৰিয়শ্ৰেষ্ঠ, মই ক্ষুধাৰ্ত্ত, এতেকে মোৰ পিনে এনেদৰে চাই থকাৰ পৰা কি লাভ? হতবুদ্ধি তোমালোক দুয়োজনক দৈবই মোৰ আহাৰৰ কাৰণে পঠাইছে।”

৩। তাৰ কথা শুনি লক্ষ্মণ বিপন্ন হৈও সময়োচিত হিত আলচি তাৰ ওচৰত বিক্ৰম প্ৰকাশ কৰিবলৈ স্থিৰ কৰি ৰামক কলে,

৪। “এই ৰাক্ষসাধমে সোনকালে সৰ্ব্বপ্ৰথমে আপোনাক আৰু মোকে ধৰিব, এতেকে অতিশীঘ্ৰে খড়্গেৰে আমি ইয়াৰ বৃহৎ বাহুযুগল কাটি দিওঁ।

৫। মহাকায়বিশিষ্ট ভুজবিক্ৰমশালী এই ৰাক্ষস অতি ভয়ঙ্কৰ, প্ৰাণীসমূহক জয় কৰি এতিয়া ই আমাকে বধ কৰিব খুজিছে।

৬। হে ৰাজন ৰাঘৱ, ক্ষত্ৰিয়ৰ পক্ষে যজ্ঞস্থলত উপনীত সামৰ্থ্যবিহীন নিশ্চেষ্ট পশুৰ দৰে বধ্য হোৱাটো শোভনীয় নহয়।”

৭-৮। তেওঁলোকৰ কথাবতৰা শুনি ৰাক্ষস ক্ৰুদ্ধ হৈ তাৰ ভীষণ মুখখন মেলি তেওঁলোকক খাবলৈ উপক্ৰম কৰিলে। তেতিয়া কালজ্ঞ ৰাঘৱবন্ধুজনে তেওঁলোকৰ খড়্গেৰে হৃষ্টচিত্তে কাণৰ ওচৰতে তাৰ বাহুযুগল কাটি পেলালে।

৯। সিদ্ধহস্ত ৰামচন্দ্ৰই তাৰ দক্ষিণবাহু আৰু লগতে নৰাজিৰিকৈ বীৰ লক্ষ্মণে তাৰ বামবাহু ছেদন কৰিলে।

১০। মহাবাহু সম্পন্ন ৰাক্ষসৰ হাত দুখন এইদৰে কটাত মহাগৰ্জ্জনকাৰী সেই ৰাক্ষসে মেঘসদৃশ গৰ্জ্জনেৰে আকাশ, পৃথিৱী আৰু দিক সমূহ নিনাদিত কৰি মাটিত পৰি গল।

১১। ছিন্নহস্ত ৰাক্ষস তেজেৰে পৰিপ্লুতহৈ নিচেই সৰুটি হৈ কাতৰ ভাবে বীৰ দুজনক সুধিলে "আপোনালোক কোন?"

১২। কবন্ধই এইদৰে সোধাত মহাবলশালী শুভ লক্ষণ কাকুৎস্থ লক্ষ্মণে কলে,

১৩। "এখেত ইক্ষাকু বংশধৰ জনসমাজত ৰাম নামে খ্যাত, তেওঁৰেই কনিষ্ঠ ভ্ৰাতা মোক লক্ষ্মণ বুলি জানিবা।

১৪। জননী কৈকেয়ীয়ে ৰাজ্যলাভ বিষয়ত বাধা ওপজোৱাত এখেত বনবাসলৈ ওলাই আহিছে, আৰু মোক আৰু তেওঁৰ ভাৰ্য্যাক লগতলৈ এই মহাবনত বিচৰণ কৰি ফুৰিছে।

১৫। দেৱপ্ৰভাবসম্পন্ন এখেত এইদৰে বিজন বনত বাস কৰি থাকোতে কোনো এক ৰাক্ষসে তেওঁৰ ভাৰ্য্যাক অপহৰণ কৰি নিয়ে। এতিয়া তেওঁকে বিচাৰি আহি আমি ইয়াত উপস্থিত হৈছোঁ।

১৬। কিন্তু তুমি কোন আৰু কিয়ই বা বুকুৰ ভিতৰতে প্ৰদীপ্ত মুখখন সুমাই লৈ কবন্ধ সদৃশ ৰূপ ধাৰণ কৰি ভগ্নজানু অবস্থাত ইয়াত বৈ আছা?

১৭। লক্ষ্মণে এইদৰে সোধাত কবন্ধই ইন্দ্ৰৰ বচন স্মৰণ কৰি বং মনেৰে উত্তৰ দিলে।

১৮। "হে নৰশ্ৰেষ্ঠদ্বয় আপোনাসকলক স্বাগত বাক্যে সম্ভাষণ জনালোঁ, মোৰ সৌভাগ্য যে আপোনালোক দুজনক দেখা পালোঁ আৰু মোৰ সৌভাগ্যক্ৰমেই আপোনালোকে মোৰ বাহু-বন্ধন কাটিলে।

১৯। মোৰ যি কুকৰ্ম্মৰ ফলত মই এই কুৰূপ প্ৰাপ্ত হৈছোঁ, সেই সকলো কথা যথাযথ ভাবে কওঁ আপোনালোকে শুনক।

ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত সপ্ততিতম সৰ্গ সমাপ্ত।

## এক সপ্ততিতম সৰ্গ

## হাত কটাৰ পিচত কবন্ধৰ উক্তি।

১। "হে মহাবাহু ৰাম, আদিতে মহাবল আৰু পৰাক্রমশালী মোৰ যি ৰূপ আছিল সি জীৱসমূহে কল্পনা কৰিব নোৱাৰা বিধৰ, মোৰ সেই ৰূপ তিনিও জগতত প্ৰসিদ্ধ আছিল।

২-৭। চন্দ্ৰ, সূৰ্য্য বা ইন্দ্ৰৰ যেনে শৰীৰ মোৰো শৰীৰ তদনুৰূপ আছিল, তাৰ পিচত লোকসমূহৰ আতঙ্কজনক ভয়ঙ্কৰ এইৰূপ লৈ মন বনলৈ অহা ঋষিসকলক য'তে ত'তে ভয় দেখুৱাই সন্ত্ৰস্ত কৰি তুলিছিলোঁ, পিচত স্থূলশিৰা নামৰ এজন মহৰ্ষিয়ে বিবিধ বনজাত দ্ৰব্য সংগ্ৰহ কৰি থাকোতে, মই এইৰূপ লৈয়ে তেওঁক উৎপীডন কৰাত ঋষিবৰ মোৰ ওপৰত কুপিত হয়। তেতিয়া মোৰ এইৰূপ দেখি ঘোৰ অভিসম্পাত দি তেওঁ মোক এইদৰে কলে, "লোকসমাজত ঘৃণণীয় তোৰ এই নিষ্ঠুৰ ৰূপেই তোত বৰ্ত্তমান থাকক।" ক্রুদ্ধ ঋষিবৰক এই অভিশাপৰপৰা কিদৰে মুক্তি পাম বুলি প্ৰাৰ্থনা জনোৱাত ঋষিয়ে কলে যে "যেতিয়া ৰামচন্দ্ৰই তোৰ হাত দুখন ছেদন কৰিব আৰু তোক এই বিজন বনত দাহন কৰিব তেতিয়া তই তোৰ নিজৰ বিপুল শোভনীয় ৰূপ আকৌ লাভ কৰিব পাৰিবি।" হে লক্ষ্মণ মোক দনুৰ শ্ৰীমান পুত্ৰ বুলি জানিব।

৮। ৰণক্ষেত্ৰত ইন্দ্ৰৰ শাপত মই এই ৰূপ প্ৰাপ্ত হওঁ। এসময়ত মই উগ্ৰতপস্যাৰদ্বাৰা পিতামহ ব্ৰহ্মাক সন্তুষ্ট কৰোঁ।

৯। তেতিয়া পিতামহে মোক দীৰ্ঘ আয়ু দান কৰে। এই বৰ লাভ কৰিয়ে যিহেতু মই দীৰ্ঘায়ূ বৰ পালোঁ, এতেকে ইন্দ্ৰই মোক কি কৰিব, এনে ধৰণৰ মতিভ্ৰম হয়।

১০-১১। মনত এই ভাবলৈ মই ৰণক্ষেত্ৰত ইন্দ্ৰক বাধা দিলোঁ। তেতিয়া ইন্দ্ৰই তেওঁৰ হস্তমুক্ত শতপৰ্ব্বা বজ্ৰৰ দ্বাৰা মোৰ উৰু যুগল আৰু মস্তক মোৰ শৰীৰৰ ভিতৰত সুমাই দিলে। সেই সময়ত মই মোৰ মৃত্যু প্ৰাৰ্থনা কৰাতো তেওঁ মোক যমালয়লৈ নপঠালে।

১২-১৭। তেওঁ কলে যে পিতামহে সি বৰ দিছে যি সত্য হবই লাগিব।" তেতিয়া মই কলোঁ "হে ব্ৰজ্ৰপাণি, আপুনি মোৰ উৰুদেশ মূৰ আৰু মুখ ভাঙিদিয়াত মই সুদীৰ্ঘকাল অনাহাৰে জীয়াই থাকিব পাৰিম কেনেকৈ।" মই এইদৰে কোৱাত ইন্দ্ৰই মোৰ হাত দুখন এক যোজন পৰিমাণ দীঘল কৰি দিলে আৰু লগে লগে পেটৰ ভিতৰতে মোৰ মুখ খনত তীক্ষ্ণদন্ত সংযোগ কৰি দিলে। এইদৰেই মোৰ দীঘল হাত দুখনেৰে চাৰিওফালৰপৰা বনৰ সিংহ, দীপী, মৃগ, ব্যাঘ্ৰ আদি জন্তবোৰ আজুৰি আনি ভক্ষণ কৰোঁ। লগতে ইন্দ্ৰই মোক এই কথাও কৈছিলে যে যেতিয়া যুদ্ধত লক্ষ্মণে সৈতে ৰামে তোমাৰ হাত দুখন ছেদন কৰি দিব তেতিয়া তুমি স্বৰ্গলৈ যাব পাৰিবা।' হে ৰাজসত্তম তাৰ পিচত এই শৰীৰেৰে মই যিহকে দেখা পাওঁ সেই সকলোকে ভক্ষণ কৰি সুন্দৰৰূপে তৃপ্তি লাভ কৰি আছোঁ। লগে লগে মই এইটোও ভাবি আছোঁ যে কোনদিন ৰামকো মই হাতেৰে মেৰিয়াই ধৰিব পাৰিম।

১৮-১৯। এই বুদ্ধিকে সাৰোগত কৰি মই মোৰ শৰীৰ পতনৰ বাবে যত্নপৰ হৈ আছোঁ। এতিয়া বুজিলোঁ। অপুনিয়ে সেই ৰাম, আপোনাৰ মঙ্গল হওক। হে ৰাঘৱ, মহৰ্ষিয়ে কোৱামতে আপুনি ভিন্ন আন কোনোৱে মোক বধ কৰিব নোৱাৰে।

২০। হে নৰশ্ৰেষ্ঠ আপোনালোক দুজনে মোৰ অগ্নিসংস্কাৰ কৰিলে মই আপোনালোকক সদ্‌বুদ্ধি দিম আৰু কোন আপোনালোকৰ মিত্ৰ হ'ব পাৰিব তাৰো উপদেশ দিম।"

২১-২৩। দনুপুত্ৰ কবন্ধই এইদৰে কোৱাত ধৰ্ম্মাত্মা ৰাঘৱে লক্ষ্মণক আগত ৰাখি কলে, "মই মোৰ ভ্ৰাতা লক্ষ্মণে সৈতে জনস্থানৰপৰা ওলাই অহাত ৰাৱণে একোৱাধাবিঘিনি নোপোৱাকৈ মনৰ সুখে মোৰ ভাৰ্য্যা যশস্বিনী সীতাক হৰণ কৰি নিছে। মই সেই ৰাক্ষসৰ নামহে শুনিছোঁ, সি ক'ত থাকে, তাৰ ৰূপ আৰু প্ৰভাৱেই বা কিপ্ৰকাৰৰ একো নাজানো। কেৱল শোকাৰ্ত্ত আৰু অনাথৰ দৰে এইদৰে লৰি ফুৰিছোঁ।

২৪-২৫। এনে অৱস্থাত আমাৰ উপকাৰৰ অৰ্থে যথোচিত দয়া প্ৰকাশকৰা, হে বীৰ হাতীয়ে ভাঙি থোৱা আৰু সময়ত শুকাই থকা কাঠ সংগ্ৰহ কৰি বৃহৎ এটা গৰ্ত্তখনন কৰি আমি তোমাক দাহন কৰিম। এতিয়া তুমি সীতাৰ বিষয়ে এই মাত্ৰ কোৱা ক'লৈ, কোনে কিদৰে তেওঁক হৰণ কৰি নিলে।

২৬-২৭। যদিহে প্ৰকৃততে তুমি জানা তেন্তে আমাৰ কাৰণে এইটো এটা অতি হিতকৰ কাম কৰা হব।" ৰামৰ অত্যুৎকৃষ্ট এই বাণী শুনি বাক্যকুশল দানৱে ৰামক কলে, "হে ৰাম, মোৰ দিব্যজ্ঞান নাই আৰু মই মৈথিলীক চিনিও নাপাওঁ।

২৮-৩১। মই দগ্ধহোৱাৰ পিচত নিজ ৰূপ প্ৰাপ্ত হলে মৈথিলীৰ কথা জানি তেওঁৰ বিষয়ে কম। হে ৰাম যিজনে সেই ৰাক্ষসৰ বিষয়ে জানে মোৰ দাহন কাৰ্য্যৰ পিচত হে মই তেনে জনৰ কথা আপোনাক কব পাৰিম। হে প্ৰভু, দগ্ধ হোৱাৰ আগতে সেই সকলো কথা জনাৰ শক্তি মোৰ নাই। হে ৰাঘৱ, যি মহাবীৰ্য্যশালী ৰাক্ষসে সীতাক হৰণ কৰি নিছে সেই বিষয়ে জানিবলৈ যি বিশেষ জ্ঞানৰ আৱশ্যক, শাপৰ দোষতে সেই জ্ঞান মোৰ নষ্ট হৈছে। মই মোৰ নিজ কৰ্ম্মদোষে লোকনিন্দনীয় এইৰূপ প্ৰাপ্ত হৈছোঁ। কিন্তু সবিতৃদেৱে তেওঁৰ বাহনত আৰোহণ কৰি শ্ৰান্তহৈ অস্ত যোৱাৰ আগতে হে ৰাম মোক গাঁতত পেলাই যথাবিধি দাহন কৰক।

৩২। হে মহাবীৰ ৰঘুনন্দন, আপুনি গাতত পেলাই ন্যায়মতে মোক দাহন কৰাৰ পিচত, যিজনে সেই ৰাক্ষসৰ কথা জানে মই তেওঁৰ বিষয়ে আপোনাক কম।

৩৩। হে ৰাঘৱ, তাৰ পিচত আপুনি যথাযথভাৱে তেওঁৰ লগত সখ্যভাব স্থাপন কৰিব। হে লঘুবিক্ৰম তেওঁ আপোনাক সকলো উপায়ে সহায় কৰিব।

৩৪। হে ৰাঘৱ, এই তিনিও জগতত তেওঁৰ অবিদিত একো নাই। কোনো এটা বিশেষ কাৰণত তেওঁ সকলো জগততে পৰিভ্ৰমণ কৰিব লগা হৈছিল।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত একসপ্ততিতম সৰ্গ সমাপ্ত ॥**

# দ্বিসপ্ততিতম সৰ্গ

## সুগ্ৰীৱৰ লগত মিত্ৰভাৱত আবদ্ধ হ'বলৈ কবন্ধৰ উপদেশ

১। কবন্ধই এইদৰে কোৱাত নৰশ্ৰেষ্ঠ বীৰযুগলে পৰ্ব্বতৰ গুহালৈ কবন্ধৰ শৰীৰটো নি কাঠ জাপি দি জুই লগাই দিলে।

২। লক্ষ্মণে চাৰিওফালে প্ৰজ্জ্বলিত উল্কাসমূহ চিতাত সংযোগ কৰি দিয়াত চিতা দপ-দপকৈ জ্বলি উঠিল।

৩। কবন্ধৰ ঘৃতপিণ্ডসম বৃহৎ শৰীৰটো মেদেৰে পৰিপূৰ্ণ হোৱাৰ কাৰণে জুইয়ে তাক লাহে লাহে পুৰিবলৈ ধৰিলে।

৪। এনেতে হঠাতে চিতাখন কঁপাই তুলি নিৰ্ম্মল বস্ত্ৰ আৰু দিব্যমাল্যেৰে সুশোভিত হৈ মহাবলশালী (কবন্ধ) ধূমবিহীন অগ্নিসদৃশ হৈ উঠি বহিল।

৫। লগে লগে জ্যোতিৰ্ম্ময় নিৰ্ম্মল বস্ত্ৰ পৰিহিত শৰীৰৰ সৰ্ব্বাঙ্গ অলঙ্কাৰে বিভূষিত হৈ কবন্ধ ততালিকে চিতাৰপৰা ওলাই ওপৰলৈ গতি কৰিলে।

৬। তাত হংসযুক্ত সমুজ্জ্বল বিমানত আৰোহণ কৰি নিজ প্ৰভাবলে দশোদিশ উদ্ভাসিত কৰি মহাতেজস্বী কবন্ধই আকাশত বিৰাজ কৰিলে।

৭। এইদৰে অন্তৰিক্ষতে থাকি কবন্ধই ৰামক কবলৈ ধৰিলে, "ৰাম সীতাক কিদৰে পাব পাৰিব তাৰ তত্ত্ব কথা কও শুনক।

৮। ৰাম, লোকসমাজত, সন্ধি, বিগ্ৰহ, যান, আসন, দ্বৈধীভাৱ আৰু সমাশ্ৰয় এই ছয়টা উপায় অবলম্বন কৰি ৰজাসকলে সকলো কাৰ্য্য বিচাৰ কৰে, তাৰ ভিতৰত মানুহ দুৰ্দ্দশাগ্ৰস্ত হলে সমাশ্ৰয় নীতিকে অবলম্বন কৰে।

৯। ৰাম, বৰ্ত্তমান আপুনিও সেই সমাশ্ৰয় নীতিকে অবলম্বন কৰিব লগা হৈছে যিহেতু লক্ষ্মণে সৈতে আপুনি এতিয়া হীন অৱস্থাপন্ন, এই কাৰণত ৰাজ্যনাশ আদি বিপদে আপোনাক আগুৰি ধৰিছে আৰু শেহত ভাৰ্য্যাহৰণৰূপ বিপত্তিৰো সন্মুখীন হব লগা হৈছে।

১০। এতেকে হে সুহৃদপ্ৰবৰ, এই সময়ত আপুনি আনৰ লগত বন্ধুত্ব স্থাপন কৰাটোহে যুক্তিযুক্ত হব, কিয়নো মই ভাবিচিন্তি চাইছোঁ তেনে নকৰিলে আপুনি কৃতকাৰ্য্য হব নোৱাৰিব।

১১। ৰাম মই কওঁ শুনক, সুগ্ৰীৱ নামে বান্দৰৰ এজন অধিপতি আছে, তেওঁ তেওঁৰ ভ্ৰাতা ইন্দ্ৰপুত্ৰ বালীৰ দ্বাৰা বিতাৰিত হৈছে।

১২। সংযমী বীৰ এই সুগ্ৰীৱ চাৰিজন আন বান্দৰে সৈতে বৰ্ত্তমানে পম্পা প্ৰদেশ শোভিত ঋষ্যমূক পৰ্ব্বতত বসতি কৰি আছে।

১৩। তেওঁ বানৰশ্ৰেষ্ঠ, মহাবীৰ্য্যশালী, তেজস্বী, অমিতপ্ৰভ, সত্যসন্ধ, বিনীত, ধৈৰ্য্যশীল, মতিমান আৰু মহান হৃদয়ৰ।

১৪। হে বীৰ তেওঁ দক্ষ, প্ৰগল্‌ভ, দ্যুতিমান মহাবলী আৰু পৰাক্ৰমশালী। ৰাজ্যৰ কাৰণে তেওঁৰ মহাশক্তিশালী ককায়েকে তেওঁক নিৰ্ব্বাসিত কৰিছে।

১৫। হে ৰাম, সীতাৰ অন্বেষণ বিষয়ত তেওঁ আপোনাৰ মিত্ৰ আৰু সহায় হব, আপুনি শোক নকৰিব।

১৬। হে ইক্ষ্বাকুপ্ৰবৰ, মানুহৰ যিটো ভবিতব্য এই জগতত তাৰ অন্যথা নহয়, কিয়নো কাল অনতিক্ৰমণীয়।

১৭। হে বীৰ, আপুনি ইয়াৰপৰা মহাবলশালী সুগ্ৰীবৰ ওচৰলৈ যাওক আৰু আজিয়েই গৈ বেগেতে তেওঁৰ লগত সখ্যভাৱত আবদ্ধ হওক।

১৮। প্ৰজ্জ্বলিত অগ্নিক সাক্ষী কৰি পৰস্পৰে পৰস্পৰৰ দ্ৰোহ আচৰণ নকৰিব বুলি সখ্যভাৱত আবদ্ধ হব। বান্দৰাধিপতি সুগ্ৰীৱক আপুনি অৱমাননা নকৰিব।

১৯। তেওঁ কৃতজ্ঞ, কামৰূপী আৰু বীৰ্য্যবান আৰু বৰ্ত্তমান সহায়প্ৰাৰ্থী। আনপক্ষে তেওঁ যিটো বিচাৰি আছে তাক সম্পাদন কৰিবলৈ আপোনালোক দুজন সমৰ্থ।

২০। অধিকন্তু সুগ্ৰীৱৰ নিজ কাৰ্য্য সম্পূৰ্ণ হওকে বা নহওকে তেওঁ আপোনাৰ কাৰ্য্য সমাধা কৰিবই। তেওঁ ঋক্ষৰজাৰ পুত্ৰ বৰ্ত্তমান শঙ্কাপূৰ্ণ অৱস্থাত পম্পা প্ৰদেশত বিচৰণ কৰি আছে।

২১-২৩। তেওঁ সূৰ্য্যদেৱৰ ঔৰসজাত পুত্ৰ, বালীৰ লগত শত্ৰুভাবাপন্ন, আপুনি অগ্নিৰ ওচৰত অস্ত্ৰস্থাপন কৰি সত্যক আগত ৰাখি ঋষ্যমূকবিহাৰী বনচাৰী বান্দৰৰ লগত সখ্যভাৱ স্থাপন কৰকগৈ। কপিশ্ৰেষ্ঠ সুগ্ৰীৱে তেওঁৰ নিপুণতা হেতু নৰমাংসাশী ৰাক্ষসবোৰৰ সকলো বাসস্থানৰ বিৱৰণ জানে।

২৪-২৫। হে ৰাঘৱ, এই পৃথিৱীত তেওঁৰ নজনা ঠাই নাই। হে পৰন্তপ, সহস্ৰাংশু সূৰ্য্যদেৱে য'তে য'তে তেওঁৰ তাপ বিকিৰণ কৰে তেওঁৰ বান্দৰবৰ্গে সৈতে ত'তে ত'তে নদ-নদী, বিপুল পৰ্ব্বতসমূহ, গিৰিদুৰ্গ আৰু কন্দৰসমূহ অনুসন্ধান কৰি তেওঁ আপোনাৰ পত্নীৰ বিৱৰণ সংগ্ৰহ কৰিব।

২৬। হে ৰাঘৱ, তেওঁ বৃহদাকাৰ বান্দৰবোৰক আপোনাৰ বিৰহবিধুৰা সীতাক অন্বেষণ কৰিবলৈ চাৰিওফালে পঠিয়াব, আনকি ৰাৱণৰ ভৱনতো নাৰীশ্ৰেষ্ঠা সীতাক বিচাৰি চাব।

২৭। পূতচৰিত্ৰা সীতা মেৰুপৰ্ব্বতৰ শৃঙ্গতেই থাকক অথবা পাতলপুৰীতেই প্ৰৱেশ কৰক কপিশ্ৰেষ্ঠ সুগ্ৰীৱে সেই সকলো ঠাইলৈ গৈ তাৰ ৰাক্ষসকুল ধ্বংস কৰি আপোনাৰ প্ৰিয়পত্নীক আপোনাত প্ৰত্যাৰ্পণ কৰিব।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত দ্বিসপ্ততিতম সৰ্গ সমাপ্ত ॥**

## ত্ৰিসপ্ততিতম সৰ্গ

### সুগ্ৰীৱৰ লগত সখ্যভাব স্থাপন কৰাৰ উপদেশ।

১। সীতাক বিচাৰি উলিওৱাৰ উপায় দেখুৱাই কথাৰ মূল অৰ্থ বিষয়ে অভিজ্ঞ কবন্ধই অৰ্থপূৰ্ণ বাক্যেৰে কবলৈ ধৰিলে।

২। "ৰাম, পুষ্পিত তৰুৰাজিৰে সৈতে পশ্চিমফালে যিটো মঙ্গলময় মনোৰম পথ আছে, আপোনাৰ কাৰণে সেইটোৱে উৎকৃষ্ট পথ।

৩। জম্বু, প্ৰিয়াল, কঠাল, ন্যগ্ৰোধ, প্লক্ষ, তিন্দুক, অশ্বত্থ, কৰ্ণিকাৰ আৰু আম্ৰবৃক্ষসমূহ তাত বিৰাজ কৰি আছে।

৪-১৩। সেইদৰে ধৱ, নাগকেসৰ, তিলক, নক্তমালক, নীলাশোক, কদম্ব, পুষ্পিত কৰবীৰ, অগ্নিমুখ্য (অৰুষ্কৰ), অশোক, ৰক্তচন্দন, মন্দাৰ, আদি বৃক্ষসমূহো তাত বৰ্ত্তমান আছে। সেই গছসমূহত আৰোহণ কৰি অথবা নিজ শক্তিৰ দ্বাৰা সিহঁতক মাটিত পেলাই লৈ আপোনালোকে সিহঁতৰ অমৃতকল্প ফলবোৰ ভক্ষণ কৰি কৰি গৈ থাকিব। হে কাকুৎস্থ, পুষ্পিত পাদপৰাজিৰে সুশোভিত এই বন এৰি গৈ আপোনালোকে নন্দন আৰু উত্তৰকুৰুসদৃশ আন এখন কাননত উপনীত হব গৈ। এই কাননত বৃক্ষসমূহ সকলো ঋতুৰ ফলেৰে পৰিপূৰ্ণ হৈ থাকে আৰু সকলো সময়তে মধুক্ষৰণ কৰে। চিত্ৰৰথ বনত যিদৰে সকলো সময়তে সকলো ঋতুৱে বিৰাজ কৰে এই বনতো তেনে। তাৰ বৃক্ষসমূহ মহা মহা শাখাবিশিষ্ট আৰু সদায় ফলৰ ভৰতে অবনত হৈ মেঘাবৃত পৰ্ব্বতৰ দৰে সুশোভিত হৈ থাকে। সেই গছসমূহত আৰোহণ কৰি অথবা যথাসুখে মাটিত বগৰাই লৈ লক্ষ্মণে অমৃতোপম ফলসমূহ আপোনাৰ আনি দিব। হে বীৰপুৰুষযুগল, এইদৰে পৰ্ব্বতৰ পিচত পৰ্ব্বত অথবা এখন বনৰ পিচত আন এখন বন অতিক্ৰম কৰি আপোনালোকে পম্পা নামৰ জলাশয়ত উপনীত হবগৈ। এই জলাশয়ত শিল নাই, তাত ভৰি পিছল নাথায়, পাৰঘাটবোৰ সমান আৰু শেলুৱৈ বান্ধ নোখোৱো। সেই সৰোবৰৰ পানীৰ তলত বালি আছে, সৰোবৰ কমল আৰু উৎপল আদিৰে সুশোভিত। হে ৰাঘৱ, এই পম্পাৰ পানীত শুৱলা মাতৰ হাঁহ, প্লৱ, ক্ৰৌঞ্চ, কুৰৰ আদি পক্ষীয়ে তাত কূজন কৰি থাকে। এই চৰাইবোৰে মানুহক দেখি ভয় নাখায় যিহেতু কোনো মানুহে ইহঁতক আগতে বধ কৰাৰ কথা ইহঁতে নাজানে।

১৪-২২। আপোনালোকে ঘৃতপিণ্ডসম মঙহাল এই পক্ষীবোৰ ভক্ষণ কৰিব পাৰিব। লগতে পম্পাৰ ৰোহিত, চক্ৰতুণ্ড আৰু নলাদি শ্ৰেষ্ঠ মৎস্যসমূহো আপোনালোকৰ শৰসমূহৰ দ্বাৰা বধ কৰি তাৰ বাকলি আৰু ফণা গুচাই লোৰ খৰিকাতদি খাব পাৰিব। এইদৰে হৃষ্টপুষ্ট আৰু অনেক কাঁইট থকা মাছবোৰ ভক্তিসহকাৰে লক্ষ্মণে আপোনাক আনি দিব। প্ৰচুৰ পৰিমাণে এই মাছ ভক্ষণ কৰাৰ পিচত পুষ্পৰাশিৰে পৰিপূৰ্ণ পদ্মগন্ধি মঙ্গলময় সুখশীতল আৰোগ্যবৰ্দ্ধক ৰৌপ্য স্ফটিক সদৃশ

নিৰ্ম্মল পানী পদুমপাতেৰে তুলি আনি লক্ষ্মণে আপোনাক পান কৰাব। তাৰ পিচত হে ৰাম, সন্ধ্যাকালত ঘূৰি-ফুৰোঁতে গিৰিগুহাশায়ী স্থূলকায় বনচাৰী বান্দৰবোৰ লক্ষ্মণে আপোনাক দেখুৱাব। হে নৰোত্তম, পানীৰ লোভতে পম্পাৰ ওচৰলৈ আহি এই বান্দৰবোৰে বৃষভসদৃশ নাদ কৰি এই পম্পাৰ পানী খোৱা আপুনি দেখিবলৈ পাব। এইদৰে সন্ধ্যাকালত বিচৰণ কৰি থাকোতে পুষ্পমাল্যৰে সুশোভিত বৃক্ষসমূহ আৰু লগতে পম্পাৰ পৰম পবিত্ৰ জলভাগ দেখি আপোনাৰ শোক আঁতৰি যাব। তাত থকা সুন্দৰ পুষ্পে ভৰপূৰ তিলক আৰু নক্তমালক আৰু প্ৰফুল্ল উৎপল আৰু পদুমবোৰ দেখিলেও আপোনাৰ শোক পাতলিব। হে ৰাঘৱ, তাত কোনো নৰমনুষ্য নাই যি এই সমুদায় ফুলে সুশোভিত মাল্য পৰিধান কৰে।

২৩-২৫। হে ৰাঘৱ, আগতে মতঙ্গশিষ্য ঋষিগণে সমাহিতচিত্তে তাত বাস কৰিছিল, সেই কাৰণে তাৰ ফুল বা মাল্য কোনো দিনে ম্লান নহয় আৰু সৰিপৰিও নাযায়। গুৰুদেৱৰ বন্য ফল-মূল আহৰণ কৰাৰ কালত ভাৰৰ বোজাতে ভাগৰি যোৱা ঋষিসকলৰ শৰীৰৰ পৰা ওলাই আহি ঘৰ্ম্মবিন্দু মাটিত পৰিছিল, ঋষিসকলৰ তপস্যাৰ ফলত সেই ঘৰ্ম্মবিন্দুৰ পৰা উৎপন্ন সেই মাল্যসমূহ এতিয়াও বিনষ্ট হোৱা নাই।

২৬। হে কাকুস্থ, সেই ঋষিসকল যোৱাৰ পিচতো ঋষিসকলৰ পৰিচাৰিকা সুদীৰ্ঘকাল জীয়াই থকা শবৰী নামে তাপসীক এতিয়াও আপুনি তাত দেখা পাব।

২৭। সদায় ধৰ্ম্মপৰায়ণা শবৰীয়ে এতিয়া সৰ্ব্বভূতনমস্কৃত দেৱোপম আপোনাক দেখি স্বৰ্গৰোহণ কৰিব।

২৮। তাৰ পিচত হে কাকুৎস্থ ৰাম, আপুনি পম্পাৰ পশ্চিম তীৰৰ পিনে থকা আশ্ৰমৰ অতুলনীয় গুহ্যস্থান এখন দেখা পাব।

২৯। ঋষি মতঙ্গৰ নিৰ্দ্দেশমতে কোনো হাতীয়ে সেই আশ্ৰমস্থানলৈ আহিব নোৱাৰে।

৩০। হে ৰঘুনন্দন এই ঠাই ডোখৰে মতঙ্গবন নামে প্ৰসিদ্ধ।

৩১। দেৱাৰণ্য নন্দনবন সদৃশ নানাবিধ বিহঙ্গে পৰিপূৰ্ণ সেই বনত আপুনি কোনো ভাবচিন্তা নোহোৱাকৈ বাস কৰি থাকিব পাৰিব। পম্পাৰ এই আশ্ৰমৰ সন্মুখতে পুষ্পিত তৰু সমন্বিত ঋষ্যমূক পৰ্ব্বত।

৩২। এই পৰ্ব্বত সদায় সৰ্পকুলৰদ্বাৰা অভিৰক্ষিত আৰু উচ্চতাহেতু তাত সহজে আৰোহণ কৰা দু সাধ্য। উদাৰমনা ব্ৰহ্মাদেৱে সৃষ্টিৰ সময়ত ইয়াক সৃজন কৰে।

৩৩। হে ৰাম, এই পৰ্ব্বতৰ শিৰোভাগত শয়ন কৰি থাকি সপোনতে যি ধন লাভ কৰে সাৰপাই উঠিও তাকে পায়।

৩৪। আনপক্ষে দুৰাচাৰী পাপকৰ্ম্মৰত কোনোজনে যদি ইয়াত আৰোহণ কৰে তেন্তে ৰাক্ষসবোৰে নিদ্ৰিত অৱস্থাতে তেনে জনক সংহাৰ কৰে।

৩৫। এই পৰ্ব্বতৰ পৰা পম্পাৰ তীৰত থকা মতঙ্গাশ্ৰমবাসী সৰু সৰু হাতীৰ পোৱালিবোৰৰ চিঞৰ আপুনি শুনিবলৈ পাব।

৩৬। ইয়াৰ উপৰিও ঈষৎ ৰক্ত মদধাৰাযুক্ত মেঘবৰণীয়া তেজস্বী শ্ৰেষ্ঠ গজসমূহক দলবান্ধি অথবা বেলেগে বেলেগে তাত বিচৰণ কৰি থকা দেখিবলৈ পাব।

৩৭। বনৰীয়া এই হাতীবোৰে সুগন্ধি বিমল, মনোৰম পানী খাই মনৰ সুখেৰে আকৌ বনত প্ৰবেশ কৰে।

৩৮-৪২। তাৰ পিচত ভালুক, দ্বীপী (সৰুবাঘ) আৰু নীলকান্তমণিসম কান্তিবিশিষ্ট ৰু ৰু মৃগসমূহ দেখি আপুনি শোক পাহৰি যাব। এই জন্তুবোৰে মানুহক দেখি নপলায় আৰু কোনো-দিনে কোনোৱে ইহঁতক জয় কৰিবলৈও বিচৰা নাই (গতিকে এই প্ৰাণীবোৰৰ মনত নিষ্ঠুৰতাৰ কোনো ভাব নাই)। ৰাম, এই পৰ্ব্বততে বৃহৎ এটা গুহা আছে। এই গুহা শিলাখণ্ডৰ দ্বাৰা আচ্ছাদিত, আৰু ইয়াত প্ৰবেশ কৰাটোও দু সাধ্য। গুহাৰ সন্মুখত শীতল পানীৰ প্ৰকাণ্ড এটা হ্ৰদ আছে। এই গুহা নানা ফলমূলে ৰম্য আৰু নানাবিধৰ বৃক্ষাদিৰে পৰিপূৰ্ণ। বান্দৰবিলাকে সৈতে ধৰ্ম্মাত্মা সুগ্ৰীব তাতেই বাস কৰি থাকে, আৰু কেতিয়াবা কেতিয়াবা পৰ্ব্বতৰ শিখৰতো থাকে।"

৪৩-৪৫। বীৰ্য্যবান কবন্ধই ৰাম-লক্ষ্মণ উভয়কে কথাবোৰ এইদৰে বুজাই দি মাল্যপৰিধান কৰি ভাস্কৰসম দীপ্তিমান হৈ আকাশত শোভামান হ'ল। তেতিয়া ৰাম লক্ষ্মণ দুয়োজনে মহাভাগ কবন্ধক আকাশত এইদৰে অৱস্থান কৰা দখি তেওঁক কলে "আমি দুয়ো সুগ্ৰীবৰ ওচৰলৈ প্ৰস্থান কৰোঁ আৰু তুমিও এতিয়া যোৱাগৈ।" তেতিয়া কবন্ধই পৰমপ্ৰীত উভয়কে "কাৰ্য্যসিদ্ধিৰ অৰ্থে আপোনালোক যাওক" বুলি কৈ নিজেও তাৰপৰা প্ৰস্থান কৰিলে।

৪৬। এইদৰে কবন্ধই নিজ ৰূপ লাভ কৰি সূৰ্য্য সমদীপ্তিশালী শৰীৰ ধাৰণ কৰি শোভান্বিত হল, তাৰপিচত ৰাম লক্ষ্মণক বাটটো দেখুৱাই দি আকাশতে থাকি ৰামৰ পিনে লক্ষ্য কৰি আকৌ কলে "সুগ্ৰীবৰ লগত সখ্যভাব স্থাপন কৰিব।"

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত ত্ৰিসপ্ততিতম সৰ্গ সমাপ্ত ॥**

# চতুঃসপ্ততিতম সৰ্গ

## শবৰীৰ লগত সাক্ষাৎ

১। কবন্ধই পম্পাৰ অভিমুখে দেখুৱাই দিয়া বাটটোকে লৈ পশ্চিম ফালে মুখকৰি ৰাজপুত্ৰ দুজনে অৰণ্যৰ মাজে দি প্ৰস্থান কৰিলে।

২। পৰ্ব্বতৰ ওপৰত থকা মধুৰ ফল আৰু পুষ্পে পৰিপূৰ্ণ বৃক্ষৰাজিৰ শোভা চাই চাই সুগ্ৰীবক লগ পাবলৈ বুলি ৰাম লক্ষ্মণ উভয়ে যাবলৈ ধৰিলে।

৩। ৰঘুনন্দন দুয়োজনে সেইদিনা ৰাতি পৰ্ব্বতৰ ওপৰতে কটাই পিচদিনা পম্পাৰ পশ্চিম তীৰত উপনীত হল গৈ।

৪। এইদৰে দুয়োজনে পম্পাৰ পশ্চিমতীৰত উপনীত হৈ শবৰীৰ ৰম্য আশ্ৰমখন দেখা পালে।

৫। দুয়ো নানান বৃক্ষে পৰিপূৰ্ণ আশ্ৰমত উপস্থিত হৈ সুৰম্য সেই আশ্ৰমৰ শোভা চাই চাই শেহত শবৰীৰ ওচৰ পালেগৈ।

৬। তপ সিদ্ধা শবৰীয়ে তেওঁলোক দুজনক দেখামাত্ৰকে থিয় হৈ কৃতাঞ্জলিপুটে ৰাম আৰু ধীমান লক্ষ্মণৰ পাদবন্দনা কৰিলে।

৭। যথাবিধি পাদ্য আৰু আচমনীয় দান কৰাৰ পিচত ৰামে ধৰ্ম্মপৰায়ণা শ্ৰমণীক কলে, "তপস্যাৰ বিঘ্নিবাধক কামাদিৰিপু সমূহ জয় কৰা হৈছেনে, তামাৰ তপস্যাই বৃদ্ধিলাভ কৰি আছে নে? হে তপোধনে, তুমি আহাৰ আৰু কোপ সংযত কৰিব পাৰিছা নে? আৰু যথাৰীতি নিয়ম পালি থাকি মনত শান্তিলাভ কৰিব পাৰিছা নে? হে চাৰুভাষিণী তোমাৰ শুৰুশুশ্ৰূষা সফল হৈছে নে?"

১০। ৰামে সিদ্ধা তাপসীক এইদৰে সোধাত, সিদ্ধসকলৰ শ্ৰেষ্ঠা বৃদ্ধা শবৰীয়ে ৰামৰ সন্মুখীন হৈ কবলৈ ধৰিলে,

১১। "আপোনাক দেখা পোৱাৰ পিচত আজি মো'ৰ তপস্যা সিদ্ধ হল, মোৰ জন্ম আৰু গুৰুজনসকলৰ প্ৰতি কৰা পূজাও সফল হল।

১২। এতিয়া মোৰ তপস্যা সফল হল আৰু মোৰ স্বৰ্গলাভো হব।

১৩। হে সৌম্য, হে মানদ, হে অৰিন্দম, আপোনাৰ সৌম্যদৃষ্টিৰে দৃষ্টিপাত কৰাৰ পিচত আপোনাৰ অনুগ্ৰহত মই অক্ষয়লোকলৈ গতি কৰিব পাৰিম।

১৪। হে দেব, যিসকল গুৰুজনক মই সেৱাশুশ্ৰূষা কৰি আছিলোঁ। আপুনি চিত্ৰকূট পৰ্ব্বতত উপস্থিত হোৱাৰ দিনাই তেখেত সকলে অতুল প্ৰভাশালী বিমানত আৰোহণ কৰি স্বৰ্গলৈ গতি কৰিলে।

১৫। যোৱাৰ সময়ত মহাভাগ ধৰ্ম্মজ্ঞ মহৰ্ষিসকলে কৈ গৈছে যে ৰাম এই পবিত্ৰ আশ্ৰমলৈ তোমাৰ ওচৰলৈ আহিব।

১৬। আৰু তুমি অতিথিৰূপে সুমিত্ৰানন্দন লক্ষ্মণ আৰু তেওঁক অভ্যৰ্থনা জনাবা। তেওঁৰ লগত দেখা হোৱাৰ পিচত তুমি শ্ৰেষ্ঠ অক্ষয়লোকসমূহলৈ গতি কৰিব পাৰিবা।

১৭-২২। হে পুৰুষপ্ৰবৰ, মহাভাগ মহৰ্ষিসকলে এইদৰে কোৱাৰ পিচত মই পম্পাৰ তীৰত উৎপন্ন বিবিধ ফল মূল আপোনৰ কাৰণে সংগ্ৰহ কৰি থৈছোঁ। "শবৰীয়ে এইদৰে কোৱাত, ধৰ্ম্মাত্মা ৰামে ব্ৰহ্মবিদ্যা অধিকাৰিণী শবৰীক কবলৈ ধৰিলে, "দনু পুত্ৰ কবন্ধৰপৰা সেই মহাত্মা-সকলৰ প্ৰভাবৰ বিষয়ে সকলো প্ৰকৃত কথা শুনিবলৈ পাইছোঁ, এতিয়া তুমি উপযুক্ত বুজি বিবেচনা কৰিলে সেই সকলো বিবৰণ মোৰ চকুৰ আগতে চাই লব খোজোঁ। ৰামে নিজ মুখে উক্তি কৰা এই কথা শুনি শবৰীয়ে উভয়কে সেই মহৎ বন দেখুৱাই কলে, "হে ৰঘুনন্দন ঘনমেঘমালাসদৃশ মৃগ আৰু পক্ষীকুলে সমাকীৰ্ণ এইখনেই প্ৰখ্যাত মতঙ্গবন আৰু ইয়াতেই বিশুদ্ধাত্মা মোৰ গুৰুজনসকলে মহাদ্যুতিসম্পন্ন সেই মহৰ্ষিৰ পৰম পবিত্ৰ কুটিৰত হোমমন্ত্ৰ অনুসাৰে অহুতি প্ৰদান কৰিছিল।

২৩। এইয়ে প্ৰত্যক্‌স্থলী* বেদী য'ত মোৰ পৰমপূজনীয় গুৰুদেৱসকলে পৰিশ্ৰান্ত হোৱাৰ পিচত কম্পিত হস্তে পুষ্পোপহাৰ দান কৰিছিল।

---

* প্ৰত্যক্‌স্থলী—একপ্ৰকাৰ বেদী—দেৱতাপূজা কৰা ঠাই।

২৪। হে ৰঘুশ্ৰেষ্ঠ, চোৱাঁ তেওঁলোকৰ তপ: প্ৰভাৱতে বেদীয়ে অতুলপ্ৰভান্বিত সৌন্দৰ্য্যেৰে আজিও সকলো দিক উদ্ভাসিত কৰি আছে।

২৫। আকৌ চোৱাঁ অতিকষ্টকৰ শাস্ত্ৰীয় উপবাসজনিত শ্ৰমতে অশক্ত হৈ মোৰ গুৰুজন-সকলে চিন্তা কৰা মাত্ৰকে তেওঁলোকৰ অভিষেকক্ৰিয়াৰ অৰ্থে সাতসমুদ্ৰৰ পানী আহি ইয়াতেই মিলিত হৈছিল।

২৬। মহৰ্ষিসকলে স্নানকাৰ্য্য শেষ কৰাৰ পিচত এই গছসমূহত তেওঁলোকৰ পৰিধানৰ বস্ত্ৰস্বৰূপ যি গছৰ বাকলি ইযাত শুকাবলৈ আঁৰি দিছিল, হে ৰঘুনন্দন সেই বাকলি আজিও শুকোৱা নাই।

২৭। দেৱকাৰ্য্যসম্পন্ন কৰোতে নীলোৎপলে সৈতে যি পুষ্পৰাশি সমৰ্পণ কৰিছিল সেইবোৰ আজিও ম্লান হোৱা নাই।

২৮। হে ৰাম, এই সমগ্ৰ বন মই তোমাক দেখুৱালোঁ আৰু ইয়াৰ কাহিনীও মই শুনালো। এতিয়া তোমাৰ অনুমতি লৈ মই মোৰ এই কলেবৰ ত্যাগ কৰিবৰ ইচ্ছা কৰিছোঁ।

২৯। যি মুনিসকলৰ আশ্ৰমত ইমানদিনে মই পৰিচাৰিকা হৈ আছিলোঁ, বিশুদ্ধাত্মা সেই ঋষিসকলৰ ওচৰলৈ যাবলৈ ইচ্ছা কৰিছোঁ।”

৩০। লক্ষ্মণে সৈতে ৰাঘব ৰামে তাপসীৰ ধৰ্ম্মভাবপূৰ্ণ এই কথা শুনি ‘কি আশ্চৰ্য্য!’ বুলি কৈ মনত পৰম আনন্দলাভ কৰিলে।

৩১। তাৰ পিচত ৰামে কঠোৰ ব্ৰতচাৰিণী শবৰীক কলে, “ভদ্ৰে তুমি যথোপযুক্ত ভাবে আমাৰ পূজাঅৰ্চ্চনা কৰিলা এতিয়া তুমি তোমাৰ ইচ্ছা অনুসৰি য'লৈকে যাব খোজা, যোৱা।”

৩২। ৰামে এইদৰে কোৱাত জটাধাৰিণী চীৰকৃষ্ণাজিন পৰিহিতা শবৰীয়ে ৰামৰ অনুমতি লৈ নিজক অগ্নিত আহুতি দি প্ৰদীপ্ত অগ্নিসম শোভা ধাৰণ কৰিলে আৰু স্বৰ্গলৈ গতি কৰি দিব্য আভৰণ, মাল্য, অনুলেপন আৰু বস্ত্ৰেৰে সুশোভিতা হৈ বিদ্যুৎমালাসম ৰূপ লৈ সেই ঠাইত বিৰাজ কৰি থাকিল।

৩৫। এইদৰে সুকৃতাত্মা মহৰ্ষিসকলে যি ঠাইত বিহাৰ কৰি আছিল শবৰীয়েও নিজ সমাধিবলে পৰম পবিত্ৰ সেই ঠাইলৈ গমন কৰিলে।

॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত চতুঃসপ্ততিতম সৰ্গ সমাপ্ত ॥

# পঞ্চসপ্ততিতম সৰ্গ

১। শবৰীয়ে নিজ তেজোবলে স্বৰ্গলৈ যোৱাৰ পিচত, ভায়েক লক্ষ্মণে সৈতে ৰাঘৱে চিন্তা কৰিবলৈ ধৰিলে।

২। ধৰ্ম্মাত্মা ৰামে মহাত্মা সেই ঋষিসকলৰ প্ৰভাৱৰ বিষয়ে চিন্তা কৰি তেওঁৰ হিতাকাঙ্ক্ষী একান্ত সেৱক ভায়েক লক্ষ্মণক কলে।

৩। "হে সৌম্য, বিশুদ্ধাত্মা সেই ঋষিসকলৰ আশ্ৰম আৰু তেওঁলোকৰ আশ্চৰ্য্যজনক ঘটনাসমূহ দেখিলোঁ, ইয়াৰ মৃগ আৰু ব্যাঘ্ৰকুল তেনেই বিশ্বস্ত, পৰস্পৰৰ প্ৰতি হিংসাশূন্য, ই নানাবিধ পক্ষীবোৰৰ বসতি স্থল।

৪। লক্ষ্মণ, সপ্ত-সমুদ্ৰৰ মিলন স্থল এই তীৰ্থক্ষেত্ৰত স্নানাদি সমাপন কৰি যথাবিধি পিতৃপুৰুষ সকলৰ অৰ্থে তৰ্পণ কৰিলোঁ।

৫। এতিয়া আমাৰ সকলো অপায় অমঙ্গল দূৰ হোৱাৰ পিচত কল্যাণময় কাল উপস্থিত হৈছে। লক্ষ্মণ, এই হেতুকে মোৰ মনত এতিয়া প্ৰফুল্লতাৰ ভাব জাগি উঠিছে।

৬-৭। হে নৰশ্ৰেষ্ঠ বৰ্ত্তমানে যি হবলৈ আছে সি শুভেই হব বুলি মোৰ অন্তৰত খেলাইছে, এতেকে আহা যি ঋষ্যমূক পৰ্ব্বতত ধৰ্ম্মাত্মা সূৰ্য্যসুত সুগ্ৰীৱ বাস কৰি আছে, আৰু পম্পাৰ যি ঠাইৰপৰা সেই ঋষ্যমূক পৰ্ব্বত দেখা পোৱা যায় তালৈ যাওঁ।

৮-৯। বানৰশ্ৰেষ্ঠ সুগ্ৰীৱ বালীৰ ভয়তে ত্ৰস্ত হৈ চাৰিজন বান্দৰে সৈতে তাত বাস কৰি আছে, তেওঁৰ লগত দেখা কৰিবলৈ লৰালৰিকৈ যাওঁ, যিহেতু সীতাক বিচাৰি উলিওৱা কামটো বৰ্ত্তমানে তেওঁৰে সহায় সাপেক্ষ।

১০-১৩। বীৰ ৰামচন্দ্ৰই এইদৰে কোৱাত লক্ষ্মণে তেওঁক কলে, "মোৰ মনেও এই বিষয়ে উদগণি দিছে, গতিকে বেগেতে আমি তালৈকে যাওঁ।" এইদৰে আলোচনা কৰি নৰজগতৰ অধিপতি প্ৰভু ৰামচন্দ্ৰই আশ্ৰমৰ পৰা ওলাই গৈ লক্ষণে সৈতে পম্পাত* উপস্থিত হল। চাৰিওফালে পুষ্পৰাজিৰে চহকী বৃহৎ বৃক্ষমালাৰে পৰিপূৰ্ণ, †কোৰষ্টি, অৰ্জ্জুনক, শতপত্ৰ, কীচক আৰু আন আন নানাবিধ পক্ষীৰ ৰাৱে নিনাদিত বনভাগ, নানাতৰহৰ বৃক্ষ আৰু সৰোবৰ সমূহ চাই চাই সীতাৰ বিৰহতে কামাসক্ত ৰামে উত্তম সেই সেই হ্ৰদবে ওচৰ পালেগৈ।

১৪-২০। বাটত যাওঁতে দূৰতে সুশীতল জলবাহিনী পম্পা নৈ অতিক্ৰম কৰি ৰাঘৱে সমাহিতচিত্তে পম্পাৰ অংশ বিশেষ মতঙ্গ সৰত উপস্থিত হল। তাৰপৰা শোকাভিভূত অৱস্থাতে

---

* পম্পা অকল হ্ৰদেই নহয়, সম্ভৱত এই হ্ৰদকে আশ্ৰয় কৰি থকা ঠাই ডোখৰৰ নামো পম্পা আৰু এই নামৰ নদও তাতে থকা বুজায়।

† কোৰষ্টি হীঘল ঠেঙীয়া বগলী জাতীয় চৰাই প্ৰায়ে ধানিত থাকে। অৰ্জ্জুনক মৰাজাতীয় চৰাই, শতপত্ৰ—কাঠখোলা চৰাই, কীচক—এবিধ চৰাই।

দশৰথতনয় ৰামচন্দ্ৰই দেখিলে যে চাৰিওফালে পদুম ফুলে সমাবৃত হোৱাত পম্পাহ্ৰদে মনোৰম একৰূপ ধাৰণ কৰি আছে। তিলক, অশোক, পুন্নাগ, বকুল, উদ্দাল, কাশ প্ৰভৃতি বৃক্ষই তাৰ শোভা বঢ়াইছে, চাৰিওফালে ৰমণীয় উপবনসমূহ আৰু তীৰদেশত বৃক্ষসমূহে বিৰাজ কৰিছে। লতাকুঞ্জে পৰিবেষ্টিত হৈ থকাত অনুমান হয় যেন সখীবৃন্দইহে ইয়াক আগুৰি আছে। এই হ্ৰদকে আশ্ৰয় কৰি কিন্নৰ, উৰগ, গন্ধৰ্ব্ব, যক্ষ, ৰাক্ষস আদিয়ে তাত বাস কৰি আছে। নানাবিধ বৃক্ষ আৰু লতাৰে পৰিব্যাপ্ত এই পম্পাহ্ৰদ পৱিত্ৰ শীতল জলৰাশিৰ ভৰাল স্বৰূপ। হ্ৰদৰ কোনো অংশ ৰক্তপদ্ম আৰু সিতোৎপলে আবৃত কৰি ৰখাত তাৰ জলৰাশিয়ে তাম্ৰবৰ্ণ ৰূপ ধাৰণ কৰিছে সেইদৰে কোনো অংশ শুভ্ৰবৰ্ণ, কতোবা আকৌ নীলোৎপলৰ কাৰণে নীলবৰ্ণ হোৱাত সমগ্ৰ হ্ৰদটোৱে নানাবৰ্ণ বিশিষ্ট গজাস্তৰণ সদৃশ ৰূপ ধাৰণ কৰি আছে।

২১-২২। শ্বেত আৰু ৰক্তবৰ্ণ বিশিষ্ট পদ্ম আৰু উৎপল শোভিত পুষ্পিত আম্ৰবন সংযুক্ত আৰু ময়ূৰৰ নাদে নিনাদিত এই হ্ৰদ দেখি লক্ষ্মণে সৈতে দশৰথাত্মজ তেজস্বী ৰামচন্দ্ৰই পুন বিলাপ কৰিবলৈ ধৰিলে।

২৩-২৮। পূৰ্ব্বতে কবন্ধই বৰ্ণনা কৰাৰ দৰে তিলক, বীজপূৰক, বট, লোধ্ৰ, পুষ্পিত কৰবীৰ, পুন্নাগ, মালতী, কুন্দগুল্ম, ভণ্ডীৰ, নিচুল, অশোক, সপ্তপৰ্ণ, কেতক, মাধবীলতা আৰু আন আন বিবিধ বৃক্ষৰাজিৰে পৰিবেষ্টিত প্ৰমদাসদৃশ পৰিশোভিতা পম্পাৰ পাৰত নানা ধাতুমণ্ডিত বিচিত্ৰ পুষ্পবৃক্ষে পৰিব্যাপ্ত প্ৰসিদ্ধ ঋষ্যমূক পৰ্ব্বতত মহাত্মা ঋক্ষৰজাৰ পুত্ৰ মহাবীৰ্য্যশালী সুগ্ৰীব নাম খ্যাত বান্দৰ বাস কৰি থাকে। তেতিয়া সত্যবিক্ৰম ৰামচন্দ্ৰই লক্ষ্মণক সম্বোধন কৰি কলে, "হে লক্ষ্মণ, সীতা অবিহনে মই জীযাই থাকিব নোৱাৰোঁ, এতেকে হে নৰশ্ৰেষ্ঠ তুমি বান্দৰেন্দ্ৰ সুগ্ৰীবৰ ওচৰলৈ যোৱা গৈ।"

২৯। মদনপীড়িত সীতাগতপ্ৰাণ ৰামে পুন শোক প্ৰকাশ কৰি লক্ষ্মণক সৰ্ব্বোত্তম বাক্যেৰে এইদৰে কৈ নলিনী পৰিপূৰ্ণ মনোৰম পম্পা প্ৰদেশত প্ৰৱেশ কৰিলে। বনপ্ৰদেশৰ শোভা নিৰীক্ষণ কৰি লক্ষ্মণে সৈতে ৰামচন্দ্ৰই ক্ৰমাৎ আগবাঢ়ি গৈ মনোৰম কাননাদিৰে বিভূষিত আৰু নানাবিধ বিহগকুলে পৰিপূৰ্ণ পম্পা দেশত উপনীত হল।

**॥ ইতি অৰণ্যকাণ্ডৰ অন্তৰ্গত পঞ্চসপ্ততিতম সৰ্গ সমাপ্ত ॥**

## অৰণ্যকাণ্ড সমাপ্ত।

# কিষ্কিন্ধ্যা কাণ্ড

## প্ৰথম সৰ্গ

## পম্পাৰ সৌন্দৰ্য্য-বৰ্ণনা

১। লক্ষ্মণে সৈতে ৰাম পদ্ম উৎপল আৰু মৎস্যাদিৰে পৰিপূৰ্ণ পম্পাৰ পাৰত উপনীত হোৱাৰ পিচত তেওঁৰ ইন্দ্ৰিয়গ্ৰাম ব্যাকুল হৈ উঠিল, আৰু লগে লগে তেওঁ বিলাপ কৰিবলৈ ধৰিলে।

২। পিচত শোকৰ ভাব পাতলাত পম্পাৰ সৌন্দৰ্য্য দেখি তেওঁৰ মনত আনন্দৰ ভাব জাগি উঠিল। তেওঁৰ ইন্দ্ৰিয় সমূহো বিচলিত হল, মনত কামভাব উদিত হোৱাত তেওঁ কবলৈ ধৰিলে,—'সৌমিত্ৰি, চোৱাঁ বৈদূৰ্য্যমণিসম বিমলোদকা এই পম্পাৰ শোভা কেনে মনোৰম।

৩। ফুলি থকা পদুম, উৎপল আৰু তীৰস্থ বৃক্ষৰাজিয়ে ইয়াৰ সৌন্দৰ্য্য বঢ়াই তুলিছে।

৪। চোৱাঁ, ইয়াৰ কাননসমূহৰে বা ৰূপ কি মনোহৰ! শিখৰ-বিশিষ্ট পৰ্ব্বতসদৃশ বৃক্ষসমূহ তাত বিৰাজ কৰি আছে।

৫। হে লক্ষ্মণ, ভৰতৰ দুখ* আৰু বৈদেহীৰ হৰণ এই দুই মানসিক চিন্তাই শোক-সন্তপ্ত মোক আৰু অধিক যন্ত্ৰণা দিব ধৰিছে।

৬। কিন্তু শোকাৰ্ত্ত হলেও বিচিত্ৰ কাননশোভিতা, নানাবিধ পুষ্প সমাকীৰ্ণা শীতলোদকা মঙ্গলময়ী পম্পাৰ সৌন্দৰ্য্যে মোৰ মন মুহি পেলাইছে, চোৱাঁ পদুম ফুলেৰে আবৃত হোৱাৰ কাৰণে ইয়াৰ শোভা আৰু বাঢ়িহে উঠিছে।

৭। হিংস্ৰ পশুগণে ইয়াৰ চাৰিওফালে বিচৰণ কৰি ফুৰিছে আৰু সমগ্ৰ ঠাইখন মৃগ আৰু পক্ষীকুলে পৰিপূৰ্ণ হৈ আছে।

৮। ইয়াৰ চাৰিওফালে থকা নীল আৰু ঈষৎ হালধীয়া ৰঙৰ তৃণ ৰাজি আৰু নানাবিধ বৃক্ষৰ ৰাশি ৰাশি ফুলে আস্তৰণৰ দৰে আবৃত কৰি থোৱাত ইয়াৰ শোভা আৰু অধিক পৰিমাণে বৰ্দ্ধিত হৈছে।

---

* ৰাজপদ প্ৰাপ্ত হৈও অকল মোৰে কাৰণে এই সমস্ত তেওঁ জটাবল্কল ধাৰণ কৰি তাপসৰ নিচিনাকৈ দুখ ভোগ কৰি আছে, এয়ে দুখ।

৯। চাৰিওফালে ফুলৰ ভৰত বৃক্ষসমূহৰ শিৰোভাগ পুষ্পিত লতাসমূহৰ দ্বাৰা সম্পূৰ্ণ-ৰূপে আচ্ছাদিত হৈ আছে।

১০। সৌমিত্ৰি, এতিয়া বসন্তকাল উপস্থিত, এই সময়ৰ বায়ু মনোৰম আৰু কামোদ্দীপক, এই মধুমাহত গছবোৰ ফল আৰু ফুলে পৰিপূৰ্ণ হোৱাত চাৰিওফাল সুগন্ধময় হৈছে।

১১। চোৱাঁ সৌমিত্ৰি, মেঘমালাই বৰষুণ চটিয়াই দিয়াৰ নিচিনাকৈ কুসুমিত বন-ৰাজিয়ে ৰাশি ৰাশি ফুল বিকিৰণ কৰি কি অপূৰ্ব্ব শোভা ধাৰণ কৰিছে।

১২। বিতোপন শিলসমূহৰ মাজৰ পৰা ওলাই অহা কাননস্থিত তৰুৰাজিয়ে বতাহৰ দ্বাৰা চালিত হৈ পৃথিবীৰ ওপৰত ফুলৰাশি বিকিৰণ কৰিব ধৰিছে।

১৩। চোৱাঁ সৌমিত্ৰি, অনুমান হয় যেন চাৰিওফালে মাটিত সৰি পৰা, সৰিব ধৰা অথবা গছতে লাগি থকা ফুল সমূহৰ লগত বতাহে খেলা হে খেলিব ধৰিছে।

১৪। বতাহে গছৰ বহু পুষ্পসমন্বিত শাখা সমূহ ইতস্তত বিক্ষিপ্ত কৰিছে আৰু লগে লগে ভ্ৰমৰ কুলে নিজ নিজ স্থানৰ পৰা বিচলিত হৈ বতাহৰ লগতে গীত গাই ঘূৰি ফুৰিছে।

১৫। পৰ্ব্বতকন্দৰৰ পৰা ওলাই আহি বতাহে (নৰ্ত্তকাচাৰ্য্যৰ ৰূপ লৈ) প্ৰমত্ত কোকিলৰ সুৰত গছসমূহক নচুৱাইহে যেন গানত প্ৰবৃত্ত হৈছে।

১৬। আকৌ এই বতাহেই গছৰ শাখাবোৰ ইফালে সিফালে নিক্ষেপ কৰি সিহঁতৰ আগভাগবোৰ পৰস্পৰে লগ লগাই গছসমূহক যেন গাথিহে থৈছে।

১৭। আহা! চন্দনসদৃশ সুশীতল এই বতাহে পৰম পবিত্ৰ গন্ধ বহন কৰি আনি সুখস্পৰ্শ হৈ কিদৰে প্ৰাণীসমূহৰ শ্ৰম বিদূৰিত কৰিছে।

১৮। চোৱাঁ, মধুগন্ধি বনসমূহত পাদপ সমূহ বতাহৰ দ্বাৰা চালিত হৈ ভ্ৰমৰ কুলৰ গুঞ্জনৰ দ্বাৰা যেন নিজে শব্দহে কৰিব ধৰিছে।

১৯। আহা! সমতল মনোৰম গিৰি প্ৰদেশত পুষ্পৰাশিৰে বিভূষিত হৈ মহা মহা পাদপসকল শিখৰবিশিষ্ট শৈলসম অতুলনীয় ৰূপ লৈ কেনেদৰে বিৰাজ কৰি আছে।

২০। অনুমান হয় যেন পুষ্পৰাশিৰে আচ্ছাদিত আৰু বতাহৰ দ্বাৰা সঞ্চালিত হৈ ভ্ৰমৰ সংযুক্ত পাদপ ৰাশিয়ে নৃত্য আৰু গীতহে আৰম্ভ কৰিছে।

২১। লক্ষ্মণ, চোৱাঁ চাৰিওফালে পুষ্পিত এই কৰ্ণিকাৰ তৰুবৃক্ষ, হালধীয়া পুষ্পৰাশিৰে আচ্ছাদিত হৈ সুবৰ্ণবস্ত্ৰে আচ্ছাদিত পীতবসনধাৰী পুৰুষসদৃশ ইহত কিদৰে শোভমান হৈ আছে।

২২। হে সৌমিত্ৰি, নানাবিহগৰাৱে মুখৰিত এই বসন্ত কালেও সীতাবিৰহবিধুৰ মোৰ শোক হে জগাই তুলিছে।

২৩। এই সময়ত মন্মথেও শোকসন্তপ্ত মোক আৰু অধিকৰূপে সন্তাপিত কৰিছে আৰু এই যে কোকিল—ইও তাৰ আনন্দপূৰ্ণ ধ্বনিৰে মোক স্পৰ্দ্ধা কৰিছে।

২৪। হাবিৰ মাজত থকা মনোৰম নিজৰাৰপৰা ডাউক পক্ষীটোৱে হৃষ্টচিত্তে যি চিৎকাৰ কৰিছে সিও মন্মথপীড়িত মোক শোকাতুৰ হে কৰি তুলিছে।

২৫। লক্ষ্মণ, আগতে আশ্ৰমত থকা কালত মোৰ প্ৰিয়াই এই চৰাইৰ মাত শুনি মোৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু মোৰে সৈতে তাৰ বিষয়ে কথাকৈ পৰম আনন্দ উপভোগ কৰিছিল।

২৬। লক্ষ্মণ চোৱাঁ, নানাতৰহৰ চৰাইবোৰে সিহঁতৰ নিজ নিজ ভিন ভিন মাত মাতি কিদৰে বৃক্ষ আৰু গুল্মাদিত জপিযাই পৰিব ধৰিছে।

২৭। নানাবিধ চৰাইযে সিহঁতৰ নিজ নিজ কুলৰ মতাৰ লগত মিলিতহৈ ভ্ৰমৰকুলৰ নিচিনাকৈ আনন্দতে মত্তলীযাহৈ মধুৰ স্বৰে চিঞৰিব ধৰিছে।

২৮-২৯। এই পম্পাৰ পাৰতে চৰাইবোৰৰ দলে দলে আনন্দত ঘূৰি ফুৰিব ধৰিছে, বৃক্ষবোৰেও ডাউক আৰু মতাকোবিলৰ ৰতিক্ৰীডাকালৰ কণ্ঠস্বৰে শব্দাযমানহৈ মোৰ কামভাবৰ উদ্দীপনা কৰিছে। অশোক ফুলৰ গুচ্ছই যাৰ তপ্ত আঙঠা, ভ্ৰমৰগুঞ্জনেই যাৰ শব্দ আৰু পল্লবসমূহৰ তাম্ৰ বৰণেই যাৰ শিখা তদ্বৎ বসন্তাগ্নিযে মোক দেই পুৰি মাৰিব ধৰিছে।

৩০। এনে সময়ত সুচিকণ পক্ষ্ম* সুশোভিতনয়নবিশিষ্টা সুকেশী মৃদুভাষিণী সীতাৰ যদি দেখা নাপাওঁ তেন্তে মোৰ এই জীৱনৰ প্ৰযোজন কি?

৩১-৩২। হে আৰ্য, এই বসন্ত কাল আৰু কাননসমূহ প্ৰিয়াৰ অতি প্ৰিয়, তাতে কুলি চৰাইযে বনভাগৰ মাজত বিয়পি পৰি ইযাক আৰু অধিক মনোৰম কৰি তুলিছে, এই সকলো দেখি কামভাবজনিত যি শোকাগ্নি মোৰ ভিতৰত জ্বলি উঠিছে বসন্তকালৰ উপাদানৰ দ্বাৰা পৰিবৰ্দ্ধিত হৈ সি বেগেতে মোৰ পুৰি মাৰিব।

৩৩-৩৬। একপিনে চকুৰ সম্মুখত মনোহৰ এই তৰুৰাজি, আনপিনে মোৰ প্ৰিয়া মোৰ চকুৰ পৰা আঁতৰত—এনেস্থলত যি কামভাব মোৰ অন্তৰত জাগি উঠিব পাৰে সি ক্ৰমাৎ বৃদ্ধিহে পাব ধৰিছে। বৈদেহীৰ অসাক্ষততে মোৰ শোক বাঢ় উঠিছে তাতে আকৌ বসন্তকালৰ কামবিকাৰজনক দোষসমূহ সম্মুখত বৰ্ত্তমান। হে সৌমিত্ৰি, মৃগশিশুনযনা সীতা আৰু চ'ত মাহৰ নিষ্ঠুৰ বতাহ—উভযে বলপূৰ্ব্বক মোৰ চিন্তা শোক বঢ়াই তুলি মোক সন্তাপিত কৰিব ধৰিছে। চোৱাঁ, ময়ূৰগণে চাৰিওফালে নাচিবাগি কেনে শোভা ধাৰণ কৰিছে।

৩৭। বতাহৰ কোবত স্ফটিকসদৃশ কেঁটবিশিষ্ট ইহঁতৰ নিজ নিজ পাখী বিস্তৃত হোৱাত ময়ূৰীগণৰদ্বাৰা পৰিবেষ্টিত হৈ বৰ্তমানে ইহঁত উন্মত্ত অৱস্থাত। ইহঁতেও মন্মথ পীডিত মোৰ কামভাবৰহে উদ্দীপনা কৰিছে।

৩৮—৩৯। চোৱাঁ লক্ষণ, ময়ূৰীবোৰে কামাৰ্ত্তহৈ পৰ্ব্বতশৃঙ্গত নাচি থকা অৱস্থাতে সিহঁতৰ ভৰ্ত্তা ময়ূৰবোৰৰ লগে লগে কিদৰে নাচিব ধৰিছে।

৪০। এনেস্থলত ময়ূৰবোৰে সিহঁতৰ পাখী বিস্তাৰ কৰি কেঁকাৰৱৰ দ্বাৰা মোক পৰিহাস কৰিছে যেন সিহঁতৰ হৃদযানন্দকাৰিণী ময়ূৰীগণৰ পিচে পিচে অনুধাবন কৰিব লাগিছে।

* অতি চিকণ নোমবিশিষ্ট চকুযুক্ত।

৪১। লক্ষ্মণ, নিশ্চয় কোনো ৰাক্ষসে বনৰ মাজত এই ময়ূৰসকলৰ কোনো প্ৰিয়া পত্নীক হৰণ কৰি নিয়া নাই আৰু সেয়েহে এই ৰম্যবনপ্ৰদেশত সিহঁতে সিহঁতৰ কান্তাসকলে সৈতে নাচি বাগি থাকিব পাৰিছে। কিন্তু কান্তা অবিহনে মোৰপক্ষে এই মধুমাহত বাস অত্যন্ত দুঃসহ হৈ উঠিছে।

৪২। চোৱাঁ লক্ষ্মণ, পশুজাতিৰ ভিতৰতো প্ৰিয়াৰ প্ৰতি অনুৰাগ এনে প্ৰবল আৰু সেয়েহে ময়ূৰীযে কামাসক্তা হৈ সিহঁতৰ মতাৰ লগত ঘুৰি ফুৰিছে।

৪৩। আহা! বিশালাক্ষী জানকীও যদি অপহৃতা নহল হেঁতেন তেন্তে কামভাবতে অনুৰাগপূৰ্ণাহৈ তেওঁ মোৰ ওচৰতে থাকিলহেতেন।

৪৪। লক্ষ্মণ, চোৱাঁ শীতকাল অতীত হোবাৰ পিচত এই মধুমাহত ফুলভৰে চহকী কাননবোৰত যিবোৰ ফুল দেখা গৈছে মোৰপক্ষে সেইবোৰ তেনেই নিষ্ফল।

৪৫। বৃক্ষসমূহৰ এই ফুলৰাশি সৌন্দৰ্য্যাতিশযহেতু মনোৰম হলেও সিহতো মূল্যহীন হৈ মধুকৰে সৈতে মাটিত পৰি অথলে যাব ধৰিছে।

৪৬। চৰাইবোৰে দলবদ্ধহৈ সুমধুৰ স্বৰে শব্দ কৰিব ধৰিছে, এইদৰে পৰস্পৰে পৰস্পৰক আহ্বান কৰি সিহঁতেও মোব কামোন্মত্তহে কৰি তুলিছে।

৪৭। হে লক্ষ্মণ, যি ঠাইত মোৰ প্ৰিয়া বাস কৰি আছে যদিহে বসন্তকাল তাতো বৰ্ত্তমান তেন্তে মোৰ দৰে তেৱোঁ আনৰ অধীনত থকাৰ কাৰণে শোকাভিভুতা হৈ আছে।

৪৮। আৰু যদিহে বসন্তকাল তাত নাই তেনেহলেও পদ্মাক্ষী মোৰ প্ৰিয়া মোৰ অবিহনে তাত থাকিব পাৰিব কেনেকৈ?

৪৯। অথবা য'ত মোৰ প্ৰিয়া বাস কৰি আছে, যদিহে বসন্তকাল তাতো বৰ্ত্তমান তেতিয়া হলেও শত্ৰু পক্ষৰ কদৰ্থনাৰ ভিতৰত থাকি চাৰুনিতম্বা মোৰ প্ৰিয়াৰ কৰ্ত্তব্য তাত কি হব পাৰে?

৫০। হায়! এই বসন্তকালৰ সমাগমত শ্যামাঙ্গী* পদ্মপত্ৰাক্ষী মৃদুভাষিনী মোৰ প্ৰিয়াই যে জীৱন বিসৰ্জ্জন দিব তাত কোনো সংশয় নাই।

৫১। মোৰ মনত এইটো দৃঢ়ভাৱে খেলিছে যে সাধ্বী সীতাই মোৰ বিৰহ সহ্য কৰি জীয়াই থাকিব নোৱাৰে।

৫২। লক্ষ্মণ, সীতা সকলোপ্ৰকাৰে মদ্ভাবগতা আৰু মইও সেইদৰে সৰ্ব্বতোভাবে সীতাগতপ্ৰাণ।

৫৩। চোৱাঁ, এই পুষ্পগন্ধবাহী বায়ু অতি সুশীতল এতেকে সুখস্পৰ্শী, প্ৰিয়াৰ বিষযে চিন্তাপৰায়ণ হৈ থকাৰ কাৰণে সিওঁ মোৰ মানত এতিয়া অনলসম হৈ উঠিছে।

৫৪। আগতে সীতা লগত থকা সময়ত যি বতাহক মই সুখকৰ বুলি মানিছিলোঁ, এতিয়া সীতা নোহোৱাৰ কাৰণে সিও মোৰ পক্ষে শোকজনক হৈ উঠিছে।

---

* শ্যামা—শ্যামা অৰ্থে ইয়াত কৃষ্ণবৰ্ণাক নুবুজায়।

শীতে সুখোষ্ণ সৰ্ব্বাঙ্গী গ্ৰীষ্মে চ সুখশীতলা।
তপ্তকাঞ্চন বৰ্ণাভা সা শ্যামা ইত্যভিধীয়তে॥

৫৫। এই কাউৰী চৰাইটোৱে সেইসময়ত ( অৰ্থাৎ সীতালগত থকাকালত ) শূন্যতে থাকি চিঞৰিছিল, এতিয়া সীতা নোহোৱা অৱস্থাত গছৰ ডালত পৰি হৃষ্টচিত্তে চিঞৰিব ধৰিছে।

৫৬। সেই সময়ত যি চৰাইটোৱে সেইদৰে চিঞৰি সীতাৰে সৈতে মোৰ বিচ্ছেদ বুজাইছিল আজি আকৌ এইদৰে চিঞৰি ই মোক বিশালাক্ষী সীতাৰ ওচৰলৈ নিযাৰ সঙ্কেত কৰিছে।*

৫৭। লক্ষ্মণ, শুনা ফুলভৰে জকমক বৃক্ষসমূহৰ উপৰি ভাগত বহি কূজনৰত বিহগকুলে কিদৰে সমস্বৰে শব্দ কৰিব ধৰিছে, এই শব্দ শুনিলেই পুৰুষৰ কামভাবৰ উদ্দীপনা হয়।

৫৮। চোৱাঁ, সৌৱা ভ্ৰমৰটোৱে তিলক মঞ্জৰীৰ মধুপান কৰি থাকোঁতেই হঠাতে বতাহৰ কোবত তাৰপৰা বিক্ষিপ্ত হৈ পুন মদস্খলিতা প্ৰেয়সীক ধৰিবলৈ যোৱাৰ নিচিনা তালৈ খেদা লৈছে।

৫৯। কামাভিলাষী পুৰুষসকলৰ শোকবিবৰ্দ্ধক এই অশোকবৃক্ষই পবনচালিত পুষ্পগুচ্ছৰ দ্বাৰা মোকেই তৰ্জ্জন কৰি তাত ৰৈ আছে।

৬০। লক্ষ্মণ, চোৱাঁ এই পুষ্পৰাশিৰদ্বাৰা সুশোভিত এই আম্ৰবৃক্ষসকলে কামাশক্ত অঙ্গৰাগ সুশোভিত পুৰুষৰ নিচিনাকৈ কিদৰে শোভা ধাৰণ কৰি আছে।

৬১। হে নৰশ্ৰেষ্ঠ সৌমিত্ৰি, চোৱাঁ পম্পাৰ এই বিচিত্ৰ বনবাজিৰ মাজত কিন্নৰসমূহে কিদৰে য'তেত'তে বিচৰণ কৰি ফুৰিছে।

৬২। চোৱাঁ এই পম্পাৰে পানীৰ মাজত পবিত্ৰ গন্ধযুক্ত ৰক্তকমলসমূহে নবোদিত সূৰ্য্যৰ নিচিনাকৈ কিদৰে শোভমান হৈ আছে।

৬৩। আহা প্ৰসন্নসলিলা পম্পা পদুম আৰু উৎপল ফুলৰ দ্বাৰা সুশোভিতা হৈ কেনে সুগন্ধময় হৈছে, হংস আৰু কাৰণ্ডৱ পক্ষীয়ে ব্যাপকভাবে তাত পৰি আছে।

৬৪। এই পম্পাৰ জলৰাশি তৰুণ সূৰ্য্যাভ পঙ্কজমালা আৰু ভ্ৰমৰসমূহৰ পাদাহত পুষ্পৰেণুৰদ্বাৰা চাৰিওফালে সমাবৃত হোৱাত ইয়াৰ শোভা অতি মনোৰম হৈছে।

৬৫। পম্পাৰ চাৰিওফালে বিচিত্ৰ বনৰাজি, চক্ৰবাক পক্ষীকুল তাত নিত্যবৰ্তমান; মত্তহস্তী আৰু মৃগকুলে তাৰ পানীকেই আকাঙ্খা কৰি তাত বিচৰণ কৰি থকাত ইয়াৰ শোভা আৰু চৰি উঠিছে।

৬৬। চোৱাঁ লক্ষ্মণ এই পম্পাৰ বিমল জলৰাশিৰ ওপৰত বতাহৰ কোবতে যি ঢৌ উঠিছে তাৰে বিচালিত হৈ পদুমসমূহে কেনে সুন্দৰভাবে বিৰাজ কৰি আছে।

৬৭। এনেস্থলত পদ্মপত্ৰবিশালাক্ষী পঙ্কজাপ্ৰিয়া বৈদেহীক দেখা নাপাই জীবনৰ প্ৰতি মোৰ অভিলাষ নোহোৱা হৈছে।

৬৮। উঃ! কামৰ শক্তি কি কুটিলতাপূৰ্ণ! সীতা মোৰ চকুৰ আঁৰত আৰু বৰ্ত্তমানে মই লগ পাব নোৱাৰা অবস্থাত, তথাপিতো এই কামশক্তিয়ে কল্যাণবাদিনী সীতাৰ কথা মোৰ মনত জগাই তুলিছে।

* কাউৰীয়ে শূন্যতে থাকি চিঞৰিলে বিয়োগ আৰু গছৰ ডালত পৰি চিঞৰিলে মিলন বুজায়।

৬৯। যি কামভাব বৰ্ত্তমানে মোক ওচৰত উপস্থিত মই তাক সহ্য কৰি থাকিব পাৰিলোহেতেন যদিহে এই সময়ত বসন্তকালে তাৰ পুষ্পিত তৰুৰাজিৰে সৈতে উপস্থিত হৈ মোক এইদৰে আঘাত নকৰিলেহেতেন।

৭০। সেই সময়ত সীতা লগত থকাত যি যি বস্তু মোৰ পক্ষে অতি ৰমণীয় আছিল, এতিয়া তেওঁ লগত নথকাত সেইবোৰো তেনেই অপ্রিয় হৈ উঠিছে।

৭১। লক্ষ্মণ, পদ্ম ফুলৰ পাহী কামোদ্দীপক তথাপি সীতাৰ চকুৰ পতাৰ লগত তাৰ সাদৃশ্য আছে বুলিযে মই তাৰ পিনে চাব পাৰিছোঁ।

৭২। যি বতাহ পদ্মফুলৰ কেশৰৰ লগত সংস্পৃষ্ট হৈ বৃক্ষসমূহৰ মাজৰ পৰা প্ৰবাহিত হৈছে সিও সীতাৰ নিশ্বাসৰ নিচিনা বুলিহে মোৰ মনত মনোহৰ যেন লাগিছে।

৭৩। সৌমিত্ৰি, চোৱাঁ পম্পাৰ দক্ষিণ পাৰত পৰ্ব্বতশৃঙ্গত পুষ্পিত কৰ্ণিকাৰ তৰুৰ ডালসমূহে কেনে শোভা ধাৰণ কৰিছে।

৭৪। এই শৈলৰাজে নানাবিধ ধাতুৰে বিভূষিত হৈ বতাহৰ কোবতে বিচিত্ৰ কণিকা-সমূহ বিক্ষেপ কৰিব ধৰিছে।

৭৫। হে সৌমিত্ৰি, এই গিৰিপ্ৰস্থসমূহ চাৰিওফালে পুষ্পদামেৰে সুশোভিত পত্ৰহীন ৰমণীয় কিংশুক ফুলৰ দ্বাৰা উদ্ভাসিত হৈ আছে।

৭৬। পম্পাতীৰবৰ্ত্তী পুষ্পিত মালতী, মল্লিকা, পদ্মকৰবীৰ আদি মধুগন্ধি বৃক্ষসমূহ এই পম্পাৰে জলৰাশিৰ দ্বাৰা অভিষিক্ত।

৭৭। চোৱাঁ, সেইদৰে কেতেকী, সিন্দুবাৰ, পুষ্পিত বাসন্তী, মাতুলিঙ্গ, পূৰ্ণা, কুন্দগুল্ম, চিৰিবিল্ব, মধুক, বঞ্জুল বকুল, চম্পাকান্তি, তিলক, পুষ্পিত নাগবৃক্ষ, পদ্মক, নীলাশোক আৰু লোধ্ৰাদি বৃক্ষসকলো ইয়াত বিৰাজ কৰি আছে।

৭৯। চোৱাঁ সিংহকেশৰাৰাভ পুষ্পিত অঙ্কোল কুৰণ্ট, চূৰ্ণক,

৮০। মন্দাৰ, চূত, পাটালি, কোকিদাৰ, মুচুকুন্দ, অৰ্জ্জুন, কেতক বৃক্ষসমূহে গিৰিশৃঙ্গত কি সুন্দৰ শোভা বিস্তাৰ কৰি আছে।

৮১—৮৪। তাৰ উপৰিও কেতক, উদ্দালক, শিৰীষ, শিশংপ, ধব, শাল্মলি, কিংশুক, ৰক্তকুৰবক, তিনিশ, নক্তমাল, চন্দন, স্যন্দন, হিন্তাল, তিলক, পুষ্পিত নাগবৃক্ষাদি তাত বিৰাজ কৰিছে। চোৱা সৌমিত্ৰি, নিজেই পুষ্পিত হৈ লতাসমূহৰ পুষ্পিত অগ্ৰভাগেৰে পৰিবেষ্টিত হোৱাত পম্পাৰ সৌন্দৰ্য্য কিদৰে চৰি উঠিছে। চোৱাঁ ওচৰতে থকা এই গছসমূহৰ শাখাসমূহ বতাহতে কিদৰে সঞ্চালিত হব ধৰিছে।

৮৫। আৰু লতাসমূহেও কামোন্মত্ত সুন্দৰী ৰমণীগণ সদৃশ ইহঁতক সাবটি ধৰিছে। আহা! এই সমীৰণে ইডাল গছৰ পৰা সিডাল লৈ, ইখন পৰ্ব্বতৰ পৰা সিখন পৰ্ব্বতলৈ আৰু এই বনৰ পৰা আনখন বনলৈ গৈ নানা ঠাইৰ নানা ৰস আস্বাদ কৰি কেনে আমোদিত হৈছে, পাদপসমূহৰ কিছুমান ভৰিপৰা কুসুমৰাশিৰে মণ্ডিত, কিছুমান মধুগন্ধযুক্ত, কিছুমানে বা আকৌ মুকুল সংযুক্ত হৈ শ্যামবৰ্ণ ধাৰণ কৰি বিৰাজি কৰিছে।

৮৬—৮৮। অনুৰাগোন্মত্ত মধুকৰে, এইটো মধুৰ, এইটো সুস্বাদুযুক্ত, আৰু এইটো

বা তেনেই প্ৰফুল্ল এইবুলি ভাবি ইটো এৰি আনটো ফুলত লীন হৈ আছে, আকৌ তাৰ পৰা ওলাই আনটোলৈ গৈ মধুলুব্ধ মধুকৰে পম্পাৰ তীৰস্থ বৃক্ষসমূহৰ ভিতৰত খেলা কৰি আছে।

৮৯। চোৱাঁ, এই ভূমিভাগৰ ওপৰত কুসুমৰাশি স্বয়ং নিপতিত হৈ শয্যাস্তৰণে আচ্ছাদিত কৰি ৰখাদি ঠাইখিনিক কেনে সুখকৰ কৰি তুলিছে।

৯০। সৌমিত্রি, সেইদৰে পৰ্ব্বতশিখৰতো নানাবিধ পুষ্প বিক্ষিপ্ত হৈ শিখৰসমূহক ৰঙা হালধীয়া আদি নানান ৰঙৰ আস্তৰণে আচ্ছাদিত কৰি ৰখা দি ৰাখিছে।

৯১—৯২। হে সুমিত্ৰানন্দন, শীতকালৰ অৱসানৰ লগে লগে বৃক্ষসমূহৰ ফুলবোৰ কিদৰে পৰ্য্যাপ্ত পৰিমাণে উৎপন্ন হৈছে চোৱাঁ। এই চ'ত মাহত তৰুৰাজিয়ে অৰিয়া অৰি ভাব লৈহে যেন ফুলভৰে জকমকাই মধুকৰ নিনাদিত শাখাসমূহৰদ্বাৰা পৰস্পৰে পৰস্পৰৰ প্ৰতি স্পৰ্দ্ধা দেখুৱাই শোভান্বিত হৈ আছে।

৯৩। লক্ষ্মণ, এই কাৰণ্ডৱ পক্ষীটোৱে পৰম পৱিত্ৰ এই পানীত গা ধুই উঠি (মোৰ) কামভাবৰ উদ্দীপন কৰিহে যেন তাৰ প্ৰিয়া ভাৰ্য্যাৰে সৈতে ৰমণ কৰিব ধৰিছে।

৯৪। মন্দাকিনী নৈৰ যি যি মনোহৰ ৰূপ পম্পাতো তৎসদৃশ জগত বিখ্যাত মনোৰম ৰূপসমূহ বিদ্যমান। এইটো পম্পাৰ পক্ষে উপযুক্তই হৈছে।

৯৫। হে ৰঘুত্তম লক্ষ্মণ, যদিহে সাধ্বী সীতাক এইখিনিতে দেখা পালোহেঁতেন তেতিয়াহলে ইন্দ্ৰপুৰী অথবা অযোধ্যা নগৰীলৈযো ইচ্ছা নকৰি ইয়াতেই বাস কৰি থাকিলোহেঁতেন।

৯৬। আহা! এই ৰমণীয় কোমল তৃণ সমূহৰ ওপৰত প্ৰিয়া ভাৰ্য্যা সীতাৰে সৈতে বিহাৰ কৰি থাকিব পাৰিলে আন কোনো চিন্তাযে মোৰ মনত ঠাই নেপালেহেঁতেন অথবা আন কোনো সুখৰ প্ৰতিও বাঞ্ছা নাথাকিলহেঁতেন।

৯৭। এই বনৰ ভিতৰত নানাতৰহৰ পুষ্পৰাশিৰে নানান ৰঙে আবৃত কৰি থকা গছবোৰে কান্তা অবিহনে মোৰ মনত চিন্তাহে জগাই তুলিছে।

৯৮। সৌমিত্রি, শীতলজলপূৰ্ণা পদ্মযুতা পম্পালৈ চোৱাঁ, চক্ৰবাক আৰু কাৰণ্ডৱ পক্ষীসমূহে তাত বাস লৈ বিচৰণ কৰি আছে, এই পম্পা প্লৱ আৰু ক্ৰৌঞ্চৰাইৰে ভৰপূৰ, মহামৃগগণে ইয়াৰ পাৰতে ঘূৰিফুৰিছে, তাৰ চাৰিওফালে বিহঙ্গমসমূহে কলৰব কৰি ইয়াৰ শোভা বঢ়াই তুলিছে।

৯৯। নানাতৰহৰ পক্ষীযে হৃষ্টচিত্তে ইয়াত এইদৰে থাকি শ্যামা চন্দ্ৰমুখী পদ্মায়না মোৰ প্ৰিয়াৰ কথা মনত পেলাই মোৰ কাম ভাবৰ হে উদ্দীপনা কৰিছে।

১০০। লক্ষ্মণ, চোৱাঁ বিচিত্ৰ গিৰিশৃঙ্গ সমহত মৃগীগণে সৈতে মৃগসমূহে ইতস্তত বিচৰণ কৰি মৃগশাবাক্ষী বৈদেহীৰ বিৰহবিধুৰ মোৰ চিত্ত ব্যথিত কৰি তুলিছে।

১০২। কামোন্মত্ত পক্ষীকূলে পৰিবৃত এই গিৰিশৃঙ্গতো যদি মই মোৰ কান্তাক দেখা পালোহেঁতেন তেতিয়াহে মোৰ মনত শান্তি পালোঁহেঁতেন।

১০৩। হে সৌমিত্রি, মোৰ লগতে থাকি সুমধ্যমা বৈদিহীয়ে যদি পম্পাৰ এই পৱিত্ৰ বায়ু সেৱন কৰিব পাৰিলেহেঁতেন তেনেহলেহে জীয়াই থাকিবলৈ মোৰ মনত বল হ'লহেঁতেন।

১০৪। লক্ষ্মণ, যিসকলে সিঁহতৰ নাষিকাৰে সৈতে পদ্ম আৰু উৎপল গন্ধি মঙ্গলময় শোকবিনাশক পম্পাৰ বনৰাজিৰপৰা উৎপন্ন বতাহ সেবন কৰিব পাইছে সিঁহতেই ধন্য।

১০৫। আহা শ্যামা পদ্মপলাশাক্ষী জনকাত্মজা প্ৰিয়া বৈদেহীয়ে মোৰ বিৰহ সহ্য কৰি আনৰ অধীনত থাকি প্ৰাণধাৰণ কৰি থাকিব পাৰিছে কেনেকৈ ?

১০৬। লক্ষ্মণ, সত্যবাদী ধৰ্ম্মজ্ঞ ৰজাজনকে জনসমাজৰ মাজত সীতা ক'ত বুলি যেতিয়া সুধিব, তেতিয়া মই সীতাৰ কুশল বাতৰি সম্বন্ধে তেওঁক কি কম ?

১০৭। পিতৃদেৱে বনলৈ পঠিয়াই দিয়াৰ পিচত যি সীতাদেৱীয়ে মন্দভাগ্য মোৰ অনুগমন কৰিলে আৰু যিজনাই ধৰ্ম্মকেই আশ্ৰয় কৰি থাকিল, প্ৰিয়া সেই সীতাদেৱী এতিয়া ক'ত আছে ?

১০৮। হে লক্ষ্মণ, যি সীতাদেৱীয়ে মই ৰাজ্যভ্ৰষ্ট হৈ হতচৈতন্য হোৱা অবস্থাতো মোৰেই অনুগামিনী হ'ল এতিয়া সেই সীতা অবিহনে হতভাগ্য মই জীৱনধাৰণ কৰি থাকো কেনেকৈ ?

১০৯। হে ভ্ৰাত, সীতাৰ চাৰু পদ্মতুল্য শোভনীয় নেত্ৰবিশিষ্ট, সুগন্ধি নিখুঁত পবিত্ৰ মুখমণ্ডল নেদেখি মোৰ মতিভ্ৰম হোৱা দি হৈছে।

১১০। লক্ষ্মণ, বৈদেহীৰ কথাৰ মাজতে ঈষৎ হাঁহিযুক্ত প্ৰসন্নগুণাদি সম্পন্ন মধুৰ হিতকৰ আৰু অতুলনীয় বাক্যাবলি মই আৰু কেতিয়া শুনিবলৈ পাম ?

১১১। বনৰ ভিতৰত সাধ্বী সৰ্ব্বসুলক্ষণসম্পন্না মোৰ প্ৰিয়াই দুখ পাইও সেই দুখ কাতি কৰি থৈ হৃষ্টচিত্তে মন্মথপীড়িত মোক সজ কথাৰে সম্ভাষণ কৰিছিল।

১১২। হে নৃপনন্দন লক্ষ্মণ, অযোধ্যাপুৰীত মনস্বিনী জননী কৌশল্যাই যেতিয়া সুধিব, 'বোৱাৰী ক'ত আৰু কেনে আছে ?' তাৰ উত্তৰত মই কি কম ?

১১৩। লক্ষ্মণ তুমি যোৱাগৈ আৰু ভ্ৰাতৃবৎসল ভৰতৰ লগত দেখা কৰাগৈ, জনকাত্মজা সীতা অবিহনে মই জীৱিত থাকিব নোৱাৰিম।"

১১৪। মহাত্মা ৰামে অনাথবৎ এইদৰে বিলাপ কৰি থাকোতে ভাযেক লক্ষ্মণে সজবাক্যে তেওঁক কবলৈ ধৰিলে,—

১১৫। "হে ৰাম, শোক সম্বৰণ কৰক, আপোনাৰ মঙ্গল হওক, হে পুৰুষোত্তম, আপুনি শোক নকৰিব। ভবাদৃশ নিষ্পাপজনৰ পক্ষে এনে মন্দবুদ্ধি হব নোৱাৰে।

১১৬। দুখ, বিয়োগৰ পৰা হে ওপজে এই কথা মনত ৰাখি প্ৰিয়জনৰ প্ৰতি যি স্নেহ তাক পৰিত্যাগ কৰক, চাকিৰ শলিতা পানীৰে তিতা হলেও অতিমাত্ৰাই তেলত ডুব খাই থাকিলে সি দগ্ধ হবই।*

১১৭। হে ৰাঘব, আপুনি জানিব যে ৰাবণ যদি পাতালপুৰীলৈ অথবা তাতোকৈ দূৰৰ বা গোপনীয় কোনো ঠাইলৈ গৈ থাকে তথাপিতো সি জীৱিত থাকিব নোৱাৰিব।

---

* সেইদৰে মানুহজন শান্ত স্বভাৱৰ হলেও যদি তেওঁৰ অন্তৰত স্নেহৰ ভাৱ অতিমাত্ৰাই থাকে তেন্তে প্ৰিয়জনৰ বিয়োগত তেওঁক শোকানলে দগ্ধ নকৰি নেৰে। সংস্কৃতত স্নেহ শব্দৰ অৰ্থ তেল আৰু মৰম এই দুই অৰ্থতে ইয়াত ব্যৱহৃত হৈছে—শলিতাৰ বেলিকা তেল মানুহৰ বেলিকা মৰম।

১১৮। প্ৰথমতে পাপাত্মা সেই ৰাক্ষসৰ বাসস্থানৰ ইতিবৃত্ত জানি লওক তাৰ পিচত সি হয় সীতাক এৰি দিব লাগিব অথবা নিধনপ্ৰাপ্ত হব।

১১৯। যদিহে ৰাৱণ সীতাৰে সৈতে অসুৰমাতা দিতিৰ গৰ্ভতো প্ৰবেশ কৰে তাতো মই তাক বধ কৰিম, অথবা সি তাত থাকি হ'লেও সীতাক পৰিত্যাগ কৰিবই লাগিব।

১২০। হে ভদ্ৰ, হে আৰ্য্য, আপুনি সুস্থ হওক, আপুনি মনৰ দৈন্যভাব পৰিত্যাগ কৰক, যত্ন ব্যতিৰেকে নষ্টকাৰ্য্যৰ উদ্ধাৰ কোনোমতে হব নোৱাৰে।

১২১। হে আৰ্য্য, উৎসাহেই একমাত্ৰ বলবান সামগ্ৰী, উৎসাহতকৈ শ্ৰেষ্ঠ বল আৰু নাই। যি উৎসাহশালী পুৰুষ তাৰ পক্ষে জগতত দুৰ্ল্লভ একোটা নাই।

১২২। যিসকল উৎসাহশালী পুৰুষ তেওঁলোকে কোনো কামত অৱসন্ন নহয় সেইদৰে আমিও অকল উৎসাহকে আশ্ৰয় কৰি জানকীক পুন লাভ কৰিব পাৰিম।

১২৩। আপুনি শোক পিচলৈ ঠেলি কামপৰতন্ত্ৰতা পৰিত্যাগ কৰক। আপুনি মহাত্মা আৰু বিজিতাত্মা তৈও নিজক বুজিব পৰা নাই।"

১২৪। লক্ষ্মণে প্ৰবোধবাক্যে এইদৰে সান্ত্বনা দিলত শোকবিমূঢ় ৰামে শোক আৰু মোহ পৰিত্যাগ কৰি ধৈৰ্য্য অৱলম্বন কৰিলে।

১২৫। তাৰ পিচত অচিন্ত্যপৰাক্ৰম ৰামচন্দ্ৰই সুস্থিৰমনে বতাহতে চঞ্চালিত তৰুৰাজিৰে পৰিপূৰ্ণ ৰমণীয় পম্পা প্ৰদেশ অতিক্ৰম কৰি যাবলৈ ধৰিলে।

১২৬। তাৰ পিচত মহাত্মা ৰামে লক্ষ্মণে সৈতে ক্ৰমে বন, নিজৰা, গুহা আদি চাই চাই উদ্বিগ্নচিত্তে লক্ষ্মণৰ কথাকে ভাবি ভাবি শোকাভিভূত অৱস্থাতে গতি কৰিলে।

১২৭। এইদৰে গৈ থাকোতে মত্তমাতঙ্গসদৃশ বিলাসগতিশীল মহাত্মা লক্ষ্মণে ঐকান্তিকভাবে অকল ৰামৰে ইষ্টবিষয়ে যত্নপৰ হৈ ধৰ্ম্মবলত ৰাঘৱক ৰক্ষা কৰি যাবলৈ ধৰিলে।

১২৮। এনেতে ঋষ্যমূক* পৰ্ব্বতৰ ওচৰত বিচৰণ কৰি থকা বানৰসমূহৰ অধিপতি তেজস্বী সুগ্ৰীৱে অদ্ভুত দৰ্শনীয় ৰাম আৰু লক্ষ্মণক দেখি সন্ত্ৰস্ত হৈ খোৱাবোৱা আদি নিজৰ ইষ্টবিষয়ক কামসমূহৰপৰা নিবৃত্ত হল।

১২৯। ধীৰগজগতিগমন মহাত্মা বান্দৰে এইদৰে বিচৰণ কৰি থকা তেওঁলোক দুজনক তাত দেখি অতিশয় বিষণ্ণ হল আৰু চিন্তাযুক্ত হোৱাত ভয়তে তেওঁৰ অন্তৰ ভাগি পৰিল।

১৩০। পৰম পুণ্যময় আৰু সুখকৰ এই আশ্ৰম বান্দৰসকলৰ আশ্ৰয়স্থল, এই কাৰণেই বান্দৰসকলে তাৰ ভিতৰত আশ্ৰয় লৈ আছিল। গতিকে মহাশক্তিশালী ৰামলক্ষ্মণক তাত দেখি তেওঁলোক ভয়তে আঁতুৰ হৈ তাত প্ৰবেশ কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্ভুক্ত প্ৰথম সৰ্গ সমাপ্ত ॥**

---

* মতঙ্গ ঋষিৰ শাপত ঋষ্যমূক পৰ্ব্বত বালীৰ অগম্য। এই কাৰণে সুগ্ৰীৱাদি বান্দৰগণে বালীৰ ভয়ত তাত আশ্ৰয় লৈ আছিল। এতিয়া ৰাম লক্ষ্মণক তালৈ অহা দেখি জানোচা এওঁলোক বালীৰ দূত এই আশঙ্কাতে সন্ত্ৰস্ত হৈ সকলোটিয়ে পৰ্ব্বতৰ ভিতৰলৈ সোমাই গৈছিল—টীকাকাৰ।

## দ্বিতীয় সৰ্গ

### সুগ্ৰীবৰ আতঙ্ক আৰু ৰামলক্ষ্মণৰ গুৰিলৈ হনুমানক প্ৰেৰণ

১। সুগ্ৰীব অত্যুৎকৃষ্ট অস্ত্ৰধাৰী মহাত্মা ৰাম আৰু লক্ষ্মণ এই বীৰ ভ্ৰাতৃযুগলক দেখি সশঙ্কিত হল।

২। তেতিয়া কপিশ্ৰেষ্ঠ, সুগ্ৰীবে উদ্বিগ্নচিত্তে সকলো ফালে চকু ফুৰাই চাই কোনো এঠাইতে থিৰেৰে থাকিব নোৱাৰা হল।

৩। মহাবলশালী সেই দুজনক দেখি তেওঁ তাত থাকিবলৈ মন নকৰিলে, অতিশয ভীত হোবাত তেওঁৰ মন তেনেই বিষণ্ণ হৈ পৰিল।

৪—৫। তেতিয়া ধৰ্ম্মাত্মা বান্দৰসকলৰ অধিপতি সুগ্ৰীবে চিন্তা কৰি অতিশয উদ্বিগ্ন হৈ আন আন সকলো বান্দৰৰ লগত কথাৰ গুৰুত্ব আৰু লঘুতা উভয পক্ষকে বিচাৰ কৰি ৰাম আৰু লক্ষ্মণক দেখি তেওঁৰ মন্ত্ৰীবৰ্গক কবলৈ ধৰিলে।

৬। "এওঁলোক দুজনে নিশ্চয বালীৰ দ্বাৰা প্ৰেৰিত হৈহে দুৰ্গম এই বনত প্ৰবেশ কৰিছেহি আৰু চীৰ বসন পিন্ধি ছদ্মবেশে ঘূৰি ফুৰি এই ঠাইত উপনীত হৈছে।"

৭। তাৰ পিচত সুগ্ৰীবৰ মন্ত্ৰীসকলে শ্ৰেষ্ঠ ধনুৰ্দ্ধাৰী সেই দুজনক দেখি সেই গিৰিশৃঙ্গ এৰি আন শ্ৰেষ্ঠ এটা শিখৰলৈ গতি কৰিলে।

৮, তালৈ গৈ যূথপতি বান্দৰসকলে তেওঁলোকৰ অধিনাযক কপিশ্ৰেষ্ঠ সুগ্ৰীবক বেঢ়ি ধৰি তেওঁৰ চাৰিওফালে থিতাপি ললে।

৯। বান্দৰবোৰৰ সকলোবে সুখদুখ আদি সকলো বিষযতে সমানভাগীহৈ তেওঁলোকৰ শক্তিৰ বলতে পৰ্ব্বতৰ শৃঙ্গসমূহ কপাই ইখন পৰ্ব্বতৰ পৰা আনখন পৰ্ব্বতলৈ প্ৰস্থান কৰিবলৈ ধৰিলে।

১০। আৰু লাফ দি দি যাওতে মহাবলশালী তেওঁলোকে তেওঁলোকৰ দুৰ্গ সংলগ্ন পুষ্পিত বৃক্ষাদি ভাঙি চূৰমাৰ কৰিলে।

১১। এইদৰে মহামহা বান্দৰসকলে জপিযাই জপিযাই গৈ থাকোতে সেই মহাপৰ্ব্বত নিবাসী মৃগ, মাৰ্জ্জাৰ আৰু শাৰ্দ্দূলাদি জন্তুবোৰ সন্ত্ৰস্ত হৈ উঠিল।

১২। অত্যুৎকৃষ্ট সেই পৰ্ব্বতলৈ গৈ মন্ত্ৰীবৰ্গই কপিশ্ৰেষ্ঠ সুগ্ৰীবৰ লগত মিলিত হল আৰু হাতযোৰ কৰি তেওঁৰ চাৰিওফালে থিয় দি থাকিল।

১৩। তেতিয়া বাগ্মীপ্ৰবৰ হনুমানে বালীৰপৰা অন্যায আশঙ্কা কৰি ভয়ত্ৰস্ত হৈ থকা সুগ্ৰীবক কব ধৰিলে।

১৪। "বালীৰ কাৰণে আপোনালোকৰ মনত যি চিত্তক্ষোভ (ভয়) হৈছে তাক পৰিত্যাগ কৰক, কাৰণ এই মলয় পৰ্ব্বতত বালীৰ পৰা পাব লগা ভয়ৰ কোনো কাৰণ নাই।

১৫। হে কপিশ্ৰেষ্ঠ, যাৰ কাৰণে উদ্বিগ্ন হৈ আপুনি ইয়ালৈ দৌৰি আহিলে ক্ৰূৰ-দৰ্শন আৰু ক্ৰূৰমূৰ্ত্তি সেই বালীক মই ইয়াত দেখা পোৱা নাই।

১৬। হে সৌম্য, আপোনাৰ পাপকৰ্ম্মা যি ককায়েক বালীৰ পৰা আপুনি ভয় পাইছে সেই দুষ্টাত্মা বালী ইয়াত নাই, এতেকে মই ভয়ৰ কোনো কাৰণ দেখা নাপাওঁ।

১৭। হে কপিৰাজ, বৰ দুখৰ কথা যে আপোনাৰ এই কাৰ্য্যৰ দ্বাৰা বান্দৰত্ব* হে প্ৰকাশ পাইছে, আৰু আপোনাৰ লঘুচিত্ততাৰ (অৰ্থাৎ চঞ্চলমতিৰ) কাৰণেহে আপোনাৰ বুদ্ধিয়েও আপোনাত স্থিৰতা লাভ কৰিব পৰা নাই।

১৮। আপুনি বুদ্ধি আৰু বিজ্ঞানক আশ্ৰয় কৰি ইঙ্গিতৰ দ্বাৰা (অৰ্থাৎ নিশ্চযাত্মিকা বুদ্ধিৰ দ্বাৰা আনৰ আশয় বুজি লৈ) সকলো কাৰ্য্য সম্পন্ন কৰক। ৰজা বিবুদ্ধি হলে তেওঁ আনক শাসন কৰিব নোৱাৰে।"

১৯। হনুমানৰ এই সজ বাক্য শুনি তাতোকৈ অধিকতৰ সজ বাক্য সুগ্ৰীৱে তেওঁক কব ধৰিলে।

২০। "হে হনুমান, দীৰ্ঘবাহু, বিশালাক্ষ, তীৰ ধনু আৰু খড়্গধাৰী দেবসুতসম এই দুজনাক দেখি কাৰ মনত ভয় নহৈ পাৰে?

২১। মোৰ আশঙ্কা হৈছে যে পুৰুষোত্তম এই দুজনাক বালীয়েহে পঠিয়াইছে। ৰজাসকলৰ মিত্ৰ বহুত, এতেকে এই বিষয়ে বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চিন্ত হৈ থকাটো উচিত নহব।

২২। মনুষ্য সমাজত শত্ৰুগণে ছদ্মবেশ ধাৰণ কৰি থাকে বুলি জানিবা, গতিকে চিনিব নোৱাৰা শত্ৰুৱে, বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চেষ্ট হৈ থকা জনক ছিদ্ৰ পালেই প্ৰহাৰ কৰে।

২৩। কৰ্ত্তব্য কাম সম্বন্ধে বালী বুদ্ধিমান, যিহেতু ৰজাসকল বহুদৰ্শী অৰ্থাৎ প্ৰবঞ্চনাদি নানা উপায়জ্ঞ এতেকে তেওঁলোকে শত্ৰুপক্ষক সহজে বধ কৰিব পাৰে। সেই হেতুকে সাধাৰণ মানুহৰ বেশলৈ তেওঁলোকৰ মতিগতি বুজি লোৱা উচিত।

২৪। এতেকে হে বান্দৰ, তুমিও সাধাৰণ মানুহৰ নিচিনা উদাসীন ভাব লৈ আকৃতি প্ৰকৃতি আৰু কথা-বতৰাৰ পৰা তেওঁলোক দুযোজনক জানি আহা গৈ।

২৫—২৬। কথা কওঁতে তেওঁলোকৰ মনৰ ভাবলৈ লক্ষ্য ৰাখিবা, যদি দেখা তেওঁলোকে হৃষ্টচিত্তে কথা-বতৰা পাতিছে তেন্তে মোৰ কলীয়াহৈ প্ৰশংসা বাক্য আৰু ইঙ্গিতৰ দ্বাৰা তেওঁলোকৰ বিশ্বাস জন্মাই ধনু হাতত লৈ তেওঁলোকে এই বাত কিয় প্ৰবেশ কৰিছে তাক সুধি লবা।

২৭। তাৰ পিচত হে কপিশ্ৰেষ্ঠ, তুমি জানি লবা তেওঁলোকৰ আত্মা বিশুদ্ধ নে মলিন,

* বান্দৰত্ব—চঞ্চলচিত্ততা।

তেওঁলোকৰ কথা-বতৰা আৰু ভাবভঙ্গীৰ পৰা বুজি লবা তেওঁলোকৰ ভিতৰত কোনো প্ৰকাৰৰ দুষ্ট ভাব আছে নেকি।'

২৮। কপিৰাজ সুগ্ৰীৱে এইদৰে আদেশ দিয়াত মাৰুতাত্মজ হনুমানে ৰাম লক্ষ্মণ য'ত আছে তালৈ যাবলৈ মন কৰিলে।

২৯। এইদৰে স্থিৰ কৰি মহানুভৱ কপিবৰ হনুমানে পৰমভীত দুৰ্দ্ধৰ্ষ সুগ্ৰীৱৰ বাক্য সসম্মানে মানি লৈ মহাবলশালী ৰাম, লক্ষ্মণেৰে সৈতে যি ঠাইত আছিল তালৈ গল।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্ভুক্ত দ্বিতীয় সৰ্গ সমাপ্ত ॥**

# তৃতীয় সৰ্গ

## ৰাম-লক্ষ্মণৰ লগত হনুমানৰ সাক্ষাৎ

১। মহাত্মা সুগ্ৰীৱৰ কথাৰ ভাব বুজি হনুমানে ঋষ্যমূক পৰ্ব্বতৰ পৰা ৰাঘৱ দুজনা য'ত আছিল তালৈ জাপ দিলে।

২। তালৈ আহি মাৰুতপুত্ৰ হনুমানে শঠতাক আশ্ৰয় কৰি বান্দৰৰ ৰূপ এৰি ভিক্ষুকৰ ৰূপ ধাৰণ কৰিলে।

৩। তাৰ পিচত হনুমানে সৰল আৰু সুমধুৰ স্বৰে বাক্য প্ৰয়োগ কৰি বিনীতভাবে-ৰাঘৱ দুজনৰ ওচৰ চাপি তেওঁলোকক প্ৰণাম জনালে।

৪। বীৰ দুজনাৰ প্ৰতি যথাবিধি সেৱা পূজা জনাই কপিশ্ৰেষ্ঠ হনুমানে যথাযোগ্য ভাবে প্ৰশংসা কৰি তেওঁলোকৰ লগত কথা পাতিবলৈ সাজু হল।

৫। তাৰ পিচত স্বেচ্ছাই মৃদুভাবে সত্য পৰাক্ৰম দুজনাক উদ্দেশ্য কৰি কব ধৰিলে, "আপোনালোক দুয়োজন ৰাজৰ্ষিসদৃশ আৰু দেবতুল্য, তাপস আৰু উগ্ৰব্ৰতধাৰী।

৬। সৰ্ব্বোত্তম ব্ৰহ্মচাৰীৰূপ ধাৰণ কৰি বনচাৰী মৃগগণ আৰু আন আন প্ৰাণী-সমূহৰ মাজত আতঙ্ক সৃষ্টি কৰি এই ঠাইলৈ অহাৰ কাৰণ কি ?

৭। মহাতেজস্বী আপোনালোক দুয়োজনে পম্পাৰ তীৰবৰ্ত্তী বৃক্ষসমূহৰ সকলোফাল নিৰীক্ষণ কৰি আহি পুণ্যসলিলা এই নদীৰ শোভা বৰ্দ্ধন কৰিছেহি।

৮। আপোনালোক উভয়ে যুবক, ধৈৰ্য্যশীল, স্বৰ্ণকান্তিসম উজ্জ্বল আৰু চীৰবসন ধাৰী, আপোনালোক মহাভুজসম্পন্ন, (কোনো এক দুখৰ কাৰণে) দীৰ্ঘ নিঃশ্বাস পেলাই ইয়ালৈ আহি নিজ ৰূপপ্ৰকাশৰ দ্বাৰা এই প্ৰাণীবৰ্গৰ মাজত আতঙ্কৰ সৃষ্টি কৰিছে।

৯। আপোনালোক সিংহসদৃশ গমনশীল, বীৰ, মহাবল আৰু পৰাক্ৰমশালী— আপোনালোকে হাতত যি ধনু লৈ আছে সি ইন্দ্ৰধনুসদৃশ শত্ৰুবিনাশক।

১০। আপোনালোক শ্ৰীমান, ৰূপসম্পন্ন আৰু পৰাক্ৰমত শ্ৰেষ্ঠ বৃষভ সদৃশ, আপোনালোকৰ বাহু কৰীকৰসম, উভয়ে দ্যুতিমান আৰু নৰশ্ৰেষ্ঠ।

১১। আপোনালোকে নিজ প্ৰভাবলে পৰ্ব্বতশ্ৰেষ্ঠ এই প্ৰদেশ উদ্ভাসিত কৰিছে। দেবতুল্য আপোনালোক দুজন ৰাজপদৰ উপযুক্ত হৈও এই স্থানলৈ আহিছে কিয়?

১২। অনুমান হয় যেন পদ্মপলাশলোচন আপোনালোক বীৰপুৰুষযুগলে পৰস্পৰে সমান আকৃতি লৈ দেবলোকৰ পৰা আহি ইয়াত উপস্থিত হৈছেহি।

১৩—১৪। অথবা আপোনালোক উভয়ে চন্দ্ৰ আৰু সূৰ্য, যদৃচ্ছাক্ৰমে পৃথিবীত অবতীৰ্ণ হৈছেহি, আপোনালোক বিশাল বক্ষ সম্পন্ন দেবৰূপী বীৰপুৰুষ—উভয়ৰে স্কন্ধপ্ৰদেশ সিংহ-সদৃশ বহল, মহা উৎসাহ সম্পন্ন, মদগৰ্ব্বিত গোবৃষভসম, আপোনাসকলৰ বাহু অৰ্গলসদৃশ সুদীৰ্ঘ আৰু বৃত্তাকাৰ।

১৫—১৭। এই বাহু সৰ্ব্বালঙ্কাৰে বিভূষিত হোৱাৰ উপযোগী হলেও, অলঙ্কাৰ ৰাশিয়ে ইয়াক বিমণ্ডিত কৰা নাই কিয়? মই অনুমান কৰো আপোনালোক দুয়োজনে সমগ্ৰ কানন সমন্বিতা বিন্ধ্য আৰু মেৰুপৰ্ব্বত বিভূষিতা সসাগৰা পৃথিবীক ৰক্ষা কৰাৰ যোগ্য। বিচিত্ৰ সোণৰ পানী চৰোৱা নিমজ এই ধনু দুখাতি ইন্দ্ৰৰ স্বৰ্ণ বিভূষিত বজ্ৰৰ নিচিনা শোভা পাইছে, আৰু তূণসমূহো সুতীক্ষ্ণ বাণসমূহৰ দ্বাৰা পৰিপূৰ্ণ হৈ সুশোভিত হৈ আছে।

১৮—১৯। এই শৰসমূহ প্ৰাণবিনাশক, ঘোৰাকৃতি আৰু সমুজ্জ্বল সৰ্পসদৃশ। সুদীৰ্ঘ, বৃহৎ আৰু তপ্তকাঞ্চন বিভূষিত খড়্গাদ্বয় ছাল ফাটি ওলোৱা সাপৰ নিচিনা তিৰবিৰ কৰি বিৰাজ কৰি আছে। হে বীৰপুৰুষ যুগল, মই আপোনালোকক ইমানখিনি কথা সোধাতো আপোনাসকলে মোক উত্তৰ দিয়া নাই কিয়?

২০। হে বীৰযুগল, সুগ্ৰীব নামে কপিশ্ৰেষ্ঠ এজন (ইয়াত) আছে। তেওঁ বীৰ কিন্তু তেওঁৰ ককায়েকে তেওঁক বাহিৰ কৰি উলিয়াই দিয়াত তেওঁ দুখমনে জগতত ঘূৰি ফুৰিছে।

২১। প্ৰধান প্ৰধান বান্দৰগণৰ ৰজা মহাত্মা সুগ্ৰীবে পঠিয়াই দিয়াত মই এইখিনি ঠাই পাইছোহি, মইও বান্দৰ, মোৰ নাম হনুমান।

২২। সেই ধৰ্ম্মাত্মা সুগ্ৰীবে আপোনালোক দুজনৰ লগত সখ্যভাব বিচাৰিছে। মই পবনাত্মজ বান্দৰ তেওঁৰ সচিব বুলি জানিব।

২৩। মই কামগ আৰু কামচাৰী, সুগ্ৰীবৰ হিত সাধিবলৈ ইচ্ছা কৰি ছদ্মবেশে ভিক্ষুকৰূপে ঋষ্যমূকৰ পৰা ইয়ালৈ আহিছোঁ।"

২৪। বাক্যতত্ত্বজ্ঞ আৰু বাক্যকুশল হনুমানে ৰাম লক্ষ্মণ বীৰ দুজনাক এইদৰে কৈ উঠি ইয়াৰ অতিৰিক্ত আৰু আন একো কথা নকলে।

২৫। তেতিয়া তেওঁৰ এই কথা শুনি শ্ৰীমান ৰামচন্দ্ৰই প্ৰফুল্ল বদনে তেওঁৰ কাষতে থকা লক্ষ্মণক কলে।

২৬। "কপিশ্ৰেষ্ঠ মহাত্মা সুগ্ৰীবৰ এওঁ মন্ত্ৰী; সুগ্ৰীবকে লগ পাবলৈ বিচাৰি থাকোঁতে এওঁ আহি মোৰ ওচৰত উপস্থিত হৈছেহি।

২৭। এতেকে হে সৌমিত্রি, সুগ্ৰীৱ সচিব অৰিন্দম বাক্যজ্ঞ এই কপিবৰৰ লগত তুমি স্নেহপূৰ্ণভাবে মধুৰ বাক্যে কথা পাতা।

২৮। যিজনে ঋগ্বেদত শিক্ষিত হোৱা নাই, যজুৰ্বেদ আয়ত্ত কৰিব পৰা নাই আৰু সামবেদত শিক্ষালাভ কৰা নাই তেনেজনে এইদৰে কথা আৰম্ভ কৰিব নোৱাৰে।

২৯। নিশ্চয় সমগ্ৰ ব্যাকৰণ শাস্ত্ৰও এওঁ বিশদভাবে অধ্যয়ন কৰিছে, কিয়নো বহু কথা কৈছে যদিও তেওঁ কোনো অপশব্দ ব্যৱহাৰ কৰা নাই।

৩০। এওৰ মুখ, চকুযুৰী, ললাট বা ভ্ৰূযুগল অথবা শৰীৰৰ আন কোনো অঙ্গতে কোনোপ্ৰকাৰৰ দোষ উপলক্ষিত নহয়।

৩১। এওৰ কথাবোৰ অতিবিস্তৃত বা সন্দেহপূৰ্ণ নহয়, বাক্য স্খলিত নোহোৱাত কথাবোৰ কওঁতে দীঘলীয়া হোৱা নাই আৰু শুনোতাজনৰ মনত ব্যথাদায়ক নহয়। তেওঁৰ অন্তৰৰ কথাবোৰ কণ্ঠস্থ থকাদি মধ্যম স্বৰত ( নাতি উচ্চ অথবা নাতি নীচ ) প্ৰকাশ পাইছে।

৩২। এওঁৰ কল্যাণময়ী হৃদয়ানন্দকাৰিণী কথাখিনি শব্দৰ সংস্কাৰগত ক্ৰম ৰক্ষা কৰি নাতিদীৰ্ঘ বা নাতিহ্ৰস্ব স্বৰত উচ্চাৰিত হৈছে।

৩৩। উৰং, কণ্ঠ আৰু শিৰ স্থান তিনিও স্থানৰে অভিব্যক্তি প্ৰকাশ কৰি বৈচিত্ৰ্যপূৰ্ণ বাক্যে এওঁ যি কথা কৈছে তাৰ দ্বাৰা উদ্যত খড়্গধাৰী পুৰুষৰো চিত্ত অনুকূল ভাবাপন্ন হয়।

৩৪। হে অনঘ, যি ৰজাৰ দূত এনেবিধৰ নহয় তেওঁৰ কাৰ্য্যগতি সিদ্ধিলাভ কৰিব পাৰে কেনেকৈ ?

৩৫। আনপক্ষে সি ৰজাৰ কাৰ্য্যনিৰ্ব্বাহক সকল এতাদৃশ গুণসম্পন্ন, তেওঁলোকৰ কাৰ্য্য-প্ৰেৰণাৰ বলতে ৰজাৰ সকলো কাম সিদ্ধ হয়।"

৩৬। ৰামে এইদৰে কোৱাত বাক্যতত্ত্বজ্ঞ লক্ষ্মণে সুগ্ৰীৱৰ মন্ত্ৰী ৰাক্যকুশল পৱনাত্মজ কপিবৰক কব ধৰিলে।

৩৭। "হে বিদ্বান্ মহাত্মা সুগ্ৰীৱৰ গুণাবলী আমাৰ জনা আছে আৰু আমিও বান্দৰসকলৰ ৰজা সেই সুগ্ৰীৱকে বিচাৰি আছোঁ।

৩৮। হে হনুমান, সুগ্ৰীৱৰ কথামতে ইয়ালৈ আহি তুমি আমাক যি কলা, এতিয়া তোমাৰ কথামতে হে কপিশ্ৰেষ্ঠ, আমিও তাকে কৰিম।"

৩৯। পৱনপুত্ৰ কপিবৰ হনুমানে লক্ষ্মণৰ সুনিপুণ সেই বাক্য শুনি আহ্লাদিত হল আৰু সুগ্ৰীৱৰ জয়লাভ সম্বন্ধে মনস্থিৰ কৰি তেওঁলোক দুজনাৰ ভিতৰত ( ৰাম আৰু সুগ্ৰীৱৰ ভিতৰত ) সখ্যভাৱ স্থাপন কৰিবলৈ ইচ্ছা কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্ভুক্ত তৃতীয় সৰ্গ সমাপ্ত ॥**

# চতুৰ্থ সৰ্গ

## হনুমানৰ লগত কথা-বতৰা

১। শ্ৰীৰামচন্দ্ৰৰ মধুৰ ভাবপূৰ্ণ সেই কথা শুনি হনুমানৰ মন হৰ্যান্বিত হল আৰু কাৰ্য্য সিদ্ধ হোৱা যেন ভাবি মনে মনে সুগ্ৰীবক চিন্তা কৰিলে।

২। তেওঁ ভাবিলে যে সুগ্ৰীবৰ ৰাজ্যলাভ অবশ্যম্ভাবী যিহেতু এতাদৃশ মহাপুৰুষ এজনে নিজ প্ৰযোজন হেতু আহি ইযাত উপস্থিত হৈছিহি এতেকে কাৰ্য্যসিদ্ধিৰ সম্ভাবনাও উপস্থিত।

৩। তেতিযা কপিশ্ৰেষ্ঠ হনুমানে পৰম আনন্দিত হৈ বাক্যবিশাৰদ ৰামক সুধিলে,

৪। "কিন্তু আপুনি আপোনাৰ কনিষ্ঠ ভ্ৰাতাৰে সৈতে পম্পাকানন শোভিত নানা হিংস্ৰজন্তুৰে পৰিপূৰ্ণ ঘোৰ দুৰ্গম এই বনপ্ৰদেশলৈ অহাৰ কাৰণ কি?"

৫। তেওঁৰ কথা শুনি ৰামৰ ইঙ্গিত অনুসৰি, লক্ষ্মণে দশৰথাত্মজ ৰামক লক্ষ্য কৰি কব ধৰিলে,

৬। "দশৰথ নামে পৰমদ্যুতিসম্পন্ন ধৰ্ম্মবৎসল এজন ৰজা আছিল, তেও স্বধৰ্ম্মত থাকি চাৰিও জাতিৰ প্ৰজাক পালন কৰি আছিল।

৭। তেওঁক হিংসা কৰোঁতা কোনো নাছিল আৰু তেৰোঁ আন কাকো হিংসা নকৰিছিল, সকলো প্ৰাণীবৰ্গৰে প্ৰতি তেওঁ দ্বিতীয পিতামহসদৃশ আছিল।

৮। তেওঁ পৰ্য্যাপ্তপৰিমিত দান দক্ষিণা দি অগ্নিষ্টোমাদি যজ্ঞ সম্পন্ন কৰিছিল। তেওঁৰেই প্ৰথম এই পুত্ৰ, জন সমাজত ৰাম নামে বিখ্যাত।

৯। তেওঁ সকলো প্ৰাণীৰে আশ্ৰযস্থল, পিতৃ-আজ্ঞাপালনত পটু, ৰজা দশৰথৰ পুত্ৰবৰ্গৰ ভিতৰত জ্যেষ্ঠ আৰু অধিকতৰ গুণসম্পন্ন।

১০। সকলো ৰাজলক্ষণযুক্ত আৰু ৰাজ্যসম্পদ বিশিষ্ট হৈও ৰাজ্যভ্ৰষ্ট হৈ বনবাস খপিবলৈ মোৰে সৈতে ইয়ালৈ আহিছে।

১১। দিনৰ শেহত মহাতেজস্বী দিবাকৰ সূৰ্য্য যিদৰে (তেওঁৰ ভাৰ্য্যা) প্ৰভাৰ লগত মিলিত হয জিতেন্দ্ৰিয় ৰামচন্দ্ৰয়ো বনলৈ আহোতে তেওঁৰ ভাৰ্য্যা সীতা তেওঁৰ লগে লগে আহিছিল।

১২। মই তেওঁৰ কনিষ্ঠ ভ্ৰাতা, গুণতে আকৃষ্ট হৈ কৃতজ্ঞ আৰু বহুজ্ঞ ৰামৰ দাসত্ব গ্ৰহণ কৰিছোঁ। মোৰ নাম লক্ষ্মণ।

১৩-১৪। সৰ্ব্বভূতহিত ৰাম অত্যুৎকৃষ্ট সকলো সুখৰ অধীশ্বৰ হৈও বৰ্ত্তমানে ঐশ্বৰ্য্য-বিহীন হৈ বনবাসতে বদ্ধ হৈ থকা কালৰ ভিতৰত আমালোক দুয়োজন নথকা সমযত কামৰূপী

কোনো এক ৰাক্ষসে তেওঁৰ ভাৰ্য্যাক হৰণ কৰি নিযে। কিন্তু কোন ৰাক্ষসে তেওঁৰ পত্নীক হৰণ কৰি নিলে তাৰ বিষয়ে আমি একো নাজানোঁ।

১৫। দনু নামে দিতিৰ এটা পুত্ৰ শাপবশতঃ ৰাক্ষসত্ব প্ৰাপ্ত হয। তেওঁ কৈছে যে বানৰাধিপতি সুগ্ৰীব এই কামৰ বাবে সমৰ্থ।

১৬। মহাবীৰ্য্যশালী তেওঁ আপোনাৰ ভাৰ্য্যাক অপহৰণ কৰি নিযা জনক জানিব। এই বুলি কৈযে দনুৱে দিব্যৰূপ ধাৰণ কৰি স্বৰ্গলৈ গতি কৰিলে।

১৭। হে হনুমন, তুমি যি যি কথা সুধিছিলা সেই সকলো কথা যথাযথ ভাবে তোমাক কলোঁ। এতিযা শ্ৰীৰামচন্দ্ৰ আৰু মই সুগ্ৰীবৰ শৰণ ললোঁ।

১৮। এই ৰামচন্দ্ৰই তেওঁৰ সকলো সম্পত্তি বিলাই দি সৰ্ব্বশ্ৰেষ্ঠ যশস্যা উপাৰ্জ্জন কৰিছে, আগতে লোকসমূহৰ নাথ স্বৰূপ হৈ তেওঁ এতিযা সুগ্ৰীবক নাথ হিচাপে পাবলৈ বিচাৰিছে।

১৯। জগতৰ শৰণ্য ধৰ্ম্মবৎসল যি ৰজা দশৰথ যাৰ বোৱাৰী সীতা, এতিযা সকলোৰে আশ্ৰয়স্থল সেই দশৰথৰ পুত্ৰ ৰামে সুগ্ৰীবৰ শৰণ মাগিছে।

২০। মদীয় গুৰুদেৱ ধৰ্ম্মাত্মা ৰাঘব, যিজন সৰ্ব্বলোকৰে শৰণ্য হৈ আদিতে সকলোকে আশ্ৰয় দি আছিল, সেইজনে আজি সুগ্ৰীবৰ শৰণ লৈছে।

২১। যি ৰামচন্দ্ৰৰ অনুগ্ৰহ পালে সকলো প্ৰজাই অনুগৃহীত হৈছিল এতিযা সেই ৰামচন্দ্ৰই বানৰ ৰাজ সুগ্ৰীবৰ অনুগ্ৰহ ভিক্ষা কৰিছে।

২২-২৩। যি ৰজা দশৰথে সদায আৰু সততে পৃথিবীৰ সৰ্ব্বগুণান্বিত সকলো ৰজাকে (তেওঁৰ দযা আৰু স্নেহপূৰ্ণ সম্ভাষণৰ দ্বাৰা) সন্মান দেখুৱাই আহিছিল, তিনিও জগতত বিখ্যাত তেওঁৰেই জ্যেষ্ঠ পুত্ৰই বানৰেন্দ্ৰ সুগ্ৰীবৰ শৰণ লৈছে।

২৪। বৰ্ত্তমানে ৰাম শোকাভিভূত আৰু শোকাৰ্ত্ত আৰু শৰণপ্ৰাৰ্থী, গতিকে সুগ্ৰীবে তেওঁৰ যূথপতিসকলে সৈতে তেওঁৰ প্ৰতি অনুগ্ৰহ দেখুৱা উচিত।"

২৫। সুমিত্ৰানন্দন লক্ষ্মণে চকুৰপানী টুকি কৰুণ স্বৰে এইদৰে কোৱাত বাক্যবিশাৰদ হনুমানে উত্তৰ দিলে,

২৬। "এনেবিধৰ বুদ্ধিসম্পন্ন, জিতক্ৰোধ আৰু জিতেন্দ্ৰিয় পুৰুষৰ লগত অতি সৌভাগ্য-ক্ৰমেহে দেখা-সাক্ষাৎ হয গতিকে এনে এজনক পাই সুগ্ৰীবে নিশ্চয তেওঁৰ লগত দেখা শুনা কৰা কৰ্ত্তব্য।

২৭। কিন্তু সুগ্ৰীব বৰ্ত্তমানে ৰাজ্যভ্ৰষ্ট, বালীৰ লগত তেওঁৰ শত্ৰুতা, তেওঁৰ স্ত্ৰীও অপহৃতা, এনে অবস্থাত ককাযেকৰ দ্বাৰা বহিষ্কৃত হৈ ভযতে অতিপাত সন্ত্ৰস্ত হৈ বনৰ ভিতৰত বাস কৰি আছে।

২৮। তথাপি সূৰ্য্যসুত সুগ্ৰীবে আমাৰ সকলোৰে সৈতে সীতাৰ অন্বেষণ কাৰ্য্যত আপোনালোকক সহায কৰিব।"

২৯। হনুমানে মধুৰবাক্যে স্পষ্টভাবে এইদৰে কৈ ৰাঘৱ ৰামক উদ্দেশ্য কৰি কলে, "তেনেহলে আমি এতিযা সুগ্ৰীবৰ ওচৰলৈ যাওঁ।"

৩০। হনুমানে এইদৰে কোৱাত ধৰ্ম্মাত্মা লক্ষ্মণে যথাযোগ্যভাবে তেওঁলৈ পূজা অৰ্চনা জনাই ৰাঘৱ ৰামক কলে,

৩১। "মাৰুত পুত্ৰ হনুমানে হৃষ্টচিত্তে কথাখিনি যিদৰে কলে তাৰ পৰা অনুমান হল হে ৰাঘৱ, সুগ্ৰীৱৰ কাৰ্য্য সিদ্ধ হৈছে আৰু আপুনিও কৃতকৃত্য হৈছে।

৩২। কথা কোৱাৰ সময়ত তেওঁৰ মুখৰ বৰণ প্ৰসন্ন আৰু তেওঁৰ চিত্তও প্ৰফুল্ল, এতেকে মাৰুত পুত্ৰ বীৰ হনুমানে মিছা কথা কোৱা নাই।"

৩৩। তাৰ পিচত মহাপ্ৰাজ্ঞ পবননন্দন হনুমানে ৰঘুবংশজাত বীৰ দুজনাক লৈ কপিৰাজৰ গুৰিলৈ গল।

৩৪। তেওঁ ভিক্ষুকৰ ৰূপ এৰি বান্দৰৰ ৰূপ ললে আৰু বীৰযুগলক পিঠিত তুলি লৈ সুগ্ৰীৱৰ ওচৰলৈ প্ৰস্থান কৰিলে।

৩৫। এইদৰে বিপুল যশস্বী, শুভমতি মহাবিক্ৰমশালী কপিবৰ পবনসুতে কাৰ্য্যত সিদ্ধিলাভ কৰি পৰম আনন্দিত হল আৰু ৰাম লক্ষ্মণক লগত লৈ গিৰিবৰলৈ যাত্ৰা কৰিলে।

**॥ ইতি কিষ্কিন্ধা কাণ্ডৰ অন্তৰ্গত চতুৰ্থ সৰ্গ সমাপ্ত ॥**

## পঞ্চম সৰ্গ

## সুগ্ৰীৱ মিলন

১। হনুমানে ঋষ্যমূকৰ পৰা মলয পৰ্ব্বতলৈ গৈ বীৰ ৰাঘৱ দুজনৰ কথা কপিৰাজ সুগ্ৰীৱৰ ওচৰত এইদৰে জনালে।

২। "হে মহাপ্ৰাজ্ঞ, এইজনেই সত্য আৰু দৃঢ় বিক্ৰমশালী ৰাম, তেওঁৰ কনিষ্ঠ ভ্ৰাতা লক্ষ্মণে সৈতে আহি উপস্থিত হৈছেহি।

৩। ইক্ষ্বাকু কুলত তেওঁৰ জন্ম, আৰু দশৰথৰ পুত্ৰ, ধৰ্ম্মপালনতে প্ৰবৰ্ত্তিত হৈ পিতৃ আজ্ঞা পালন কৰি আছে।

৪। ৰজা দশৰথে ৰাজসূয় আৰু অশ্বমেধাদি যজ্ঞৰ দ্বাৰা অগ্নিদেৱতাক সন্তুষ্ট কৰে আৰু শই শই, হাজাৰে হাজাৰে গোদান দক্ষিণা দিয়ে।

৫। তেওঁ তপস্যা আৰু সত্যপৰায়ণতাৰ দ্বাৰা এই পৃথিৱী পালন কৰি আছিল। তেওঁৰ মহিষী এগৰাকীৰ কাৰণে তেওঁৰ এই পুত্ৰ ৰাম বনলৈ আহিছে।

৬। মহাত্মা ৰামে সংযতচিত্তে বনত বাস কৰি থাকোতে ৰাৱণে তেওঁৰ ভাৰ্য্যাক হৰণ কৰি নিয়ে, এতিয়া তেওঁ আপোনাৰ শৰণ মাগিছে।

৭। পৰম পূজনীয় ভাই-ককাই ৰাম লক্ষ্মণে আপোনাৰ লগত সখ্যতাৰ ইচ্ছা কৰিছে, আপুনি এওঁলোকক গ্ৰহণ কৰি উভয়কে প্ৰপূজিত কৰক।"

৮। বান্দৰাধিপ সুগ্ৰীবে হনুমানৰ কথা শুনি অধিকতৰ শোভনীয়ৰূপ ধাৰণ কৰিলে আৰু প্ৰফুল্লচিত্তে ৰাঘৱক কবলৈ ধৰিলে।

৯। "আপুনি ধৰ্ম্ম বিষয়ে দীক্ষিত, সুব্ৰত আৰু সকলোৰে প্ৰতি দয়াশীল, বায়ুপুত্ৰ হনুমানে আপোনাৰ গুণগ্ৰাম যথাযথ ভাবে বৰ্ণনা কৰিছে।

১০। এতেকে হে প্ৰভু, যিহেতু আপুনি মোৰ নিচিনা বান্দৰ এজনৰ লগত সখ্যভাব বিচাৰিছে, এয়ে মোৰ পক্ষে যথেষ্ট সন্মানজনক আৰু সৰ্বশ্ৰেষ্ঠ লাভ।

১১। যদিহে মোৰ লগত সখ্য কৰাটো আপোনাৰ প্ৰকৃত ইচ্ছা তেন্তে এই মই হাত আগবঢ়াই দিছোঁ, আপুনি নিজ হাতেৰে মোৰ হাত গ্ৰহণ কৰি সখ্যভাবৰ মৰ্য্যাদা সুদৃঢ় কৰক।"

১২-১৭। সুগ্ৰীবৰ সুভাষিত এই কথা শুনি ৰামে অতিশয় প্ৰফুল্লচিত্তে তেওঁৰ হাতেৰে সুগ্ৰীবৰ হাত গ্ৰহণ কৰিলে, আৰু পৰমপ্ৰীত হৈ উভয়ৰে সৌহাৰ্দ্দক আশ্ৰয় কৰি দৃঢ়ভাবে তেওঁক আলিঙ্গন কৰিলে। তাৰ পিচত অৰিন্দম হনুমানে ভিক্ষুকৰ ৰূপ পৰিত্যাগ কৰি নিজৰূপ লৈ দুডোখৰ কাঠ ঘঁহি জুই জলাই ললে আৰু প্ৰজ্জ্বলিত অগিক ফুল সম্ভাৰেৰে পূজা সৎকাৰ কৰি পৰমপ্ৰীত হৈ সমাহিতচিত্তে তেওঁলোক দুজনাৰ মাজত সেই অগ্নিক সংস্থাপিত কৰিলে। এইদৰে দুয়োজনে প্ৰজ্জ্বলিত অগ্নিক প্ৰদক্ষিণ কৰাৰ পিচত ৰাম আৰু সুগ্ৰীব উভয়ৰে মাজত সখ্যভাব স্থাপন হল। তাৰ পিচত কপিবৰ সুগ্ৰীব আৰু ৰাঘৱ উভয়ে প্ৰীতমনে পৰস্পৰে পৰস্পৰৰ প্ৰতি চোৱাচুই কৰি তৃপ্তি লাভ কৰিব ধৰিলে, অনুমান হল যেন এই তৃপ্তিৰ আৰু ওৰ নপৰে। তেতিয়া সুগ্ৰীবে ৰাঘৱ ৰামক কলে, "আপুনি মোৰ বুকুৰ সখা, আমাৰ সুখ-দুখ একে।"

১৮-২১। সুগ্ৰীবে পৰম হৃষ্টচিত্তে ৰাঘৱক এইদৰে কৈ, ফুল আৰু পাতৰ ভৰতে জকমক শালগছৰ সুন্দৰ শাখা এটা ভাঙি আনি মাটিত পাতি লৈ ৰাঘৱে সৈতে তাত বহিল।

২১। তেতিয়া মাৰুতপুত্ৰ হনুমানে আনন্দতে চন্দনবৃক্ষৰ পুষ্পিত ঠাল এটা ভাঙি আনি লক্ষ্মণক বহিবলৈ দিলে। তাৰ পিচত পৰমপ্ৰীত সুগ্ৰীবে আনন্দাশ্ৰুপূৰ্ণ নয়নে মধুৰ বাক্যে ৰামক কবলৈ ধৰিলে, "হে ৰাম, ৰাজ্যৰ পৰা বিতাৰিত হৈ ভয়তে আঁতুৰহৈ এই ঠাইত বিচৰণ কৰি ফুৰিছোঁ।

২২। মোৰ ভাৰ্য্যাক বালীয়ে অপহৰণ কৰি নিছে, ভয়তে সন্ত্ৰস্তহৈ এই ঠাইকে দুৰ্গৰূপে আশ্ৰয় কৰি উদ্ভ্ৰান্ত চিত্তে বনৰ ভিতৰত বাস কৰি আছোঁ।

২৩। হে ৰাঘৱ, ভ্ৰাতা বালীৰ দ্বাৰা বহিষ্কৃতহৈ তেওঁৰ লগত শক্ৰতা স্থাপন হোৱাৰ কাৰণে মই এতিয়া ভয়ত্ৰস্ত, আপুনি মোক অভয় দান কৰক।

২৪। হে কাকুৎস্থ, আপুনি এতিয়া এনে কৰক যাতে মোৰ ভয়ৰ কোনো কাৰণ নেথাকে।"

২৫। সুগ্ৰীবে এইদৰে কোৱাত ধৰ্ম্মবৎসল, তেজস্বী, ধৰ্ম্মজ্ঞ ৰামে হাঁহি এটা মাৰি সুগ্ৰীবক কলে, "হে মহাকপি, মিত্ৰতা যে উপকাৰৰ ফলস্বৰূপ এই কথাটো মোৰ জনা আছে।

২৬। আপোনাৰ ভাৰ্য্যাপহাৰী বালীক মই বধ কৰিম, সূৰ্য্যসদৃশ সমুজ্জ্বল আৰু তীক্ষ্ণ মোৰ শৰসমূহ অব্যৰ্থ।

২৭। কঙ্কপত্ৰেৰে আচ্ছন্ন ইন্দ্ৰৰ বজ্ৰ সদৃশ এই শৰসমূহ দ্ৰুতবেগে দুৰ্বৃত্ত বালীৰ ওপৰত নিপাতিত হব।

২৮। এই শৰসমূহৰ অগ্ৰভাগ অতি তীক্ষ্ণ ইয়াৰ পাববোৰ সবল আৰু ইহঁত মহাক্ৰুদ্ধ ভুজঙ্গ সদৃশ, অতএব সৰ্পসদৃশ তীক্ষ্ণশৰ সমূহৰ দ্বাৰা বালীক আজিয়েই নিহত হোৱা দেখিব।

২৯। এই শৰসমূহৰ দ্বাৰা নিহতহৈ তেওঁ চূৰ্ণাকৃত হোৱা পৰ্ব্বত সদৃশ মাটিত বাগৰি পৰিব।" তেতিয়া সুগ্ৰীবে ৰাঘবৰ আত্মহিতকৰ সেই বাক্য শুনি পৰম প্ৰীত হল আৰু উৎকৃষ্ট বাক্যে এইদৰে কব ধৰিলে—

৩০। "হে নৰশ্ৰেষ্ঠ বীৰপুৰুষ, আপোনাৰ অনুগ্ৰহতে মোৰ প্ৰিয়া ভাৰ্য্যা আৰু ৰাজ্য উভয়কে লাভ কৰিব পাৰিম। এতেকে হে নৰদেৱতা, আপুনি মোৰ শত্ৰু অগ্ৰজ বালীৰ প্ৰতি এনে ৰাম কৰক যাতে তেওঁ পুন মোক হিংসা কৰিব নোৱাৰে।'

৩১। ৰাম আৰু সুগ্ৰীবৰ শুভ মিলন হোৱাৰ লগে লগে সীতাৰ পদ্মাকৃতি, কপিৰাজৰ স্বৰ্ণাভ আৰু ৰাক্ষসগণৰ অগ্নিতুল্য* বাম চকুবোৰ একে সময়তে স্পন্দিত হ'ব ধৰিলে।

**॥ কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্ভুক্ত পঞ্চম সৰ্গ সমাপ্ত ॥**

## ষষ্ঠ সৰ্গ

## সীতাৰ বস্ত্ৰালঙ্কাৰাদি দৰ্শন

১—৪। পৰম প্ৰীতহৈ সুগ্ৰীবে পুন ৰঘুনন্দন ৰামক কবলৈ ধৰিলে "ৰাম, আপুনি কিয় এই নিৰ্জ্জন বনলৈ আহিছে, আপোনাৰ ভ্ৰাতা লক্ষ্মণে সৈতে বনত বাস কৰি থাকোতে আপুনি আৰু ধীমান লক্ষ্মণ নথকা সুযোগ পাই গৃধ্ৰ জটায়ুক বধ কৰি ৰাক্ষসে কান্দি থকা অবস্থাতে আপোনাৰ ভাৰ্য্যা জনকাত্মজা মৈথিলীক হৰণ কৰি আপোনাৰ আৰু আপোনাৰ ভাৰ্য্যাৰ লগত বিচ্ছেদ ঘটাই মনত দুখ দিছে—এই সকলো কথা মোৰ মন্ত্ৰীপ্ৰধান সেবক হনুমানে মোক জনাইছে।

৫। হে ৰাঘৱ, আপুনি আপোনাৰ ভাৰ্য্যাৰ বিয়োগ হেতু যি দুখ পাইছে অতি

---

* সীতাৰ চকু পদ্মসদৃশ, বালীৰ চকু সুবৰ্ণ সদৃশ আৰু ৰাক্ষসগণৰ চকু অনল সম। তিনিওতাৰ বাম চকুৰ স্পন্দনৰ ফল শুভ আৰু পুৰুষৰ পক্ষে অশুভ।

শীঘ্ৰে তাৰপৰা মুক্তি পাব, মই আপোনাৰ অপহৃত ভাৰ্য্যাক তাহানি কালৰ নষ্টহোৱা দেৱশ্ৰুতিৰ ( বেদৰ )* নিচিনাকৈ পুনৰুদ্ধাৰ কৰি আনিম।

৬। হে অৰিন্দম, সীতা ৰসাতলতে থাকক বা অন্তৰিক্ষতে থাকক মই তেওঁক উদ্ধাৰ কৰি আনি আপোনাৰ হাতত সমৰ্পণ কৰিম।

৭। হে ৰাঘৱ, এযে মোৰ প্ৰকৃত কথা আপুনি তাক নিশ্চয় কৈ জানিব, স্বয়ং ইন্দ্ৰৰে সৈতে সুৰাসুৰগণেও সীতাৰ হৰণ ভগন ( জীৰ্ণ ) কৰিব নোৱাৰিব।

৮। হে মহাবাহু, বিষমিশ্ৰিত খাদ্য যিদৰে কেৱে জীৰ্ণ কৰিব নোৱাৰে আপোনাৰ ভাৰ্য্যাও তদনুৰূপ বুলি জানিব। আপুনি শোক পৰিহাৰ কৰক মই আপোনাৰ প্ৰিয়া ভাৰ্য্যাক উদ্ধাৰ কৰি আনিমেই।

৯। অনুমানৰ দ্বাৰা জানিব পাৰিছোঁ নিষ্ঠুৰাচৰণকাৰী ৰাক্ষসে যাক হৰণ কৰি নিয়া দেখিছিলোঁ তেৱেঁই নিশ্চয় মৈথিলী হব, ইয়াত কোনো সন্দেহ নাই।

১০। সেই সময়ত বিষধৰ সৰ্পৰাজৰ ভাৰ্য্যাসদৃশ ৰাবণৰ কোলাত থাকি 'হা ৰাম।' 'হা ৰাম।' 'হা লক্ষ্মণ।' বুলি তেওঁ বিহ্বল স্বৰে চীৎকাৰ কৰি আছিল মাত্ৰ।

১১। শিলাখণ্ডৰ ওপৰতে মোক লৈ পাঁচজন বান্দৰ ইয়াত বহি থকা দেখি তেওঁ তেওঁৰ ওৰণি ( উত্তৰীয় বস্ত্ৰ ) আৰু পৰম পবিত্ৰ সুশোভন অলঙ্কাৰৰাজি ইয়াতে পেলাই দিযে।

১২। হে ৰাঘৱ, সেইবোৰ সংগ্ৰহ কৰি আমি ইয়াতে থৈ দিছোঁ, মই সেইবোৰ আনো, আপুনি চিনি লওঁক।"

১৩। এই কথা শুনা মাত্ৰকে ৰামে প্ৰিয়বাদী সুগ্ৰীবক কলে 'সখা, আপুনি বেগেতে আনক, পলম কৰিছে কিয়?' সুগ্ৰীবক এইদৰে কোৱা মাত্ৰকে তেওঁ পৰ্ব্বতৰ গহীন গুহাত প্ৰবেশ কৰিলে, তাৰ পিচত ৰামৰ হিত কামনা আকাঙ্ক্ষা কৰি সেই ওৰণি আৰু অলঙ্কাৰ উলিয়াই আনি 'এইয়া চাওঁক' বুলি কৈ কপিবৰে ৰামক সেইবোৰ দেখুৱালে।

১৬। তাৰ পিচত ৰামে সেই বস্ত্ৰ আৰু অলঙ্কাৰ আদি হাতত লোৱাত কুঁৱলীযে ঢকা চন্দ্ৰৰ নিচিনাকৈ তেওঁৰ মুখমণ্ডল চকুৰ লোৰে ভৰপূৰ হল।

১৭। সীতাৰ প্ৰতি তেওঁৰ যি স্নেহ তাতে উথলি উঠা বাষ্পৰাশিতে দুষিত মুখমণ্ডলে সৈতে ৰামে "হা প্ৰিয়ে।' বুলি চিঞৰি উঠি অধৈৰ্য্য হৈ মাটিত পৰি গল।

১৮। অত্যুৎকৃষ্ট সেই অলঙ্কাৰ ৰাশি বাৰে বাৰে বুকুৰ মাজত লৈ গাঁতৰ ভিতৰত থকা ক্ৰুদ্ধ সৰ্পৰ নিচিনাকৈ তেওঁ বাৰে বাৰে দীৰ্ঘ নিঃশ্বাস পেলাবলৈ ধৰিলে।

১৯—২০। অবিৰতধাৰে তেওঁৰ চকুৰ পৰা অশ্ৰুধাৰা পৰিব ধৰিলে, এনেতে মলিন বদনে ওচৰতে থকা লক্ষ্মণক দেখা পাই ৰামে বিলাপ কৰি কৰি কবলৈ ধৰিলে, "চোৱাঁ লক্ষ্মণ, হৰণ কৰি নিওঁতে বৈদেহীয়ে শৰীৰৰ পৰা উলিয়াই পেলাই দিয়া এই উত্তৰীয় আৰু অলঙ্কাৰ সমূহ।

২১। হৰণ কৰি নিয়াৰ সময়ত কোমল তৃণপূৰ্ণ ভূমিভাগৰ ওপৰত নিশ্চয় সীতায়ে এই অলঙ্কাৰ পেলাই দিছিল, ইয়াৰ ৰূপ এতিয়াও ঠিক সেইদৰেই আছে।"

---

* মধুকৈটভে ব্ৰহ্মাৰ পৰা বেদ অপহৰণ কৰি নিয়াত ভগবান বিষ্ণুৱে মধুকৈটভক বধ কৰি বেদ উদ্ধাৰ কৰে—এই আখ্যান।

২২। ৰামে এইদৰে কোৱাত লক্ষ্মণে কবলৈ ধৰিলে, 'মই কেয়ূৰ আৰু কুণ্ডল যুগল চিনি নাপাওঁ।

২৩। কিন্তু সদায় তেওঁৰ পাদবন্দনা কৰি আছিলোঁ কাৰণে তেওঁৰ নূপুৰযুগল চিনি পাইছোঁ।” ইয়াৰ পিচত ৰাঘৱে সুগ্ৰীৱক এইদৰে কবলৈ ধৰিলে।

২৪। “সুগ্ৰীৱ, কওকচোন ৰুদ্ৰমূৰ্ত্তি সেই ৰাক্ষসে মোৰ প্ৰাণপ্ৰিয়া সীতাক হৰণ কৰি নিওঁতে সি কোনপিনে যোৱা যেন দেখিলে।

২৫। সি থাকে ক'ত? সেই ঘোৰ ৰাক্ষসে মোক যি দুখ দিছে তাৰ ফলত মই সকলো ৰাক্ষসকে ধ্বংস কৰিম।

২৬। মোক এইদৰে ক্ৰুদ্ধ কৰি যি ৰাক্ষসে মৈথিলীক হৰণ কৰি নিছে তাৰ জীৱনকাল শেষ হোৱাত সি এতিয়া মৃত্যুৰ দুৱাৰ মুখত উপস্থিত হৈছেহি।

২৭। হে কপিৰাজ, যি নিশাচৰে প্ৰবঞ্চনা কৰি বনৰ মাজৰ পৰা মোৰ প্ৰিয়তমাক হৰণ কৰি নিছে, মোৰ সেই শত্ৰু ক'ত আছে মোক কওক মই তাক এতিয়াই যমপুৰীলৈ পঠাওঁ।”

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ষষ্ঠ সৰ্গ সমাপ্ত ॥**

## সপ্তম সৰ্গ

## পৰস্পৰৰ সহায় প্ৰতিজ্ঞা কৰি ৰাম আৰু সুগ্ৰীৱৰ ভিতৰত মিত্ৰতা স্থাপন

১। শোকবিহ্বল ৰামে কপিপ্ৰৱৰ সুগ্ৰীৱক এইদৰে কোৱাত, তেওঁ অশ্ৰুপূৰ্ণ নেত্ৰে বাষ্পগদ্গদকণ্ঠে হাতযোৰ কৰি কবলৈ ধৰিলে।

২। “হে ৰাম, পাপমতি সেই ৰাক্ষসৰ গুপ্তবাস আৰু শৌৰ্য্য বীৰ্য্য অথবা কুবংশজাত তাৰ কুলপৰিচয়ৰ কথা মই একোকে ভালদৰে নাজানো।*

৩। তথাপি, হে অৰিন্দম আপুনি শোক পৰিত্যাগ কৰক, সত্যৰ নামত শপত কাঢ়ি কৈছোঁ মই এনেদৰে যত্ন কৰিম যাতে মৈথিলীক আপুনি পাব পাৰে।

৪। ৰাৱণক সবংশে বধ কৰি আপুনি যাতে নিজৰ পৌৰুষত্ব অনুভৱ কৰি অতি শীঘ্ৰে প্ৰীত হব পাৰে মই তাকে কৰিম।

---

* ভালদৰে নাজানো বোলোতে সুগ্ৰীৱে সঁচা কথাকে কৈছে। পিচত হনুমানক কওঁতে কৈছিল যে ৰাৱণ ৰাক্ষসৰ ৰজা আৰু সি লঙ্কাত থাকে। এইখিনি কথা সুগ্ৰীৱে জানে কিন্তু ৰাৱণৰ বিশেষ বিৱৰণ তেওঁৰ জনা নাই —এয়ে মূল কথা।

৫। আপুনি এইদৰে ব্যাকুল হোৱাৰ আৱশ্যকতা নাই, আপোনাৰ ভিতৰত যি ধৈৰ্য্যভাব নিহিত আছে তাক স্মৰণ কৰক, আপোনাৰ নিচিনা জনৰ পক্ষে বুদ্ধিৰ এনে লঘুতা শোভা নাপায়।

৬। গুৰুতৰ ভাৰ্য্যাবিৰহৰ দুখ ময়ো অনুভব কৰি আছোঁ। কিন্তু মই এনেদৰে শোকাভিভূত হোৱা নাই আৰু ধৈৰ্য্যও পৰিত্যাগ কৰা নাই।

৭। মই এজন সাধাৰণ বান্দৰ মাথোন, তথাপি মোৰ ভাৰ্য্যাৰ কাৰণে তেনেদৰে শোক কৰা নাই। আপুনি মহাত্মা আৰু সুশিক্ষিত, অধিক কি অতিশয় ধৈৰ্য্যশীল আৰু মহান।

৮। এতেকে যি চকুৰ লো বাগৰি পৰিব ধৰিছে তাক ধৈৰ্য্যতাৰে সৈতে সম্বৰণ কৰক। সত্বগুণ সম্পন্ন পুৰুষৰ মৰ্য্যাদাস্বৰূপ যি ধৈৰ্য্যগুণ আপুনি তাক পৰিত্যাগ নকৰিব।

৯। মহা বিপদ, অৰ্থাভাব অথবা প্ৰাণান্তকৰ ভয় উপস্থিত হলেও ধৃতিমান পুৰুষে নিজ বুদ্ধিবলে বিচাৰ কৰি চাই তেনেই অবসন্ন নহয়।

১০। যি মানুহে সকলো সময়তে বিকল হয়, সি মূৰ্খ, বোজা দিয়া নাৱে যিদৰে পানীত ডুব যায়, শোকতে অবশ হৈ সিও নিমগ্ন হয়।

১১। হে ৰাম, মই হাতযোৰ কৰি কাবৌ কৰিছোঁ, আপুনি প্ৰসন্ন হওক, পুৰুষত্বক আশ্ৰয় কৰি শোকক লাই নিদিব।

১২। যি মানুহ শোকৰ অনুগামী হয়, তাৰ সুখ নাই আৰু তাৰ তেজৰো হ্ৰাস হয়, এতেকে আপুনি শোক নকৰিব।

১৩। হে ৰাজেন্দ্ৰ, শোকাভিভূত মানুহৰ জীৱন সংশয়াপন্ন হয়। এনেবিধৰ শোক পৰিত্যাগ কৰি আপুনি অকল ধৈৰ্য্যকেহে আশ্ৰয় কৰক।

১৪। মই বয়স্য হিচাপেহে আপোনাক এই হিতবচন কৈছোঁ, উপদেশ দিবলৈ নহয়। আপোনাৰ লগত মোৰ যি বয়স্যভাব তালৈ আস্থা ৰাখি আপুনি শোক নকৰিব।"

১৫। মধুৰবাক্যে সুগ্ৰীবে ৰাঘবক এইদৰে সান্ত্বনা দিলত তেওঁ কাপোৰৰ আঁচলৰে চকুৰলোৰে তিতা মুখমণ্ডল মচি ললে।

১৬। সুগ্ৰীবৰ কথামতে প্ৰভু কাকুৎস্থকুলমণি ৰামচন্দ্ৰই প্ৰকৃতিস্থ হৈ সুগ্ৰীবক আকোৱালি ধৰি কবলৈ ধৰিলে।

১৭। "হে সুগ্ৰীৱ, স্নেহপূৰ্ণ হিতকৰ বয়স্যই যি কৰিব পাৰে তাৰ অনুৰূপ আৰু উপযুক্ত কাম আপুনি সম্পন্ন কৰিছে।

১৮। "হে সখা, আপোনাৰ অনুনয়পূৰ্ব্বক বাক্যাৱলীৰ দ্বাৰা মই এতিয়া প্ৰকৃতিস্থ হৈছোঁ, এনে এজন বন্ধু বিশেষকৈ এই কালত অতি দুৰ্ল্লভ।

১৯। কিন্তু আপুনি মৈথিলীক বিচাৰি উলিয়াবলৈ আৰু লগতে ৰুদ্ৰমূৰ্ত্তি দুৰাত্মা সেই ৰাৱণৰ ধ্বংস সাধিবলৈ যত্নপৰ হব লাগিব।

২০। আনপক্ষে আপোনাৰ কাৰণে বিশ্বস্ত চিত্তে মোৰ কি কৰিব লগীয়া আছে তাকো কওঁক, বৰ্ষাকালত সুক্ষেত্ৰত যিদৰে সকলো ফলবান হয়, আপোনাৰো সকলো কাম সেইদৰে সফল হব।

২১। মই অভিমানপূৰ্ব্বক যি কথা আপোনাক কলোঁ ( বালীক বধ কৰিম বুলি ) হে কপিশাৰ্দ্দুল, সেই কথা যথাৰ্থতে কোৱা বুলি ধৰি লব।

২২। মই আগতে কোনোদিনে মিছা কথা কোৱা নাই আৰু ভৱিষ্যতেও নকম, মই অঙ্গীকাৰ কৰি এই কথা কৈছোঁ আৰু সত্যক আগত ৰাখি শপত খালোঁ।"

২৩। এই কথা শুনি আৰু বিশেষকৈ ৰাঘৱে কৰা প্ৰতিজ্ঞাৰ কথা শুনি আন আন বান্দৰ মন্ত্ৰীবৰ্গে সৈতে সুগ্ৰীব হৰ্ষান্বিত হল।

২৪। তাৰ পিচত এইদৰে ঐকান্তিক ভাবে নৰ আৰু বান্দৰ উভয়ে সখ্যভাবত আবদ্ধ হৈ পৰস্পৰে পৰস্পৰৰ সুখ দুখৰ কথাবতৰা হব ধৰিলে।

২৫। ৰাজৰাজেশ্বৰ মহানুভাব ৰামৰ এই কথা শুনি বান্দৰবীৰাগ্ৰগণ্য বিদ্বান সুগ্ৰীবে মনে মনে তেওঁৰ কাৰ্য্য সুসম্পন্ন হোৱা বুলি ধৰি ললে।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত সপ্তম সৰ্গ সমাপ্ত ॥

# অষ্টম সৰ্গ

## বালীৰ লগত শক্ৰতাৰ কাৰণ বিষয়ে প্ৰশ্ন

১। ৰামে পৰম সন্তুষ্ট চিত্তে এইদৰে কোৱাত সুগ্ৰীবে মনত বৰ আনন্দ পালে। তেতিয়া তেওঁ লক্ষ্মণাগ্ৰজ বীৰ ৰামচন্দ্ৰক এইদৰে কবলৈ ধৰিলে।

২। "আপোনাৰ নিচিনা সৰ্ব্বগুণান্বিত এজনক মই মোৰ সখা হিচাপে পোৱাটো সকলোপ্ৰকাৰে দেৱতাসকলৰে অনুগ্ৰহৰ ফল বুলি ধৰিব লাগিব, তাত কোনো সংশয় নাই।

৩। হে প্ৰভু ৰাম, হে অনঘ, আপোনাৰ সহায়ত মই স্বৰ্গৰাজ্যও লাভ কৰিব পাৰোঁ স্বৰাজ্য লাভ কৰাটো কোনো কথাৰ কথাই নহয়।

৪। হে ৰাঘৱ, অগ্নিক সাক্ষী কৰি ৰঘুবংশৰ এজনক মিত্ৰৰূপে লাভ কৰি বৰ্ত্তমানে মই বন্ধু আৰু সুহৃদবৰ্গৰ ভিতৰত সন্মানৰ পাত্ৰ হৈছোঁ।

৫। আনপক্ষে মইও যে আপোনাৰ অনুৰূপ বয়স্য এই কথাটো আপুনি ধীৰে ধীৰে জানিব পাৰিব, মোৰ নিজগুণৰ কথা আপোনাৰ আগত নিজে প্ৰকাশ কৰিবলৈ অক্ষম।

৬। হে জিতেন্দ্ৰিয় প্ৰবৰ, ভবাদৃশ বিশুদ্ধাত্মা মহাত্মাসকলৰ অসীম ধৈৰ্য্য আৰু প্ৰীতিভাবো অচল।

৭। সাধুস্বভাবসম্পন্ন বয়স্যসকলে তেওঁলোকৰ পৰস্পৰৰ সোণ, ৰূপ অথবা সুন্দৰ অলঙ্কাৰাদিক পৃথক পৃথক ভাগ বুলি নধৰি এক অবিভক্ত সম্পত্তিৰ নিচিনা জ্ঞান কৰে।

৮। আঢ্যন্তেই হওক বা দৰিদ্ৰই হওক, সুখতেই থাকক বা দুখতেই থাকক দোষযুক্তযে হওক বা নির্দ্দোষেই হওক বন্ধুবেহে বন্ধুৰ পৰম পৰম গতি।

৯। তেওঁলোক দুযোজনৰ ভিতৰত স্নেহৰ বান্ধনি এনে বিধৰ হোৱাৰ গতিকে, হে অনঘ, বন্ধুব কাৰণে জগতত ধন সুখ আনকি শৰীৰত্যাগ পর্য্যন্ত কাহিনী প্ৰবর্ত্তি আছে।"

১০। প্ৰিয়দর্শন সুগ্ৰীবৰ এই কথা শুনি ৰামে প্ৰফুল্লবদনে ইন্দ্ৰসদৃশ ধীমান লক্ষ্মণক আগত ৰাখি কলে "সখা আপুনি যি কৈছে কথাটো প্ৰকৃততে তেনে।"

১১। পিচ দিনা ৰাম আৰু মহাবলশালী লক্ষ্মণক মাটিতে থকা দেখি সুগ্ৰীবে সতৃষ্ণনয়নে বনৰ চাৰিওফালে চকুফুৰাই চাবলৈ ধৰিলে।

১২। তাৰ পিচত বান্দৰৰাজে ওচৰতে অলপ পাত আৰু ফুলভৰে জকমক কৰি থকা ভ্ৰমৰগণে সুশোভিত এ ডাল শালগছ দেখা পালে।

১৩। সেই গছডালৰ বেচি ঠাল থকা এটা ঠাল ভাঙি আনি ৰামৰ ওচৰত পাতি লৈ ৰামে সৈতে তেওঁ তাত বহি পৰিল।

১৪। তেওঁলোক দুজনক এইদৰে বহিলোবা দেখি হনুমানে আন এডাল শালগছৰ ঠাল ভঙি আনি বিনীত ভাবে লক্ষ্মণক তাত বহিব দিলে।

১৫—১৬। সালপুষ্পেপৰিপূর্ণ শ্ৰেষ্ঠ সেই পৰ্ব্বত প্ৰদেশত প্ৰশান্ত সমুদ্ৰসদৃশ ৰামচন্দ্ৰ সুখে উপবিষ্ট হোৱাৰ পিচত সুগ্ৰীবে আনন্দতে অধীৰ হৈ স্নেহভৰে ধীৰ আৰু মধুৰ বাক্যে ৰামক কবলৈ ধৰিলে।

১৭। "ৰাম, মই ভ্ৰাতাৰ দ্বাৰা বিতাড়িত হৈ ভাৰ্য্যাক হেৰুৱাই ভয়ব্যাকুল চিত্তে মনৰ দুখতে এই ঋষ্যমুক পৰ্ব্বতত বিচৰণ কৰি আছোঁ।

১৮। এইদৰে মোৰ ভ্ৰাতা বালীৰ দ্বাৰা বহিস্কৃত হোবাত তেওঁৰ লগত বৈৰভাব স্থাপন হয় আৰু সেই কাৰণে সন্তপ্ত হৈ উদ্‌ভ্ৰান্তচিত্তে, ভয়তে মগ্ন হৈ আছোঁ।

১৯। হে সৰ্ব্বলোকাভয়পদ ৰাম, বালীৰ পৰা ভীত হৈ বৰ্ত্তমানে মই অনাথবৎ। প্ৰসন্ন হৈ আপুনি মোৰ প্ৰতি অনুগ্ৰহ কৰক।"

২০। সুগ্ৰীবে এইদৰে কোবাত তেজস্বী ধৰ্ম্মবৎসল কাকুস্থ ৰামে হাঁহি এটা মাৰিহে যেন সুগ্ৰীবক কবলৈ ধৰিলে,

২১। "হে সখা, উপকাৰৰ ফলস্বৰূপ মিত্ৰতা আৰু সেইদৰে অপকাৰৰ লক্ষণ শত্ৰুতা। আপোনাৰ ভাৰ্য্যাপহাৰীক মই আজিযেই বধ কৰিম।

২২। হে মহাভাগ, পাখীলগোৱা উগ্ৰতেজস্বী সুবর্ণবিভূষিত এই শৰসমূহ কাৰ্ত্তিকেয়ৰ বনত উৎপন্ন।

২৩। এই শৰসমূহ কঙ্কপত্ৰেৰে আচ্ছাদিত আৰু ইন্দ্ৰৰ বজ্ৰসদৃশ, সুন্দৰ পাবযুক্ত, ইইঁতৰ অগ্ৰভাগ অতি তীক্ষ্ণ আৰু ইইঁত ৰোষপূর্ণ সৰ্পসদৃশ।

২৪। বালীনামে আপোনাৰ যিজন ভ্ৰাতা আছে, তেওঁ আপোনাৰ শত্ৰু আৰু দ্ৰোহাচাৰী, মোৰ এই শৰসমূহৰ দ্বাৰা পৰ্ব্বত সদৃশ তেওঁক নিহত হোৱা আপুনি চাই থাকক।"

২৫-২৬। ৰাঘৱৰ কথা শুনি বান্দৰসৈন্যবাহিনীপতি সুগ্ৰীৱে অতুল আনন্দ লাভ কৰিলে আৰু 'সাধু' 'সাধু' বুলি তেওঁৰ বাক্য শলাগি কবলৈ ধৰিলে "ৰাম, শোকাভিভূত সকলৰ আপুনি গতি, মই শোকাৰ্ত্ত আৰু আপোনাৰ সখা সেয়েহে আপোনাৰ ওচৰত মোৰ এই কাকুতি।

২৭। আপুনি হাত আগবঢ়াই যি অগ্নিক সাক্ষী কৰি মোক বয়স্য হিচাপে গ্ৰহণ কৰিছে, মই সত্যৰ নামত শপত লৈ কৈছোঁ যে মোৰ জীৱনতকৈ আপুনি অধিক গৰীয়ান।

২৮। আপোনাক বয়স্য বুলি মানি লৈ বিশ্বস্তসূত্ৰে মই সকলো কথা আপোনাক কৈছোঁ, মোৰ অন্তৰৰ এই একমাত্ৰ দুখ আৰু সেযে সদায় মোৰ মন ক্ষুন্ন কৰি থৈছে।"

২৯। অশ্ৰুপূৰ্ণ নেত্ৰে এইমাত্ৰ কৈ, সুগ্ৰীৱৰ কণ্ঠ ৰোধ হোৱাত ইয়াতকৈ অধিক আৰু একো কব নোৱাৰিলে।

৩০—৩১। তাৰ পিচত নদীৰ ঢলৰ নিচিনা উথলি অহা চকুৰ লো ৰামৰ ওচৰত ধৈৰ্য্যৰ সৈতে ধাৰণ কৰি তেওঁৰ সুন্দৰ চকুদুটি মচিলনে আৰু দীঘলকৈ হুমুনিয়াহ কাঢ়ি তেজস্বী সুগ্ৰীৱে পুনঃ ৰামক কবলৈ ধৰিলে।

৩২। "ৰাম, প্ৰথমতে বালীযে মোক মোৰ নিজৰাজ্যৰ অধিকাৰৰ পৰা বঞ্চিত কৰি তেওঁৰ বলাধিক্য হেতু নানান কটু কথা শুনাই মোক ভৎ‍সনা কৰে।

৩৩। মোৰ প্ৰাণত কৈ প্ৰিয়া ভাৰ্য্যাক অপহৰণ কৰে আৰু মোৰ যিসকল বন্ধুবান্ধৱ আছিল তেওঁলোকক বন্ধনত ৰাখি অৱৰোধ কৰে।

৩৪। হে ৰাঘৱ, সেই দুৰাত্মাই মোক বধ কৰিবলৈ সদায় যত্নপৰ হৈ থাকে। তেওঁ মোক বধ কৰিবলৈ পঠিওৱা বহুত বান্দৰ মই বধ কৰিলোঁ।

৩৫। এই আশঙ্কা কৰিহে, হে ৰাঘৱ, আপোনাক দেখি ভয়তে আপোনাৰ ওচৰ চপা নাছিলোঁ, ভয়ৰ কাৰণ উপস্থিত হলে প্ৰাণীগণে সকলোফালৰ পৰা কেবল ভয়কেহে পায়।

৩৬। ৰাম, কেবল হনুমান প্ৰমুখ এই কেইজনেই মোৰ সহায়, এই কাৰণেই এনে বিপন্ন হৈও মই প্ৰাণ ধাৰণ কৰি আছোঁ।

৩৭। মোৰ অতি চেনেহৰ এই বান্দৰ কেইজনে মোক সকলো ফালৰ পৰা ৰক্ষা কৰি আছে, মই গন্তব্যস্থানলৈ গলে তেওঁলোক লগে লগে যায় আৰু মই য'তে থাকোঁ তেওঁ-লোকো তাতে থাকে।

৩৮। ৰাম, সংক্ষেপতে মোৰ বিৱৰণ এয়ে, ইযাতকৈ অধিক জনাই আৰু কি লাভ? বিখ্যাত বীৰ্য্যশালী মোৰ জ্যেষ্ঠ ভ্ৰাতা বালীয়েই মোৰ একমাত্ৰ শত্ৰু।

৩৯। বৰ্ত্তমানে মই অনন্যোপায় হোৱাত মোৰ অনুমান হৈছে তেওঁৰ বিনাশ হলেই মোৰ সকলো দুখৰ ওৰ পাৰিব: মোৰ সুখ আৰু জীৱন তেওঁৰ বধৰ লগত সংশ্লিষ্ট।

৪০। ৰাম, মোৰ শোকৰ এইয়ে কাহিনী; শোকাভিভূত হৈ আপোনাক নিবেদন কৰিলোঁ। সুখ দুখ সকলো অৱস্থাতে বন্ধুৱেই বন্ধুৰ গতি।"

৪১। সুগ্ৰীৱৰ এই কথা শুনি ৰামে তেওঁক কলে, "এই শত্ৰুভাব হোৱাৰ কাৰণ কি তাৰ মুল কথাটো শুনিবলৈ মোৰ ইচ্ছা হৈছে

৪২। হে কপিপ্ৰবৰ, আপোনাৰ বৈৰীভাবৰ কাৰণ শুনাৰ পিচত আপোনালোক উভয়ৰে বলাবল নিৰূপণ কৰি আপোনাৰ সুখৰ কাৰণে কৰিব লগীয়া মোৰ যি হ'ব পাৰে তাক স্থিৰ কৰিম।

৪৩। আপোনাৰ অপমানৰ কথা শুনি বৰ্ষাকালৰ পানীৰ স্ৰোতৰ নিচিনা ভীষণ এক ক্ৰোধে মোৰ অন্তৰ কঁপাই তুলিছে।

৪৪। মোৰ ওপৰত বিশ্বাস ৰাখি আপুনি হৃষ্টচিত্তে মোক সকলো কথা জনাওক, ধনুত বাণ সংযোগ কৰি মই আপোনাৰ শত্ৰুক বিনাশ কৰিম।"

৪৫-৪৬। মহাত্মা কাকুৎস্থে এইদৰে কোৱাত সুগ্ৰীবে তেওঁৰ লগত থকা বান্দৰ চাৰিজনে সৈতে অসীম আনন্দ লাভ কৰিলে আৰু তাৰ পিচত তেওঁ প্ৰফুল্লবদনে লক্ষ্মণাগ্ৰজ ৰামক বৈৰভাবৰ সকলো কথা যথাযথভাবে কবলৈ আৰম্ভ কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত অষ্টম সৰ্গ সমাপ্ত ॥**

## নৱম সৰ্গ

## বালীৰ লগত শত্ৰুতাৰ কাৰণ বৰ্ণনা

১। বালী নামে শত্ৰুবিনাশক মোৰ জ্যেষ্ঠ ভ্ৰাতা আমাৰ পিতাৰ অতি স্নেহৰ আৰু আদিতে মোৰো সন্মানৰ পাত্ৰ আছিল।

২। পিতাৰ মৃত্যু হোৱাত মন্ত্ৰীবৰ্গৰ সকলোৱে মিলি বালীক জ্যেষ্ঠ বুলি সসন্মানে একমত হৈ বান্দৰৰ ৰাজ্যত তেওঁক ৰজা পাতিলে।

৩। তেওঁ আমালোকৰ পিতৃপিতামহসকলৰ সুবৃহৎ এই ৰাজ্য শাসন কৰি থকা কালৰ ভিতৰত মই সদায় প্ৰণতভাবে তেওঁৰ দাসৰ নিচিনাকৈ তেওঁৰ লগতে আছিলোঁ।

৪। দুন্দুভিৰ অগ্ৰজ ভ্ৰাতা মায়াবী নামে ময়দানৱৰ* তেজস্বী এটা পুত্ৰ আছিল, আদিতে স্ত্ৰীসংক্ৰান্ত ঘটনা লৈ মায়াবীৰ বালীৰে সৈতে ঘোৰ শত্ৰুতা হয়।

৫। এদিনাখন ৰাতি সকলো প্ৰাণী শুই পৰাত (অৰ্থাৎ মাজমান নিশাত) সেই মায়াবীয়ে কিষ্কিন্ধাৰ দ্বাৰদেশলৈ আহি উত্তেজিতভাবে গৰ্জ্জন কৰিবলৈ ধৰিলে আৰু ৰণলৈ বালীক আহ্বান কৰিলে।

---

* মূলত ময়দানৱৰ নাম উল্লেখ কৰা নাই। উত্তৰাকাণ্ডৰ বৰ্ণিত ঘটনাৰ লগত মিল ৰাখি মূলত লিখিত সুত শব্দে ময়দানৱক উদ্দেশ্য কৰিছে বুলি বুজিব লাগিব। মায়াবী দুন্দুভিৰ পূৰ্ব্বজ ভ্ৰাতাহে।

৬। শুই থকা কালৰ ভিতৰতে ভ্ৰাতা বালীয়ে মায়াবীৰ ভৈৰব গৰ্জ্জন শুনি সহিব নোবাৰি তুৰন্তে বাহিৰলৈ ওলাই আহিল।

৭। এইদৰে ক্ৰোধতে অধীৰ হৈ অসুৰশ্ৰেষ্ঠ সেই মায়াবীক বধ কৰিবলৈ ওলাই আহোঁতে তেওঁৰ তিৰোতাবৰ্গে আৰু প্ৰণত হৈ মযো তেওঁক বাধা দিওঁ।

৮। কিন্তু মহাবলশালী বালীয়ে কাৰো হকা বাধা নুশুনি ওলাই গল; ভ্ৰাতৃৰ প্ৰতি স্নেহবশতঃ মইযো তেওঁৰ লগত ওলাই গলোঁ।

৯। তেতিয়া অসুৰে মোৰ ভ্ৰাতাক আৰু অলপ দূৰত মোকো থকা দেখি ভয়তে সন্ত্ৰস্ত হৈ ভীষণ দৌৰ দিলে।

১০। তাক এইদৰে ভীত হৈ দৌৰা দেখি আমিও তাৰ পিচে পিচে আৰু অধিক বেগে দৌৰিব ধৰিলোঁ। সেই সময়ত চন্দ্ৰ উদিত হৈছিল গুণে বাটটো ভালদৰে দেখা গৈছিল।

১১। আমাক পিচে পিচে লাগি থকা দেখি অসুৰে তৃণেৰে আবৃত পৃথিবীৰ দুৰ্গম এটা গাঁতত প্ৰবেশ কৰিলে।

১২। শত্ৰু এইদৰে গাঁতত সোমাই যোৱা দেখি বালীৰ খং উঠিল, তেওঁৰ ইন্দ্ৰিয়গ্ৰাম ক্ষুব্ধ হল। তেওঁ মোক কলে :—

১৩। 'সুগ্ৰীব মই গাঁতত প্ৰবেশ কৰি যুদ্ধত শত্ৰুক বধ কৰি ওলাই নাহো মানে তুমি অতি সাবধানে এই গাঁতৰ মুখত থাকা।'

১৪। শত্ৰু-সন্তাপক তেওঁৰ এই কথা শুনি মইও তেওঁৰ লগত যাবলৈ ওলালোঁ, কিন্তু তেওঁ মোক তেওঁৰ শ্ৰীচৰণৰ শপথ দি অকলে গাঁতত সোমাই গল।

১৫। তেওঁ গাঁতত এইদৰে সোমাই থাকোঁতে এবছৰো অধিক কাল অতিবাহিত হল। আৰু মইও এই কালটো গাঁতৰ মুখতে থাকিলোঁ।

১৬। তেতিয়া মোৰ ভ্ৰাতা বিনষ্ট হোৱা জানি, ভ্ৰাতাক আৰু দেখা নাপাম এই ভাবতে মোৰ চিত্ত ব্যাকুল হৈ উঠিল আৰু ভ্ৰাতা নিহত হল বুলি মনত শঙ্কা উপস্থিত হল।

১৭। তাৰ পিচত বহুত কাল উকলি যোৱাত ফেনযুক্ত ৰক্ত গাঁতৰ পৰা ওলাই অহা দেখা পালোঁ। তেতিয়া মোৰ মনত আৰু অধিক শোকৰ ভাব উপজিল।

১৮। লগে লগে অসুৰবোৰৰ চিঞৰো কাণত পৰিল, কিন্তু সংগ্ৰামৰত অগ্ৰজ ভ্ৰাতাৰ চীৎকাৰ মোৰ কাণত নপৰিল।

১৯—২০। এই সকলো চিহ্ন দেখি ভ্ৰাতা নিহত হোৱা বুলি মোৰ মনত খেলালে; তেতিয়া হে সখা, পৰ্ব্বতাকাৰ শিলাখণ্ডৰ দ্বাৰা গাঁতৰ মুখখন ঢাকি থৈ, শোকাভিভূত হৈ তেওঁৰ তৰ্পণ-কাৰ্য্য শেষ কৰি কিষ্কিন্ধালৈ উভতি আহিলোঁ। বালী নিহত হৈছে এই আচল কথাটো গোপন কৰিলেও মন্ত্ৰীসকলে তাৰ গম পালে।

২১-২৪। তেতিয়া তেওঁলোক সকলোৱে মিলিত হৈ মোৰ ওচৰলৈ আহি মোক ৰাজ্যত অভিষিক্ত কৰিলে। হে ৰাঘব, মই এইদৰে ন্যায়মতে ৰাজ্য শাসন কৰি থাকোঁতে কপিপ্ৰবৰ

বালীয়ে দানব শত্ৰুক বধ কৰি উভতি আহিল। মোক ৰাজ্যত অভিষিক্ত হোৱা দেখি ক্ৰোধতে তেওঁৰ চকু ৰঙা পৰি উঠিল আৰু মোৰ মন্ত্ৰীবৰ্গক অবৰোধ কৰি নানাপ্ৰকাৰ কটুবাক্যে তেওঁলোকক তিৰস্কাৰ কৰিলে। সেই সময়ত মোৰ তেওঁক প্ৰতিৰোধ কৰিব পৰা শক্তি থকাতো জ্যেষ্ঠ ভ্ৰাতাৰ প্ৰতি সম্মান দেখুৱাই মই তেনে পাপ ভাবক মনত স্থান নিদিলোঁ। তেতিয়া মোৰ ভ্ৰাতাই তেওঁৰ শত্ৰুবৰ্গক বধ কৰি নগৰৰ ভিতৰত প্ৰবেশ কৰিলে।

২৫। তাৰ পিচত মহাত্মা অগ্ৰজক যথাযথভাৱে সম্মান দেখুৱাই প্ৰাম জনোৱাতো তেওঁ প্ৰফুল্লচিত্তে আশীৰ্ব্বাদ নকৰিলে।

২৬। মই মোৰ মুকুটেৰে তেওঁৰ চৰণ স্পৰ্শ কৰি সেৱা জনালোঁ তথাপি তেওঁ মোৰ প্ৰতি ক্ৰুদ্ধ হৈয়ে থাকিল, প্ৰসন্ন নহল।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত নৱম সৰ্গ সমাপ্ত ॥**

## দশম সৰ্গ

## বালীৰ দ্বাৰা সুগ্ৰীৱ বিতাৰিত হোৱা বৰ্ণনা
## সুগ্ৰীৱে কবলৈ ধৰিলে

১। তাৰ পিচত সকলোৰে হিতকামনা কৰি ক্ৰোধতে পৰিপূৰ্ণ ক্ষুব্ধচিত্ত ভ্ৰাতাৰ ওচৰলৈ গৈ তেওঁক প্ৰসন্ন কৰিবলৈ মই কবলৈ ধৰিলোঁ,

২। "হে ভ্ৰাত. ভাগ্যগুণে আপুনি শত্ৰুক বধ কৰি কুশলে উভতি আহিছে। হে নাথনন্দন আপুনি মোৰ নিচিনা নাথহীনজনৰ একমাত্ৰ নাথ।

৩। পূৰ্ণচন্দ্ৰসদৃশ উজ্জ্বল বহু শলাকাযুক্ত এই ছত্ৰ আৰু চোৰ্বৰ যাক ইমানদিনে মই ধাৰণ কৰি আছিলোঁ আপুনি তাক গ্ৰহণ কৰক।

৪। হে নৃপ, ভয়াৰ্ত্তচিত্তে মই এবছৰকাল সেই গাঁতৰ মুখত বৈ আছিলোঁ। গাঁতৰ মুখত ভিতৰৰ পৰা ওলাই অহা তেজ দেখা পাই মোৰ অন্তৰ শোকতে অভিভূত হল।

৫। তেতিয়া ব্যাকুল হৈ পৰ্ব্বতৰ শৃঙ্গ এটা আনি গাঁতৰ মুখ বন্ধ কৰি থলোঁ।

৬। তাৰ পিচত সেই ঠাই এৰি আহি মই কিষ্কিন্ধাত প্ৰবেশ কৰোঁ, পুৰজন আৰু মন্ত্ৰীবৰ্গে মোক বিষন্নবদন দেখি মোক ৰাজ্যত অভিষিক্ত কৰিলে,

৭। কিন্তু মই ইচ্ছা কৰি অভিষিক্ত হোৱা নাই, এতেকে আপুনি মোক ক্ষমা কৰিব। আপুনিহে ইয়াৰ মাননীয় ৰজা, মই আগতে যি আছিলোঁ (অৰ্থাৎ দাস) এতিয়াও সেয়ে।

৮। আপুনি নথকাৰ কাৰণে ৰাজ্য ৰজাবিহীন হোৱাত মন্ত্ৰীবৰ্গৰ নিৰ্দ্দেশ*মতে মই ৰজা হও, অমাত্য আৰু পৌৰগণে সৈতে এই ৰাজ্য নিষ্কণ্টক হৈ মোৰ ওপৰত ন্যস্ত হৈ আছিল মাত্ৰ।

৯। এতিয়া মই তাক আপোনাত সমৰ্পণ কৰিলোঁ। হে সৌম্য, হে শত্ৰুনিসূদন আপুনি ক্ৰোধ নকৰিব।

১০। হে ৰাজন, মই বদ্ধাঞ্জলি হৈ মুৰ পাতি আপোনাত শৰণ মাগিছোঁ। মন্ত্ৰী আৰু পুৰবাসীগণে বলপূৰ্ব্বক মোক ৰাজপদত অধিষ্ঠিত কৰিছে, যাতে ৰজা নথকাৰ কাৰণে দেশ শূন্য বুলি আন জয়কাঙ্ক্ষী বীৰে ইযাক জয় কৰিব নোৱাৰে'।"

১১। মই স্নেহপূৰ্ণভাবে এইদৰে কোৱাতো কপি প্ৰবৰে মোক ভৰ্ৎসনা কৰিলে আৰু ধিক্! ধিক্ বুলি তেনে বহু কথা কলে।

১২। শেহত তেওঁ প্ৰজা আৰু মাননীয মন্ত্ৰীবৰ্গক মাতি আনি সুহৃদসকলৰ আগতে অতি গৰ্হিত বাক্যে গালি শপনি দি কলে,

১৩। "আপোনাসকলে জানে যে ৰাতিৰ কালত মহা অসুৰ মাযাবীয়ে ক্ৰুদ্ধ হৈ মোৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা কৰি মোক আহ্বান কৰে।

১৪। তাৰ সেই আহ্বান শুনি মই ৰাজপ্ৰাসাদৰ পৰা ওলাই যাওঁ।

১৫। মোৰ এই নিষ্ঠুৰ ভ্ৰাতাও লৰা-লৰিকৈ মোৰ পিচে পিচে গমন কৰে। এনে অবস্থাত মহাবলী সেই অসুৰে ৰাত্ৰিকালত, লগত আন এজনে সৈতে মোক দেখি দৌৰ দিলে, খেদি গৈ আমি ওচৰচপা দেখি প্ৰকাণ্ড এটা গাঁতৰ ভিতৰত সোমাল।

১৭। অসুৰক, ভীষণ অতি বৃহৎ সেই গাঁতৰ ভিতৰত সোমোৱা দেখি মোৰ কদাকাৰ ক্ৰবমতি এই ভ্ৰাতাক কলোঁ।

১৮। এই অসুৰক বধ নকৰাকৈ এই ঠাইৰ পৰা নগৰীলৈ উভতি যোৱাৰ মোৰ ইচ্ছা নাই। এতেকে মই ইয়াক বধ নকৰো মানে তুমি এই গাঁতৰ মুখত ৰৈ থাকা।

১৯। তাক তাতে থকা জানি মই দুৰ্গম সেই গাঁতত প্ৰবেশ কৰোঁ। আৰু গাঁতৰ ভিতৰত সেই অসুৰক বিচাৰি ফুৰোতে মোৰ এবছৰকাল গল।

২০। অৱশেহত বহুত কষ্ট কৰি ভয়ঙ্কৰ সেই শত্ৰুক মই লগ পাওঁ আৰু জ্ঞাতিবৰ্গে সৈতে তাক বধ কৰোঁ।

২১। নিহত হৈ মাটিত পৰি চীৎকাৰ কৰোতে তাৰ মুখেদি যি তেজ বাহিৰ হল তাৰে গাঁতৰ মুখ ভৰিপৰাত ওলাই অহাটো টান হৈ পৰিল।

২২। পৰাক্ৰমশালী সেই শত্ৰুক নিপাত কৰি মনৰ সুখতে ওলাই আহিবলৈ ইচ্ছা কৰি দেখোঁ যে গাঁতৰ মুখ বন্ধ; ওলোৱাৰ পথ নাই।

২২। তেতিয়া মই সুগ্ৰীব সুগ্ৰীব বুলি বাৰ বাৰ চিঞৰাতো কোনো উত্তৰ নাপাই মোৰ মনত বৰ বেজাৰ লাগিল।

* ৰজা নাথাকিলে ৰাজ্যত বহুত বিপদ হয় আৰু শত্ৰুৱেও ছল পায়। এই কাৰণে সেই সময়ত ৰাজ্য কণ্টকপূৰ্ণ।

২৪। যি হওক বহুবাৰ ভৰিৰে প্ৰহাৰ কৰাৰ পিচত সেই শিলটো ওফৰি গল আৰু তেতিয়াহে মই ওলাই আহি বাট লৈ এই পুৰীলৈ আহিব পাৰিলোঁ।

২৫। তাৰ নিজৰ কাৰণে ৰাজপদ ইচ্ছা কৰি নিষ্ঠুৰ এই সুগ্ৰীবে ভ্ৰাতৃস্নেহ পাহৰি মোক তাত আবদ্ধ কৰি থয়।"

২৬। এই বুলি কৈ কপিবৰ বালীযে কোনো প্ৰকাৰৰ সঙ্কোচবোধ নকৰাকৈ গাত এখনমাত্ৰ কাপোৰে সৈতে মোক নিৰ্ব্বাসিত কৰিলে।

২৭। হে ৰাঘৱ, এইদৰে বহিষ্কৃত হৈ ভাৰ্য্যাক হেৰুৱাই বালীৰ ভয়তে হাবি-বননি আৰু সমুদ্ৰে সৈতে সমগ্ৰ পৃথিবী পৰ্য্যটন কৰিলোঁ।

২৮। কোনো কাৰণবশত এই ঋষ্যমূক পৰ্ব্বতত বালীৰ প্ৰবেশ নিষিদ্ধ* হোৱাৰ কাৰণে ভাৰ্য্যাক হেৰুৱাই মনৰ দুখতে এই গিৰিবৰত বাস লৈছোহি।

২৯। হে ৰাঘৱ, মোৰ ঘোৰ শত্ৰুতাৰ কথা আপোনাক সকলো বিবৰি কলোঁ। চাওক, মই কোনো প্ৰকাৰৰ পাপ নকৰাকৈয়ে এই দুখ পাব লগা হৈছে।

৩০। ৰাম, আপুনি সকলো প্ৰাণীৰে ভয় দূৰ কৰোঁতা, বালীৰ ওপৰত শাস্তি বিধান কৰি প্ৰসন্ন হৈ মোক তেওঁৰ ভয়ৰ পৰা ৰক্ষা কৰক।"

৩১। সুগ্ৰীৱৰ দ্বাৰা এইদৰে উক্ত হৈ তেজস্বী, ধৰ্ম্মজ্ঞ ৰামে হাঁহি এটা মাৰি ধৰ্ম্মপূৰ্ণবাক্যে সুগ্ৰীৱক কবলৈ ধৰিলে,

৩২। "হে সখা, সূৰ্য্যসম দীপ্তিমান তীক্ষ্ণ মোৰ এই শৰসমূহ অব্যৰ্থ, মোৰ ক্ৰোধে পৰিপূৰ্ণ হৈ এই শৰসমূহ অচিৰে দুৰ্বৃত্ত সেই বালীৰ ওপৰত নিক্ষিপ্ত হব।

৩৩। আপুনি জানি থব যেতিয়ালৈ আপোনাৰ ভাৰ্য্যাপহাৰক পাপাত্মা দুশ্চৰিত্ৰ† মোৰ চকুত নপৰে তেতিয়ালৈকে মাত্ৰ সি জীৱিত আছে।"

৩৪-৩৫। মোৰ নিজৰ অনুমানৰ পৰা জানিব পাৰিছোঁ আপুনি মহাশোক সাগৰত নিমগ্ন, আপোনাক মই উদ্ধাৰ কৰিলেই আপুনি নিঃসন্দেহে আপোনাৰ ভাৰ্য্যা আৰু ৰাজ্য লাভ কৰিব।" ৰামৰ হৰ্ষ আৰু পুৰুষত্ববৰ্দ্ধক এই কথা শুনি, সুগ্ৰীৱ পৰম প্ৰীত হল আৰু গভীৰভাৱাপন্ন বাক্যে পুনঃ কবলৈ ধৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত দশম সৰ্গ সমাপ্ত ॥**

---

* মাতঙ্গ ঋষিৰ শাপত ঋষ্যমূক পৰ্ব্বতত বালীৰ প্ৰবেশ নিষেধ।

† ভ্ৰাতা জীৱিত থকা কালতেই ভ্ৰাতাৰ পত্নী আন এজন ভ্ৰাতাই গ্ৰহণ কৰাটো এটা পাপ আৰু দুশ্চৰিত্ৰৰ কথা।

# একাদশ সৰ্গ

## ঋষ্যমূক পৰ্ব্বতত বালীৰ প্ৰবেশ নিষেধ হোৱাৰ কাৰণ

১। ৰামৰ হৰ্ষ আৰু পুৰুষত্ববৰ্দ্ধক কথা শুনি সুগ্ৰীৱে তেওঁৰ কথাৰ প্ৰতি সন্মান দেখুৱাই তেওঁক প্ৰশংসা কৰি কবলৈ ধৰিলে, "এইটো নিশ্চয় যে আপুনি ক্ৰোধান্বিত হলে যুগান্ত কালৰ ভাস্কৰসম আপোনাৰ মৰ্ম্মভেদী তীক্ষ্ণ শৰসমূহৰ দ্বাৰা লোকসমূহকো দগ্ধ কৰিব পাৰে।

২। তথাপিতো বালীৰ পুৰুষত্ব, বলবীৰ্য্য আৰু ধৃতি যেনে হব পাৰে সেই বিষয়ে একাগ্ৰচিত্তে মোৰ পৰা শুনি লৈ তাৰ পিচত যেনে কৰা উচিত হব তেনে কৰক।

৩—৪। বালীয়ে প্ৰতিদিনে সূৰ্য্য উদিত হোৱাৰ আগতে ( অৰ্থাৎ ব্ৰাহ্মমুহূৰ্ত্তত ) শৰীৰৰ কোনো পৰিশ্ৰম নোহোৱাকৈ পশ্চিম সাগৰৰ পৰা পূব সাগৰলৈ আৰু সেইদৰে দক্ষিণ সাগৰৰ পৰা উত্তৰ সাগৰলৈ ( স্নানৰ অৰ্থে ) অহা যোৱা কৰি থাকে।

৫। তেওঁ পৰ্ব্বতৰ শিখৰ ভাগত আৰোহণ কৰি সদাই প্ৰকাণ্ড প্ৰকাণ্ড শৃঙ্গ সমূহ উভালি লৈ ওপৰলৈ দলিয়াই দি নিজ শক্তিবলে সেইবোৰ আকৌ হাতেৰে ধৰি লয়।

৬। হাবিৰ ভিতৰত নানাবিধ সাৰবান বৃক্ষ বলপূৰ্ব্বক হাতেৰে ভাঙি তেওঁৰ বল প্ৰকাশ কৰি থাকে

৭। এসময়ত দুন্দুভি নামে এক অসুৰ আছিল, সি মহাবীৰ্য্যশালী, তাৰ গাত হাজাৰ হাতীৰ বল, সি কৈলাশ শিখৰসদৃশ মহিষৰ ৰূপ ধাৰণ কৰি ফুৰিছিল।

৮। সেই দুৰাত্মা মহাকায় দুন্দুভি বৰদানৰ ফলত মুগ্ধ হৈ তাৰ বল অতিমাত্ৰাই বৃদ্ধি হোৱাত নদীসকলৰ অধিপতি সমুদ্ৰৰ ওচৰলৈ গল।

৯। উৰ্ম্মিমালাযুক্ত ৰত্নসমূহৰ আকৰ মহাসমুদ্ৰ অতিক্ৰম কৰি তেওঁক কলে "মোৰ লগত যুদ্ধ দিয়া।

১০। এই কথা শুনি হে ৰাজন, ধৰ্ম্মাত্মা মহাবলশালী সমুদ্ৰ ওলাই আহি কাল-প্ৰৰিত সেই অসুৰক কলে, "হে যুদ্ধবিশাৰদ তোমাৰ লগত যুদ্ধ কৰিবলৈ মই সমৰ্থ নহওঁ।

১১। কিন্তু যিজনে তোমাৰ লগত যুদ্ধ কৰিব পাৰিব তেওঁৰ কথা কওঁ শুনা।

১২। মহা অৰণ্যৰ ভিতৰত তপস্বীসকলৰ আশ্ৰয়স্থল শঙ্কৰৰ শহুৰ হিমবান নামে বিখ্যাত পৰ্ব্বতৰাজ বিদ্যমান আছে।

১৩। এই পৰ্ব্বতত বহুত বহুত ডাঙৰ জলৰ পুং, নিজৰা আৰু গুহা বৰ্ত্তমান। তেওঁৱেই যুদ্ধ বিষয়ত তোমাক অপাৰ আনন্দ দিব পাৰিব।'

১৩। তেতিয়া অসুৰশ্ৰেষ্ঠ দুন্দুভিয়ে সমুদ্ৰক ভীত হোৱা বুলি জানি ধনুনিঃসৃত তীৰ-বেগে হিমালয়ৰ বনপ্ৰদেশলৈ আহিল।

১৫। তালৈ আহি ঐৰাবতসদৃশ শ্বেত প্ৰস্তৰসমূহ পৃথিবীৰ ওপৰৰ ভূমিভাগলৈ নিক্ষেপ কৰি ভীষণ ৰবে গৰ্জ্জন কৰিবলৈ ধৰিলে।

১৬—১৭। তেতিয়া শুভ্ৰ মেঘসদৃশ সৌম্য মনোহৰ মূৰ্ত্তি হিমবানে নিজ শিখৰত থাকি কলে, "হে ধৰ্ম্মবৎসল দুন্দুভি, তুমি মিছাতে মোক দুখ নিদিবা, মই তপস্বীসকলৰ আশ্ৰয়স্থল মাত্ৰ, যুদ্ধবিদ্যাত পাৰ্গত নহওঁ।"

১৮। ধীমান গিৰিৰাজৰ এই কথা শুনি দুন্দুভিয়ে খঙতে চকু ৰঙা কৰি কব ধৰিলে।

১৯। "যদি তুমি প্ৰকৃততে যুদ্ধ কৰিবলৈ অসমৰ্থ, অথবা মোৰ ভয়তে যুদ্ধ কৰিবলৈ তোমাৰ প্ৰবৃত্তি নাই তেন্তে কোৱা যুদ্ধেচ্ছু মোৰ লগত কোনে যুঁজ কৰিব পাৰিব ?'

২০। বাক্যবিশাৰদ ধৰ্ম্মাত্মা হিমবানে দুন্দুভিৰ এই কথা শুনি ক্ৰোধতে অসুৰপ্ৰবৰক এনে এজনৰ নাম কলে যাৰ কথা আগেয়ে কোনোৱে কোৱা নাছিল।

২১। হিমবানে কলে "হে মহাপ্ৰাজ্ঞ, বালী নামে ইন্দ্ৰৰ প্ৰতাপবান এজন বান্দৰ পুত্ৰ আছে, শ্ৰীমান সেই বালী অতুল প্ৰভবান্বিত কিষ্কিন্ধাত বসতি কৰি আছে।

২২। তাহানি কালত বাসৱে ( ইন্দ্ৰ ) নমুচিৰ লগত যিদৰে যুদ্ধ কৰিছিল, মহাপ্ৰজ্ঞাবান যুদ্ধবিদ্যাবিশাৰদ তেৱেঁহে তোমাৰ লগত তেনেদৰে দ্বন্দ্বযুদ্ধ কৰিবলৈ সমৰ্থ হব।

২৩। যদি প্ৰকৃততে তুমি যুদ্ধ কৰিব বিচৰা তেন্তে অতি শীঘ্ৰে তুমি তেওঁৰ ওচৰলৈ যোৱাঁ, তেওঁ যুদ্ধবিষয়ত বীৰ আৰু আনৰ পৰাক্ৰম সহ্য কৰিব নোৱাৰা বিধৰ।"

২৪। হিমালয়ৰ এই কথা শুনি দুন্দুভি ক্ৰোধতে পৰিপূৰ্ণ হৈ বালীৰ নগৰী কিষ্কিন্ধা পুৰীলৈ গল।

২৫—২৬। বৰ্ষাকালত নভোমণ্ডলৰ জলপূৰ্ণ মহামেঘখণ্ডৰ নিচিনাকৈ তীক্ষ্ণ শৃঙ্গবিশিষ্ট মহিষৰ ভয়ঙ্কৰ ৰূপ লৈ মহাবলশালী দুন্দুভিয়ে কিষ্কিন্ধাৰ দ্বাৰদেশত উপস্থিত হল আৰু দুন্দুভিসদৃশ ৰবে মেদিনী কঁপাই গৰ্জ্জিবলৈ ধৰিলে।

২৭। ওচৰত থকা গছ গছনি ভাঙি চুৰমাৰ কৰিলে, খুৰেৰে পৃথিবী বিদীৰ্ণ কৰিলে, আৰু নিজ গৰ্ব্বতে হাতীয়ে দাঁতেৰে ভেদ কৰাৰ নিচিনাকৈ শিঙেৰে দ্বাৰদেশ ভেদ কৰিব ধৰিলে।

২৮। সেই সময়ত বালী অন্তঃপুৰত আছিল, শব্দ শুনি খঙতে জ্বলি উঠি নক্ষত্ৰাবৃত চন্দ্ৰৰ নিচিনা হৈ তেওঁৰ স্ত্ৰীবৰ্গে সৈতে ওলাই আহিল।

২৯। দুন্দুভিক দেখি সমগ্ৰ বনবিহাৰী বান্দৰগণৰ অধিপতি বালীয়ে অলপীয়া অথচ স্পষ্ট কথাৰে তাক কব ধৰিলে, "দুন্দুভি নগৰৰ দ্বাৰদেশ অবৰোধ কৰি তই চিঞঁৰি আছ কিয় ? তোক মোৰ জনা আছে, হে মহাবলশালী, পাৰ যদি তই তোৰ নিজৰ প্ৰাণ ৰক্ষা কৰ।"

৩০—৩২। ধীমান বান্দৰ ৰজাৰ এই কথা শুনি দুন্দুভিয়ে খঙতে চকুযুৰি ৰঙা কৰি কব ধৰিলে, "বীৰ, তিৰোতাক ওচৰত ৰাখি তই এইদৰে কথা কোৱাটো উচিত হোৱা নাই, প্ৰথমতে মোৰ লগত যুদ্ধ দে তেতিয়াহে তোৰ বলৰ পৰিমাণ বুজি পাম।

৩৩। অথবা আজিৰ ৰাতিটোৰ কাৰণে মই মোৰ ক্ৰোধ সম্বৰণ কৰিলোঁ, হে বান্দৰ উদয়কাল পৰ্য্যন্ত তোৰ নিজ ইচ্ছামতে সুখ উপভোগ কৰ।

৩৪। তই তোৰ বান্দৰবৰ্গক আলিঙ্গন কৰি যি প্ৰবোধবাক্য দিব লাগে দি উঠ; তই সকলো শাখামৃগ (বান্দৰ) কুলৰ ৰজা, এতেকে তোৰ সুহৃদ্‌জনৰ লগত মাত কথা দি আহ।

৩৫। কিষ্কিন্ধা ৰাজ্যখনো ভালদৰে চাই ল আৰু তোৰ সমান কোনো এজনক এই এই নগৰত স্থাপন কৰ আৰু স্ত্ৰীবৰ্গৰ লগত আজিৰ ৰাতিটোৰ কাৰণে যথা ইচ্ছা ক্ৰীড়া কৰ, মই তোৰ দৰ্প চূৰ্ণ কৰিম।

৩৬। যিজনে পানাসক্ত, অসাবধান, পলায়নকাৰী, নিৰস্ত্ৰ, কৃশ, অথবা তোৰ নিচিনা মদমুগ্ধ স্ত্ৰীসম্ভোগৰ কাৰণে মদোন্মত্ত অবস্থাত থকা জনক বধ কৰে, সি লোকসমাজত ভ্ৰূণ-হত্যা পাপত লিপ্ত হয।"

৩৭। দুন্দুভিৰ এই কথা শুনি বালীযে তাৰা প্ৰভৃতি স্ত্ৰীগণক বিদায দি ক্ৰোধপূৰ্ণ ভাবে হাঁহি এটা মাৰি লাহেকৈ অসুৰাধিপতিক কলে, "ৰে অসুৰ তই মোক মত্ত বুলি নাভাবিবি, যদিহে যুঁজলৈ তোৰ ভয নাই তেন্তে স্ত্ৰীসম্ভোগজনিত মোৰ যি মত্ততা যুদ্ধক্ষেত্ৰত তাকেই বীৰপান* বুলি জানিবি।"

৩৯। দুন্দুভিক এইদৰে কৈ বালীয়ে ক্ৰোধতে উদ্দীপ্ত হৈ তেওঁৰ পিতৃদেব মহেন্দ্ৰৰ দ্বাৰা প্ৰদত্ত সোণৰ মালাধাৰি ডিঙিত পিন্ধি লৈ যুঁজৰ কাৰণে সাজু হল।

৪০। পৰ্ব্বতসদৃশ দুন্দুভিক শিঙত ধৰি কপিকুঞ্জৰ বালীযে ভীষণ ভাবে গৰ্জ্জন কৰি তাক দূৰলৈ নিক্ষেপ কৰিলে।

৪১। এইদৰে বালীয়ে তাক নিপাতিত কৰি ভীষণ ভাবে গৰ্জ্জন কৰি উঠিল আৰু পৰি যোৱাৰ লগে লগে তাৰ কাণেদি ৰক্তৰ স্ৰাব বৱলৈ ধৰিলে।

৪২। উভযে ক্ৰোধতে উন্মত্ত আৰু পৰস্পৰে জয লাভ কৰিবলৈ ইচ্ছুক, গতিকে বালী আৰু দুন্দুভি দুযোৰো মাজত ঘোৰতৰ এখন সংগ্ৰাম আৰম্ভ হ'ল।

৪৩। ইন্দ্ৰতুল্য পৰাক্ৰমশীল বালীযে হাতৰ মুঠি, জানু, ভৰি, শিল আৰু গছৰ সহাযত যুদ্ধ কৰি অসুৰক আক্ৰমণ কৰিলে।

৪৪। এইদৰে অসুৰ আৰু বালী উভযে উভয়ক আক্ৰমণ কৰি থাকোতে অসুৰৰ বল ক্ৰমাৎ হ্ৰাস পাব ধৰিলে আৰু ইন্দ্ৰপুত্ৰ বালীৰ বল ক্ৰমে বাঢ়িব ধৰিলে।

৪৫। এনে অবস্থাত দুন্দুভিক ওপৰলৈ তুলি মাটিত আফাল মাৰি দিলে আৰু প্ৰাণান্তকৰ সেই যুঁজত তাক পিহি পেলালে।

৪৬। দুন্দুভি এইদৰে নিপাতিত হোৱাত তাৰ নাক মুখেদি বহুত ৰক্তপাত হব ধৰিলে আৰু শেষত মহাবাহু সেই অসুৰ মাটিত বাগৰি পৰি মৰি থাকিল।

---

* মূলত আছে বীৰপান অৰ্থাৎ যুদ্ধ হৈ যোৱাৰ পিছত অথবা যুদ্ধ হ'বৰ সময়ত বীৰসকলে কৰা মদ্যপান। "বীৰপানং তু যৎ পানং বৃত্তে ভাবিনি বা ৰণে" (অমৰ)

৪৭। তেতিয়া মহাবলশালী বালীয়ে হাত দুখনেৰে মৃত আৰু অচেতন সেই অসুৰক তুলি লৈ দ্ৰুত গতিতে এক যোজন দূৰলৈ দলিযাই পেলালে।

৪৮। এইদৰে ক্ষিপ্ৰতাৰে সৈতে দলিযাই দিয়াত বতাহৰ কোবতে তাৰ মুখৰপৰা ওলোৱা তেজৰ বিন্দুবোৰ মতঙ্গ ঋষিৰ আশ্ৰমত পৰিল গৈ।

৪৯। হে মহাভাগ, মুনিবৰে ৰক্তবিন্দুবোৰ এইদৰে তাত পৰি থকা দেখি ক্ৰুদ্ধ হৈ উঠি চিন্তা কৰিবলৈ ধৰিলে—কোন সেই দুৰাত্মা যি হঠাতে এইদৰে মোৰ গাত ৰক্তবিন্দু পেলাব পাৰে?

৫০। সি নিশ্চয় দুৰাত্মা, দুৰ্ব্বুদ্ধি, অজিতেন্দ্ৰিয আৰু মূৰ্খ।

৫১। এই বুলি কৈ মুনিশ্ৰেষ্ঠ সেই মতঙ্গ ঋষি বাহিৰলৈ ওলাই আহি পৰ্ব্বতাকাৰ হৈ মাটিত পৰি থকা মৃত সেই মহিষটো দেখা পালে।

৫২-৫৩। তপস্যাৰ বলত জানিব পাৰিলে যে এইটো এটা বান্দৰৰ কাম। তেতিযা যি বান্দৰে ইযাক নিক্ষেপ কৰিছিল তেওঁক অভিশাপ দি কলে—"যিজনে মোৰ আশ্ৰযত থকা বনভাগ তেজৰ দ্বাৰা দূষিত কৰিলে সি যেন এই আশ্ৰমত প্ৰবেশ নকৰে, প্ৰবেশ কৰা মাত্ৰেই তাৰ মৃত্যু সুনিশ্চিত।

৫৪। যিহেতু আসুৰী শৰীৰ এটা নিক্ষেপ কৰি এই আশ্ৰমৰ গছবোৰ ভাঙি দিলে, সেই কাৰণে মোৰ এই অভিশাপ যে সি যদি এই আশ্ৰমক কেন্দ্ৰ কৰি চাৰিওফালে থকা পূৰ্ণ এক যোজন ঠাইৰ ভিতৰত খোজ দিযে তেন্তে সেই দুৰ্ব্বুদ্ধি আৰু জীযাই থাকিব নোৱাৰিব।

৫৫। আৰু তাৰ যিসকল মন্ত্ৰী বা সহচৰ মোৰ এই বনক আশ্ৰয কৰি আছে সিহঁতেও যেন ইয়াত বাস নকৰি মোৰ এই অভিশাপৰ কথা শুনা মাত্ৰকে যথা ইচ্ছা আন ঠাইলৈ গুচি যায়।

৫৬—৫৭। তথাপিতো যদিহে মোৰ পুত্ৰবৎ পৰিৰক্ষিত এই বনৰ পাত, অঙ্কুৰ আৰু ফল মূল আদি বিনষ্ট কৰিবলৈ সিহঁত ইযাত থাকে তেতিযাহলে সিহঁতকো মই শাপ দিম।

৫৮। আজিৰ দিনক সীমা ধৰিযে মোৰ অভিশাপ প্ৰতিফলিত হোৱাৰ সময। কাইলৈ যি বান্দৰকে মই ইযাত দেখোঁ, সি বহু হাজাৰ বছৰলৈ শিল হৈয়ে থাকিব লাগিব।"

৫৯। তাত থকা বান্দৰখনে মুনিযে উক্তি কৰা এই কথা শুনি সেই বনৰ পৰা ওলাই গল।

৬০। সিহঁতক এইদৰে ওলাই যোৱা দেখি বালীয়ে কলে, "মতঙ্গবনবাসী তোমালোক সকলো ওলাই আহি মোৰ ওচৰ পালাহি কিয়? বনবাসী সকলোৰে মঙ্গলতো?"

৬১। এই কথা শুনি তেওঁলোকে স্বৰ্ণ মালাধাৰী বালীক তেওঁলৈ দিয়া অভিশাপ আৰু তাৰ কাৰণ সকলো বহলাই কলে।

৬২। বান্দৰসকলৰ মুখৰপৰা এই সকলো কথা শুনি, তেওঁ কৃতাঞ্জলিপুটে মহৰ্ষিৰ ওচৰলৈ আহি ক্ষমা ভিক্ষা খুজিলে।

৬৩-৬৪। মহৰ্ষিয়ে তেওঁৰ কথালৈ কাণ নিদি আশ্ৰমলৈ সোমাই গল। তেতিয়া বালীয়ে

শাপ প্ৰয়োগ হেতু অতিশয় বিহ্বল হৈ উঠিল। হে নৰেশ্বৰ, সেই সময়ৰপৰা শাপৰ ভয়তে ভীত হৈ বালীয়ে এই ঋষ্যমূক পৰ্ব্বতত প্ৰবেশ কৰিবলৈ অথবা এই পিনে চাবলৈ ইচ্ছা কৰা নাই।

৬৫। হে ৰাম, বালীয়ে ইয়াত প্ৰবেশ কৰিব নোৱাৰে বুলি জানি এই মহাবনত মোৰ মন্ত্ৰীবৰ্গে সৈতে মনৰ দুখ এৰি বিচৰণ কৰি আছোঁ।

৬৬। এইয়া চাওক, মদগৰ্ব্ববিবৰ্জ্জিত দুন্দুভিৰ গিৰিশৃঙ্গসদৃশ মহান অস্থিপিঞ্জৰ (শুকান শৰীৰ) ইয়াত পৰি আছে।

৬৭। আৰু এই সাত জোপা শালগছ শাখা সমন্বিতে ইয়াত আছে, বালীয়ে একেলগে গাৰ বলেৰে জোকাৰি আটাইকেই জপিকেই পত্ৰবিহীন কৰিবলৈ চেষ্টা কৰে।*

৬৮। ৰাম, বালীৰ অতুলনীয় বীৰ্য্যৰ কথা মই আপোনাক কলোঁ, এতেকে হে নৃপ আপুনি এই বালীক যুদ্ধত বধ কৰিব পাৰিব কেনেকৈ?

৬৯। সুগ্ৰীৱে এইদৰে কৈ থাকোতে লক্ষ্মণে হাঁহি এটি মাৰি কলে, "তেন্তে ৰামে কি কাম কৰিলে, বালীক বধ কৰিব পাৰিব বুলি আপোনাৰ বিশ্বাস হব?"

৭০। তেতিয়া সুগ্ৰীৱে কলে, পূৰ্ব্বতে বালীয়ে এই সাত জোপা শালগছ বহুবাৰ একেলগে বিদ্ধ কৰিছিল।

৭১। বৰ্ত্তমানে ৰামে যদি এপাত শৰেৰে এই গছসমূহৰ এডালো বিদ্ধ কৰিব পাৰে, তেতিয়াহলে ৰামৰ বিক্ৰম দেখি বালী হত হোৱা বুলি ধৰি লম।

৭২। আৰু হে লক্ষ্মণ, মৃত এই মহিষৰ অস্থিপিঞ্জৰ যদি নিজ শক্তিবলে এখন ভৰিৰে তুলি দুশ ধনু† দূৰলৈ নিক্ষেপ কৰিব পাৰে তেন্তে বালী নিহত হৈছে বুলি প্ৰত্যয় হব।"

৭৩। ৰক্তান্তলোচন সুগ্ৰীৱে ৰামক এইদৰে কৈ অলপ সময় চিন্তা কৰি থাকি কাকুৎস্থ ৰামক উদ্দেশ্য কৰি পুনঃ কব ধৰিলে।

৭৪। "হে ৰাম, বালী এজন বীৰ, শূৰমানী, তেওঁৰ বল আৰু পৌৰুষ প্ৰখ্যাত; বালী এজন ভীষণ বলবান বান্দৰ আৰু যুদ্ধত অপৰাজিত।

৭৫-৭৭। তেওঁৰ কাৰ্য্যকলাপ দেৱতাসকলৰ পক্ষেও দুষ্কৰ যেন দেখা যায়। এই সকলো কথা চিন্তা কৰি সন্ত্ৰস্ত হৈ মই ঋষ্যমূক পৰ্ব্বতত আশ্ৰয় লৈছোঁ। বান্দৰেন্দ্ৰ বালী অজেয় অধৃষ্য আৰু অসহনশীল, এই সকলো কথা ভাবি চিন্তিয়ে মই উদ্বিগ্ন হৈ শঙ্কিতচিত্তে হনুমান প্ৰমুখ মোৰ অনুৰক্ত প্ৰধান অমাত্যবৰ্গে সৈতে ঋষ্যমূক পৰ্ব্বতৰ এই মহাবনত বিচৰণ কৰি আছোঁ।

৭৮। হে মিত্ৰবৎসল, আপোনাৰ নিচিনা প্ৰশংসনীয় উত্তম মিত্ৰ এজনক পাই পৰ্ব্বতশ্ৰেষ্ঠ হিমবান সদৃশ আপোনাৰ আশ্ৰয় লৈছোঁ।

---

* ৰতাহেও এইদৰে জোকাৰি কেঁচা পাতবোৰ পেলাই গছক পত্ৰবিহীন কৰিব নোৱাৰে। গতিকে বালীৰ শক্তি ৰতাহতকৈও বেচি।

† চাৰি হাতত এক ধনু; দুশ ধনু অৰ্থে ৮০০ হাত।

৭৯। কিন্তু হে ৰাঘৱ, মোৰ বলশালী দুৰ্ভ্ৰাতা বালীৰ বলৰ বিষয়ে মোৰ জনা আছে, যুদ্ধত আপোনাৰ পৰাক্ৰম কেনে তাক মই চকুৰে দেখা নাই।

৮০। হে বীৰ, মই ইয়াৰ দ্বাৰা আপোনাক তেওঁৰ লগত তুলনা কৰিব বিচৰা নাই অথবা আপোনাৰ অৱমাননাও কৰা নাই অথবা আপোনাক ভয় খুৱাও বুলিও ভবা নাই; কেবল তেওঁৰ ভয়ঙ্কৰ কাৰ্য্যসমূহম দ্বাৰা ভীত হৈহে মই এইদৰে কাতৰ হৈ আছোঁ।

৮১। হে ৰাঘৱ, আপুনি বালীক বধ কৰিব বুলি যি কথা দিছে সেয়ে যথেষ্ট, আপোনাৰ ধৈৰ্য্য, আকৃতি আৰু অত্যুৎকৃষ্ট তেজৰ প্ৰভাবেই ভস্মচ্ছাদিত বহ্নিসদৃশ আপোনাক প্ৰকাশ কৰিছে।"

৮২। মহাত্মা সুগ্ৰীৱৰ এই কথা শুনি ৰামে মিচিকিয়াই হাঁহি এটা মাৰি তেওঁক উত্তৰ দিলে।

৮৩। "হে কপিবৰ, যদিহে আমাৰ বিক্ৰম সম্বন্ধে আপনাৰ বিশ্বাস হোৱা নাই তেন্তে আপোনাৰ বিশ্বাসযোগ্য অতি উত্তম প্ৰমাণ মই দেখুৱাওঁ।"

৮৪—৮৬। এই বুলি কৈ লক্ষ্মণাগ্ৰজ মহাবাহু ৰামে সুগ্ৰীৱক সান্ত্বনা দিবলৈ হেলাৰঙে বুঢ়া আঙুলিৰে দুন্দুভিৰ শৰীৰটো তুলি লৈ দহযোজন দূৰলৈ দলিয়াই দিলে। অসুৰৰ শুকান শৰীৰটো ভৰিৰ বুঢ়া আঙুলিৰে পেলাই দিয়া দেখি বীৰ্য্যশালী সুগ্ৰীৱে লক্ষ্মণক আগত ৰাখি উত্তপ্ত ভাস্কৰসম দীপ্তিমান ৰামক পুনৰাই কব ধৰিলে। বান্ধৱসকলৰ সন্মুখতে অৰ্থযুক্তবাক্যে তেওঁ এইদৰে কলে —

৮৭। "হে সখা, সেই সময়ত মোৰ ভ্ৰাতা বালীয়ে পৰিশ্ৰান্ত আৰু উন্মত্ত অৱস্থাত থাকিও নতুন, কেঁচা আৰু মাংসে সৈতে থকা এই শৰীৰটো দলিয়াই দিছিল।

৮৮। কিন্তু হে ৰাঘৱ, এই শৰীৰটো মাংসহীন হৈ পাতল আৰু তৃণবৎ হৈছে, হে ৰঘুনন্দন, আপুনি আনন্দেৰে ইয়াক দলিয়াই দিছে সঁচা।

৮৯। ইয়াৰ দ্বাৰা আপোনাৰ আৰু তেওঁৰ ভিতৰত কোনজনৰ বল বেচি তাক বুজি উঠিব নোৱাৰি, যিহেতু, হে ৰাঘৱ, কেঁচা আৰু শুকানৰ ভিতৰত পাৰ্থক্য বহুত বেচি।

৯০। গতিকে হে তাত, আপোনাৰ আৰু তেওঁৰ ভিতৰত কাৰ কি বল সেইবিষয়ে সন্দেহ ৰৈ গল। সালগছ এজোপা ভেদ কৰি দিলে আপোনালোক উভয়ৰে বলাবল নিৰূপণ হব।

৯১। আপুনি হাতীৰ শুৰৰ নিচিনা দীঘল এই ধনুত জ্যা আৰোপ কৰি আকৰ্ণটান দি শৰ নিক্ষেপ কৰক।

৯২। আপোনাৰ নিক্ষিপ্তশৰে এই সাল গছ ভেদ কৰিব তাত কোনো সংশয় নাই। গতিকে আপুনি ভাবিবলগা কথা ইয়াত একোটো নাই, আপুনি শপথ গ্ৰহণ কৰি মোৰ লগত সখ্যভাৱত আবদ্ধ, অতএব সুনিশ্চিত এই প্ৰিয় কাৰ্য্যটো আপুনি সম্পাদন কৰিব।

৯৩। হে সখা, তেজস্বীসকলৰ ভিতৰত সূৰ্য্য যিদৰে শ্ৰেষ্ঠ আৰু পৰ্ব্বতসমূহৰ ভিতৰত হিমবান যিদৰে শ্ৰেষ্ঠ আৰু চতুষ্পদীসকলৰ ভিতৰত কেসৰী যিদৰে শ্ৰেষ্ঠ সেইদৰে বিক্ৰম বিষয়ত নৰসমাজৰ ভিতৰত আপুনি শ্ৰেষ্ঠ।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একাদশ সৰ্গ সমাপ্ত ॥**

## দ্বাদশ সর্গ

## ৰামৰ শক্তিৰ প্ৰমাণ পাই সুগ্ৰীৱৰ বালীক যুঁজলৈ আহ্বান

১। সুগ্ৰীৱৰ সুভাষিত এই কথা শুনি তেওঁৰ প্ৰত্যয় জন্মাবলৈ মহাতেজস্বী ৰামে ধনুখন হাতত ললে।

২। সেই ভয়ঙ্কৰ ধনুখন লৈ মানদ ৰামে শৰ এপাত উলিয়াই তাৰ শব্দতে দশোদিশ পূৰ্ণ কৰি সাল গছৰ উদ্দেশ্যে শৰপাত এৰি দিলে।

৩। স্বৰ্ণবিভূষিত শৰ বনশালী ৰামৰ দ্বাৰা নিক্ষিপ্ত হৈ, সালগছ সমূহ (অৰ্থাৎ সাত জোপা সাল গছকে ভেদ কৰি পৰ্ব্বতৰ যি খণ্ডৰ ওপৰত সালবোৰ থিয় দি আছিল তাকো ভেদ কৰি গৈ সপ্ততললৈ পৃথিবীক ভেদ কৰিলে।

৪। মহাবেগশালী এই শৰে সালগছ ভেদ কৰি ৰসাতললৈ গৈ উভতি আহি পুনঃ তাৰ তূণত সোমাল হি।

৫। বান্দৰ-পুঙ্গৱ সুগ্ৰীৱে শৰৰ বেগত সাতো জুপি সালগছ বিদীৰ্ণ হোৱা দেখি পৰম বিস্ময়ান্বিত হল।

৬-৭। শৰীৰৰ সকলো অলঙ্কাৰ ওলোমাই যুৱেৰে ভূমি স্পৰ্শ কৰি সুগ্ৰীৱ পৰমপ্ৰীতহৈ কৃতাঞ্জলি পুটে ৰাঘৱৰ ওচৰত দীঘল দি পৰিল, ৰামৰ এই কাৰ্য্যৰ দ্বাৰা পৰমপ্ৰীত হৈ সন্মুখতে থিয় দি থকা সৰ্ব্বাস্ত্ৰ বিদ ধৰ্ম্মজ্ঞ বীৰশ্ৰেষ্ঠ ৰামচন্দ্ৰক উদ্দেশ্য কৰি এইদৰে কবলৈ ধৰিলে।

৮। "হে প্ৰভু, আপোনাৰ এই বাণসমূহৰ দ্বাৰা আপুনি যুদ্ধক্ষেত্ৰত ইন্দ্ৰে সৈতে সকলো দেৱতাকে বধ কৰিব পাৰে, অকল বালীৰতো কথাই নাই।

৯। হে কাকুৎস্থ, যিজনে এপাত শৰেৰে বৃহৎ সাত জোপা তালগছ,* পৰ্ব্বত আৰু পৃথিবী ভেদ কৰিব পাৰে তেনে এজনৰ সন্মুখত ৰণভূমিত থিয় দি থাকিব পাৰে কোনে?

১০। মহেন্দ্ৰ আৰু বৰুণ সদৃশ আপোনাৰ নিচিনা সুহৃদ এজনক পাই মোৰ সকলো শোক দূৰ হল আৰু অপাৰ আনন্দ লাভ কৰিলোঁ।

১১। হে কাকুৎস্থ, মই হাত যোৰ কৰিছোঁ মোৰ প্ৰীতিৰ অৰ্থে আপুনি আজিয়ে ভ্ৰাতৃৰূপী শত্ৰু বালীক বধ কৰক।"

১২—১৩। এই কথা শুনি মহাপ্ৰাজ্ঞ ৰামে লক্ষ্মণসদৃশ প্ৰিয় আৰু অনুগত প্ৰিয়দৰ্শন সুগ্ৰীৱক আলিঙ্গন কৰি কবলৈ ধৰিলে, "তেন্তে এতিয়া আমি ইয়াৰ পৰা কিষ্কিন্ধালৈ যাওঁ, সুগ্ৰীৱ আপুনি অতি সোনকালে আগে আগে যাওক আৰু আপোনাৰ ভ্ৰাতৃনামধাৰী বালীক ৰণলৈ আহ্বান কৰক গৈ।"

---

* মূলত শাল আছে, তালগছ অভেদৰূপে ব্যৱহাৰ কৰা হৈছে।

১৪। এই বুলি কৈ সকলোটিয়ে ৰঘুবীৰকৈ বালীৰ নগৰী কিষ্কিন্ধালৈ গল আৰু গহন বনত গছৰ আঁৰত লুকাই থাকিল।

১৫। ইপিনে সুগ্ৰীবে সাজি কাচি দৃঢ়ভাবে গাত কাপোৰ পিন্ধি লৈ বালীক আহ্বান কৰাৰ উদ্দেশ্যে গগণ ফুটাই গৰ্জ্জন কৰিবলৈ ধৰিলে।

১৬। ভায়েকৰ গৰ্জ্জন শুনি মহাবলশালী বালী ভীষণ ক্ৰুদ্ধ হল আৰু অস্তাচলৰ* পৰা ওলাই অহা সূৰ্যদেব সদৃশ কিষ্কিন্ধাৰ পৰা ওলাই আহিল।

১৭। ওলাই অহাৰ লগে লগে গগনমণ্ডলত বুধ আৰু মঙ্গল গ্ৰহৰ নিচিনা বালী আৰু সুগ্ৰীবৰ ভিতৰত ঘোৰতৰ যুদ্ধ আৰম্ভ হল।

১৮। আৰু দুয়োজন ভাই ককায়ে ক্ৰোধতে অধীৰ হৈ বজ্ৰসম হাতৰ তলুৱা আৰু মুষ্টিৰ প্ৰহাৰে পৰস্পৰে পৰস্পৰক আঘাত কৰিবলৈ ধৰিলে।

১৯। ৰামে হাতত ধনু লৈ দুয়োৰো ফালে চাই দেখিলে উভয় বীৰে দেবতাসকলৰ ভিতৰত অশ্বিনীকুমাৰ দুজনৰ নিচিনা সমান আকৃতিৰ।

২০। এনে অবস্থাত ৰাঘব ৰামে কোনজন বালী আৰু কোনজন সুগ্ৰীব তাক চিনি উলিয়াব নোৱাৰি, প্ৰাণান্তকৰ সেই শৰ নিক্ষেপ কৰিব নোৱাৰিলে।

২১। ইতিমধ্যে সুগ্ৰীবে বালীৰ হাতত পৰাস্ত হৈ যুঁজত ভঙ্গ দিলে আৰু তেওঁৰ নাথ ৰাঘবক তাত দেখা নাপাই ঋষ্যমূকলৈ লৰ দিলে।

২২। সুগ্ৰীব তেনেই ক্লান্ত আৰু প্ৰহাৰৰ কোবতে জৰ্জ্জৰিত আৰু তেজেৰে ৰাঙলী হৈ ক্ৰুদ্ধ বালীৰ খেদাত মহাবনত প্ৰবেশ কৰিলে।

২৩। মহাবলশালী বালীয়ে সুগ্ৰীবক সেই বনৰ ভিতৰত প্ৰবেশ কৰা দেখি 'ৰাৰু ৰক্ষা পৰিলি' বুলি কৈ শাপৰ ভয়তে তাত প্ৰবেশ নকৰি তাৰ পৰা উভতিল।

২৪। ইপিনে ৰাঘব ৰামো ভায়েক লক্ষ্মণ আৰু হনুমানে সৈতে বান্দৰ সুগ্ৰীব যি বনত সোমাইছিল সেই বনলৈ গল।

২৫। লক্ষ্মণে সৈতে ৰাম তালৈ অহা দেখি সুগ্ৰীবে লাজতে তললৈ মূৰ কৰি মাটিৰ ফালে চাই কাতৰ ভাবে কব ধৰিলে।

২৬। "আপুনি আপোনাৰ পৰাক্ৰম মোক দেখুৱালে, যুদ্ধলৈ বালীক আহ্বান কৰিবলৈও আদেশ দিলে, তথাপি শত্ৰুৰ হাতত মাৰ খুৱাই আপুনি এইটো কেনে কাম কৰিলে ?

২৭। হে ৰাঘব, 'বালীক মই বধ নকৰোঁ' "এই বুলি আচল কথাটো সেই সময়তে কোৱা হলে মই ইয়াৰ পৰা ওলাই নগলোহেঁতেন।"

২৮। মহাত্মা সুগ্ৰীবে এইদৰে কোৱাত ৰামে করুণ সুৰে দীনভাবে কব ধৰিলে।

২৯। "হে ভ্ৰাত সুগ্ৰীব, যি কাৰণত মই বাণ পৰিত্যাগ নকৰিলোঁ কওঁ শুনক, আপুনি খঙৰ ভাব এৰি পেলাওক।

---

* টীকাকাৰ সকলে ইয়াতে অৰ্থ কৰিব বিচাৰে যে এই উপমাৰ দ্বাৰা বালীৰ আসন্ন মৃত্যুৰ সঙ্কেত কৰা হৈছে।

৩০। বেশ, অলঙ্কাৰ, শৰীৰৰ আকৃতিৰ গঠন আৰু গমন সকলোতে হে সুগ্ৰীৱ, আপোনাৰ আৰু বালীৰ একেই ৰূপ।

৩১। সেইদৰে হে কপিপ্ৰবৰ মাত, শৰীৰৰ কান্তি, দৃষ্টিভঙ্গী, বিক্ৰম আৰু কথাৰ ধৰণতো উভয়ৰে ভিতৰত কোনো পাৰ্থক্য দেখা নাপালোঁ।

৩২। হে বান্দৰপ্ৰবৰ আপোনালোকৰ ৰূপৰ সাদৃশ্য দেখি মই মুগ্ধ হলোঁ, এই কাৰণেই মহাবেগশালী শত্ৰু সংহাৰক শৰ নিক্ষেপ কৰিব নোৱাৰিলোঁ।

৩৩। মোৰ এই শৰ জীৱন বিনাশক, আপোনালোক দুজনৰ সকলো বিষয়তে সাদৃশ্য থকাৰ কাৰণে ভাবিলোঁ জানোচা এই শৰ নিক্ষেপৰ দ্বাৰা আমাৰ উভয়ৰে* মূলতেই আঘাত পৰে।

৩৪। হে বীৰ কপীশ্বৰ, মোৰ অজ্ঞতা অথবা বুদ্ধিৰ লঘুতা হেতু আপুনি বিপন্ন হব লাগিলে, জগতত মোৰ মূৰ্খতা আৰু বালকত্বৰ (অৰ্থাৎ বুদ্ধিৰ অপৰিপক্কতাৰ) এটা কুখ্যাতি ৰব।

৩৫-৩৬। আৰু লগতে যাক অভয়বাণী দিয়া যায় তাকেই বধ কৰাৰ ফলত অতি অদ্ভুত এক মহাপাতকৰ সৃষ্টি হব। হে সখা, মই, লক্ষ্মণ আৰু বৰবৰ্ণিনী সীতা—আমি সকলোটি এই বনৰ ভিতৰত আপোনাৰ অধীনত আৰু আপোনাতেই শৰণ মাগিছোঁ, এতেকে হে কপিপ্ৰবৰ, আপুনি পুন. যুদ্ধ কৰক মোক সন্দেহ নকৰিব।

৩৭। এই মুহূৰ্ত্তৰ ভিতৰতে আপুনি দেখিব যুঁজত মোৰ এপাত শৰৰ দ্বাৰা বালী নিহত হৈ ধৰাতলত চট্‌ফটাব ধৰিছে।

৩৮। হে বানৰাধিপ'ত, আপুনি বিশেষ এটা চিহ্ন পৰিধান কৰক যাতে দ্বন্দ্ব যুদ্ধত প্ৰবৃত্ত হলে মই আপোনাক চিনি পাব পাৰোঁ।

৩৯। লক্ষ্মণ তুমি প্ৰস্ফুটিত শুভ লক্ষণযুক্ত গজপুষ্পী (নাগপুষ্পী) লতা উভাৰি আনি মহাত্মা সুগ্ৰীৱৰ কণ্ঠদেশত আঁৰি দিয়া।

৪০। ৰামচন্দ্ৰৰ এই কথা শুনি লক্ষ্মণে পৰ্ব্বতৰ গাত ওপজা পুষ্পিতা গজপুষ্পী লতা এডাল উভালি আনি সুগ্ৰীৱৰ ডিঙিত পিন্ধাই দিলে।

৪১। ডিঙিত আঁৰি দিয়া লতাডালৰে শ্ৰীমান সুগ্ৰীৱে শাৰী পাতি উৰি থকা বগলীৰ মালাৰে সুশোভিত সন্ধ্যাকালৰ মেঘখণ্ডৰ নিচিনা শোভান্বিত হল।

৪২। সৰশেহত ৰামৰ বাক্য সাৰোগত কৰি শৰীৰৰ কান্তিৰে উদ্ভাসিত হৈ সুগ্ৰীৱ ৰামে সৈতে গৈ পুনঃ কিষ্কিন্ধাত উপস্থিত হল।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত দ্বাদশ সৰ্গ সমাপ্ত ॥

* আপোনাৰ মৃত্যুত বালীক বধ কৰা নহল আৰু লগতে সীতাকো উদ্ধাৰ কৰিব নোৱাৰিম।

## ত্ৰয়োদশ সৰ্গ

## সুগ্ৰীৱৰ পুনঃ যুদ্ধলৈ যাত্ৰা

১। লক্ষ্মণাগ্ৰজ ধৰ্ম্মাত্মা ৰামে সুগ্ৰীৱে সৈতে ঋষ্যমূকৰ পৰা বালীৰ পৰাক্ৰমৰ দ্বাৰা পালিত কিষ্কিন্ধা নগৰীলৈ যাত্ৰা কৰিলে।

২। ৰামে হাতত সুবৰ্ণ বিভূষিত বৃহৎ ধনু তুলি লৈ ৰণৰ সামগ্ৰী আদিত্য সদৃশ দীপ্তিমান শৰসমূহে সৈতে খোজ ললে।

৩-৪। ডিঙিত সুন্দৰ ভাবে মালা পিন্ধি লৈ সুগ্ৰীৱ মহাত্মা ৰাম আৰু লক্ষ্মণৰ আগত গল, তেওঁলোকৰ পিচে পিচে গল মহাবলশালী হনুমান, বীৰ নল, বীৰ্য্যবান নীল, আৰু বান্দৰ যূথপতিসকলৰ অধিপতি মহাতেজস্বী তাৰ।

৫-১২। বাটত যাওঁতে তেওঁলোকে ফুলৰ ভৰতে ওলমি থকা গছবোৰ, নিৰ্ম্মলোদকা সাগৰবাহিনী নদীসমূহ, নানান পৰ্ব্বত, কন্দৰ, গিৰিনিৰ্ঝৰ, গুহা, প্ৰধান প্ৰধান গিৰিশৃঙ্গ আৰু শোভনীয় গহ্বৰসমূহ চাই চাই যাবলৈ ধৰিলে। তেওঁলোকে দেখিলে জলাশয়সমূহ বৈদূৰ্য্যমণিসদৃশ বিমল পানীৰে পৰিপূৰ্ণ, ঈষৎ বিকসিত পদ্ম কলিৰে সুশোভিত, সিহঁতে কাৰণ্ডব, সাৰস, হংস, বঞ্জুল, জলকুক্কুট, চক্ৰবাক আৰু আন আন জলচৰ পক্ষীৰ ৰবে নিনাদিত হৈ বাটৰ শোভা বঢ়াই আছে, ঠায়ে ঠায়ে হৰিণাসকলে কোমল ঘাঁহ খাই নিৰ্ভীকচিত্তে বিচৰণ কৰি আছে আৰু কতো বা ওখ ঠাইত সিহঁত থিয় হৈযে আছে, কোনো ঠাইত জলাশয সমূহৰ বৈৰী আৰু কূলধ্বংসী শুভ্ৰদন্তবিশিষ্ট ঘোৰাকৃতি বন্যহস্তীযে অকলসৰে ঘূৰি ফুৰিছে, কতো বা আকৌ ভ্ৰাম্যমান পৰ্ব্বতসদৃশ বৃহৎগজতুল্য মত্ত বান্দৰসকলে ধূলিমখা শৰীৰে সৈতে পৰ্ব্বতপৃষ্ঠত হাই উৰুমি কৰি আছে। এইদৰে সকলোটিযে সুগ্ৰীৱৰ আজ্ঞাধীন হৈ বনপ্ৰদেশত বনচাৰী পশুসমূহৰ আৰু আকাশত খেচৰ প্ৰাণীসকলৰ শোভা চাই চাই আগবাঢ়িব ধৰিলে।

১৩। দ্ৰুতপদে সকলোটিযে গৈ থাকোতে বৃক্ষৰাজিৰে পৰিপূৰ্ণ এখন ঠাই দেখি ৰামে সুগ্ৰীৱক সুধিলে,

১৪—১৫। "সখা চাৰিওকালে দাঁডিত মেঘমালাসদৃশ কলগছে পৰিপূৰ্ণ আকাশস্থিত মেঘসদৃশ এই যে বৃক্ষসমূহ দেখা গৈছে, এইবোৰ কি জানিবলৈ মোৰ বৰ কৌতূহল হৈছে, আশা কৰোঁ আপুনি মোৰ এই কৌতূহল দূৰ কৰিব।"

১৬। মহাত্মা ৰামৰ কথা শুনি, গৈ থাকিয়ে সুগ্ৰীৱে সেই মহৎ বনৰ বিষযে কব ধৰিলে।

১৭। "হে ৰাঘৱ আপুনি শ্ৰমবিনাশক স্বাদু ফল মূল আৰু পানীৰে পূৰ্ণ উদ্যানবনে সুশোভিত এই যে সুবিস্তৃত আশ্ৰমখন দেখা পাইছে,

১৮। তাত সপ্তজনা নামে সাতজন তীক্ষ্ণব্ৰতাচাৰী মুনিয়ে মূৰ তললৈ কৰি সদায় পানীৰ মাজত বাস কৰিছিল।

১৯। এই ধৰণে সাত ৰাতি ব্ৰতাচাৰণ কৰি থকাৰ পিচত তেওঁলোকে বায়ুভক্ষণ কৰি আহাৰ কৰিছিল। এইদৰে সাতশ বছৰকাল তেওঁলোকে পৰ্ব্বতত বাস কৰি থকাৰ পিচত তেওঁলোকে সশৰীৰে স্বৰ্গলৈ গতি কৰে।

২০। তেওঁলোকৰ তপস্যাৰ প্ৰভাৱতে এই বৃক্ষপ্ৰাচীৰ বেষ্টিত এই আশ্ৰম নিৰ্ম্মিত হৈছে।

২০। ইন্দ্ৰপ্ৰমুখ দেৱতাগণৰো এই আশ্ৰমত প্ৰবেশ অতি সুকঠিন।

২১। আন আন বনচাৰী পশুগণৰ নিচিনা পক্ষীগণেও ইযাত প্ৰবেশ নকৰে; কোনোটোৱে কেতিযাবা ভুলতে প্ৰবেশ কৰিলেও সি আৰু তাৰ পৰা উলটি নাহে।

২২। হে ৰাঘৱ, অপ্সৰাসকলৰ অলঙ্কাৰৰ শবদে সৈতে সকলো প্ৰকাৰৰ মধুৰ তূৰ্য্যগীত-ৰৱ ইযাত শুনা যায আৰু তাত দিব্যগন্ধ প্ৰবাহিত হৈ আছে।

২৩। ত্ৰেতাগ্নিসকল ইযাত প্ৰজ্বলিত হৈযে আছে। এই অগ্নিৰ পৰা সমুত্থিত ধূম-ৰাশিযে ধূসৰ বৰ্ণৰ মেঘসদৃশ গছৰ অগ্ৰভাগ আগুৰি থকা দেখা গৈছে।

২৪। ধূমাবৃত শিৰোভাগে সৈতে বৃক্ষসমূহ মেঘমালাৰে আবৃত বৈদূৰ্য্যমণি নিৰ্ম্মিত পৰ্ব্বতসদৃশ শোভা প্ৰকাশ কৰিছে।

২৫। হে ধৰ্ম্মাত্মন, ৰাঘৱ লক্ষ্মণে সৈতে সংযতচিত্ত হৈ হাতযোৰ কৰি এই মুনি-সকলক উদ্দেশ্য কৰি প্ৰণাম কৰক।

২৬। হে ৰাম, যিসকলে বিশুদ্ধাত্মা এই ঋষিসকলক প্ৰণাম কৰে তেওঁলোকৰ শৰীৰত কোনো ৰকমৰ অশুভ লক্ষণে দেখা নিদিযে।"

২৭। এই কথা শুনাৰ পিচত ৰামে ভ্ৰাতা লক্ষ্মণে সৈতে হাতযোৰ কৰি মহাত্মা ঋষিসকলক উদ্দেশ্য কৰি অভিবাদন জনালে।

২৮। ধৰ্ম্মাত্মা ৰাম, ভ্ৰাতা লক্ষ্মণ, সুগ্ৰীৱ আৰু আন আন বান্দৰসমূহে প্ৰণাম জনাই সকলোটিয়ে হৃষ্টচিত্তে বাট ধৰিলে।

২৯। তেওঁলোকে সপ্তজনাশ্ৰমৰ পৰা দূৰলৈ গৈ বালীৰ প্ৰতিপালিত দুৰ্গম কিষ্কিন্ধা নগৰী দেখা পালে।

৩০। ক্ৰমে ৰাম, লক্ষ্মণ আৰু বান্দৰবোৰে উগ্ৰতেজশালী অস্ত্ৰসমূহ হাতত লৈ, ইন্দ্ৰপুত্ৰ বালীৰ শক্তিবলেৰে পালিত সেই পুৰীত শত্ৰুৰ নিধন হেতু পুনঃ উপস্থিত হ'লহি।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ত্ৰয়োদশ সৰ্গ সমাপ্ত ॥**

# চতুৰ্দ্দশ সৰ্গ

## পুনঃ বালীক যুজলৈ আহ্বান

১। তেওঁলোক সকলোটি দ্রুতপদে বালীৰ নগৰী কিষ্কিন্ধালৈ গৈ গহন বনত গছৰ আঁৰত বৈ থাকিল।

২। কাননপ্ৰিয় বিপুলগ্ৰীববিশিষ্ট সুগ্ৰীবে চাৰিওফালে চকু ফুৰাই লৈ ভীষণ ক্ৰোধতে জ্বলি উঠিল।

৩। তাৰ পিচত চাৰিওফালে পৰিজনবৰ্গৰ দ্বাৰা পৰিবেষ্টিত হৈ গৰ্জ্জনধ্বনিৰে আকাশ ভেদ কৰিছে যেন গৰ্জ্জন কৰি কৰি বালীক যুদ্ধলৈ আহ্বান কৰিবলৈ ধৰিলে।

৪। সেই সময়ত তৰুণ সূৰ্য্যসদৃশ দীপ্তিমান সিংহ বিক্ৰমশীল সুগ্ৰীবে যিদৰে গৰ্জ্জন কৰিব ধৰিলে সি বায়ুবেগে প্ৰবাহিত মহা মেঘৰ গৰ্জ্জন স্বৰূপ হল।

৫—৮। এনেতে সুগ্ৰীবে কাৰ্য্যকুশল ৰামক দেখা পাই কবলৈ ধৰিলে, "ৰাম বান্দৰৰূপ-জালে পৰিব্যাপ্ত ধ্বজ আৰু যন্ত্ৰে পৰিপূৰ্ণ বালীৰ কিষ্কিন্ধা নগৰীত উপনীত হৈছোহি। হে বীৰ, সময়ে লতাবৃক্ষক পূৰ্ব্বতে কুসুমদান আৰু পিচত ফলদান কৰি সফল কৰাৰ নিচিনাকৈ আপুনিও পূৰ্ব্বতে বালীৰ বধ সম্বন্ধে যি প্ৰতিজ্ঞা কৰিছিল এতিয়া তাক সফল কৰক।' সুগ্ৰীবে এইদৰে কোৱাত শত্ৰুনিসূদন ধৰ্ম্মাত্মা ৰাম তেওঁক কবলৈ ধৰিলে। সুগ্ৰীব, গজপুষ্পী এই লতাৰ দ্বাৰা আপুনি বিশেষভাবে চিহ্নিত।

৯—১১। হে বীৰ, লক্ষ্মণে উভাৰি আনি এই লতা আপোনাৰ কণ্ঠত আঁৰি দিছে আৰু তাৰে আকাশস্থিত নক্ষত্ৰমালাৰে পৰিবেষ্টিত সূৰ্য্যসদৃশ হৈ আপুনি অধিকৰূপে শোভনীয় হৈছে।* তেওঁৰ লগত হোৱা আজিৰ যুঁজত এপাত শৰেৰে বালীৰ পৰা পোৱা ভয় আৰু শত্ৰুতাৰ পৰা আপোনাক বিমুক্ত কৰিম। হে সুগ্ৰীব, আপুনি আপোনাৰ ভ্ৰাতৃৰূপী শত্ৰুক মোক দেখুৱাওক মাত্ৰ।

১২। লগে লগে বালী নিহত হৈ এই বনৰ মাজত ধূলিত বাগৰি পৰি ছটফটাব ধৰিব। যদিহে বালীয়ে মোৰ দৃষ্টিপথলৈ অহাৰ পিচতো জীবন লৈ উভতি যাব পাৰে তেতিয়াহলেহে দোষে মোক স্পৰ্শ কৰিব আৰু আপুনিও মোক গৰিহণা দিব।

১৩। আপুনি নিজৰ চকুৰ আগতে দেখিছে যে সাতজোপা তাল গছ মই এপাত শৰেৰে ভেদ কৰিছোঁ।

---

* মূলত আছে 'বিপৰীত ইবাকাশে সূৰ্য্যো নক্ষত্ৰমালয়া।' কোনো কোনো টীকাকাৰে ইয়াৰ অৰ্থ ওপৰত দিয়া মতে কৰি কয় যে এইটো এটা অস্বাভাবিক তুলনা, কবিৰ কল্পনাপ্ৰসূত। দিনত সূৰ্য্যক নক্ষত্ৰমালাই আগুৰি নথৰে। আন টীকাকাৰে অৰ্থ কৰে যে বিপৰীত শব্দে ইয়াত ৰাতিক বুজাইছে আৰু সূৰ্য্য শব্দে পূৰ্ণিমাৰ জোনক বুজাইছে। পূৰ্ণিমাৰ জোন নক্ষত্ৰমালাৰে সুশোভিত হলে যেনে ৰূপ সুগ্ৰীৱৰো ৰূপ তেনে।

১৪। তাৰ পৰায়ে আপুনি বুজিব যে ৰণত বালী নিহত হৈছে। হে সখা, মই বহুত বিপদৰ সন্মুখীন হৈও কোনো কালে মিছা কথা কোৱা নাই।

১৫—১৮। ধৰ্ম্ম লাভ কৰাৰ ইচ্ছা মোৰ অন্তৰত প্ৰবলভাবে জাগি আছে এতেকে কোনো প্ৰকাৰে মই মিছা কথা নকম। ইন্দ্ৰদেৱতাই বৃষ্টিপাতৰ দ্বাৰা ধান্যক্ষেত্ৰ যিদৰে সফল কৰে মইও মোৰ শৰপাতৰ দ্বাৰা মোৰ প্ৰতিজ্ঞা সেইদৰে সফল কৰিম আপুনি আপোনাৰ মনৰ সঙ্কোচ ভাব এৰি পেলাওক। বৰ্ত্তমানে আপুনি স্বৰ্ণ মালাধাৰী বালীক যুঁজলৈ আহ্বান কৰি এনেভাবে শব্দ কৰক যাতে সেই কপিপ্ৰবৰ ওলাই আহে। বালী আগতে কোনোদিন আপোনাৰ হাতত পৰাজিত হোৱা নাই, অতএব আপোনালৈ তেওঁৰ ভয় নাই, তেওঁ জয়শ্লাঘী আৰু ৰণপ্ৰিয়, শত্ৰুৰ আহ্বান শুনিলে তেওঁ সহিব নোৱাৰে, গতিকে আপোনাৰ আহ্বান শুনা মাত্ৰকে তেওঁ অকলে ওলাই আহিব।

১৯। তেওঁ নিজ বীৰ্য্যৰ কথা ভালদৰে জানে আৰু বিশেষকৈ স্ত্ৰীবৰ্গৰ সন্মুখত তেওঁ শত্ৰুৰ আহ্বান সহি নাথাকে। ৰামৰ এই কথা শুনি স্বৰ্ণসদৃশ পিঙ্গল বৰ্ণাভ সুগ্ৰীৱে আকাশ ভেদ কৰিহে যেন ক্ৰুৰ নাদে গৰ্জ্জন কৰিব ধৰিলে।

২০—২১। এই শব্দৰ প্ৰকোপতে গৰুবোৰ হতপ্ৰভ হৈ ৰাজদোষতে প্ৰধৰ্ষিত কুলস্ত্ৰী সমূহৰ নিচিনাকৈ ব্যাকুল হৈ ইফালে সিফালে দৌৰি ফুৰিব ধৰিলে আৰু মৃগগণে যুদ্ধত ভঙ্গ দিয়া ঘোঁৰাৰ নিচিনাকৈ ক্ষিপ্ৰ গতিত পলাবলৈ ধৰিলে আৰু আকাশত থকা চৰাইবোৰেও পুণ্য ক্ষয় হোৱা গ্ৰহৰ নিচিনাকৈ মাটিত পৰি যাব ধৰিলে।

২২। এনে অৱস্থাত সূৰ্য্যপুত্ৰ সুগ্ৰীৱে ৰামৰ কথাৰ ওপৰত বিশ্বাস কৰি ত্বৰান্বিত হৈ আক্ৰমণ বিষয়ে উত্তেজিত পবন সঞ্চালিত উৰ্ম্মিমালাযুক্ত সমুদ্ৰসদৃশ মেঘগৰ্জ্জনে গৰ্জ্জন কৰিবলৈ ধৰিলে।

**॥ ইতি কিষ্কিন্ধ্যাকাণ্ডৰ অন্তৰ্গত চতুৰ্দ্দশ সৰ্গ সমাপ্ত ॥**

# পঞ্চদশ সৰ্গ

## বালীৰ যুঁজলৈ আগমন আৰু তাৰাৰ প্ৰবোধ বাক্য

১। অসহনশীল বালীয়ে অন্তঃপুৰত থকা কালতে তেওঁৰ ভ্ৰাতা মহাত্মা সুগ্ৰীবৰ সেই গৰ্জ্জন শুনিবলৈ পালে।

২। সকলো প্ৰাণীকে কঁপাই তোলা সেই গৰ্জ্জন শুনি বালীৰ কামোন্মত্ততা তেনেই নষ্ট হল, তাৰ ঠাইত মহান এক ক্ৰোধে তেওঁক আক্ৰমণ কৰিলে।

৩। শৰীৰৰ সৰ্ব্বঅঙ্গ ক্ৰোধতে পৰিপূৰ্ণ হোৱাত স্বৰ্ণাভ বালী ৰাহুগ্ৰস্ত আদিত্যৰ নিচিনা তৎক্ষণাতে প্ৰভাহীন হৈ উঠিল।

৪। দাঁতে সৈতে তেওঁৰ মুখৰ আকৃতিয়ে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰিলে, ক্ৰোধতে চকু দুই একুৰাৰ সমানহৈ জ্বলি উঠিল, মুঠতে বালীৰ ৰূপ পদুম ফুল তুলি নিয়াৰ পিচত মৃণালবিশিষ্ট হ্ৰদৰ দৰে হৈ উঠিল।

৫। সুগ্ৰীবৰ সেই শব্দ শুনি কপিপ্ৰবৰ বালীয়ে তাক সহ্য কৰিব নোৱাৰি খোজৰ ভৰতে পৃথিবী বিদীৰ্ণ কৰিহে যেন বেগেৰে ভিতৰৰ পৰা ওলাই আছিল।

৬। এনেতে তাৰাদেবীয়ে চেনেহতে স্বামীৰ প্ৰতি সৌহাৰ্দ্দ দেখুৱাই ভয়বিহ্বল চিত্তে তেওঁক সাবটমাৰি ধৰি ভবিষ্যতৰ অৰ্থে মঙ্গলময়বাক্যে কবলৈ ধৰিলে,

৭। 'হে সৌম্য, ৰাতিপুৱা শয্যাত্যাগ কৰি এৰি অহাৰ সময়ত মানুহে ৰাতিৰ কালত উপভোগ কৰা মালা যিদৰে পৰিত্যাগ কৰে আপুনিও নদীৰ বেগ সদৃশ আপোনাত উপস্থিত ক্ৰোধ সেইদৰে পৰিত্যাগ কৰক।

৮। হে কপিপ্ৰবৰ, কাইলৈ ৰাতিপুৱা আপুনি তেওঁৰ ( সুগ্ৰীবৰ ) লগত যুদ্ধ কৰিব, হে বীৰ, ইযাৰ দ্বাৰা আপোনাৰ শত্ৰুৰ বলবৃদ্ধি নহব অথবা আপোনাৰ বীৰত্বৰ নিষ্ফলতা প্ৰকাশ নাপাব।

৯। হঠাতে এইদৰে আপুনি ওলাই যোৱাটো মোৰ মনত ভাল লগা নাই, যি কাৰণত মই আপোনাক নিবাৰণ কৰিছোঁ কওঁ শুনক।

১০। ইযাৰ আগতে সুগ্ৰীবে ক্ৰোধপূৰ্ণ ভাবে ইয়াত উপস্থিত হৈ আপোনাক যুদ্ধলৈ আহ্বান কৰিছিল, আপুনি ওলাই গৈ আঘাত কৰাত তেওঁ পৰাভূত হয় আৰু কোনোবা দিকলৈ পলাই যায়।

১১। সেইদৰে পৰাভূত হৈ আৰু বিশেষকৈ শৰীৰত অশেষ যন্ত্ৰণা ভোগ কাৰও যে পুনঃ ইয়ালৈ আহি আপোনাক ৰণলৈ আহ্বান জনাইছে, তাৰ কাৰণে মোৰ মনত এটা আশঙ্কাৰ ভাব উপস্থিত হৈছে।

১২। তেওঁৰ গৰ্জ্জনৰ প্ৰকোপ, গৰ্ব্ব, আৰু যুদ্ধৰ উপক্ৰম যিদৰে প্ৰকাশ পাইছে তাৰ পৰা অনুমান কৰিব পাৰি যে ইযাৰ কাৰণ তেনেই সৰুসুৰা বিধৰ নহয়।

১৩। মোৰ অনুমান সুগ্ৰীব সহায়বিহীন হৈ ইয়ালৈ অহা নাই, নিশ্চয় কোনোবা এজনক সহায অবলম্বন কৰি আহিছে তেওঁ এইদৰে গৰ্জ্জন কৰিব পাৰিছে।

১৪। বান্দৰ সুগ্ৰীব নিপুণ আৰু বুদ্ধিমান, তেও যাৰ লগত সখ্যভাব স্থাপন কৰিছে তেওঁৰ বলবীৰ্য্য পৰীক্ষা নকৰাকৈ থকা নাই।

১৫। হে বীৰ, কুমাৰ অঙ্গদৰ পৰা মই আগতে যি শুনিছিলোঁ আপোনাৰ হিতৰ অৰ্থে সেই কথা কওঁ শুনক।

১৬। আমাৰ কুমাৰ অঙ্গদ এদিনাখন বনৰ ভিতৰৰ পৰা ওলাই আহোতে গুপ্তচৰ সকলে সুগ্ৰীবৰ বিষযে এই কথা তেওঁক জনায আৰু তেতিয়া তেওঁ সেই কথাটো মোক কয।

১৭। কথাটো এই—অযোধ্যাধিপতি দশৰথৰ ৰাম লক্ষ্মণ নামে ইক্ষাকুকুলজাত দুজন বীৰপুত্ৰ এই ফাললৈ আহিছে,

১৮—২০। তেওঁলোক সমৰক্ষেত্ৰত দুৰ্জ্জয়, দুৰ্দ্ধৰ্ষ, এই বীৰযুগল সুগ্ৰীবৰ হিতসাধন কৰিবলৈকেহে ইযালৈ আহিছে, তেওঁলোক দুজাৰ ভিতৰত যিজন ৰাম নামে খ্যাত তেৱেঁই এই ৰণবিষযতে আপোনাৰ ভ্ৰাতা সুগ্ৰীবৰ সহায, তেওঁ শত্ৰুপক্ষৰ বল ধ্বংস কৰিবলৈ যুগান্তকালত অগ্নি সদৃশ উত্থিত হৈছে, তেওঁ সাধুসকলৰ পক্ষে আশ্ৰয়ভূত বৃক্ষৰ নিচিনা, বিপন্নসকলৰ পৰমগতি, পীড়িত জনৰ আশ্ৰয, সকলোপ্ৰকাৰ যশস্যাৰ পাত্ৰ, জ্ঞান (ব্ৰহ্মজ্ঞান) আৰু বিজ্ঞান (ধৰ্ম্মবিষযক জ্ঞান আৰু নিপুণতা) সম্পন্ন, বৰ্ত্তমানে পিতৃআজ্ঞা পালনত ৰত।

২১। পৰ্ব্বতৰাজ হিমাচল যিদৰে সকলো ধাতুৰে আকৰ, মহান এই ৰামচন্দ্ৰও সকলোগুণৰ আধাৰ, এতেকে সেই মহাত্মাৰ সহিত আপোনাৰ বিৰোধ উপযুক্ত নহয়,

২২। কিযনো ৰণক্ষেত্ৰত ৰাম দুৰ্জ্জয় আৰু তেওঁৰ শক্তিও অপৰিসীম হে শূৰ মই আৰু অলপ কথা আপোনাক কব খোজো, আপুনি যেন তাক অসূয়াভাবৰ পৰা কোৱা বুলি নধৰে।

২৩-২৪। আপোনাৰ হিতৰ অৰ্থে মই যি কম আপুনি শুনি সেইমতে কাম কৰক। আপুনি অতিশীঘ্ৰে সুগ্ৰীবক যথাযোগ্যভাবে যৌবৰাজ্যত অভিষিক্ত কৰক, হে বীৰ, আপোনাৰ কনিষ্ঠভ্ৰাতাৰ লগত বিগ্ৰহ নকৰিব।

২৫। ৰামৰ লগত মিত্ৰতা আৰু শত্ৰুভাব দূৰতে পৰিহাৰ কৰি সুগ্ৰীবৰ লগত প্ৰীতিৰ ভাব স্থাপন কৰাটোহে আপোনাৰ পক্ষে মঙ্গলজনক বুলি ভাবোঁ। আপোনাৰ কনিষ্ঠভ্ৰাতা সেই কপিপ্ৰবৰ আপোনাৰ লালন পালনৰহে যোগ্য।

২৬। সুগ্ৰীব তাতেই থাকক বা ইয়াতেই থাকক তেওঁ সকলো প্ৰকাৰে আপোনাৰ বন্ধু, আপোনাৰ পক্ষে তেওঁৰ নিচিনা বন্ধু এই পৃথিবীত মই আন কাকো নেদেখোঁ।

২৭। শত্ৰুভাব পৰিত্যাগ কৰি তেওঁক পাবলগা দান মান সৎকাৰ আদিৰ দ্বাৰা স্বাধীনভাবে গ্ৰহণ কৰি তেওঁক আপোনাৰ ওচৰতে থাকিব দিয়ক।

২৮। বিপুলগ্ৰীব সুগ্ৰীব আপোনাৰ মহাবন্ধু বুলি জানিব, আপুনি তেওঁৰ প্ৰতি ভ্ৰাতৃ স্নেহ দেখুৱা ভিন্ন আপোনাৰ আন উপায মই দেখা নাপাওঁ।

২৯। যদিহে আপুনি মোৰ প্ৰিযকাম সাধিব খোজে আৰু মোৰ হিতবাক্য কাণপাতি শুনিছে তেন্তে আপুনি মোৰ প্ৰিযজন বুলি মই আপোনাত এইকেইটা অনুৰোধ কৰিছোঁ, আপুনি মোৰ এই সজবাক্য গ্ৰহণ কৰক।

৩০। হে নাথ, আপুনি প্ৰসন্ন হওক, মই যি হিতকথা কৈছোঁ তাক শুনক, আপুনি ক্ৰোধৰ বশবৰ্ত্তী নহব, ইন্দ্ৰসম তেজস্বী কোশল ৰাজপুত্ৰৰ লগত বিৰোধ কৰাটো আপোনাৰ পক্ষে মঙ্গলজনক নহব।"

৩১। সেই সমযত তাৰাদেবীযে বালীৰ হিতকৰ আৰু মঙ্গলকামনা কৰি এইদৰে কোৱা সত্ত্বেও বালী কালৰ বশীভূত হোৱাৰ কাৰণে তেওঁৰ বিনাশৰ কাল উপস্থিত হোৱাত তাৰাৰ সেই কথা তেওঁৰ মনত ভাল যেন নালাগিল।

**॥ ইতি কিষ্কিন্ধ্যাকাণ্ডৰ অন্তৰ্গত পঞ্চদশ সৰ্গ সমাপ্ত ॥**

## ষোড়শ সৰ্গ

### বালী-বধ

১। চন্দ্ৰবদনা তাৰাদেবীয়ে এইদৰে কৈ থাকোতে বালীয়ে তেওঁক তিৰস্কাৰ কৰি কবলৈ ধৰিলে।

২। "বৰাননে, সুগ্ৰীব মোৰ ভ্ৰাতা কিন্তু শত্ৰু, এনেস্থলত তেওঁ সদৰ্পে গৰ্জ্জন কৰি থাকিলে মই তাক সহি থাকো কেনেকৈ?

৩। হে ভীৰু, যি বীৰপুৰুষ যুদ্ধ ক্ষেত্ৰত কোনো দিনে পৰাভূত হোৱা নাই আৰু যি কোনোদিনে পৰাম্মুখ হৈ ওভোতা নাই তেনে জনৰ পক্ষে আনে খেদি আহি অবমাননা কৰা আৰু তাকে সহিথকা মৰণতকৈও অধিক।

৪। হীনগ্ৰীব* সুগ্ৰীবে যুদ্ধ ইচ্ছা কৰি গৰ্জ্জি উঠি যি দৰ্প প্ৰকাশ কৰিছে মই তাক সহি থাকিব নোৱাৰোঁ।

৫। আন পক্ষে ৰাঘবক লৈ মোৰ কাৰণে দুখ কৰাটো তোমাৰ পক্ষে উচিত নহব, কিয়নো তেওঁ ধৰ্ম্মজ্ঞ আৰু কৃতজ্ঞ, গতিকে এনে পাপ কাম তেওঁ কৰিব কিয়?

* দুৰ্ব্বল, নিৰ্লজ্জ

৬। আন আন স্ত্রীবর্গে সৈতে তুমি উভতি যোৱাঁ,—আকৌ পিচে পিচে আহিছা। কিয় ? মোৰ প্ৰতি তোমাৰ যি সৌহাৰ্দ্দ আৰু ভক্তি তাক মই দেখিলোঁ।

৭। মই সুগ্ৰীবৰ লগত যুদ্ধ হে মাত্ৰ কৰিম, তাৰ বাবে ভয় খাব নালাগে, মই কেবল তাৰ দৰ্প চূৰ্ণ কৰিম, তাক প্ৰাণে নামাৰোঁ।

৮। ৰণক্ষেত্ৰত উপস্থিত সুগ্ৰীবৰ প্ৰতি তুমি যেনে ইচ্ছা কৰিছা মই তেনেই কৰিম, বৃক্ষ আৰু মুষ্টিৰ প্ৰহাৰতে কাতৰ হৈ সি উভতি যাব।

৯। সেই দুৰাত্মাই মোৰ সদৰ্প প্ৰহাৰ সহিব নোৱাৰিব। হে তাৰে, তুমি সুগ্ৰীবৰ প্ৰতি কৃপা দেখুৱাই তাৰো সহায় হলা আৰু মোৰ প্ৰতি তোমাৰ যি চেনেহ আছে তাকো দেখুৱালা।

১০। মই মোৰ জীউৰ শপথ দি কৈছোঁ, তুমি আন আন পৰিবাৰবৰ্গে সৈতে উভতি যোৱা, ভ্ৰাতা সুগ্ৰীবৰ ওপৰত জয় লাভ কৰাৰ পিচতেই মই উভতি আহিম।"

১১—১২। বালীয়ে এইদৰে কোৱাত প্ৰিয়বাদিনী তাৰাদেবীয়ে তেওঁক আলিঙ্গন কৰি চকুলো টুকি তেওঁক দক্ষিণফালে ৰাখি প্ৰদক্ষিণ কৰিলে আৰু তাৰ পিচত মন্ত্ৰজ্ঞা জয়াকাঙ্ক্ষিণী তাৰা দেবীয়ে স্বস্ত্যয়নাদি মাঙ্গলিক কাৰ্য্য সমাধা কৰি শোকতে অভিভূতা হৈ অন্তঃপুৰত প্ৰবেশ কৰিলে।

১৩। তাৰাদেবীয়ে স্ত্ৰীবৰ্গে সৈতে নিজৰ ঘৰত প্ৰবেশ কৰাৰ পিচত বালীয়ে সক্ৰোধে মহাসৰ্পৰ নিচিনাকৈ দীৰ্ঘ নিঃশ্বাস কাঢ়ি নগৰীৰ বাহিৰলৈ ওলাই আহিল।

১৪। এইদৰে নিঃশ্বাস পেলাই মহাবেগশালী বালীয়ে ক্ৰোধতে পৰিপূৰ্ণ হৈ শত্ৰুক দেখা পোৱাৰ ইচ্ছা কৰি চাৰিওফালে চকু ফুৰাই চাব ধৰিলে।

১৫। তাৰ পিচতে স্বৰ্ণাভপিঙ্গল বৰ্ণবিশিষ্ট সুগ্ৰীবে দৃঢ়ভাবে কাপোৰ বান্ধিলৈ মাটিত খামোচ মাৰি ধৰি দীপ্ত অনল সদৃশ হৈ যুঁজৰ কাৰণে বৈ থকা তেওঁ দেখা পালে।

১৬। তেতিয়া মহাবাহু বালীয়ে সুগ্ৰীবক এইদৰে বৈ থকা দেখা পাই অতিশয় ক্ৰুদ্ধ হল আৰু টানকৈ টঙ্গালি আঁতি ললে।

১৭। এইদৰে কাপোৰ বান্ধি লৈ বীৰ্য্যবান বালীয়ে হাতৰ মুঠি তুলি সুগ্ৰীবৰ সম্মুখলৈ গল আৰু যুঁজৰ কাৰণে সময় প্ৰতীক্ষা কৰি থাকিল।

১৮। তেতিয়া সুগ্ৰীবেও দৃঢ়ভাবে হাতৰ মুঠি তুলি লৈ অধিক দৰ্পে সৈতে স্বৰ্ণমালাধাৰী বালীৰ ওচৰ চাপিলে।

১৯। এইদৰে ক্ৰোধতে চকু তামৰ নিচিনা ৰঙা কৰি যুদ্ধবিশাৰদ সুগ্ৰীবে মহাবেগে বালীক আক্ৰমণ কৰিবলৈ অহা দেখি বালীয়ে কব ধৰিলে,—

২০। "সুগ্ৰীব, মোৰ আঙ্গুলিসমূহ নিয়ত কৰি দৃঢ়ভাবে হাতৰ মুঠি বান্ধি লৈছোঁ, মই সজোৰে এই মুষ্টি প্ৰহাৰ কৰিলেই তোৰ প্ৰাণবায়ু উৰি যাব।"

২১। বালীয়ে এইদৰে কোৱাত সুগ্ৰীবে ক্ৰুদ্ধ হৈ বালীক কলে, "এই মোৰ মুষ্টি তোৰ প্ৰাণবিনাশ কৰি তোৰ মূৰত পৰক।"

২২। সুগ্ৰীবে এই বুলি কোৱাৰ পিচতে বালীয়ে ক্ৰুদ্ধ হৈ সুগ্ৰীবক আক্ৰমণ কৰি

জোৰেৰে প্ৰহাৰ কৰাত সুগ্ৰীৱৰ মুখেদি তেজ বাহিৰ হব ধৰিলে, সুগ্ৰীৱৰ ৰূপ তেতিয়া বৈ থকা নিজৰা সংযুক্ত পৰ্ব্বতৰ নিচিনা হল।

২৩—২৪। এনে অৱস্থাত সুগ্ৰীৱে নিজ শক্তিবলে এডাল শাল গছ উভালি লৈ নিঃশঙ্কচিত্তে বালীক প্ৰহাৰ কৰিব ধৰাত বালীয়ে বজ্ৰৰ দ্বাৰা প্ৰপীড়িত মহাপৰ্ব্বত সদৃশ ৰূপ ধাৰণ কৰিলে, তাৰ পিচত সুগ্ৰীৱক যথে-মথে কৰা আঘাতত সাগৰৰ মাজত থকা দ্ৰব্যভৰে পৰিপূৰ্ণ নৌকাসদৃশ সুগ্ৰীৱ বিহ্বল হৈ পৰিল।

২৫। দুযোজন যোদ্ধাই ভয়ঙ্কৰ বল আৰু বিক্ৰমশালী, উভয়ে গৰুড়সম বেগবান আৰু সুবৃহৎকায়বিশিষ্ট, অনুমান হল যে গগণ মণ্ডলত সূৰ্য্য আৰু চন্দ্ৰৰ ভিতৰতহে ঘোৰতৰ যুদ্ধ আৰম্ভ হৈছে।

২৬—২৯। এইদৰে পৰস্পৰে শত্ৰুক বিনাশ কৰাৰ উদ্দেশ্যে দুজনে সিজনৰ ছিদ্ৰ অন্বেষণ কৰি যুঁজ কৰি থাকোতে ক্ৰমে মহা বলবীৰ্য্যশালী বালীৰ শক্তি বাঢ়িব ধৰিলে আৰু লগে লগে সূৰ্য্যপুত্ৰ প্ৰবল পৰাক্ৰমশালী সুগ্ৰীৱ হীনবল হল। এনে অৱস্থাত বালীয়ে তেওঁৰ দৰ্প চূৰ্ণ কৰাত হীনবীৰ্য্য সুগ্ৰীৱে ক্ৰোধপূৰ্ণভাবে বালীৰ প্ৰতি ৰাঘৱৰ দৃষ্টি আকৰ্ষণ কৰিব ধৰিলে। উভয়ে শাখাসমন্বিতে গছ, গিৰিশৃঙ্গ, বজ্ৰসদৃশ নখ, মুষ্টি, জানু, ভৰি আৰু হাত প্ৰয়োগ কৰি বৃত্ৰাসুৰ আৰু বাসৱৰ মাজত হোৱাৰ নিচিনা ঘোৰতৰ যুদ্ধত প্ৰবৃত্ত হল।

৩০। বনচাৰী দুযোজন বান্দৰে শোণিতাক্ত কলেৱৰে যুঁজ কৰি থাকোতে উভয়ে মেঘ গৰ্জ্জন ৰবে চীৎকাৰ কৰিব ধৰিলে।

৩১। এনে অৱস্থাত ৰামে দেখিলে যে বান্দৰৰাজ সুগ্ৰীৱে হীনবল হৈ ঘনাই ঘনাই ইফালে চাব ধৰিছে।

৩২। তেতিয়া তেজস্বী ৰামে বান্দৰাধিপতিক বিপন্ন হোৱা দেখি বালীক বধ কৰিবলৈ শৰৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰিব ধৰিলে।

৩৩। তাৰ পিচত কালসৰ্পসম শৰ ধনুত সংযুক্ত কৰি জগৎ সংহাৰক অন্তকে (যমে) কালচক্ৰ পূৰণ কৰাৰ নিচিনাকৈ ধনু পূৰ্ণ কৰি ললে।

৩৪। ধনুৰ গুণত টান দিয়াৰ লগে লগে যি এটা ভীষণ শব্দ হল তাতেই যুগান্তকালত বিমোহিত হোৱাৰ নিচিনাকৈ পশু-পক্ষী সকলো ত্ৰস্তমান হৈ ইফালে-সিফালে দৌৰি পলাবলৈ ধৰিলে।

৩৫। প্ৰদীপ্ত বজ্ৰসম ৰাঘৱৰ শৰ বজ্ৰনিনাদে এৰি দিয়াৰ লগে লগে বালীৰ বুকুত নিপতিত হল।

৩৬। পিচতেই বীৰ্য্যবান বান্দৰাধিপতি মহাতেজস্বী বালী শৰবিদ্ধ হৈ মাটিত বাগৰি পৰিল।

৩৭। আহিন মাহৰ পূৰ্ণিমা তিথিত ইন্দ্ৰধ্বজ যিদৰে ভূতলশায়ী হয়, বালীও সেইদৰে অচেতন হৈ প্ৰাণহীন হব ধৰা অৱস্থাত বাস্পৰুদ্ধকণ্ঠে ধীৰে ধীৰে বেদনাপূৰ্ণ স্বৰে কেঁকাই কেঁকাই মাটিত পৰি গল।

৩৮। প্ৰলয় কালত হৰে যিদৰে (সংহাৰ কৰাৰ উদ্দেশ্যে) নিজমুখৰ পৰা ধূমপূৰ্ণ

অগ্নি এৰি দিয়ে কালসদৃশ নৰোত্তম ৰামচন্দ্ৰইও সুবৰ্ণসদৃশ প্ৰভাকৰ শত্ৰুবিনাশক শৰ সেইদৰে নিক্ষেপ কৰিলে।

৩৯। আৰু এইদৰেই পৰ্ব্বতজাত পুষ্পিত অশোক বৃক্ষসদৃশ, ইন্দ্ৰপুত্ৰ বালী উৎসৱৰ শেহত ইন্দ্ৰধ্বজ যিদৰে নিপাতিত হয় সেইদৰে তেজ আৰু পানী উদ্‌গীৰণ কৰি অচেতন হৈ মাটিত পৰি গল।

॥ ইতি কিষ্কিন্ধ্যাকাণ্ডৰ অন্তৰ্গত ষোড়শ সৰ্গ সমাপ্ত ॥

## সপ্তদশ সৰ্গ

## ৰামৰ প্ৰতি বালীৰ ভৎসনা

১। ৰণকুশল বালী ৰামৰ শৰৰ দ্বাৰা আহত হৈ গুৰি কাটি দিয়া গছৰ নিচিনাকৈ হঠাতে ঢলি পৰিল।

২। তপ্তকাঞ্চন বিভূষিত বালীয়ে শৰীৰৰ সকলো অঙ্গ মাটিত নিপাতিত কৰি দেৱৰাজ ইন্দ্ৰৰ ৰথৰ বান্ধনিমুক্ত ধ্বজ সদৃশ ৰূপ ধাৰণ কৰিলে।

৩। ঋক্ষ আৰু বান্দৰগণৰ অধিপতি বালী এইদৰে নিপতিত হোৱাত, মেদিনী অৰ্থাৎ তেওঁৰ শাসিত ৰাজ্যে নষ্টতাৰক গগনমণ্ডলৰ নিচিনা শোভা ধাৰণ কৰিলে।

৪। মহাত্মা বালী ভূপতিত হ'ল যদিও তেওঁৰ শ্ৰী, প্ৰাণবায়ু তেজ আৰু পৰাক্ৰমে তেওঁৰ শৰীৰ ত্যাগ কৰা নাছিল।

৫। ইন্দ্ৰদত্ত ৰত্নবিভূষিত সুবৰ্ণময়ী শ্ৰেষ্ঠ মালাধাৰীয়ে কপিপ্ৰবৰৰ প্ৰাণ, তেজ আৰু শ্ৰী ৰক্ষা কৰি আছিল।

৬। বান্দৰ যূথাধিপতি বালীয়ে সুবৰ্ণনিৰ্ম্মিত সেই মালা পৰিধান কৰি সন্ধ্যাকালৰ ৰাঙলী ৰঙে ৰঞ্জিত মেঘখণ্ডৰ নিচিনা শোভা ধাৰণ কৰিলে.

৭। তেওঁ নিপতিত হোৱাতো অনুমান হল যেন লক্ষ্মীদেৱীয়েহে যেন মালা, তেওঁৰ শৰীৰ আৰু মৰ্ম্মঘাতীশৰ এই তিনিভাগে বিভক্ত হৈ তাত শোভা প্ৰকাশ কৰি আছে।

৮। ৰামচন্দ্ৰৰ শৰাসন নিক্ষিপ্ত এই বাণে বীৰ বালীৰ স্বৰ্গমাৰ্গ প্ৰকাশক ৰূপে বিদ্যমান হৈ তেওঁক পৰমগতি দান কৰিলে।

৯—১৩ *মহেন্দ্ৰসদৃশ দুৰ্দ্ধৰ্ষ, উপেন্দ্ৰ সম দুঃসহ, হেমমালাধাৰী, বিশাল বক্ষবিশিষ্ট মহাবাহু, উজ্জলমুখযুক্ত, পিঙ্গলনেত্ৰ ইন্দ্ৰসুত বালী ৰণক্ষেত্ৰত নিপতিত হৈ শিখা বিহীন অগ্নি,

---

* মহেন্দ্ৰ—আজানদেৱ অৰ্থাৎ জন্মমতেই দেৱত্বপ্ৰাপ্ত জীৱ

উপেন্দ্ৰ—কৰ্ম্মদেৱ অৰ্থাৎ নিজ কৰ্ম্মৰ দ্বাৰা দেৱত্বপ্ৰাপ্ত

পুণ্যক্ষয়ৰ পিচত স্বৰ্গচ্যুত যযাতি অথবা যুগান্ত কালৰ ভূপতিত সূৰ্য্যসদৃশ প্ৰকাশমান হৈ থকা দেখি লক্ষ্মণক লগত লৈ ৰামচন্দ্ৰ তেওঁৰ ওচৰ চাপিলে। মহাবীৰ্য্যশালী ৰাম আৰু লক্ষ্মণ দুয়োজন ভাই ককায়ে শিখাবিহীন অগ্নিসদৃশ বীৰ বালীৰ পিনে চাই চাই সসম্মানে ধীৰ-গতিত তেওঁৰ ওচৰত উপস্থিত হল।

১৪—১৫। নিহত বালীয়ে অল্পমাত্ৰ শক্তি আৰু প্ৰাণ লৈ লৰচৰ কৰিব নোৱাৰা অৱস্থাত ভূতলশায়ী হৈ থাকি ৰাঘৱ আৰু মহাবলশালী লক্ষ্মণক দেখা পাই ধীৰভাবে ধৰ্ম্ম আৰু অৰ্থপূৰ্ণ বাক্যে সগৰ্ব্বে ৰণগৰ্ব্বেগৰ্ব্বিত ৰামচন্দ্ৰক উদ্দেশ্য কৰি কবলৈ ধৰিলে।

১৬। "ৰাম, মই আপোনাৰ সম্মুখীন হৈ আপোনাৰ লগত যুদ্ধ কৰা নাছিলোঁ, এনে অৱস্থাতো আপুনি মোক বধ কৰি কি যশস্যা লাভ কৰিলে? মই আনৰ লগত ঘোৰতৰ যুঁজত লিপ্ত থাকোতেই আপুনি মোক বধ কৰিলে।

১৭। আপুনি কুলীন, সত্ত্বসম্পন্ন, তেজস্বী আৰু ব্ৰতাচাৰী, আপুনি কৰুণাময় আৰু প্ৰজাসমূহৰ হিতসাধনত ৰত।

১৮। আপুনি দয়াশীল, উৎসাহবান, উচিতানুচিত কালজ্ঞ আৰু দৃঢ়ব্ৰত, সকলো প্ৰাণীয়ে এইবুলি আপোনাৰ যশোগুণ গায।

১৯। হে ৰাজন, শম, দম, ক্ষমা, ধৃতি, সত্য, পৰাক্ৰম আৰু অপকাৰীৰ ওপৰত দণ্ডবিধান—এই কেইটা ৰজাসকলৰ গুণ।

২০। আপোনাৰ উচ্চকুলত জন্ম আৰু এই সকলো গুণ আপোনাত আছে বুলি ধৰি লৈ তাৰাই নিষেধ কৰা সত্ত্বেও মই যুদ্ধত সুগ্ৰীবৰ সম্মুখীন হওঁ।

২১। মই আনৰ লগত যুঁজত প্ৰবৃত্ত আছিলোঁ এতেকে আপোনাৰ বিষয়ে সম্পূৰ্ণ উদাসীন হৈ থকা অৱস্থাতে আপুনি মোক শৰবিদ্ধ কৰাটো উচিত হোৱা নাই, আপোনাক দেখাৰ আগতে আপোনাৰ বিষয়ে এনে বুদ্ধিহে মোৰ মনত খেলি আছিল।

২২। কিন্তু এতিয়া মই জানিলোঁ আপুনি নষ্টাত্মা ধৰ্ম্মধ্বজী, অধাৰ্ম্মিক, পাপাচাৰী আৰু তৃণাবৃত কূপসদৃশ, আপুনি সজ্জন বেশধাৰী পাপাত্মা, আৰু ভস্মাচ্ছাদিত অগ্নিসদৃশ, মই জনা নাছিলোঁ যে আপুনি কপটধৰ্ম্মভাবৰ দ্বাৰা আবৃত।

২৪। আপোনাৰ দেশ বা নগৰলৈ গৈ মই কোনো পাপাচৰণ কৰা নাই আৰু কোনোদিনে মই আপোনাৰ কোনো অৱমাননাও কৰা নাই, এতেকে মোৰ নিচিনা নিষ্পাপ এজনক আপুনি বধ কৰিলে কিয?

২৫। বিশেষকৈ মই এটা বনচাৰী ফলমূলভোজী বান্দৰ, মই আপোনাৰ লগত যুদ্ধত প্ৰবৃত্ত হোৱা নাছিলোঁ, আন এজনৰ লগতহে যুদ্ধত লিপ্ত হৈ আছিলোঁ।

২৬। কিন্তু হে ৰাজন, আপুনি নৰাধিপতিৰ পুত্ৰ বুলি প্ৰখ্যাত, আৰু প্ৰিয়দৰ্শন, ধৰ্ম্মসম্মত চিহ্নও* আপোনাত বিদ্যমান।

২৭। কোনজনে ক্ষত্ৰিয়কুলত জন্মগ্ৰহণ কৰি, বেদাদিশাস্ত্ৰত পাৰ্গত হৈ, সকলো প্ৰকাৰৰ সন্দেহ ভঞ্জন কৰি, ধৰ্ম্মসম্মত চিহ্নে আচ্ছাদিত হৈ এনে ক্ৰূৰকৰ্ম্ম কৰিব পাৰে?

* জটা বকল ধাৰণ ইত্যাদি।

২৮। ৰঘুকুলত আপোনাৰ জন্ম আৰু আপুনি ধাৰ্ম্মিক বুলি জনাজাত, এনেস্থলত আপুনি নিজে অসাধু হৈ সাধুৰ ৰূপ লৈ ঘূৰি ফুৰিছে কিয় ?

২৯। হে ৰাজন, সাম, দান, ক্ষমা, ধৰ্ম্ম, সত্য, ধৈৰ্য্য, পৰাক্ৰম আৰু অপকাৰীজনৰ প্ৰতি দণ্ডবিধান এই সকলো ৰজাৰ গুণ।

৩০। কিন্তু হে ৰাম, আমি বনচাৰী পশু, ফলমূলেই আমাৰ আহাৰ আৰু আমাৰ প্ৰকৃতিও তেনে, আনপিনে হে নৰেশ্বৰ আপুনি পুৰুষ*।

৩১। ৰাজ্য, সোণ, ৰূপ ইত্যাদিবোৰ বিগ্ৰহৰ কাৰণ হব পাৰে, এনে অবস্থাত এই বনপ্ৰদেশত আমাৰ এই ফলমূল বিষয়ত আপোনাৰ কি লোভ হব পাৰে ?

৩২। নীতি আৰু বিনয়, নিগ্ৰহ আৰু অনুগ্ৰহ ইত্যাদিবোৰ বিৰুদ্ধভাবাপন্ন হলেও এনে বিষয়ত ৰাজবৃত্তিয়ে উদাৰ ভাবহে অবলম্বন কৰে†, ৰজাসকলে নিজ ইচ্ছাৰ বশবৰ্ত্তী হৈ কাম নকৰে।

৩৩। কিন্তু আপোনাৰ ক্ষেত্ৰত আপুনি আপোনাৰ নিজ ইচ্ছাকে প্ৰাধান্য দিছে, আপুনি কোপন স্বভাব, আৰু অব্যবস্থিত চিত্ত, এতেকে ৰাজ্যকাৰ্য্য বিষয়ত সঙ্কীৰ্ণ ভাব লৈ ধনুশৰৰ আশ্ৰয় লৈছে।

৩৪। হে মনুজেশ্বৰ, ধৰ্ম্মবিষয়ত আপোনাৰ আস্থা নাই, আৰু আপোনাৰ বুদ্ধিয়ে যথাৰ্থ বিষয়ত স্থিৰতা লাভ কৰিব পৰা নাই, আপুনি যথেচ্ছাচাৰী আৰু সেই কাৰণে ইন্দ্ৰিয় সমূহৰ দ্বাৰা পৰিচালিত হৈছে।

৩৫। হে কাকুৎস্থ, মই নিৰপৰাধী এজনক শৰাঘাতৰ দ্বাৰা বধ কৰি, আপোনাৰ এই ঘৃণনীয় কামৰ বিষয়ে সাধুসমাজত আপুনি কি কব ?

৩৬। ৰাজঘাতী, ব্ৰহ্মঘাতী, গোহত্যাকাৰী, চোৰ, প্ৰাণীবধৰত, নাস্তিক আৰু পৰিবেত্তা‡—এই সকলো নৰকগামী হয়।

৩৭। আৰু সেইদৰে টুটকীয়া (সূচক), লোভী (কদৰ্য্য), মিত্ৰঘাতী, গুৰুপত্নীগামী, ইহঁতেও পাপাত্মাসকলৰ যি স্থান তাকেহে পায়—তাত কোনো সংশয় নাই।

৩৮। মোৰ ছাল কোনেও ব্যবহাৰ নকৰে, মোৰ অস্থি আৰু লোমো সাধুলোকৰ পৰিত্যাজ্য আৰু মোৰ মঙহো আপোনালোকৰ নিচিনা ধৰ্ম্মপৰায়ণ পুৰুষৰ অভক্ষণীয়।

৩৯। হে ৰাঘৱ শল্যক, শ্বাবিধ, গোধা, শশক§ আৰু কাছ এই পাঁচবিধ পঞ্চনখী বস্তু ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ ভক্ষ্য।

৪০। কিন্তু হে ৰাম, মণীষীসকলে মোৰ অস্থি আৰু চৰ্ম্ম স্পৰ্শ নকৰে আৰু মোৰ মাংসও অভক্ষ্য, তথাপি আপুনি পঞ্চনখী বান্দৰ এটাক বধ কৰিলে।

---

* এতেকে বনচৰ, পুৰচৰ, পশু আৰু নৰ ইত্যাদি বিভিন্ন ধৰ্মাবলম্বী আপোনাৰ আৰু আমাৰ ভিতৰত বিৰোধৰ কোনো কাৰণ নাই।

† অৰ্থাৎ ৰজাই বিজয় কালৰ পৰা নেচাই ঋিটো ন্যায়সঙ্গত তাকেহে অবলম্বন কৰে।

‡ জ্যেষ্ঠজনে বিয়া কৰোৱাৰ আগতে যিজন কনিষ্ঠই বিবাহ কৰে তেওঁক পৰিবেত্তা বোলে।

§ শল্যক আৰু শ্বাবিধ—কেটেলা পহু জাতীয় জন্তু। গোধা—গুই সাপ।

৪১। তাৰাদেবীয়ে সকলো কথা জানিয়ে মোক হিত উপদেশ দিছিলে, তথাপি মোহান্ধ হৈ মই সেই হিত উপদেশ উলঙ্ঘা কৰি কালৰ বশীভূত হলোঁ।

৪২। বিধৰ্ম্মী পতিক লাভকৰি সচ্চৰিত্ৰা নাৰী যিদৰে নাথবতী নহয, হে কাকুস্থ, আপোনাৰ নিচিনা নাথক লাভ কৰিও পৃথিবী সেইদৰে নাথযুক্ত হব নোৱাৰে।

৪৩। আপোনাৰ নিচিনা শঠ,* পৰাপকাৰী, ক্ষুদ্ৰমনা, মিথ্যাচাৰযুক্ত আৰু পাপমতি জনক মহাত্মা দশৰথে জন্মদিব পালে কেনেকৈ ?

৪৪। মই দেখিলোঁ যে ৰামৰূপহস্তীয়ে সজ্জনৰ ধৰ্ম্ম অতিক্ৰম কৰি চাৰিত্ৰ্যবান্ধনি ছিঙি ধৰ্ম্মৰূপ অঙ্কুশ অগ্ৰাহ্য কৰি মোক বধ কৰিলে।

৪৫। আপোনাৰ এই কৰ্ম্ম অশুভ, অযুক্তিকৰ আৰু সাধুলোকৰ নিন্দনীয়, এনেবিধৰ কাম কৰি উঠি যেতিয়া সাধুসমাজৰ লগত মিলিত হবলৈ চেষ্টা কৰিব তেতিয়া আপুনি কি কব ?

৪৬। আপোমাৰ লগত যুদ্ধ বিষযে উদাসীন হৈ থকাকালত মোৰ প্ৰতি যি পৰাক্ৰম দেখুৱালে তাক দেখিলোঁ, কিন্তু প্ৰকৃততে আপোনাৰ যিজন অপকাৰী† তাৰ ওচৰত আপুনি কেনে ধৰণৰ বিক্ৰম দেখুৱাব তাকেহে নেদেখিলোঁ।

৪৭। হে নৃপাত্মজ, আপুনি মই দেখাকৈ যদি মোৰ লগত যুদ্ধ কৰিলেহেঁতেন তেন্তে মোৰ হাতত নিহত হৈ এতিযাই যমৰাজৰ লগত সাক্ষাৎ কৰিলেহেঁতেন।

৪৮। মই আপোনাৰ কাৰণে দুৰ্দ্ধৰ্ষ, তথাপি টোপনিত থকা কালত সাপে খুটি মৰাৰ নিচিনা মই নেদেখা অবস্থাত আপুনি মোক বধ কৰি নিশ্চয় পাপৰ ভাগী হৈছে।

৪৯। আপুনি যি কাৰণত সুগ্ৰীবৰ হিত কামনা কৰি মোক বধ কৰিলে, তাৰবাবে আগতে মোক অনুৰোধ জানোৱাহেঁতেন, মই এদিনতেই আপোনাৰ মৈথিলীক আনি দিব পাৰিলোঁহেঁতেন।

৫০। আপোনাৰ ভাৰ্য্যাপহাৰী সেই দুৰাত্মা ৰাক্ষস ৰাৱণক সমৰক্ষেত্ৰত বধ নকৰাকৈযে ডিঙিত বান্ধি আনি আপোনাৰ ওচৰত উপস্থাপিত কৰিলোঁহেঁতেন।

৫১, সীতা সাগৰৰ পানীৰ মাজতেই থাকক বা পাতাল পুৰীতেই থাকক, আপুনি আদেশ কৰা মাত্ৰেই মই শ্বেতাশ্বতৰীৰ‡ নিচিনা তেওঁক উদ্ধাৰ কৰি আনিলোঁহেঁতেন।

৫২। বাৰু এতিযা মই স্বৰ্গগামী হলে সুগ্ৰীবে ৰাজ্যভাৰ লাভ কৰিব এইটো বাৰু ভালেই হৈছে, কিন্তু আপুনি যে অধৰ্ম্মক আশ্ৰয় কৰি মোক যুঁজত বধ কৰিলে এইটোহে যুক্তিৰে চুকি নোপোৱা বিধৰ হল।

৫৩। কাল প্ৰাপ্ত হলে সকলো প্ৰাণীয়েই মৃত্যুমুখত পতিত হয়, এইটো স্বাভাবিক

---

* শঠ—গোপনে আনৰ অন্যায়কাৰী

† যেনে ৰাৱণাদি।

‡ বেদে (শ্ৰুতিয়ে) শ্বেতাশ্বতৰীৰূপ (খগা মাইকী ঘোঁৰা) ধাৰণ কৰাত মধু আৰু কৈটভ এই দুই দানবে তেওঁক হৰণ কৰি পাতালপুৰীত ৰাখে। তেতিয়া নাৰায়ণে হয়গ্ৰীৱৰূপ ধাৰণ কৰি মধু কৈটভক বধ কৰি শ্ৰুতিক পৃথিবীলৈ আনে।

কথা। কিন্তু সময়ত আপুনি যেতিয়া ৰাজ্যভাৰ প্ৰাপ্ত হব সেই সময়ত মোক এইদৰে বধ কৰি ৰাজ্যলাভ কৰাৰ ফলত আপোনাৰ প্ৰজাবৰ্গে আপোনাক প্ৰশ্ন কৰিব, তাৰ উত্তৰত আপুনি কি কব তাৰ বিষয়ে চিন্তা কৰা উচিত হব।"

৫৪। বান্দৰৰাজপুত্ৰ মহাত্মা বালীয়ে শৰবিদ্ধহৈ ব্যথিতচিত্তে শুকানমুখে এইদৰে কৈ সন্মুখত সূৰ্য্যসদৃশ ৰামচন্দ্ৰক দেখা পাই মনে মনে থাকিল।

**॥ ইতি কিষ্কিন্ধ্যাকাণ্ডৰ অন্তৰ্গত সপ্তদশ সৰ্গ সমাপ্ত ॥**

# অষ্টাদশ সৰ্গ

## বালীৰ প্ৰতি ৰামৰ দণ্ডনীতি ব্যাখ্যা

১। ৰামৰ দ্বাৰা আহত হৈ লৰচৰ কৰিব নোৱাৰা অৱস্থাত থাকিয়ে বালীয় সবিনয়ে ধৰ্ম্মাৰ্থপূৰ্ণ হিতকৰ অথচ কঠোৰতাপূৰ্ণ বাক্যে ৰামক ওপৰত কোৱাৰ দৰে কলে।

২-৩। এইদৰে তিৰস্কৃত হোৱাৰ পিচত ৰামে প্ৰভাহীন আদিত্য সদৃশ, বাৰিমুক্ত মেঘ-সদৃশ আৰু নুমাব ধৰা অগ্নিসদৃশ (ভূতলশায়ী) বান্দৰশ্ৰেষ্ঠ বালীক ধৰ্ম্মাৰ্থযুক্ত বাক্যে কবলৈ ধৰিলে।

৪। "বালী, তুমি ধৰ্ম্ম, অৰ্থ, কাম আৰু লোকাচাৰসিদ্ধ কথাৰ কোনো ভু নোপোৱাকৈ তোমাৰ অপৈণত বুদ্ধিক আশ্ৰয় কৰি মোক এইদৰে তিৰস্কাৰ কৰিছা কিয়?

৫। হে সৌম্য, তুমি বুদ্ধিসম্পন্ন আচাৰ্য্যবৎ মাননীয় বৃদ্ধসকলক নোসোধাকৈ বান্দৰ-সুলভ প্ৰকৃতিৰ বশবৰ্ত্তী হৈ মোক এইদৰে কবলৈ ইচ্ছা কৰিছা।

৬। তুমি জানা পৰ্ব্বত, বন আৰু কাননসমূহক লৈ এই ভুপ্ৰদেশ ইক্ষাকু কুলৰ অধীনত, গতিকে তাত থকা পশু, পক্ষী আৰু মনুষ্যকুলৰ ওপৰত বিহিব লগা অনুগ্ৰহ আৰু নিগ্ৰহবিষয়তো তেওঁলোকৰেই অধিকাৰ।

৭। বৰ্ত্তমানে সত্যবান সৰলস্বভাৱ ধৰ্ম্মাৰ্থকামতত্ত্বজ্ঞ, নিগ্ৰহানুগ্ৰহৰত ধৰ্ম্মাত্মা ভৰতে এই ভুপ্ৰদেশ পালন কৰি আছে।

৮। যাৰ ওপৰত নীতি, বিনয় আৰু সত্য সম্যকৰূপে স্থাপিত আছে আৰু যিজন যথাযুক্তভাৱে বিক্ৰমশীল আৰু দেশকালতত্ত্বজ্ঞ তেওঁৰেই প্ৰকৃততে ৰজা।

৯। ধৰ্ম্ম সংস্থাপনৰ উদ্দেশ্যে তেওঁৰেই আদেশ মানি লৈ আমি আৰু আন আন পাৰ্থিব সকলে ধৰ্ম্মপ্ৰচাৰ ইচ্ছা কৰি এই পৃথিবীত পৰিভ্ৰমণ কৰি ফুৰিছোঁ।

* ধৰ্ম্মৰ কালৰ পৰা চাই এনে বিবেচনা কৰা উচিত।

১০। ধৰ্ম্মবৎসল নৃপতিশাৰ্দ্দুল ভৱতে এই পৃথিবী পালন কৰি থকা কালৰ ভিতৰত কাৰ এনে সাধ্য যি ধৰ্ম্মবিৰুদ্ধ কামত প্ৰবৃত্ত হব পাৰে ?

১১। ভৰতৰ আজ্ঞা মানি লৈ অত্যুৎকৃষ্ট স্বধৰ্ম্মত আমি সকলোৱে ধৰ্ম্মভ্ৰষ্ট প্ৰাণীসমূহৰ বিষয়ে যথোপযুক্ত বিধানৰ বিষয়ে চিন্তা কৰি থাকোঁ।

১২। তুমি তোমাৰ ঘৃণনীয় কামৰ দ্বাৰা লোকসমাজত নিন্দনীয় হৈ ধৰ্ম্মৰ অবমাননা কৰিছা, তোমাৰ নিজ কামনাপূৰণকে প্ৰাধান্য দি ৰাজপ্ৰবৰ্ত্তিত পথত থাকিব পৰা নাই।

১৩। ধৰ্ম্ম পথতৰত জ্যেষ্ঠ ভ্ৰাতা, পিতা আৰু শিক্ষাদাতা এই তিনিও পিতৃস্থানীয়।

১৪। সেইদৰে কনিষ্ঠ ভ্ৰাতা, নিজৰ ঔৰষজাত পুত্ৰ আৰু গুণবান শিষ্য এই তিনজনকো পুত্ৰবৎ ভবা উচিত, এই ক্ষেত্ৰতো ধৰ্ম্মই কাৰণ (অৰ্থাৎ তেওঁলোক যদি ধৰ্ম্মজ্ঞান সম্পন্ন হয়)।

১৫। হে কপিপ্ৰবৰ, সজ ধৰ্ম্ম অতি সূক্ষ্ম আৰু অতি কষ্টেৰেহে তাক জনা যায়, একমাত্ৰ হৃদিস্থ সৰ্ব্বলোকৰ আত্মাইহে কোনটো শুভ আৰু কোনটো অশুভ তাক জানিব পাৰে।

১৬। জাত্যন্ধজনে যিদৰে আন জাত্যন্ধজনৰ লগত পৰামৰ্শ কৰিও একো দেখা নাপায় তুমি নিজে চঞ্চল প্ৰকৃতিৰ হৈ আন অবিশুদ্ধাত্মা চঞ্চল প্ৰকৃতিৰ বান্দৰসকলৰ লগত মন্ত্ৰণা কৰি ধৰ্ম্মবিষয়ে কি জানিব পাৰিবা।

১৭। তথাপি মোৰ এই উক্তিৰ মৰ্ম্ম স্পষ্টকৈ তোমাক কওঁ, তুমি অকল ৰোষৰ বশবৰ্ত্তী হৈ মোক নিন্দা কৰাটো উচিত হোৱা নাই।

১৮। যি কাৰণত মই তোমাক বধ কৰিলোঁ তাক কওঁ শুনা। তুমি সনাতন ধৰ্ম্ম পৰিত্যাগ কৰি তোমাৰ ভ্ৰাতাৰ ভাৰ্য্যাৰ লগত সহবাস কৰিছা।

১৯। মহাত্মা এই সুগ্ৰীৱ জীয়াই থকা কালৰ ভিতৰতে তুমি কামভাবৰ বশবৰ্ত্তী হৈ তোমাৰ বোৱাৰীসদৃশ তেওঁৰ ভাৰ্য্যা ৰুমাৰ লগত একেলগে আছা, ইয়াৰ দ্বাৰা তুমি ডাঙৰ এটা পাপৰ কাম কৰিছা।

২০। গতিকে হে বান্দৰ তুমি কামপ্ৰবৃত্ত হৈ ধৰ্ম্মপথ অতিক্ৰম কৰিছা আৰু তোমাৰ ভ্ৰাতৃবধূগমনৰ ফলত তোমাৰ ওপৰত এই দণ্ড বিহিত কৰা হৈছে।

২১। হে বান্দৰযূথপতি, যিসকল পুৰুষে লোকাচাৰৰ বিৰুদ্ধে গৈ সমাজনীতিৰ মৰ্য্যাদা ৰক্ষা নকৰে তেনে লোকৰ পক্ষে (প্ৰাণ) দণ্ড বিহিত কৰাৰ বাহিৰে আন শাস্তিৰ পথ নেদেখোঁ।

২২। মই উচ্চকুল জাত ক্ষত্ৰিয়,† গতিকে তোমাৰ এই পাপ মই ক্ষমা কাৰব নোৱাৰোঁ।

২৩। স্মৃতিশাস্ত্ৰমতে যিজনে কামভাবৰ বশবৰ্ত্তী হৈ সহোদৰা ভগিনী অথবা কনিষ্ঠ-ভ্ৰাতাৰ পত্নীত ৰমণ কৰে তাৰ পক্ষে বধহে উপযুক্ত শাস্তি। ৰজা ভৰতৰ এই আদেশ, তেওঁৰেই আদেশ আমি পালন কৰিছোঁ।

---

* দুষ্টৰ প্ৰতি নিগ্ৰহ আৰু শিষ্টৰ প্ৰতি অনুগ্ৰহ।

† এতেকে আনৰ ওপৰত দণ্ডবিধান কৰাৰ অধিকাৰ মোৰ আছে।

২৪। তুমি ধৰ্ম্ম পথ অতিক্ৰম কৰিছা, এতেকে ধৰ্ম্মমতে ৰাজ্য পালন কৰি থাকি যি সকলে মহান ধৰ্ম্ম পথ অতিক্ৰম কৰি ধৰ্ম্মত ব্যাঘাত জন্মায় তেনে জনক মই উপেক্ষা কৰি থাকিব পাৰোঁ কেনেকৈ ?

২৫। যিসকল পুৰুষ কামপৰতন্ত্ৰ তেনেলোকৰ প্ৰতি শাস্তিবিধান কৰিবলৈ ভৰত ৰাজসিংহাসনত অধিষ্ঠিত, হে কপীন্দ্ৰ তেওঁৰ আদেশকে মানি লৈ আমি তোমাৰ নিচিনা ধৰ্ম্ম উলঙ্ঘাকাৰীসকলক শাস্তি বিধান কৰিবলৈ উদ্যত হৈছো*।

২৬। লক্ষ্মণৰ লগত মোৰ যেনে সখ্যভাৱ সুগ্ৰীৱৰ লগতো তেনে, মোৰ ভাৰ্য্যাৰ উদ্ধাৰ আৰু ৰাজ্য প্ৰাপ্তিৰ অৰ্থে তেৱেঁই একমাত্ৰ মঙ্গলবিধায়ক ( অৰ্থাৎ প্ৰতিজ্ঞাবদ্ধ ) সুহৃদ।

২৭। সেই সময়ত বান্দৰবিলাকৰ সম্মুখত মযো তেনেদৰে প্ৰতিজ্ঞা কৰিছিলো। মোৰ নিচিনা এজনে এবাৰ প্ৰতিজ্ঞা কৰি তাক পালন নকৰি উপেক্ষা কৰিব পাৰো কেনেকৈ ?

২৮। এতেকে ধৰ্ম্মসম্মত কাৰণ সম্মুখত ৰাখি তোমাৰ প্ৰতি যিটো উপযুক্ত শাসন বুলি স্থিৰ কৰা হৈছে তুমি তাক মানি লোৱা উচিত।

২৯। তোমাৰ প্ৰতি যি শাস্তি বিধান কৰা হৈছে সি সৰ্ব্বতোভাবে ধৰ্ম্মসম্মত, বন্ধুৰ উপকাৰৰ অৰ্থে যিটো কৰা হয় তাকো ধৰ্ম্মৰ প্ৰতি লক্ষ্য ৰাখিয়ে কৰা হৈছে।

৩০—৩২। ধৰ্ম্মানুসৰণকাৰী পুৰুষে এনেবিধৰ পাপকৰ্ম্মত লিপ্ত হলে অনুতপ্ত হৈ নিজে ৰাজদণ্ড বৰণ কৰি লয়, ধৰ্ম্মত থকাহলে তুমিও অবশ্যে তেনেদৰে মূৰ পাতি লব পাৰিলাহেঁতেন, এনে পাপৰ বাবে যি শাস্তি তুমি পোৱা উচিত মই তাৰ হে বিধান মাত্ৰ কৰিছোঁ, এতেকে তুমি ক্ষুব্ধ হোৱাটো উচিত নহব। এই বিষযে সুচৰিত্ৰ বিষয়ক মনু-প্ৰণীত দুটা শ্লোক ধৰ্ম্মকুশল পণ্ডিত সকলে উল্লেখ কৰি থাকে, পাপকাৰী মানুহে ৰাজদণ্ড মানি লৈ পাপৰ পৰা মুক্ত হৈ পুণ্যশীল মানুহৰ নিচিনা স্বৰ্গ লাভ কৰে। ৰজাই শাস্তিবিধানেই কৰক বা মুক্তিকে দিয়ক পাপীজনে তাৰ দ্বাৰা পাপৰ পৰা মুক্তি পায, কিন্তু ৰজাজনে যদি তেনেবিধৰ পাপীজনক শাসন নকৰে তেন্তে তেওঁ নিজে সেই পাপৰ ভাগী হয়।

৩৩। আমাৰ পূৰ্ব্বপুৰুষ আৰ্য্য মান্ধাতাৰ দিনত এজন শ্ৰমণে ( অৰ্হত বা জৈন তাপস ) তোমাৰ নিচিনা পাপ কাম কৰাত, তেওঁ তেওঁৰ ওপৰত ঘোৰ শাস্তি বিধান কৰিছিল।

৩৪। এইদৰে আন আন বহুজনে ধৰ্ম্মপথৰ পৰা স্খলিত হৈ পাপ কাম কৰে, নৰাধিপতিগণেও তেওঁলোকক সেইদৰে দণ্ডবিধান কৰে। আনকি বহুতে নিজে প্ৰায়শ্চিত্ত কৰিও তেনে পাপৰ পৰা মুক্তি লাভ কৰে।

৩৫। এতেকে হে বান্দৰশাৰ্দ্দুল, তুমি অনুতাপ কৰাৰ প্ৰয়োজন নাই, তোমাৰ এই বধ ধৰ্ম্ম অনুসৰিয়ে বিধান কৰা হৈছে, যিহেতু আমি স্বাধীন নহওঁ অৰ্থাৎ ( শাস্ত্ৰৰ উপদেশৰ অধীন )।

---

* ভৰতে ৰামক কোনো প্ৰকাৰৰ আদেশ দিয়াৰ কথা কতো উল্লেখ নাই। কিন্তু ভৰত পিত্ৰাদেশ আৰু ৰামৰ অনুমতি মতে ৰজা। অতএব ৰামকে আদি কৰি সকলো ৰাজপুৰুষে ৰাজধৰ্ম্ম পালন কৰিবলৈ বাধ্য। ৰাজনীতি সুবিদিত ধৰ্ম্মৰত ভৰতে বিশেষ কোনো বিষয়ক উদ্দেশ্য কৰি আদেশ নিদিলেও যথাস্থানত সেইমতে কাম কৰাত ৰামৰ অধিকাৰ আছে।

৩৬। হে মহাবীৰ হৰিপুঙ্গৱ, এই বিষয়ে আৰু এটা যি কাৰণ আছে সেইটো শুনি তুমি তোমাৰ ক্ৰোধ পৰিহাৰ কৰা।

৩৭। হে কপিশ্ৰেষ্ঠ, তোমাক এইদৰে বধ কৰি মোৰ মনত কোনো মনস্তাপ হোৱা নাই আনপক্ষে ক্ৰোধৰ বশবৰ্ত্তী হৈয়ো মই এনেদৰে তোমাক বধ কৰানাই, মানুহে মাংসৰ লোভত জাল, পাশ অথবা তৃণেৰে আবৃত গাঁত আদি নানা উপায়ৰ দ্বাৰা প্ৰকাশ্য বা অপ্ৰকাশ্যভাবে পলাব ধৰা, ভীত, বিশ্বস্ত, যুদ্ধৰত প্ৰমত্ত বা অপ্ৰমত্ত অথবা বিমুখ অবস্থাত থকা পশুক শৰৰ দ্বাৰা বধ কৰি থাকে, ইয়াত কোনো ৰকমৰ দোষে স্পৰ্শ নকৰে। আৰু ধৰ্ম্মনিষ্ঠ ৰাজৰ্ষিসকলেও এইদৰে মৃগয়ালৈ যায, এই কাৰণে হে বান্দৰ, তুমি মোৰ লগত যুদ্ধ কৰা বা নকৰা তোমাক মই বধ কৰিছোঁ, যিহেতু তুমি এটা শাখামৃগ (অৰ্থাৎ বান্দৰ)।

৪১—৪২। হে বান্দৰশ্ৰেষ্ঠ, ৰজাসকল দুৰ্লভ আৰু মঙ্গলময় ধৰ্ম্ম আৰু জীৱনৰ দাতা ইযাত কোনো সংশয নাই, এই কাৰণে তেওঁলোকক হিংসা কৰা, তেওঁলোকৰ প্ৰতি আক্ৰোশমূলক কথা কোৱা অথবা তেওঁলোকক নিন্দা কৰাটো নিষিদ্ধ, যিহেতু তেওঁলোক দেৱতা, মনুষ্যৰূপ ধাৰণ কৰি পৃথিবীত বিচৰণ কৰি ফুৰে মাত্ৰ।

৪৩। কিন্তু তুমি ধৰ্ম্মৰকথা নাজানি অকল ক্ৰোধৰ বশবৰ্ত্তী হৈয়ে পিতৃ পিতামহৰ ধৰ্ম্মত প্ৰবৰ্ত্তিথকা মোক দোষ দিছা।"

৪৪। ৰামৰ মুখৰ পৰা ওলোৱা এই কথা শুনি বালীয়ে অন্তৰত বৰ ব্যথা অনুভব কৰিলে আৰু ধৰ্ম্মবিষয়ত মন সুনিশ্চিত কৰি ৰাঘৱ ৰামৰ ওপৰত কোনোৰূপ দোষাৰোপ কৰাৰ পৰা বিৰত হল।

৪৫। তাৰ পিচত হাত যোৰ কৰি বান্দৰৰাজ বালীযে কব ধৰিলে, "হে নৰশ্ৰেষ্ঠ আপুনি যি কৈছে সকলো কথা প্ৰকৃততে তেনে, তাত কোনো সংশয় নাই।

৪৬। আপোনাৰ জ্ঞানৈশ্বৰ্য্যযুক্ত কথাৰ প্ৰত্যুত্তৰ হিচাপে মোৰ নিচিনা অধম এজনে কোনো কথা কবলৈ সমৰ্থ নহওঁ। ইযাৰ আগতে মই নাজানি যি অপ্ৰিয আৰু অযুক্তিপূৰ্ণ কথা কলোঁ হে ৰাঘৱ আপুনি যেন তাত দোষ নধৰে।

৪৭। আপুনি সকলো কথাৰে তত্ত্ব দেখে আৰু জানে আৰু প্ৰজাৰ হিতসাধনত ৰত,* কাৰ্য্য আৰু কাৰণৰ নিশ্চয়তা সম্বন্ধে আপোনাৰ বুদ্ধি স্থিৰ আৰু বৈষম্যাদি দোষৰহিত।

৪৮। মই জানিলোঁ ধৰ্ম্মপথ ব্যতিক্ৰমকাৰী সকলৰ ভিতৰত মই অগ্ৰগণ্য, এতেকে হে ধৰ্ম্মজ্ঞ, আপোনাৰ ধৰ্ম্মপূৰ্ণ কথাৰে মোক প্ৰতিপালন কৰক।"†

৪৯। এইদৰে কৈ উঠি বালীযে বোকাত ডুব গৈ থকা হাতীৰ নিচিনাকৈ বাষ্পৰুদ্ধ কণ্ঠে আৰ্ত্তস্বৰে ৰামৰ পিনে চাই ধীৰে ধীৰে কবলৈ ধৰিলে।

৫০। "ৰাম, মই মোৰ নিজৰ কাৰণে, তাৰাৰ কাৰণে অথবা মোৰ আন আন

* 'কাৰ্য্য' আপুনি বিহিত কৰা দণ্ড আৰু 'কাৰণ' যি পাপৰ ফলত মই এই শাস্তি পোৱাৰ উপযুক্ত। সাধাৰণতঃ "কাৰ্য্য কাৰণ" শব্দে কৰ্ম্ম আৰু তাৰ প্ৰতিফল অৰ্থ বুজায়।

† অৰ্থাৎ দোষ ক্ষমা কৰি মোক সদগতি দিয়ক।

বন্ধুবান্ধবসকলৰ কাৰণে শোক কৰিবলৈ একোটো নাই, অকল কনকাঙ্গদ পৰিহিত মোৰ গুণজ্যেষ্ঠ পুত্ৰ অঙ্গদৰ কাৰণেহে শোকান্বিত হৈছোঁ।

৫১। পানী উদ্ধৃত হলে জলাশয যিদৰে শুকাই যায়, সকৰে পৰা লালিত অঙ্গদেও মোক দেখা নাপাই মনৰ দুখতে সেইদৰে শুকাই ক্ষীণাই যাব।

৫২। অঙ্গদেই মোৰ একমাত্ৰ পুত্ৰ, সি বালক, অপৰিণত বুদ্ধিসম্পন্ন আৰু মোৰ প্ৰিয। হে ৰাম, তাৰাত উৎপন্ন মহাবলশালী অঙ্গদক আপুনি ৰক্ষা কৰিব।

৫৩। আপুনি কাৰ্য্য আৰু অকাৰ্য্য উভয়ৰে পৰিৰক্ষক আৰু শাস্তিবিধোতা হিচাপে সুগ্ৰীৱ আৰু অঙ্গদ উভয়ৰে প্ৰতি সুমতি দেখুৱাব।

৫৪। হে নৰপতি, আপুনি ভৰত আৰু লক্ষ্মণক যেনে ভাবে দেখে, সুগ্ৰীৱ আৰু অঙ্গদকো তেনে ভাবে দেখিব।

৫৫। মোৰ দোষতে লিপ্ত হৈ হতভাগ্যা তাৰাই সুগ্ৰীৱৰ প্ৰতি যদি কোনো দোষ আচৰণ কৰি থাকে, এতিয়া আপুনি ( প্ৰসন্ন হৈ ) এনে কৰাব যাতে সেই কাৰণতে সুগ্ৰীৱে তেওঁক অৱমাননা নকৰে।

৫৬-৫৭। আপোনাৰ অনুগ্ৰহে অনুগৃহীত হৈ, আপোনাৰ আদেশ পালন কৰি থাকি আপোনাৰ চিত্তৰ অনুবৰ্ত্তী হৈ সুগ্ৰীৱে এই বান্দৰ ৰাজ্য শাসন কৰি থাকিব পাৰিব, আৰু লগতে পৃথিৱী শাসন কৰি স্বৰ্গলাভো কৰিব পাৰিব।

৫৮। আপোনাৰ হাতত মৃত্যু কামনা কৰিযে তাৰাই বাধা দিয়া সত্ত্বেও ওলাই আহি ভ্ৰাতা সুগ্ৰীৱৰ লগত যুদ্ধত লিপ্ত হৈছিলোঁ।' ৰামক একদৰে কৈ বান্দৰসকলৰ ৰজা কপিপ্ৰৱৰ বালী মৌন হল।

৫৯। এইদৰে বালীৰ জ্ঞান মুকলি হোৱাত ৰামে সাধুসম্মত ধৰ্ম্মাৰ্থযুক্ত বাক্যে তেওঁক আশ্বাস দি কবলৈ ধৰিলে।

৬০। "হে কপিশ্ৰেষ্ঠ, মই গুপ্তভাৱে তোমাক বধ কৰিছোঁ বুলি মোৰ বিষয়ে, অথবা ভ্ৰাতাৰ ভাৰ্য্যা অপহৰণ কৰিছা বুলি তোমাৰ আত্মাৰ সদ্‌গতিৰ বিষয় কোনো প্ৰকাৰৰ চিন্তান্বিত নহবা। ধৰ্ম্মবিষয়ে তোমালোকত কৈ আমাৰ বিবেচনা অধিক স্থিৰতাসম্পন্ন।"*

৬১। দণ্ডনীয়বিষয়ত যিজনে দণ্ডবিধান কৰে আৰু যি দণ্ডনীয় প্ৰাণীয়ে দণ্ড গ্ৰহণ কৰে, উভয় ক্ষেত্ৰতে কাৰ্য্য ( অৰ্থাৎ দণ্ডবিধান ) আৰু কাৰণ ( অৰ্থাৎ দণ্ডনিভৃত্ব ) সুসম্পন্ন হোৱাৰ কাৰণে শেহত কোনো পক্ষই দুখ প্ৰাপ্ত নহয়।†

৬১। এতেকে তুমি বিহিত দণ্ড গ্ৰহণ কৰি এই পাপৰ পৰা মুক্তি লাভ কৰিলা আৰু দণ্ডনিৰ্দ্দেশক ধৰ্ম্মশাস্ত্ৰৰ পথ অনুসৰণ কৰি স্বকীয় শুদ্ধ প্ৰকৃতিপ্ৰাপ্ত হলা।

---

* অৰ্থাৎ তোমাৰ যি পাপ আৰু তাৰ প্ৰায়শ্চিত্ত সম্বন্ধে যি দণ্ড হোৱা উচিত এই দুয়োটা বিষয়ে মই যি সিদ্ধান্ত কৰিছোঁ, ধৰ্ম্মবিচাৰত তাত কোনোটোতে একো ভুল নাই।

† অৰ্থাৎ দণ্ড ধৰ্ম্মশাস্ত্ৰমতে বিহিত হলে দণ্ড বিধান কৰোতা দণ্ড গ্ৰহণ কৰোতা উভয়ে পাপৰ পৰা মুক্ত হয় আৰু শেহত কোনো জনে দুখৰ ভাগী হব লগা নহয়।

৬৩। তোমাৰ হৃদিস্থিত শোক, মোহ বা ভয় পৰিত্যাগ কৰা, হে কপিপ্ৰবৰ, বিধিৰ-বিধান তুমি কেতিয়াও অতিক্ৰম কৰিব নোৱাৰা।

৬৪। হে বান্দৰাধিপ, অঙ্গদে তোমাৰ ওচৰত যিদৰে সদায় আদৰ আৰু স্নেহ পাই আহিছিল, সুগ্ৰীব আৰু মোৰ ওচৰতো তেনেদৰে পাই থাকিব, তাৰকাৰণে তুমি কোনো সন্দেহ নকৰিবা।"

৬৫—৬৬। ৰণবিজয়ী মহাত্মা ৰামচন্দ্ৰৰ ধৰ্ম্মপূৰ্ণ, মধুৰ, সমাহিত বাক্য শুনি কপিবৰ বালীয়ে যুক্তিপূৰ্ণ কথাৰে উত্তৰ দি কলে "মহেন্দ্ৰোপম-ভীমপৰাক্ৰমশালী হে বিভু, শৰৰ জালতে অচেতন হৈ, মোৰ অজ্ঞানতাবশতঃ আপোনাক যি কলোঁ আপুনি প্ৰসন্ন হৈ, হে নৰেশ্বৰ, মোৰ সেই দোষ ক্ষমা কৰিব।"

**॥ ইতি কিষ্কিন্ধা কাণ্ডৰ অন্তৰ্গত অষ্টাদশ সৰ্গ সমাপ্ত ॥**

## একোনবিংশ সৰ্গ

## তাৰাৰ শোক

১। বান্দৰমহাৰাজ বালী শৰপীড়িত হৈ শুই থকা অবস্থাতে তেওঁৰ কথাৰ উত্তৰত ৰামৰ যুক্তিপূৰ্ণ বাক্য শুনি তেওঁ আন একো উত্তৰ নিদিলে।

২। এনেয়ে শিলাবৰ্ষণ আৰু গছৰ আঘাতত তেওঁৰ সকলো অঙ্গ ভীষণভাবে জৰ্জৰিত হৈ আছিল, পিছত ৰামৰ শৰৰ দ্বাৰা আক্ৰান্ত হোৱাত তেওঁৰ জীবনকাল শেষ হল আৰু লগে লগে তেওঁ সংজ্ঞাহীন হল।

৩। ভাৰ্য্যা তাৰাদেবীয়ে শুনিব পালে যে কপিশ্ৰেষ্ঠ বালী ৰামৰ শৰৰ দ্বাৰা আহত হৈ মৃত্যুমুখত পতিত হৈছে।

৪। স্বামীবধৰ নিদাৰুণ অপ্ৰিয় এই বাতাৰিটো পাই তেওঁ তেওঁৰ পুত্ৰৰে সৈতে উদ্বিগ্নচিত্তে ততালিকে গিৰিকন্দৰৰ* পৰা ওলাই আহিল।

৫। অঙ্গদৰ সহচৰ হিচাপে মহাবলশালী যিবোৰ বান্দৰ তাত বৈ আছিল, কাৰ্ম্মুকধাৰী ৰামক দেখা পাই ভয়ত্ৰস্ত হৈ সিহঁতে দৌৰি পলাবলৈ ধৰিলে।

৬। তাৰাদেবীয়ে দেখিলে যে যূথপতি নিহত হলে পশুগণে দল ভ্ৰষ্ট হৈ যিদৰে পলাব ধৰে বান্দৰসমূহেও ভয়তে বিহ্বল হৈ লৰালৰিকৈ যেনি পায় তেনি পলাবলৈ ধৰিছে।

৭। দুখবিহ্বলা সতী তাৰাদেবীয়ে বান্দৰসমূহক ৰামৰ ভয়তে সন্ত্ৰস্ত হৈ শৰজালৰ দ্বাৰা অনুধাবিত হৈছে দুখপূৰ্ণ মনে পলাব ধৰা যেন দেখি কবলৈ ধৰিলে।

---

* কিষ্কিন্ধা নগৰী।

৮। "হে বান্দৰগণ, যি ৰাজসিংহ বালীৰ অগ্ৰবৰ্ত্তী হৈ তোমালোক আগবাঢ়ি গৈছিলা, এতিয়া সেইজনক এৰি ধৈ ভয়ত্ৰস্ত আৰু বিপন্ন হৈ তোমালোকে পলাব ধৰিছা কিয় ?

৯। যদিহে ৰাজ্যবলোভতে ক্ৰূৰমতি ভ্ৰাতা সুগ্ৰীবৰ দ্বাৰা নিযুক্ত হৈ ৰামে দূৰতে থাকিও তেওঁৰ শৰৰ দ্বাৰা তেওঁৰ ভ্ৰাতা বালীক নিপাতিত কৰি থাকে, তেতিয়াহলেওতো তোমালোকৰ পলায়নৰ কোনো কাৰণ নাছিল।"

১০। কপিপত্নী তাৰাৰ এই কথা শুনি কামৰূপী কপিবৃন্দৰ সকলোৱে একমুখ হৈ সেই সময়ৰ অনুৰূপ বাক্যে তেওঁক কবলৈ ধৰিলে।

১১। "আপোনাৰ পুত্ৰধন অঙ্গদ জীবিত আছে, তেওঁক লৈ আপুনি উভতি যাওক আৰু তেওঁক ৰক্ষা কৰি থাকক গৈ। যমে ৰামৰূপ ধৰি বালীক বধ কৰি তেওঁৰ ওচৰলৈ নিছে।

১২। বালীয়ে ক্ষিপ্ৰতাৰে সৈতে বহুত গছ আৰু পেকাণ্ড প্ৰকাণ্ড শিল বৰ্ষণ কৰাৰ পিচত বজ্ৰসম শৰৰ দ্বাৰা নিপাতিত হল।

১৩। শক্ৰসম পৰাক্ৰমশালী কপিশ্ৰেষ্ঠ বালী নিহত হোৱা দেখি, সমগ্ৰ বান্দৰসৈন্য ৰামৰ পৰাক্ৰমতে অভিভূত হৈ পলাব ধৰিছে।

১৪। এতিয়া আপুনি বীৰ বান্দৰ সৈন্যৰ সহাযত নিজ নগৰী ৰক্ষা কৰি থাকক গৈ আৰু অঙ্গদক অভিষিক্ত কৰক। বালীৰ পুত্ৰ ৰাজপদত অধিষ্ঠিত হলে সকলো বান্দৰে তেওঁক মানি চলিব।

১৫। নহলে হে শুভাননে, এই স্থান আপোনাৰ অতি প্ৰিয় হলেও সুগ্ৰীবৰ অনুচৰ বান্দৰগণে এতিয়াই অতি শীঘ্ৰে ইয়াত আৰু দুৰ্গসমূহত প্ৰবেশ কৰিব।

১৬। সুগ্ৰীবৰ অনুচাৰী যি সকল লুব্ধ বান্দৰ সিহঁতৰ ভাৰ্য্যাৰে সৈতে অথবা ভাৰ্য্যাবিহীন হৈ বনত বিচৰণ কৰি আছে, ইমান দিনে সিহঁতে ৰাজ্যৰ পৰা বঞ্চিত হৈ থকাৰ কাৰণে, সিহঁতৰ কাৰণে আমাৰ মহৎ ভয় উপস্থিত হৈছে।"

১৭। বালীৰ মহিষী চাৰুহাসিনী তাৰাই অলপ দূৰতে থকা বান্দৰবিলাকে এইদৰে কোৱা শুনি নিজৰ অনুৰূপ বাক্যে তেওঁলোকক কবলৈ ধৰিলে :—

১৮। "হে বান্দৰগণ, মহাভাগ কপিশ্ৰেষ্ঠ মোৰ স্বামী বিনাশপ্ৰাপ্ত হলে, মোৰ পুত্ৰ, ৰাজ্য অথবা মোত প্ৰয়োজন কি ?

১৯। মোৰ যি স্বামী ৰামপ্ৰযুক্ত শৰৰ আঘাতত নিপতিত হৈছে, তেওঁৰেই শ্ৰীচৰণৰ ওচৰলৈ মই যাম।"

২০। এই বুলি তাৰাদেবীয়ে কান্দি কান্দি শোকতে বিহ্বলা হৈ মনৰ দুখতে হাতেৰে মূৰ আৰু বুকু চপৰিয়াই চপৰিয়াই মৃত বালীৰ ওচৰলৈ লৰ দিলে।

২১—২৫। ভালৈ গৈ তেওঁ দেখিলে যে বজ্ৰনিক্ষেপকাৰী ইন্দ্ৰোপম বীৰ বালী যি শ্ৰেষ্ঠ বান্দৰগণৰ হন্তা, ৰণক্ষেত্ৰত অপৰাঙ্মুখ, মহা মহা পৰ্ব্বতসমূহৰ বিক্ষেপ্তা, মহাধাৰোদ্ভূত মেঘৰৎ গৰ্জ্জনকাৰী, ইন্দ্ৰসদৃশ পৰাক্ৰমশালী, বাৰিবৰ্ষণকাৰী মেঘসদৃশ গৰ্জ্জনকাৰীসকলৰ

ভিতৰত ভয়ঙ্কৰ গৰ্জ্জনশীল, মাংসৰ কাৰণে শাৰ্দ্দূলকৰ্ত্তৃক নিপতিত মৃগৰাজসদৃশ, সৰ্ব্বলোক-পূজিত পতাকাযুক্ত বেদীসদৃশ, লুকাই থকা নাগক বিচাৰি গৰুড় পক্ষীয়ে ধ্বংস কৰা চৈত্যসদৃশ, সেই শূৰৰ শূৰ ৰামচন্দ্ৰৰ দ্বাৰা নিপাতিত হৈ নিশ্চেষ্ট অবস্থাত ভূতলশায়ী হৈ পৰি আছে। লগতে তেওঁ দেখিলে যে ধনুৰে সৈতে সগৰ্ব্বে ৰাম, অনুজ লক্ষ্মণ, আৰু স্বামীৰ কনিষ্ঠ ভ্ৰাতা সুগ্ৰীবো তাত ৰৈ আছে।

২৬। এওঁলোকক এৰি গৈ তাৰাই ৰণনিহত স্বামীৰ ওচৰ চাপি তেওঁৰ অবস্থা দেখি ব্যথিতচিত্তে পাগল হোৱাদি হৈ মাটিত পৰি গল।

২৭। টোপনিৰ পৰা সাৰ পাই উঠিহে যেন 'হা স্বামী' বুলি চিঞৰি উঠি স্বামীক মৃত্যু পাশৰ দ্বাৰা আবদ্ধ হোৱা দেখি তেওঁ ৰোদন কৰিবলৈ ধৰিলে।

২৮। এইদৰে তাৰাক মৃগীৰ নিচিনাকৈ কান্দি থকা দেখি আৰু অঙ্গদকো অহা দেখা দেখা পাই সুগ্ৰীৱৰ মন তেনেই বিষণ্ণ হৈ পৰিল।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একোনবিংশ সৰ্গ সমাপ্ত ॥**

# বিংশ সৰ্গ

## তাৰাৰ বিলাপ

১—২। চন্দ্ৰবদনা তাৰাদেবীয়ে তেওঁৰ কুঞ্জৰোপম স্বামী বালীক ৰামচন্দ্ৰৰ ধনুনিৰ্ম্মুক্ত প্ৰাণান্তকৰ বাণৰ দ্বাৰা আহত হৈ ভূতলশায়ী হৈ থকা দেখি ওচৰলৈ গৈ তেওঁক সাবট মাৰি ধৰিলে।

৩। কপিপ্ৰৱৰক পৰ্ব্বতসদৃশ সমান হৈ উন্মূলিত তৰুবৎ পৰি থকা দেখি তেওঁৰ মন শোকতে অভিভূত হল আৰু তেওঁ আঁতুৰভাবে কান্দিবলৈ ধৰিলে।

৪। "হে ভীষণ পৰাক্ৰমশীল বান্দৰশ্ৰেষ্ঠ বীৰবৰ। আপোনাৰ সম্মুখত উপস্থিত থকা সত্ত্বেও অপৰাধিনী বুলি ভাবি আপুনি মোৰ লগত কথা কোৱা নাই কিয় ?

৫। হে কপিশাৰ্দ্দুল, উঠক, উৎকৃষ্ট শয্যাত শোৱকহি, শ্ৰেষ্ঠ ৰজাগণেতো এইদৰে মাটিতে শুই নাথাকে।

৬। হে পৃথিবীপতি মই বুজিলোঁ, এই পৃথিবী আপোনাৰ অতিপ্ৰিয়, যিহেতু মৰিও আপুনি মোক এৰি এই মাটিতে মূৰ থৈ শুই আছে।

৭। হে বীৰ, নিশ্চয় আপুনি ধৰ্ম্মযুদ্ধত প্ৰবৰ্ত্তিত হৈ স্বৰ্গৰাজ্যসাধক কিষ্কিন্ধাসদৃশ আন এখন ৰমণীয় দেশ ইয়াতেই সৃষ্টি কৰিলে, নহলে আপুনি কিষ্কিন্ধা এৰি ইয়াত প্ৰাণ বিসৰ্জ্জন দিলে কিয় ?

৮। ইমান দিনে মধুগন্ধি বনসমূহৰ মাজত আপোনাৰ লগত যিদৰে বিহাৰ কৰিলোঁ, আজি তাৰ অৱসান ঘটালে।

৯। হে মহা মহা যূথপসকলোৰো অধিপতি, আপুনি মৃত্যুমুখত পতিত হোৱাত, মোৰ সকলো আনন্দ শেষ হল, সকলো আশা ভঙ্গ হল, মই শোকসাগৰত নিমগ্না হলোঁ।

১০। আপোনাক ভূমিতলত নিপতিত দেখিও মোৰ শোকসন্তপ্ত এই হৃদয় যে হাজাৰ খণ্ডত বিদীর্ণ হৈ ফুটি যোৱা নাই, গতিকে মই বুজিলোঁ মোৰ এই হৃদয় নিশ্চয় ভীষণ কঠিন।

১১। আপুনি সুগ্ৰীৱৰ ভাৰ্য্যাক অপহৰণ কৰি সুগ্ৰীৱক নিৰ্ব্বাসিত কৰিলে, হে বান্দৰেন্দ্ৰ তাৰেই প্ৰতিফল আজি আপুনি ভোগ কৰিলে।

১২। আপোনাৰ মঙ্গল কামনা কৰি আপোনাৰ হিতৈষিণী হিচাপে সেই সময়ত আপোনাক যি হিতবাক্য কৈছিলো আপুনি মোহান্ধ হৈ তাৰ বাবে মোক তিৰস্কাৰ কৰিছিল।

১৩। এতিয়া আপুনি ( দিব্য শৰীৰ লাভ কৰি ) নিশ্চয় ৰূপ-যৌবন গৰ্ব্বে গৰ্ব্বিতা সুদক্ষ অপ্সৰাসকলৰ চিত্ত আকুল কৰি থাকিব গৈ।

১৪। যিহেতু সুগ্ৰীৱৰ অজেয় হৈও কালৰ বলতে তেওঁৰ বশ হল এতেকে বুজিলো কালেই আপোনাৰ জীৱন বিনাশ কৰিলে, তাত কোনো সংশয় নাই।

১৫। আপুনি আনৰ লগত যুদ্ধত সংলিপ্ত হৈ থকা সময়তো কাকুস্থ ৰামে আপোনাক বধ কৰি বিগৰ্হিত এই কামৰ বাবে তেওঁ যে অনুতপ্ত হোৱা নাই এইটো সঁচাকৈয়ে নিতান্ত অশোভনীয় হৈছে।

১৬। হায়! কোনোদিনে দুখৰ ভাগী নহৈও যে নিতান্ত দুৰ্দ্দশাগ্ৰস্তা হৈ শোকসন্তপ্ত-হৃদয়ে নাথহীনা অৱস্থাত বৈধব্য দুখ ভুগিব লগা হল এয়ে অতি পৰিতাপৰ বিষয়।

১৭। আহা! সুকুমাৰ মোৰ বীৰপুত্ৰ অঙ্গদ, যি সদায় সুখতেই লালিত-পালিত হৈ আহিছে, এতিয়া তেওঁৰ পিতৃব্য সুগ্ৰীৱ ক্ৰুদ্ধ হলে তেওঁৰ অৱস্থা কি হব?

১৮। হে পুত্ৰ, তোমাৰ ধৰ্ম্মবৎসল পিতাৰক এবাৰ ভালদৰে চাই লোৱা। হে বৎস ইয়াৰ পিচত তেওঁৰ দৰ্শন দুৰ্ল্লভ হব।

১৯। হে বীৰ, আপুনি আপোনাৰ পুত্ৰক এবাৰ আশ্বাসবাণী দিয়ক আৰু মোকো আদেশ দিয়ক, আপুনি এবাৰ তাৰ শিৰোঘ্ৰাণ কৰি প্ৰবাসলৈ যাত্ৰা কৰক।

২০। আপোনাক বধ কৰি ৰামে নিশ্চয় বৰ ডাঙৰ কাম কৰিলে আৰু সুগ্ৰীৱৰ ওচৰতো তেওঁ যি প্ৰতিজ্ঞা কৰিছিল তাৰ পৰাও নিষ্কৃতি লাভ কৰিলে।

২১। হে সুগ্ৰীৱ, তোমাৰ মনস্কামনা পূৰ্ণ হল, তুমি ৰামক লাভ কৰিব পাৰিবা, এতিয়া মনত অকণো উদ্বেগ নোহোৱাকৈ ৰাজ্যভোগ কৰা গৈ, তোমাৰ শত্ৰু ভ্ৰাতা নিহত হৈছে।

২২। হে স্বামিন্ আপোনাৰ প্ৰিয়া ভাৰ্য্যা মই এইদৰে বিলাপ কৰি থকা সত্ত্বেও আপুনি মোৰ লগত কথা কোৱা নাই কিয়? হে বান্দৰেশ্বৰ, চাওঁক আপোনাৰ আন আন শ্ৰেষ্ঠ স্ত্ৰীগণো ইয়াতে ৰৈ আছে।"

২৩ তাৰাই এইদৰে কৰা বিলাপ শুনি তেওঁৰ চাৰিওফালে থকা আন আন বান্দৰীবোৰে অঙ্গদক আকোৱালি ধৰি দুখপূৰ্ণ মনে দীনভাবাপন্না হৈ চিঞৰিবলৈ ধৰিলে।

২৪। "হে অঙ্গদপৰিধানকাৰী বীৰবাহু বালী, আপুনি আপোনাৰ পুত্ৰ অঙ্গদক এৰি থৈ চিৰকাললৈ প্ৰবাসলৈ যাত্ৰা কৰিলে কিয়? এনে হেন গুণবিশিষ্ট চাৰুবেশধাৰী প্ৰিয় পুত্ৰক এৰি যোৱাটো কোনো গুণে ভাল হোৱা নাই।

২৫। হে দীৰ্ঘবাহু, যদি কেতিযাবা অজনাতে আপোনাৰ অপ্ৰিয় কাম কিবা কৰিছিলো, হে অৰিকুল নাশক আপুনি আমাৰ সেই দোষ ক্ষমা কৰিব, হে বীৰ আমি যুৰপাতি আপোনাৰ চৰণত দীঘল দি পৰিছোঁ।"

২৬। স্বামীৰ ওচৰত বান্দৰীবৰ্গে সৈতে এইদৰে ৰোদন কৰি থাকি অনিন্দ্যবৰ্ণা তাৰাই যি ঠাইত বালী পৰি আছিল তাতে বহি পৰিল আৰু প্ৰায়োপবেশন ব্ৰত আৰম্ভ কৰিবলৈ মন মেলিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত বিংশ সৰ্গ সমাপ্ত ॥**

# একবিংশ সৰ্গ

## হনুমানৰ আশ্বাস বাণী

১। তাৰ পিচত আকাশৰ পৰা পৰি যোৱা তৰাৰ নিচিনা তাৰাক মাটিত পৰি থকা দেখি বান্দৰ দলৰ অধিপতি হনুমানে আশ্বাসপূৰ্ণ বাণীৰে তেওঁক কবলৈ ধৰিলে।

২। "প্ৰাণীয়ে গুণ আৰু দোষৰ বলত যি যি কাম কৰে নিজ মৰণৰ পিচত তাৰ ফলস্বৰূপ শুভ আৰু অশুভ ফল ধীৰ চিত্তে লাভ কৰে।

৩। স্বকৃত পাপ পুণ্যৰ বশবৰ্ত্তী হৈ আপুনি নিজে শোচনীয় অবস্থাত থাকি, পাপ পুণ্যৰ অধীন আপোনাৰ স্বামীৰ কাৰণে শোক কৰিছে কিয়? আপুনি নিজে কৰ্ম্মফলৰ অধীনা, এতেকে অনুকম্পাৰ পাত্ৰী, এনেস্থলত আপোনাৰ পুত্ৰৰ কাৰণে দয়াৰ ভাব প্ৰকাশ কৰিছে কিয়? এই দেহ পানীৰ বুৰবুৰণিৰ নিচিনা ক্ষণস্থায়ী এতেকে কোনোৱে কাৰো প্ৰতি শোক কৰা উচিত নহয়।

৪। আপোনাৰ পুত্ৰ অঙ্গদ জীবিত, এতেকে আপুনি তেওঁৰ পিনে চাওক, আৰু মৃত্যুৰ পিচত আপোনাৰ স্বামীৰ অৰ্থে যি যি উৎকৃষ্ট কৰ্ম্মসমূহ কৰিব লগা আছে তাৰ বিষয়ে চিন্তা কৰক।

৫। আপুনি জানে যে প্ৰাণীসমূহৰ জন্ম আৰু মৃত্যুৰ কোনো স্থিৰতা নাই, এই

কাৰণে পণ্ডিত সকলে এই সংসাৰত লৌকিক যিবোৰ কাম শুভ বুলি নির্দ্ধাৰিত কৰিছে তাকেহে কৰা উচিত।

৬। আপুনি দেখিছে যে যিজন জীবিত থকাত শই শই, হাজাৰে হাজাৰে, নিযুতে নিযুতে বান্দৰে ভোগ্যবস্তু উপভোগ কৰি আছিল তেৱোঁ কালৰ গ্ৰাসত পতিত হল।

৭। যি বান্দৰৰাজ বালীয়ে নীতিশাস্ত্র অর্নুসৰি সাম, দান আৰু ক্ষমা গুণৰ দ্বাৰা বিভূষিত হৈ ৰাজকার্য্য নির্ব্বাহ কৰি আছিল, তেওঁ তেওঁৰ ধৰ্ম্মাৰ্জিত তেনে স্থানলৈ গতি কৰিছে, এতেকে তেওঁৰ কাৰণে শোক কৰা উচিত নহয়।

৮। হে অনিন্দিতে, সকলো মুখ্য মুখ্য বান্দৰগণ, আপোনাৰ পুত্ৰ অঙ্গদ আৰু ভালুক আৰু বান্দৰগাৰ অধিপতি বালীৰ এই ৰাজ্য—এই সকলোৰে এতিয়া আপুনি নাথস্বৰূপা।

৯। হে ভামিনী, শোকসন্তপ্ত সুগ্ৰীব আৰু অঙ্গদ এই দুজনক আপুনি এতিয়া বালীৰ মৃত্যুৰ পিচত কৰিব লগীয়া যি কাম আছে তাক কৰিবলৈ নিযুক্ত কৰক আৰু আপোনাৰ দ্বাৰা পালিত হৈ অঙ্গদে এই ৰাজ্য শাসন কৰক।

১০। যি কাৰণত সন্তানৰ উৎপত্তিৰ কথা শাস্ত্ৰত উল্লেখ কৰা আছে তাকে সম্মুখত ৰাখি ৰজাৰ উদ্দেশ্যে বৰ্ত্তমানে কৰিব লগা যি যি কাম আছে অঙ্গদে তাক সমাধা কৰক কিয়নো বর্ত্তমান সময়ত কৰিব লগা এয়ে সুনিশ্চিত অনুষ্ঠান।

১১। বান্দৰৰাজৰ সংস্কাৰ কাৰ্য্য এতিয়া সমাধা হব লাগে আৰু অঙ্গদৰ অভিষেকো আপুনি সম্পন্ন কৰক। আপুনি আপোনাৰ পুত্ৰক সিংহাসনত স্থাপিত হোৱা দেখিলে মনত শান্তি পাব।”

১২। হনুমানৰ এই কথা শুনি স্বামীশোক প্ৰপীড়িতা তাৰাই তেওঁক কলে।

১৩। “অঙ্গদৰ সমান এশ পুত্ৰতকৈ হত এই বীৰপুৰুষৰ গাত্ৰস্পর্শ মোৰ পক্ষে শ্ৰেয়ঃ।

১৪। বান্দৰৰাজৰ এই ৰাজ্য অথবা অঙ্গদৰ ওপৰত মোৰ প্ৰভুত্ব নাই (যিহেতু মই স্ত্ৰী), অঙ্গদৰ পিতৃব্য সুগ্ৰীবহে ইয়াৰ উপযুক্ত পাত্ৰ।

১৫। হনুমান, অঙ্গদৰ প্ৰতি তুমি এনে বিবেচনা কৰা (অর্থাৎ অঙ্গদ ৰাজ্যত অভিষিক্ত হওক) উচিত নহয়, কিয়নো হে বান্দৰপ্ৰবৰ বাপেকহে (অথবা তৎসদৃশ সুগ্ৰীবহে) পুত্ৰৰ বন্ধু, মাক নহয়।

১৬। মোৰ পক্ষে এই জীবনত অথবা পৰলোকত বান্দৰৰাজবালীৰ সংস্পর্শ ভিন্ন শ্ৰেষ্ঠ আন একো নাই। এতেকে যুদ্ধৰ সম্মুখীন হৈ নিহত এই বীৰপুৰুষৰ শয্যা সেবন কৰাই মোৰ পক্ষে শ্ৰেয়স্কৰ।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একাবংশ সর্গ সমাপ্ত ॥**

## দ্বাবিংশ সৰ্গ

## সুগ্ৰীবৰ ওচৰত বালীৰ ক্ষমা ভিক্ষা আৰু সজ উপদেশ

১। বালীৰ জীবন আৰু উশাহ ক্ৰমাৎ ক্ষীণ হৈ আহিছে, এনে অবস্থাতে তেওঁ চাৰিওফালে চকু ফুৰাই সন্মুখত প্ৰথমতে সুগ্ৰীবক দেখা পালে।

২। স্পষ্টবাক্যে বিজয়ী কপীশ্বৰ সুগ্ৰীবক সম্বোধন কৰি স্নেহপূৰ্ণ কথাৰে তেওঁ কবলৈ ধৰিলে।

৩। "সুগ্ৰীব মোৰ পূৰ্ব্বজন্মকৃত পাপহেতু বুদ্ধিমূঢ় হোৱাৰ কাৰণে অজ্ঞাত ভবিষ্যতৰ দ্বাৰা বলপূৰ্ব্বক আকৃষ্ট হৈ মই যি পাপ কৰিছোঁ তাক তুমি মনত ঠাই নিদিবা।

৪। মই অনুমান কৰিছোঁ, যে ভ্ৰাতৃ-সৌহাৰ্দ্দ আৰু ৰাজ্যসুখ আমাৰ দুয়োৰো ভিতৰত একেলগে হব লগা নাই, এই কাৰণে ঘটনা অনুৰূপ হৈ উঠিল।

৫। তুমি বনবাসী প্ৰাণীসমূহৰ ৰাজ্যভাৰ এতিয়াই গ্ৰহণ কৰা, আৰু মইও এই মুহূৰ্ত্ততে যমালয়লৈ গতি কৰোঁ।

৬। মই মোৰ জীৱন, এই ৰাজ্য আৰু বিপুল ৰাজলক্ষ্মী এৰি থলোঁ আৰু লগে লগে সুবিমল যশস্যাৰ অধিকাৰী হলোঁ।

৭। হে বীৰ, এনে অবস্থাত মই তোমাক যি কম, দুষ্কৰ হলেও হে ৰাজন, তুমি সেইমতে কাম কৰিবা।

৮। সুখোচিত অঙ্গদ সদায় সুখতেই লালিত পালিত হৈ আছে, তেওঁ বালক হলেও সমৰ্থবান, চোৱাঁ বাষ্পপূৰ্ণ মুখে তেওঁ কিদৰে মাটিতে পৰি আছে।

৯। মই নোহোৱা অৱস্থাত মোৰ প্ৰাণতকৈও প্ৰিয় এই অঙ্গদক ঐহিক সকলো সম্ভাৰ যোগাই তুমি তোমাৰ ঔৰসজাত পুত্ৰৰ নিচিনাকৈ পালন কৰিবা।

১০। হে বান্দৰেশ্বৰ, সকলো ফালৰ পৰা বৰ্ত্তমানে তুমিযে মোৰ নিচিনা এওঁৰ পিতা, দাতা, পৰিত্ৰাতা আৰু ভয়ৰ সময়ৰ অভয়দাতা।

১১। তাৰা পুত্ৰ শ্ৰীমান অঙ্গদ পৰাক্ৰমত তোমাৰ সমান, ৰাক্ষস সকলৰ বধৰ সময়ত তেওঁ তোমাৰ আগত থাকি যুদ্ধ কৰিব।

১২। তাৰাৰ অপত্য তেজস্বী বলবান তৰুণ বয়স্ক অঙ্গদে পৰাক্ৰম দেখুৱাই মোৰ অনুৰূপ কাৰ্য্য তেওঁ সাধন কৰিব।

১৩। সুষেণ দুহিতা তাৰা সকলো বিষয়ৰ সুক্ষ্মাৰ্থ বিচাৰ আৰু উৎপাত সম্বন্ধীয় যাবতীয় কাৰ্য্য কাৰণ বিষয়ে সুনিপুণা।

১৪। তেওঁ যিটোকে উত্তম বুলি প্ৰকাশ কৰিব তুমি নিঃসন্দেহে তাক পালন কৰিবা, তাৰাৰ মতৰ বাহিৰে তুমি কোনো কামকে নকৰিবা।

১৫। ৰাঘৱ ৰামৰ সম্বন্ধে তোমাৰ কৰিব লগা যি যি কাম আছে সেই সকলো কাম নিঃশঙ্কচিত্তে সমাধা কৰিবা। সেইবোৰ কাম নকৰাকৈ থাকিলে তোমাৰ অধৰ্ম্ম হ'ব, তেওঁক অৱমাননা কৰিলে, ধৰ্ম্মভ্ৰষ্ট হোৱা বাবে তেওঁ তোমাকো বধ কৰিব।

১৬। হে সুগ্ৰীব, সুবৰ্ণময় দিব্য এই মালাধাৰী তুমি গ্ৰহণ কৰা, অত্যুৎকৃষ্ট জয়লক্ষ্মী ইয়াত সিদ্ধিলাভ কৰি আছে, মোৰ মৃত্যু হলে সেই জয়শ্ৰীয়ে ইয়াক এৰি যাব।*"

১৭। ভ্ৰাতৃৰ প্ৰতি স্নেহবশত বালীযে এইদৰে কোৱাৰ পিচত বালী বধৰ বাবে প্ৰথমতে তেওঁ যি আনন্দ লাভ কৰিছিল তাক পৰিত্যাগ কৰি ৰাহুগ্ৰস্ত চন্দ্ৰৰ সদৃশ পুনঃ নিষ্প্ৰভ হল।

১৮। বালীৰ কথা শুনি সুগ্ৰীবৰ মনত যি বৈৰভাব আছিল সি উপশমিত হল; তেতিয়া তেওঁ তৎপৰতাৰে সৈতে ককাযেকৰ প্ৰতি যি স্নেহ তাক দেখুৱাই বালীৰ নিৰ্দ্দেশ মতে কাঞ্চনময় সেই মালাধাৰী গ্ৰহণ কৰিলে।

১৯। ভাযেকক মালাধাৰী দি বালীযে তেওঁৰ আত্মজপুত্ৰ অঙ্গদক সম্মুখতে দেখি মৰণ সুনিশ্চিত জানি চেনেহতে তেওঁক কবলৈ ধৰিলে।

২০। "হে পুত্ৰ, দেশ আৰু কাল বুজি সেই সময়ৰ যথোচিত কাৰ্য্যৰ প্ৰতি মন দিবা, সুখদুখ সহিবলৈ শিকিবা, প্ৰিয় আৰু অপ্ৰিয় বিষয়ত ক্ষমাগুণক আশ্ৰয় কৰি সকলো সময়তে সুগ্ৰীবৰ বশবৰ্ত্তী হৈ চলিবা।

২১। হে মহাবাহু, পূৰ্ব্বতে মই যিদৰে সদায় তোমাক লালন পালন কৰি আছিলোঁ বৰ্ত্তমানে তোমাৰ তেনে অৱস্থা নথকাৰ কাৰণে সুগ্ৰীবেই তোমাৰ প্ৰতি আৰু অধিক যত্নপৰ হব।

২২। হে অৰিন্দম, সুগ্ৰীবৰ যিবোৰ অমিত্ৰ অৰ্থাৎ উপকাৰক নহয় আৰু যিবোৰ শত্ৰু অৰ্থাৎ অপকাৰক তেওঁলোকৰ লগত সঙ্গতি নকৰিবা, তুমি সকলোপিনে সংযত হৈ সুগ্ৰীবৰ স্বাৰ্থ সাধনবিষয়ত তৎপৰ হৈ তেওঁৰ বশ হৈ থাকিবা।

২৩। হে বৎস, কাৰো লগত অতি প্ৰণযৰ ভাব নাৰাখিবা আৰু সেইদৰে তেনেই মিলা প্ৰীতিৰ ভাব নৰখাকৈও নাথাকিবা। অতি প্ৰণয় আৰু প্ৰণযৰ অভাব উভয়ে বহুত দোষৰ কাৰণ, গতিকে দুয়োৰো মধ্যবৰ্ত্তী পন্থাকে আশ্ৰয় কৰি চলিবা।"

২৪। এইদৰে কৈ উঠাৰ পিচতে শৰপীড়িত বালীৰ চকু মেল খাই উলটি গল তেওঁৰ ভীষণ দন্তপংক্তি ওলাই পৰিল আৰু প্ৰাণবায়ু উৰি গল।

২৫। যূথপতি এইদৰে হত হোৱাত সকলো বান্দৰ আৰু মুখ্য মুখ্য বান্দৰ সেনাপতিগণে বিলাপ কৰি কৰি ৰোদন কৰিবলৈ ধৰিলে।

২৬। "হায়। বান্দৰসকলৰ ৰজা স্বৰ্গগামী হোৱাত এই কিষ্কিন্ধ্যা আজি শূন্য হল, ইয়াৰ উদ্যান, পৰ্ব্বত, কানন সকলো শূন্য।

২৭—২৯। এই কপিপ্ৰবৰ নিহত হোৱাৰ লগে লগে বান্দৰকুল নিষ্প্ৰভ হল। এই বীৰবৰে মহাবাহু মহাত্মা গন্ধৰ্ব্ব গোলভৰ লগত পোন্ধৰবছৰ কাল দিন আৰু ৰাতি ক্ষান্ত

* এতেকে প্ৰাণবায়ু বাহিৰ হোৱাৰ আগতে এই মালাধাৰী তুমি গ্ৰহণ কৰা।

নোহোৱাকৈ যুদ্ধ কৰি অৱশেহত ষোড়শ বছৰত তাক বধ কৰিলে, হায়। আমাৰ ভীষণদন্ত আৰু কৰালবদন ভয়ঙ্কৰ যি বালীয়ে অতি দুৰ্দ্দান্ত সেই গন্ধৰ্ব্বকো বধ কৰিব পাৰিলে, শেহত তেওঁ এইদৰে নিপাতিত হব পাৰিলে কেনেকৈ?"

৩০। বান্দৰাধিপতি বীৰ বালী নিহত হোৱাত সিংহ থকা মহাবনৰ ভিতৰত গোযুথপতি বৃষভ নিহত হলে গৰুবোৰৰ যেনে অৱস্থা হয়, বনচাৰী বান্দৰ সমূহেও তেনে অৱস্থা প্ৰাপ্ত হৈ মনত শান্তি নোপোৱা হল।

৩১। তেতিয়া তাৰাদেবীয়ে বিপদসাগৰত ভুবগৈ স্বামীৰ মুখৰ পিনে চাই ছিন্নমূল মহাদ্ৰুমক আশ্ৰয় কৰি থকা লতাৰ নিচিনাকৈ, স্বামীক সাৱটি ধৰি মাটিতে পৰি গল।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত দ্বাবিংশ সৰ্গ সমাপ্ত ॥**

# ত্ৰয়োবিংশ সৰ্গ

## তাৰাৰ শোক

১। তাৰ পিচত লোকপ্ৰসিদ্ধা তাৰাদেবীয়ে তেওঁৰ স্বামী কপিৰাজ বালীৰ মুখখন ঘ্ৰাণ কৰাৰপিচত বিলাপ কৰি মৃত স্বামীৰ উদ্দেশ্যে কবলৈ ধৰিলে।

২। "হে বীৰবৰ, আপুনি মোৰ কথা নুশুনি শিলে পৰিপূৰ্ণ অতি দুখকৰ বিষম এই মাটিৰ ওপৰতে শুই থাকিল।

৩। এতেকে মই বুজিলোঁ যে হে বান্দৰেন্দ্ৰ, মোতকৈ এই পৃথিবীয়েই আপোনাৰ অধিকতৰ প্ৰিয়তৰ, সেই কাৰণেহে আপুনি তেওঁক সাৱটি ধৰি শুই থাকি মোৰ লগত কথা পাতিব খোজা নাই।

৪। হে বীৰ, যদিও সাহসপূৰ্ণ কামেই আপোনাৰ প্ৰিয়, তথাপিতো হায়। ৰামৰূপ বিধিয়ে সুগ্ৰীৱৰহে বশ্য মানিলে, এতেকে বুজিব লাগিব সুগ্ৰীৱেই অধিক পৰাক্ৰমশালী।

৫—৭। প্ৰধান প্ৰধান ভালুক আৰু বান্দৰগণে যি বালীক সদায় সেৱা জনাই আছিল, তেওঁ বিলাকৰ আৰু অঙ্গদৰ দুখপূৰ্ণ বিলাপ আৰু মোৰ এই কথা শুনিও আপুনি সাৰ পাই উঠা নাই কিয়? বুজিলোঁ আগতে আপোনাৰ দ্বাৰা নিহত হৈ শত্ৰুগণ যত শুই পৰিছিল, এতিয়া যুঁজত নিহত হৈ সেই বীৰশয্যাত শয়ন কৰিলে, হে প্ৰিয়, বিশুদ্ধ সত্ত্বসম্পন্ন বংশত আপোনাৰ জন্ম আৰু যুদ্ধই আপোনাৰ প্ৰিয়, সেয়েহে যুদ্ধতেই আপোনাৰ এনেদৰে মৃত্যু হবলৈ পালে।

৮। হে মানদ, শেহত আপুনি মোক এইদৰে অনাথা কৰি এৰি গল। বুজিলোঁ বুদ্ধিমানজনে বীৰপুৰুষত কন্যাদান কৰা কোনোমতে উচিত নহয়।

৯। উদাহৰণ স্বৰূপ এই চাওক বীৰপুৰুষ এজনৰ ভাৰ্য্যা হৈ মই বিধবা হলোঁ আৰু লগে লগে মোৰ সৰ্ব্বনাশ হল, ৰাজপত্নী হিচাপে মোৰ যি মান আছিল সি গল আৰু চিৰ কলীয়া সকলো সুখৰ ওৰ পৰিল।

১০—১১। আজি মই অগাধ বিপুল শোক সাগৰত নিমগ্ন। মই দেখিছো মোৰ এই হৃদয় নিশ্চয় শিলেৰে নিৰ্ম্মিত যি হেতু স্বামীক নিহত দেখিও ই শতখণ্ডে বিদীৰ্ণ হোৱা নাই। মোৰ এই স্বামী প্ৰকৃততে মোৰ সুহৃদ আৰু প্ৰিয়, বীৰ হৈও যুদ্ধত আনৰ দ্বাৰা অভিভূত হৈ প্ৰাণ এৰিলে।

১২। হায়! নাৰী পুত্ৰবতীয়েই হওক বা ধনধান্যে সমৃদ্ধিশালীনীয়েই হওক, পতিহীনা হলে পণ্ডিতগণে তেওঁক বিধবাহে বোলে।

১৩—১৪। হে বীৰ, লাক্ষাৰঙে ৰঞ্জিত শয্যাতকৈ নিজৰ তেজত আপোনাৰ শয্যাত শয়ন কৰি থকা দি আপোনাৰ গাত্ৰনিৰ্গত তেজ পুঞ্জৰ মাজত আপুনি শয়ন কৰি আছে। আপোনাৰ সমগ্ৰ শৰীৰ চাৰিওফালে তেজৰ কণাৰে পৰিব্যাপ্ত।

১৫। হে কপিপ্ৰবৰ, মই এতিয়া তাকো হাতেৰে আকোৱালি ধৰিব নোৱাৰা। এই নিদাৰুণ শত্ৰুতা বিষয়ত সুগ্ৰীবেই কৃতাৰ্থ হল।

১৬—১৭। যিহেতু ৰামে এপাত শৰ প্ৰয়োগ কৰিয়েই তেওঁক ভয়মুক্ত কৰিলে। হায়! এতিয়া এই শৰ আপোনাৰ শৰীৰত লাগি থকাৰ কাৰণে আপোনাৰ মৃত্যুত মই আপোনাৰ শৰীৰক স্পৰ্শ কৰিব নোৱাৰি কেৱল চাই হে ৰলো।'

১৭। তাৰাৰ এই কথা শুনা মাত্ৰকে কপিপ্ৰবৰ নীলে গিৰি গহ্বৰত লীন হৈ থকা প্ৰদীপ্ত বিষধৰ সৰ্প সদৃশ বালীৰ শৰীৰ সংলগ্ন শৰপাত উলিয়াই ললে। শৰপাত উলিয়াই অনাৰ লগে লগে অস্তাচলচুড়াবলম্বী দিবাকৰৰ নিচিনা তাৰ প্ৰভা বিস্তাৰ কৰিব ধৰিলে।

১৮—২৩। আৰু আন পিনে পৰ্ব্বত নিৰ্গত তাম্ৰ আৰু গৈৰিক পদাৰ্থৰ শ্ৰোতৰ নিচিনা ক্ষতস্থানৰ পৰা ওলাই অহা বালীৰ তেজ চাৰিও ফালে বৈ পৰিব ধৰিলে। তেতিয়া তাৰাদেৱীয়ে যুদ্ধৰ ধূলিকণাৰে পৰিব্যাপ্ত অস্ত্ৰাহত বীৰ স্বামীৰ শৰীৰ তেওঁৰ চকুলোৰে তিয়াই দিলে। এইদৰে স্বামীক তেৰ্জেৰে ৰাঙলি হৈ নিপাতিত হোৱা দেখি মহিষী তাৰাদেৱীয়ে পিঙ্গলনেত্ৰ পুত্ৰ অঙ্গদক সম্বোধন কৰি কবলৈ ধৰিলে, "হে পুত্ৰ তোমাৰ পিতাৰৰ শোকলগা দাৰুণ শেষ অৱস্থা চাই লোৱাঁ। নিজৰ পাপকৰ্ম্মহেতু তেওঁৰ আগৰ বৈৰভাবৰ অৱসান হল, আৰু নবোদিত সূৰ্য্য সদৃশ উজ্জ্বল এই শৰীৰে এতিয়া যমালয়লৈ গতি কৰিলে।

২৪। তুমি এতিয়া মানদ নৃপতিবৰ সেই পিতৃদেৱৰ চৰণ বন্দনা কৰা।"

২৫। তাৰাই এইদৰে কোৱাত অঙ্গদ থিয় হৈ 'হে পিতা মই অঙ্গদ' বুলি কৈ তেওঁৰ পৰিবৃদ্ধ সুগোল বাহুযুগলৰ দ্বাৰা পিতৃদেৱৰ চৰণযুগলত সাবট মাৰি ধৰিলে। এনে অৱস্থাত তাৰাদেৱীয়ে পুনঃ তেওঁৰ স্বামীক সম্বোধন কৰি কব ধৰিলে।

২৬। "হে স্বামী অঙ্গদে সেৱা জনোৱা সত্ত্বও পূৰ্ব্বতে "হে পুত্ৰ দীৰ্ঘায়ু হোৱা' বুলি যি সম্ভাষণ কৰিছিল এতিয়া তেনেদৰে সম্ভাষণ কৰা নাই কিয়? আপুনি অচেতন অৱস্থাত,

মইও সিংহৰ দ্বাৰা নিহতা সবৎসা ধেনুৰ নিচিনা, মোৰ পুত্ৰে সৈতে মইও আপোনাৰ ওচৰতে ৰৈ আছোঁ।

২৭। হে বীৰ, ৰামৰ অস্ত্ৰৰূপ জলৰ দ্বাৰা সংগ্ৰামযজ্ঞ সমাপণ কৰাৰ পিচত এতিয়া আপোনাৰ পত্নী মই লগত নথকাৰ কাৰণে সেই যজ্ঞৰ অবভৃথ স্নান* সম্পাদন কৰিব কেনেকৈ ?

২৮। যুদ্ধত সন্তুষ্ট হৈ দেবৰাজ ইন্দ্ৰই যি সুবৰ্ণময়ী মালা আপোনাক দান দিছিল আপোনাৰ সেই প্ৰিয় মালা মই দেখা নাপাওঁ কিয় ?

২৯। হে মানদ, আপুনি গত প্ৰাণ হলেও ঘূৰিফুৰা সূৰ্য্যৰ প্ৰভাই যি দৰে হিমালয়ক এৰা নিদিয়ে ৰাজ্যশ্ৰীয়ে আপোনাক সেই দৰেই এৰা দিয়া নাই।

৩০। সেই সময়ত আপুনি মোৰ হিতকৰ বাক্য নুশুনিলে আৰু ময়ো আপোনাক নিবাৰণ কৰিব নোৱাৰিলোঁ। আপুনি যুদ্ধত নিহত হোৱাৰ লগে লগে আপোনাৰ লগত পুত্ৰে সৈতে মইও হত হলোঁ আৰু ৰাজলক্ষ্মীয়ে মোক এৰা দিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ত্ৰয়োবিংশ সৰ্গ সমাপ্ত ॥**

## চতুৰ্বিংশ সৰ্গ

## সুগ্ৰীবৰ শোক

১। বালীৰ অনুজ ভ্ৰাতা তেজস্বী সুগ্ৰীবে ভ্ৰাতাৰ বধহেতু তাৰাক দ্ৰুতবেগশালী দুৰ্দ্দমনীয় শোকসমুদ্ৰত মগ্ন হোৱা দেখি পৰম অনুতপ্ত হল।

২। তাৰাৰ মুখ চকুলোৰে ভৰপূৰ হোৱাত মনস্বী সুগ্ৰীবৰ মন ক্ষুণ্ণ হল, তেতিয়া ভৃত্যগণৰ দ্বাৰা পৰিবৃত হৈ ধীৰে ধীৰে তেওঁ ৰামৰ ওচৰ চাপিল।

৩। ভুজঙ্গ সদৃশ বাণসমূহে সৈতে ধনু হাতত লৈ ৰৈ থকা ধীৰ আৰু উদাৰস্বভাব শাস্ত্ৰোক্ত সৰ্ব্ব-সুলক্ষণযুক্ত যশস্বী ৰাঘব ৰামৰ ওচৰচাপি সুগ্ৰীবে কবলৈ ধৰিলে।

৪। "হে নৰেন্দ্ৰ, আপুনি যিদৰে প্ৰতিজ্ঞা কৰিছিল তাক সম্পন্ন কৰিলে আৰু ময়ো বালীবধৰূপ কৰ্ম্ম আৰু ৰাজ্যভোগৰ অনুৰূপ ফল দেখা পালোঁ। এই সকলো দেখি শুনি হে ৰাজপুত্ৰ, কুৎসিত জীবন লৈ মোৰ সুখভোগ কৰাৰ প্ৰবৃত্তি নোহোৱা হৈছে।

৫। হে ৰাজেন্দ্ৰ, ৰজা হত হোৱাৰ ফলত সম্মুখত মহিষী তাৰাই ৰোদন কৰি আছে আৰু পুৰবাসীগণো দুখতে অনুতপ্ত হৈ বিলাপ কৰিব ধৰিছে, অঙ্গদৰ জীবনো সংশয়াপন্ন, এনে অৱস্থাত ৰাজ্যভোগলৈ মোৰ মন নাই।

* যজ্ঞৰ শেহত কৰিবলগীয়া স্নান।

৬। আগতে ভ্ৰাতাৰপৰা বিষম পৰাভব পাই সহিব নোৱাৰি খঙতে তেওঁৰ বধ বিচাৰিছিলো সঁচা, কিন্তু হে ইক্ষাকু প্ৰবৰ, এতিয়া সেই কপিযুথাধিপতি নিহত হোৱাত মই ভীষণ অনুতপ্ত হৈছোঁ।

৭। মোৰ মনে ধৰিছে যে যি কোনো প্ৰকাৰে মোৰ নিজ জাতিগত বৃত্তি অবলম্বন কৰি এই ঋষ্যমূক পৰ্ব্বততে চিৰতিকাল বাস কৰি থকাটোৱেই শ্ৰেয়, এনেজনক বধ কৰি স্বৰ্গলাভো মোৰ পক্ষে বাঞ্ছনীয় নহয়।

৮। মতিমান মহাত্মা মোৰ ককায়ে মোক সদায় কৈ আছিলে "মই তোক বধ নকৰোঁ। হয়াবপৰা গৈ যথা ইচ্ছা বিচৰণ কৰি থাক' হে ৰাম, বৰ্ত্তমানে তেওঁৰ কাম তেওঁৰ কথাৰ অনুৰূপেই হল, আনপক্ষে মোৰ কথা আৰু ভ্ৰাতৃবধৰূপ কুবৰ্ম্মও মোৰ অনুৰূপেই হৈছে।*

৯। হে ৰাম, যদিও সুখভোগকেই মই প্ৰধান বুলি ভাবিলো তথাপি ৰাজ্যসুখ আৰু ভ্ৰাতৃবধ হেতু দুখ এই উভয়ৰে তাৰতম্য চিন্তা কৰি ভাবেক হৈ এনে এজনা গুণবান ভ্ৰাতাৰ বধ মোৰ মনত কিদৰে ভাল লাগিব পাৰে?

১০। ককায়ে তেওঁৰ নিজ মাহাত্ম্যৰ ব্যতিক্ৰম নকৰি মোৰ বধ ইচ্ছা নকৰিলে, কিন্তু মোৰ বুদ্ধিৰ দুষ্টতা হেতু তেওঁৰ প্ৰাণহাৰী হৈ মাহাত্ম্যৰ ব্যতিক্ৰম কৰি এই অন্যায় কাম কৰিলোঁ।

১১। গছৰ ডালৰ কোবত পলায়নৰত হৈ মই ক্ষণকাললৈ চিঞৰি কান্দি থাকোতে ককায়ে মোক প্ৰবোধ দি কৈছিলে "এনে কাম ভবিষ্যতলৈ আৰু নকৰিবি।"

১২। এই কামৰ দ্বাৰা তেওঁ তেওঁৰ আৰ্য্য স্বভাব, ভ্ৰাতৃত্ব আৰু ধৰ্ম্ম ৰক্ষা কৰিলে, কিন্তু তাৰ সমান ক্ৰোধ কামভাব আৰু বান্দৰৰ স্বভাব হে মোত প্ৰকাশ পালে।

১৩। হে বয়স্য, ইন্দ্ৰই বিশ্বকৰ্ম্মাৰ পুত্ৰ বিশ্বৰূপক বধ কৰি যি পাপ কৰিছিল মইও, মোৰ ভ্ৰাতৃবধৰ দ্বাৰা সাধুজনৰ অযোগ্য তেনে পাপত লিপ্ত হলোঁ।†

১৪। পৃথিবী, জল, বৃক্ষ আৰু স্ত্ৰীসমাজে ইন্দ্ৰৰ পাপ গ্ৰহণ কৰিছিল, কিন্তু মই বান্দৰ এজনৰ এই পাপ সহিব কোনে অথবা গ্ৰহণ কৰিবলৈয়ে বা ইচ্ছা কৰিব কোনে?

১৫। হে ৰাঘব অধৰ্ম্মযুক্ত অথবা কুলনাশকাৰী এনেবিধৰ পাপ কাম কৰাৰ পিচত মই প্ৰজাসমূহৰ সন্মান অথবা যৌবৰাজ্যৰ যোগ্য নহও, ৰাজ্যৰতো কথাই নাই।

১৬। এই জগতত মই লোক সমূহৰ ঐহিক আৰু পাৰলৌকিক পৰমাৰ্থ সাধনৰ এজন বিঘ্নকাৰক, অতি নীচ প্ৰকৃতিৰ বিগৰ্হিত পাপৰ কৰ্ত্তা, গতিকে বৃষ্টিৰ জলে যিদৰে তললৈ গতি কৰে, সেইদৰে মহান এক শোক মোত লম্বিব ধৰিছে।

১৭। সহোদৰ ভ্ৰাতৃবধ, যাৰ নোম আদি সকলো অঙ্গ, সন্তাপ যাৰ চকু মুৰ আৰু দাঁত এনেবিধৰে পাপময় মদোন্মত্ত প্ৰকাণ্ড এটা হাতীয়ে নদীৰ কুল খহাই দিয়াৰ নিচিনাকৈ মোক অভিহত কৰিব ধৰিছে।

---

* মোৰ ভ্ৰাতা বুদ্ধিমান আৰু মহাত্মা গতিকে তেওঁ মোৰ জীৱন বধ নকৰিলে, মই বুদ্ধিহীন আৰু নীচাত্মা সেই কাৰণে তেওঁক যুদ্ধলৈ মাতি আনি বধ কৰিলোঁ।

† ইন্দ্ৰই বিশ্বৰূপৰ তিনিটা মুৰ ছেদন কৰে। পৃথিৱী, গছ আৰু স্ত্ৰীসকলে এই পাপৰ ভাগ গ্ৰহণ কৰি ইন্দ্ৰক ব্ৰহ্মহত্যা পাপৰ পৰা মুক্ত কৰে। —মহাভাৰতত উল্লিখিত আভাস।

১৮। হে নৰবৰ, মলিযুক্ত এতেকে বিবৰ্ণ সোণ জুইত দিলে যিদৰে মলি তাত থাকিব নোবাৰা হয়, ভ্ৰাতৃবধৰূপ পাপেও মোৰ হৃতিস্থিত জন্মান্তৰাৰ্জ্জিত সুখ্যাতি বিলোপ কৰিছে।

১৯। হে ৰাঘব, মোৰ অনুমান হৈছে অকল মোৰে কাৰণে বালীৰ মৃত্যুৰ শোক আৰু তাপতে মহাবলশালী মুখ্য বান্দৰ কুলৰ তথা অঙ্গদৰ প্ৰাণ আধাখিনিমানহে ৰৈ আছে।

২০। পুত্ৰলাভ সুলভ, সেইদৰে আজ্ঞাধীন সুজনব্যক্তি লাভো সহজ, কিন্তু অঙ্গদৰ তুল্য পুত্ৰলাভ হব পাৰে কেনেকৈ? তাদৃশ বীৰভূমিযেই বা ক'ত য'ত এনে এজন সোদৰ ভ্ৰাতা পাব পৰা হব?

২১। বৰ্ত্তমানে বীৰবৰ অঙ্গদো জীবিত নাথাকে, তেওঁ জীবিত থকা হলে তেওঁৰ পৰিপালনৰ অৰ্থে তেওঁৰ জননীও বাচি থাকিলহেঁতেন, কিন্তু তেওঁৰ পুত্ৰ অবিহনে শোকতাপতে দগ্ধা তেওঁ যে জীবিত নাথাকিব এইটো মই থিৰাং কৈ জানিছোঁ।

২২। এতেকে এনে অৱস্থাৰ মাজত থাকি মোৰ ভ্ৰাতা আৰু পুত্ৰ অঙ্গদৰ লগত একেলগে থকাৰ ইচ্ছা কৰিময়ো প্ৰদীপ্ত অগ্নিত প্ৰবেশ কৰিম। আপোনাৰ আদেশ মানি এই মুখ্য মুখ্য বান্দৰগণে সীতাৰ অন্বেষণ কৰিব।

২৩। হে মনুজেন্দ্ৰ পুত্ৰ, মই জীৱিত নাথাকিলেও এওঁলোক সকলোৱে আপোনাৰ সকলো কাম সমাধা কৰি দিব। এতেকে হে ৰাঘব, কুলহন্তা আৰু জীবনৰ অযোগ্য আৰু পাপকাৰ্য্যকাৰী মোক অগ্নিত প্ৰবেশ কৰিবলৈ অনুমতি দিয়ক।"

২৪। বালীৰ অনুজ সুগ্ৰীবে কাতৰভাবে এইদৰে কোৱা শুনি পৰবীৰহা ৰঘুপ্ৰবীৰ ৰামে বাস্পপূৰ্ণ নয়নে অলপ সময় বিষন্নমনে ৰৈ থাকিল।

২৫। ঠিক এনে সময়তে পৃথিবীসম ধৈৰ্য্যশীল, ত্ৰিভুবন পালক ৰামচন্দ্ৰই শোকনিমগ্না ৰোদনপৰা তাৰাৰ প্ৰতি বাৰে বাৰে লক্ষ্য কৰি তেওঁৰ শোক দূৰ কৰিবলৈ উৎসুক হৈ তেওঁৰ পিনে চালে।

২৬। তেতিয়া প্ৰধান মন্ত্ৰীবৰ্গে স্বামীক সাবটি ধৰি শুই থকা উদাৰ স্বভাবসম্পন্না চাৰুনেত্ৰা কপিৰাজ পত্নীক মাটিৰ পৰা তুলি ললে।

২৭। স্বামীৰ ওচৰৰ পৰা আঁতৰাই অনাৰ সময়ত পুনঃ স্বামীকে সাবটি ধৰি থাকিবলৈ ইচ্ছা কৰি হাতভৰি এছাৰি থাকোতে শৰ আৰু চাপ হাতত লৈ নিজ তেজোবলে সূৰ্য্যসদৃশ দীপ্তিমান ৰামচন্দ্ৰ তাৰাৰ চকুত পৰিল।

২৮। মৃগশিশুনয়না তাৰাদেবীয়ে আগেযে নেদেখা মনুনা পাৰ্থিব সৰ্ব্ব-সুলক্ষণসম্পা চাৰুনেত্ৰ পুৰুষপ্ৰধান ৰামক চকুৰ আগত দেখি 'এওঁৱেই কাকুস্থ' বুলি জানিব পাৰিলে।

২৯। তেতিয়া বিপন্ন হৈয়ো পৰম দুখাভিভূতা তাৰাদেবীয়ে বিহ্বল চিত্তে ইন্দ্ৰকল্প আনৰ দুৰ্দ্ধৰ্ষ, মহানুভব ৰামৰ ওচৰ চাপিলে।

৩০। শোকভৰতে নিজ শৰীৰৰ প্ৰতি সম্পূৰ্ণ উদাস হৈ মনস্বিনী তাৰাই বিশুদ্ধ সত্ত্ব সৰ্ব্বোৎকৃষ্ট সুনিপুণ যোদ্ধা ৰামক সম্বোধন কৰি কবলৈ ধৰিলে—

৩১। *"ৰাম, আপুনি অপ্ৰমেয়, বুদ্ধিৰ অগোচৰ, জিতেন্দ্ৰিয়, সৰ্ব্বোত্তম ধৰ্ম্মৰ আধাৰ, অক্ষয়কীৰ্ত্তিসম্পন্ন, বিচক্ষণ, পৃথিবীসমধৈৰ্য্যশীল আৰু ৰক্তাক্ষ,

৩২। আপুনি ধনুৰ্ব্বাণধাৰী, মহাবলশালী সুদৃঢ়গাত্ৰবিশিষ্ট, মনুষ্যদেহলব্ধ সুখক অতিক্ৰম কৰি দিব্যদেহলব্ধ সুখসম্পন্ন।

৩৩। এতেকে হে প্ৰভু, যি বাণসংযোগে আপুনি মোৰ প্ৰিয় স্বামীক নিহত কৰিলে, মোকো সেই বাণেৰে বধ কৰি থওক, তেতিয়া হলে মই মৰি তেওঁৰ ওচৰলৈ যাব পাৰিম কিয়নো হে বীৰ, বালীয়ে মোত ভিন্ন আন ৰমণীত আনন্দ নাপায়।

৩৪। হে বিমল পদ্মপত্ৰাক্ষ, স্বৰ্গৰাজ্যত বালীয়ে মোক দেখা নাপালে নানাবিধ ৰক্ত-পুষ্পশোভিতশিখৰমণ্ডিতা বিচিত্ৰ বেশভূষাৰে সজ্জিতা অপ্‌সৰাগণৰ লগত মিলিত হৈ সিঁহতৰ পিনে চাই তেওঁ সিহঁতক আদৰ নকৰিব।

৩৫। হে বীৰ, বিদেহৰাজকন্যা আপোনাৰ লগত নথকাৰ কাৰণে যিদৰে আপুনি পৰ্ব্বতৰ মনোৰম তটভাগত থাকিও আনন্দ পাব পৰা নাই বালীয়েও সেইদৰে মই নথকাৰ কাৰণে স্বৰ্গৰাজ্যত মলিনবদনে শোক অনুভৱ কৰি থাকিব।

৩৬। আপুনি জানে যে সুকুমাৰ পুৰুষ মনোমত স্ত্ৰীৰ সঙ্গতি নাপালে অকল দুখৰহে ভাগী হয়, এই কথা জানি শুনি আপুনি মোক বধ কৰক যাতে বালীয়ে মোক নেদেখাৰ কাৰণে যি দুখ পাব পাৰে তাক অনুভৱ কৰিব লগা নহয়।

৩৭। যে মনুজেন্দ্ৰপুত্ৰ, আপুনি মহাত্মা এতেকে স্ত্ৰীবধ কৰাৰ কাৰণে যি পাপ হব পাৰে বুলি আপুনি ভাবে, মোৰ ক্ষেত্ৰত সেই পাপে আপোনাক স্পৰ্শ নকৰে। মই বালীৰ আত্মাস্বৰূপ, মোক বধ কৰিলে সেই পাপে আপোনাক নোছোৱে, এতেকে আপুনি মোক বধ কৰক।

৩৮। শাস্ত্ৰীয় যাগাদি অনুষ্ঠান বিষয়ত আৰু বিবিধ বেদবাক্য অনুসৰি স্ত্ৰী পুৰুষৰ অভিন্ন ৰূপ† আৰু যিহেতু স্ত্ৰীয়েই প্ৰধান, এতেকে স্ত্ৰীদানতকৈ শ্ৰেষ্ঠ আন একো দান নাই—লোকসমাজত জ্ঞানী পুৰুষসকলৰ এইয়ে মত।

৩৯। এতেকে হে বীৰ, ধৰ্ম্মৰ ফালে চাই আপুনি মোক বধ কৰিলে মোক মোৰ প্ৰিয়জনৰ ওচৰত সমৰ্পণ কৰাৰ নিচিনা হব আৰু এই দানৰ ফলত স্ত্ৰীবধ কৰাৰ কাৰণে যি অধৰ্ম্ম হব পাৰে আপুনি সেই অধৰ্ম্মৰ ভাগী নহব।

৪০—৪১। হে ৰাঘৱ, বৰ্ত্তমানে মই আৰ্ত্তা, অনাথা, স্বামীসঙ্গ পৰিত্যক্তা, এতেকে এনে এজনাক আপুনি বধ নকৰাটো যুক্তিযুক্ত নহব। হে ৰাবেন্দ্ৰ, মাতঙ্গসম গমনশীল, বান্দৰশ্ৰেষ্ঠ, ধীমান, শ্ৰেষ্ঠজনযোগ্য কাঞ্চন মালাধাৰী বালীৰ সঙ্গ বহুদিন লাভ কৰিব

* ৰাম স্বামীহন্তা হোৱা সত্ত্বেও তাৰাই ৰামক দেখা মাত্ৰকে তেওঁৰ ঐশ্বৰিক শক্তিত মুগ্ধ হৈ তিৰস্কাৰ কৰাৰ সলনি তেওঁৰ স্তৱ কৰিবলৈ ধৰিলে। ভগৱৎশক্তিৰ এয়ে বৈশিষ্ট্য। পূৰ্ব্বৰ শ্লোকত কোৱা হৈছে ৰামে তাৰাৰ দুখ মোচন কৰিবলৈ সমুৎসুক হৈ তাৰাৰ পিনে দৃষ্টিপাত কৰিছিল।

† বেদত আছে "অৰ্দ্ধো বা এষ আত্মনো যৎপত্নী।" অৰ্থাৎ স্ত্ৰী পুৰুষৰ অৰ্দ্ধভাগ এতেকে সকলো ধৰ্ম্মকাৰ্য্যতে পুৰুষৰ নিচিনাকৈ স্ত্ৰীৰ অধিকাৰ আছে।

নোৱাৰিলে মই বহুদিন জীয়াই থাকিব নোৱাৰিম।" তাৰাই এইদৰে কোৱাত মহাত্মা বিভু ৰামচন্দ্ৰই তেওঁক প্ৰবোধ দি হিতবাক্যে কবলৈ ধৰিলে।

৪২। "হে বীৰপত্নী, তুমি বিষণ্ণা নহবা, এই সমগ্ৰ জগৎ বিধাতাৰেই সৃষ্টি। সকলোৱে কয় বিধাতাযে সকলো সুখদুখৰো বিধানকৰ্ত্তা।

৪৩। এই তিনিও লোক সৃষ্টি কৰি, ইযাৰ বিধানো তেওঁৱেই কৰিছে। প্ৰাণীসমূহ তেওঁৰ অধীন, এতেকে কোনোৱে তাক অতিক্ৰম কৰিব নোৱাৰে। তোমাৰ পুত্ৰই যৌব-ৰাজ্যত অভিষিক্ত হব আৰু তেতিযা তুমি আগৰ নিচিনাকৈ মনত প্ৰীতি লাভ কৰিব পাৰিবা।

৪৪। বীৰপত্নীসকলে বিধাতাৰ এনে বিধান বুলি জানি এনে ক্ষেত্ৰত পৰিতাপ নকৰে।" পৰন্তপ, প্ৰভাবশালী মহাত্মা ৰামচন্দ্ৰই নিজমুখে এইদৰে আশ্বাসবাণী দিযাত সুবেশধাৰিনী বীৰপত্নী তাৰাদেবীযে পুন উক্তি নকৰি মনে মনে থাকিল।

**॥ ইতি কিষ্কিন্ধা কাণ্ডৰ অন্তৰ্গত চতুৰ্ব্বিংশ সৰ্গ সমাপ্ত ॥**

## পঞ্চবিংশ সৰ্গ

### ৰামৰ সান্ত্বনা আৰু বালীৰ প্ৰেতকাৰ্য্য সমাপন

১। লক্ষ্মণে সৈতে কাকুৎস্থ ৰামে সুগ্ৰীব, তথা অঙ্গদে সৈতে তাৰাৰ লগত সমান শোকৰ ভাগী হৈ তেওঁলোকক সান্ত্বনা দি কবলৈ ধৰিলে।

২। "শোক আৰু পৰিতাপ মৃতকৰ পক্ষে শ্ৰেযস্কৰ নহয, ইযাৰ পিচত তোমালোকৰ যি যি কৰিব লগীযা আছে তাক সম্পন্ন কৰাটোহে উচিত।

৩। তোমালোকে চকুৰ পানী টুকিব এৰি লোকাচাৰ মতে কৰিব লগীযা কাম সমাধা কৰা, যিহেতু সময পাৰ হৈ গলে সমযত কৰিব লগীযা কাম সিদ্ধ নহয।

৪। এই জগতত নিযতি* সকলোৰে মূলভূত কাৰণ, কৰ্ম্মৰ সাধন আৰু এই পৃথিবীত ভূত সমূহক কৰ্ম্মত নিয়োগ কৰাৰ কাৰণো নিযতি।

৫। কোনো কাৰো কৰ্ত্তা নহয আৰু কামত নিযোগ কৰা বিষযতো কেৱে কাৰো

* টীকা—নিয়ম্যতে অনয়া ইতি নিয়তি অৰ্থা কাল। আকৌ কালেই-লোকসৃষ্টি আদি বিষয়ত ঈশ্বৰ নামে অভিহিত। চকুৰ নিমেষৰপৰা আৰম্ভ কৰি জগতৰ যাবতীয় কাম সকলো কালৰ অধীন, সেইদৰে লৌকিক অলৌকিক আদি সকলো কামৰ কাৰণ দিন ৰাতিৰূপ কাল।

ওপৰত ঈশ্বৰ বা প্ৰভু নহয়। লোকসমূহে স্বভাব* অৰ্থাৎ নিজ কৰ্ম্মপাকত আবদ্ধ হৈ কালত পৰিণতি লাভ কৰে।

৬। ঈশ্বৰ কালৰূপ ভগবান তেওঁ যিদৰে জনম মৰণ আদি কৰ্ম্ম ব্যৱস্থা অতিক্ৰম নকৰে সেইদৰে তেওঁৰ ক্ষয়ো নাই। নিজ নিজ কৰ্ম্মপাক হেতু জীৱে যিদৰে কৰ্ম্ম পাব পাৰে সেইদৰে কৰ্ম্ম পায় আৰু যিদৰে বিনাশ পাব লাগে সেইদৰে বিনষ্ট হয়।

৭—৮। কালৰ লগত বন্ধুত্ব নাই, অৰ্থাৎ যাক যেতিয়া যিদৰে বিনাশ কৰিব লাগে তাক তেতিয়া সেইদৰে বিনাশ কৰি থাকে, তেওঁৰ কোনো হেতু নাই অৰ্থাৎ সৃষ্টি বা লয় সম্বন্ধে যি কাৰণ বান্ধি দিছে তাৰ ব্যতিক্ৰম কৰি আন হেতুক আশ্ৰয় নকৰে, এতেকে মন্ত্ৰ ঔষধাদিয়ে কালৰ গতিত ব্যতিক্ৰম ঘটাব নোৱাৰে, কালৰ ওপৰত কাৰো পৰাক্ৰমো নাখাটে অৰ্থাৎ মহাপৰাক্ৰমশালীজনো কালপ্ৰাপ্ত হলে বিনষ্ট হয়। কালৰ মিত্ৰ বা জ্ঞাতি সম্বন্ধ নাই, তেওঁ নিজেই নিজৰ কাৰণ আৰু স্বতন্ত্ৰ (অৰ্থাৎ সৃষ্ট জীৱসমূহৰ অধীন নহয়)। যিসকল বিবেকবান আৰু সুমতিসম্পন্ন লোক তেওঁলোকে কালৰ এই পৰিণাম ভালদৰে দেখিব পায়, ধৰ্ম্ম, অৰ্থ আৰু কাম কালৰ গতিতে সম্পাদিত হৈ থাকে।

৯। বান্দৰৰাজ বালীয়ে তেওঁৰ সাম আৰু দান নীতিৰ ফলত উপাৰ্জ্জিত অৰ্থেৰে এই পৃথিবীত পবিত্ৰ সুখ উপভোগ কৰি মৃত্যুৰ পিচত নিজ প্ৰকৃতি লাভ কৰিছে।†

১০। বালীয়ে নিজ ধৰ্ম্ম‡ ৰক্ষা কৰি পূৰ্ব্বতে স্বৰ্গৰাজ্য জয় কৰি থৈছে এতিয়া মৃত্যুৰ পিচত তেও সেই স্বৰ্গৰাজ্যত বসতি লাভ কৰিছে।

১১। বান্দৰযূথপতি বালীৰ পক্ষে এয়ে শ্ৰেষ্ঠ নিয়তি অৰ্থাৎ কালবিহিত ব্যৱস্থা আৰু বৰ্ত্তমানে তেওঁ তাকে লাভ কৰিছে। এতেকে এতিয়া তোমালোকে পৰিতাপ কৰা উচিত নহয়, এই সময়ৰ যি কাম তাকেহে আচৰণ কৰা উচিত।'

১২। ৰাঘৱৰ কথাৰ মূৰত শত্ৰুবীৰহন্তা লক্ষ্মণে তেতিয়াও অচেতন অৱস্থাত থকা সুগ্ৰীৱক উদ্দেশ্য কৰি লাহেকৈ মধুৰস্বৰে কলে।

১৩। "সুগ্ৰীৱ ইয়াৰ পিচত বালীৰ দাহনকাৰ্যকৈলৈ যি যি প্ৰেতকাৰ্য্য কৰিব লগীয়া আছে আপুনি, তাৰা আৰু লগত অঙ্গদে সৈতে সেইবোৰ সমাধা কৰক।

১৪। প্ৰথমতে তেওঁৰ সংস্কাৰৰ অৰ্থে বহুত শুকান দিব্য চন্দনকাঠ আনিবলৈ আদেশ কৰক।

১৫। অঙ্গদ অচেতন অৱস্থাত মলিন ভাবে বৈ আছে, আপুনি তেওঁক সান্ত্বনা দিয়ক,

---

* স্বভাব শব্দৰ অৰ্থ ইয়াত স্বকৃত কৰ্ম্মপাপ। এই সম্বন্ধে সূতসংহিতাত উক্ত শিববাক্য যথা :—

স্বভাবাদেৱ সম্ভূতং সমস্তমিতি কেচন। তন্ন সিধ্যতি বিপ্ৰেন্দ্ৰ দেশকালাদ্যপেক্ষণাৎ। মত্তঃ কৰ্ম্মানুৰূপেণ জগজ্জন্মাদি জায়তে। এৱ স্বভাবো বিপ্ৰেন্দ্ৰা ইতি বেদাৰ্থনিৰ্ণয়। ন ময়া কেৱলেনাপি ন চ কেৱল কৰ্ম্মণা। প্ৰাণিনাং কৰ্ম্মপাকেন ময়া চ মুনিসত্তমং। জগতঃ সম্ভৱো নাশঃ স্থিতিশ্চ ভৱতি দ্বিজাঃ। অৰ্থাৎ ভগবানে কালৰ সহায়ত ভূতসমূহৰ নিজ কৰ্ম্মপাকৰ নিয়ন্তা হিচাপে জগৎ সৃষ্টি, স্থিতি আৰু বিনাশ কৰি আছে।

† অৰ্থাৎ কাৰ্য্য কাৰণত লীন হৈছে।

‡ বীৰত্ব প্ৰকাশ

বৰ্ত্তমানে এই নগৰী আপোনাৰ অধীনত, এতেকে এই সমযত আপুনি অবোধ হৈ নাথাকিব।

১৬। এই দাহন কাৰ্য্যৰ উদ্দেশ্যে মাল্য আৰু বিবিধ বস্ত্ৰ, ঘিঁউ, তেল আৰু আন আন যি যি সুগন্ধি দ্ৰব্যৰ আবশ্যক, অঙ্গদে সেইবোৰ সংগ্ৰহ কৰি আনক।

১৭। আৰু, আপুনি বেগেতে শিবিকা এখন সজাই আনক, বিশেষকৈ এনে সমযত লৰালৰিকৈ কাম কৰাটোহে শ্ৰেষ্ঠ।

১৮। শিবিকাবহন কৰাৰ উপযুক্ত বান্দৰগণো সাজু হওক। যি সকল বান্দৰ বলবান আৰু সমৰ্থ তেনেবোৰেহে বালীক লৈ যাব।"

১৯। সুগ্ৰীবক এনেদৰে আদেশ দি, সুমিত্ৰানন্দবৰ্দ্ধন শত্ৰুনিসূদন লক্ষ্মণে ভ্ৰাতা ৰামৰ ওচৰত থিয দিলে।

২০। লক্ষ্মণৰ কথা শুনি তাৰাই শিবিকা সজাই আনিবলৈ মন কৰি লৰালৰিকৈ গুহাত প্ৰবেশ কৰিলে।

২১। শিবিকা লৈ তাৰা পুনঃ তাত উপস্থিত হলহি, যি শিবিকা অনা হল সি বালীৰ বাহনৰ উপযোগী আছিল আৰু বান্দৰসমূহে তাক বহন কৰি আনিছিল।

২২। ৰথসদৃশ মহাৰ্হ ৰাজোচিতআসনবিশিষ্ট দিব্য এই শিবিকা চৰাই এটাৰ আকৃতিত তৈযাৰ কৰি তাক চাৰিওফালে নানান চিত্ৰে চিত্ৰিত আৰু কাৰুকাৰ্য্যপূৰ্ণ বৃক্ষেৰে বিভূষিত কৰা হৈছিল।

২৩। ই চাৰিওফালে পদাতি সৈন্যৰ চিত্ৰে চিত্ৰিত আছিল আৰু দেখোতে সিদ্ধপুৰুষ সকলৰ জাল আৰু বাতাযনযুক্ত বিমান সদৃশ আছিল।

২৪। উত্তম কাৰুকাৰ্য্যবিশিষ্ট বিশাল এই শিবিকা শিল্পীগণে কাষ্ঠনিৰ্ম্মিত পৰ্ব্বত আৰু মনোৰম চিত্ৰে ৰঞ্জিত কৰি সুন্দৰৰূপে তৈযাৰ কৰিছিল।

২৫—২৭। তেতিযা শ্ৰেষ্ঠ আভৰণ, হাৰ আৰ বিচিত্ৰমাল্যাদিৰে সুশোভিত, গুহাসদৃশ পঞ্জৰযুক্ত, ৰক্তচন্দনভূষিত পদ্মমাল্য আৰু পুষ্পৰাশিৰে আবৃত নবোদিত আদিত্যৰ ৰঙে ৰঞ্জিত বস্ত্ৰেৰে আচ্ছাদিত শিবিকাৰ পিনে লক্ষ্য কৰি ৰামে লক্ষ্মণক কলে, "লক্ষ্মণ, বালীক বেগেতে দাহণস্থললৈ নি তেওঁৰ প্ৰেতকাৰ্য্য সম্পন্ন কৰোৱা'।

২৮—৩০। এই কথা শুনি অঙ্গদে সৈতে সুগ্ৰীবে কান্দি কান্দি বালীক মাটিৰ পৰা তুলি শিবিকাত উঠাই দিলে। বিবিধ অলঙ্কাৰ, মাল্য আৰু বস্ত্ৰাদিৰে বিভূষিত গতপ্ৰাণ বালীৰ শৰীৰটো শিবিকাৰ ওপৰত তুলি দি, বান্দৰৰাজ সুগ্ৰীবে আদেশ দিলে "হে বান্দৰগণ তোমালোক সকলোৱে আৰ্য্য বালীৰ ঔৰ্দ্ধদেহিক কাৰ্য্যসমূহ আত্মাৰ অনুকূলে নদীৰ তীৰবৰ্ত্তী ঠাইত সম্পন্ন কৰা।

৩১। নানা ৰকমৰ বহুত ৰত্ন ছটিয়াই ছটিযাই বান্দৰবোৰ আগে আগে গৈ থাকক শিবিকা তেওঁলোকৰ পিচে পিচে যাব।

৩২। ৰজাসকলৰ শ্ৰীসমৃদ্ধি প্ৰকাশপোৱাৰ উপযোগী কৰি বান্দৰসমূহে আমালোকৰ প্ৰভু বালীৰ সৎকাৰ কাৰ্য্য সম্পন্ন কৰক।"

৩৩। সুগ্ৰীবৰ এই কথা শুনি তাৰা প্ৰভৃতি সকলোৱে অঙ্গদক আশ্ৰয় কৰি তত্ৰালিকে বালীৰ ঔৰ্দ্ধদেহিক কৰ্ম্ম সেইমতে সম্পন্ন কৰিলে।

৩৪। হতবান্ধৱ বান্দৰবৰ্গে কান্দি কান্দি পিচে পিচে যাব ধৰিলে আৰু লগে লগে বালীৰ অধীনত থকা বান্দৰীবৰ্গও আহি তাত মিলিত হল হি।

৩৫—৩৯। তেতিয়া তাৰা প্ৰভৃতি সকলো বান্দৰৰমণীয়ে বান্ধৱবিহীনা হৈ "হা বীৰ। হা বীৰ।" বুলি চিঞৰিবলৈ ধৰিলে। এইদৰে সকলোটিয়ে করুণস্বৰে তেওঁলোকৰ স্বামীৰ উদ্দেশ্যে ৰোদন কৰি কৰি গৈ থাকোতে বনৰ ভিতৰত বান্দৰীসকলৰ মাজৰ পৰা যি ৰোল উঠিল তাতে অনুমান হল যেন পৰ্ব্বত আৰু বনসমূহেহে বিলাপ কৰিব ধৰিছে। তাৰ পিচত বনচাৰী বহুত বান্দৰে পৰ্ব্বতৰ পৰা ওলাই অহা নদীৰ পুলিন প্ৰদেশত নিৰল, চাৰিওফালে পানীৰে আগুৰি থকা ঠাই এডোখৰত চিতা সাজি ললে। শ্ৰেষ্ঠ বান্দৰগণে বান্ধৰ পৰা শিবিকা নমাই থৈ সকলোৱে শোকাভিভূত অৱস্থাত এফলীয়া হৈ থিয় দি ৰল। তেতিয়া তাৰাদেবীয়ে তেওঁৰ স্বামীক শিবিকাৰ ওপৰত শুই থকা দেখি তে ওঁৰ মূৰটো কোলাত লৈ অতিশয় মনৰ দুখে সৈতে বিলাপ কৰি কবলৈ ধৰিলে।

৪০। "হা বানৰৰাজ। হা মোৰ প্ৰিয় উত্তমভোগৰ পাত্ৰ মহাবাহো নাথ।

৪১। মোৰ পিনে চাওক। শোকপ্ৰপীড়িত এইজনসমূহলৈ আপুনি চকু মেলি চোৱা নাই কিয়?

৪২। হে মানদ, আপুনি গতপ্ৰাণ হলেও আপোনাৰ বদনমণ্ডল এতিয়াও প্ৰফুল্ল আৰু জীৱন্ত পুৰুষৰ নিচিনা অস্তগামী সূৰ্য সদৃশ দেখা হৈ আছে।

৪৩। হে কপিপ্ৰবৰ, এই ৰামৰূপকালে যুদ্ধক্ষেত্ৰত এপাত শৰেৰে আপোনাৰ প্ৰাণ হৰণ কৰি নি আমাক সকলোকে বিধবা কৰিলে।

৪৪। হে ৰাজেন্দ্ৰ, আপোনাৰ এই বান্দৰী ভাৰ্য্যাগণ, যিসকল লম্ফগতিত অনভ্যস্ত তেওঁলোকও দুৰ দুৰন্তৰ পৰা খোজ কাঢ়িয়ে আহি ইয়াত উপস্থিত হৈছে—আপুনি তাক বুজি চোৱা নাই কিয়?

৪৫। হে কপিৰাজ, চন্দ্ৰবদনা এই ভাৰ্য্যাগণ আপোনাৰ হিতাকাঙ্ক্ষিণী, তথাপি তেওঁলোকৰ পিনে আৰু সুগ্ৰীবৰ ফালেও আপুনি লক্ষ্য কৰা নাই কিয়?

৪৬। হে ৰাজন, তাৰ প্ৰভৃতি এই মন্ত্ৰীবৰ্গ আৰু পুৰবাসীগণে আপোনাক আগুৰিধৰি শোক কৰি আছে।

৪৭। হে অৰিন্দম, আপুনি এই মন্ত্ৰীবৰ্গক বিদায় দিয়ক আৰু তেতিয়া আমি আগৰ দৰে এই বনৰ ভিতৰত কামোন্মত্ত হৈ ক্ৰীড়া কৰি থাকিব পাৰিম।"

৪৮। পতিশোকবিহ্বলা তাৰাদেবীয়ে এইদৰে বিলাপ কৰি থাকোতে শোকাভিপীড়িতা আন আন বান্দৰীসকলে তেওঁক পৰিথকা অৱস্থাৰ পৰা তুলি ললে।

৪৯। তেতিয়া অঙ্গদে পিতৃশোকতে অভিভূত হৈ কান্দি কান্দি সুগ্ৰীৱে সৈতে বালীক চিতাত তুলি দিলে।

৫০। তাৰপিচত শোকাতুৰ অঙ্গদে সুদীৰ্ঘ পথযাত্ৰী পিতৃদেবত যথাবিধি অগ্নিসংযোগ কৰি অপসব্য ( অৰ্থাৎ শ'ক প্ৰদক্ষিণ কৰা ) কাৰ্য্য সমাপন কৰিলে।

৫১। যথাবিধি বালীৰ সংস্কাৰবাৰ্য্য শেষ হোৱাৰ পিচত মুখ্য বান্দৰগণে সলিলক্ৰিয়াৰ অৰ্থে মঙ্গলময় পবিত্ৰ জলপূৰ্ণ নৈ লৈ গল।

৫২। তাৰ পিচত সুগ্ৰীব আৰু তাৰাৰে সৈতে বান্দৰগণে অঙ্গদক সম্মুখত লৈ শ্মশানত পানী সিচি দিলে।

৫৩। এইদৰে মহাবলশালী কাকুৎস্থে সুগ্ৰীবৰ লগত সমান শোক আৰু দীনভাবাপন্ন হৈ সকলো প্ৰেতকাৰ্য্য সম্পন্ন কৰালে।

৫৪। অবশেহত কপিপ্ৰবৰ সুগ্ৰীবে ৰামৰ এপাতশৰতে নিহত প্ৰখ্যাত পৌৰষসম্পা দীপ্তিমন্ত বালীক অগ্নিসংযোগে দগ্ধ কৰি, লক্ষ্মণে সৈতে থকা প্ৰদীপ্ত অগ্নিসম তেজস্বী ৰামচন্দ্ৰৰ ওচৰ চাপিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত পঞ্চবিংশ সৰ্গ সমাপ্ত ॥**

## ষড়বিংশ সৰ্গ

## সুগ্ৰীবৰ অভিষেক

১। দাহন কাৰ্য্য সম্পন্ন হোবাৰ পিচত মুখীয়াল মুখীযাল বান্দৰগণে তিতা কাপোৰ পিন্ধি থকা অবস্থাতে শোকসন্তপ্ত সুগ্ৰীবক বেঢ়ি ধৰি তেওঁৰ চাৰিওফালে থিয় দিলে।

২। তাৰ পিচত ঋষিসকলে পিতামহৰ ওচৰত উপস্থিত হোবাদি সকলোটিযে অক্লান্তকৰ্ম্মী মহাবাহু ৰামৰ ওচৰলৈ আহি হাতযোৰ কৰি তেওঁৰ ওচৰত থিয় হল।

৩। তেতিযা স্বৰ্ণ পৰ্ব্বতাভ তৰুণাদিত্যসদৃশবদনবিশিষ্ট পবন নন্দন হনুমানে কৃতাঞ্জলিপুটে ৰামক সম্বোধন কৰি কলে।

৪—৭। "হে কাকুস্থ, আপোনাৰ অনুগ্ৰহতে শোভনদন্ত বিশিষ্ট, মহাবলশালী মহাত্মা বান্দৰগণৰ পিতৃ-পিতামহ সকলৰ দিনৰ পৰা চলি অহা এই মহৎ ৰাজ্য সুগ্ৰীবে লাভ কৰিলে, হে প্ৰভু, বৰ্ত্তমানে আপোনাৰ আদেশানুক্ৰমে তেওঁ পবিত্ৰ এই নগৰত প্ৰবেশ কৰি উৎকৃষ্ট সুহৃদগণৰ দ্বাৰা পৰিবেষ্টিত হৈ সকলো কাৰ্য্যৰ সন্বিধান কৰিব আৰু বিবিধ গন্ধৌষধি পৰিপূৰ্ণ জলৰ দ্বাৰা ৰাজ্যত যথাবিধি অভিষিক্ত হোৱাৰ পিচত মাল্য ৰত্নাদিৰে আপোনাক বিশেষভাবে পূজা কৰিব, এতেকে মনোৰম এই গিৰিগুহাত আপুনি প্ৰবেশ কৰক, আৰু বান্দৰ সকলৰ ওপৰত স্বামী সম্বন্ধ স্থাপন কৰি তেওঁলোকক আনন্দিত কৰক।"

৮—১০। হনুমানে এইদৰে কোৱাত বাক্যবিশাৰদ শত্ৰুহন্তা বুদ্ধিমান ৰামে তেওঁক কলে, "সৌম্য হনুমান, পিতাৰ আদেশ পালন কৰি চৌধ্ধ বছৰকাল মই কোনো গ্ৰাম বা নগৰত প্ৰবেশ নকৰোঁ।

১১। কপিপ্ৰবৰ বীৰ সুগ্ৰীব সুসমৃদ্ধিশালী দিব্য গুহাত প্ৰবেশ কৰাৰ পিচত তোমালোকে যথাবিধি তেওঁক ৰাজ্যত অভিষিক্ত কৰাগৈ।' হনুমানক এইদৰে কৈ ৰামে সুগ্ৰীবক সম্বোধন কৰি কলে।

১২। "সুগ্ৰীব, অঙ্গদ আচাৰজ্ঞ, সদাচাৰ সম্পন্ন আৰু বলবিক্ৰমশালী, আপুনি বীৰ অঙ্গদক যৌবৰাজ্যত অভিষিক্ত কৰিব।

১৩। তেওঁ আপোনাৰ জ্যেষ্ঠজনৰ জ্যেষ্ঠ পুত্ৰ আৰু বিক্ৰমতো আপোনাৰ জ্যেষ্ঠজনৰ সদৃশ তেওঁ অদীনাত্মা ( অৰ্থাৎ মহান ) এতেকে যৌবৰাজ্যৰ পাত্ৰ।

১৪। হে সৌম্য, যি চাৰিটা মাহ বৰ্ষাকালৰ অন্তৰ্গত বুলি কথিত আছে সিইতৰ ভিতৰত এই শাওণ মাহেই প্ৰথম এই মাহতেই বৃষ্টিপাত আৰম্ভ হয়।

১৫। এতেকে সীতাৰ অন্বেষণৰ উদ্যোগ এই সময়ত হব নোৱাৰিব। এই সময়ত আপুনি আপোনাৰ শুভ নগৰত প্ৰবেশ কৰক। লক্ষ্মণে সৈতে মই এই পৰ্ব্বতত বাস কৰি থাকিম।

১৬। এই গিৰিগুহা ৰমণীয়, আহল বহল আৰু বতাহৰ চলাচলৰ বাবে প্ৰসিদ্ধ। হে সৌম্য, ইয়াত পানী পৰ্য্যাপ্ত পৰিমাণে আছে আৰু কমল আৰু উৎপলে ইয়াৰ শোভা বৰ্দ্ধন কৰিছে।

১৭। কাৰ্ত্তিক মাহ উপস্থিত হলে আপুনি ৰাৱণ বধৰ বাবে যত্নপৰ হব, হে সৌম্য আমাৰ ভিতৰত এয়ে বন্দবস্ত ৰল, এতিয়া আপুনি নিজ ঠাইত প্ৰবেশ কৰক, আৰু ৰাজ্যত অভিষিক্ত হৈ সুহৃদ্‌বৰ্গৰ আনন্দ বৰ্দ্ধন কৰক।'

১৮—২০। ৰামচন্দ্ৰই এইদৰে আদেশ দিয়াত বান্দৰশ্ৰেষ্ঠ সুগ্ৰীৱে বালীৰ শাসিত নিজ ৰমণীয় পুৰী কিষ্কিন্ধাত প্ৰবেশ কৰিলে। বান্দৰ সকলৰ প্ৰভু এইদৰে প্ৰৱেশ কৰাত তেওক আগুৰি ধৰি হাজাৰ হাজাৰ বান্দৰেও তাত প্ৰবেশ কৰিলে। তেতিয়া প্ৰজাবৰ্গে বান্দৰ সকলৰ অধিপতিক দেখি সকলোৱে মূৰ দোৱাই নমস্কাৰ কৰি সমাহিত চিত্তে ভূমিস্পৰ্শ কৰি দণ্ডৱৎ দি প্ৰণাম কৰিলে।

২১—২৮। তেতিয়া বীৰ্য্যবান মহাবলশালী সুগ্ৰীৱে প্ৰজাবৰ্গৰ সকলোকে সম্ভাষণ জনাই তেওঁলোকক মাটিৰ পৰা উঠাই ককায়েৰৰ মনোৰম অন্তঃপুৰত প্ৰবেশ কৰিলে। এইদৰে ভীম পৰাক্ৰমশালী কপিপ্ৰবৰ সুগ্ৰীব প্ৰবেশ কৰিলত অমৰগণে ইন্দ্ৰক অভিষিক্ত কৰাৰ নিচিনাকৈ সকলো সুহৃদবৰ্গে তেওঁৰ অভিষেকৰ অৰ্থে সোণখটোৱা শুভছত্ৰ, দুটা শুক্ল বালব্যজন ( চামৰ ) আৰু যশস্যাবৰ্দ্ধক স্বৰ্ণদণ্ড, সেইদৰে বহুবিধ ৰত্ন, সকলো ৰকমৰ বীজ আৰু ঔষধি, দুগ্ধবৎ ৰসস্ৰাৱী গছৰ অঙ্কুৰ, বগা ফুল, শুক্লবস্ত্ৰ, শ্বেত অনুলেপন স্থলজ আৰু জলজ সুগন্ধি পুষ্পমাল্য, দিব্য চন্দন, নানাবিধৰ বহুত সুগন্ধি দ্ৰব্য, চাউল, সোণ, প্ৰিয়ঙ্গু, মধু, ঘিঁউ, দধি, বাঘৰ ছাল আৰু অত্যুৎকৃষ্ট পাদুকাযুগল সংগ্ৰহ কৰিলে। লগে লগে

ষোলজনী সুলক্ষণসম্পন্না কন্যাই হৃষ্টচিত্তে নানাবিধ অনুলেপন দ্রব্য, গোৰচনা আৰু মনঃশিলা লৈ তাত উপস্থিত হল।

২৯। এইদৰে সকলো সম্ভাৰ সংগ্ৰহ কৰি তেওঁলোকে কপিপ্ৰবৰক অভিষিক্ত কৰিবলৈ, ৰত্ন, বস্ত্ৰ আৰু ভক্ষ্য দ্রব্যৰ দ্বাৰা শ্ৰেষ্ঠ দ্বিজসকলক* সন্তুষ্ট কৰিলে।

৩০। তাৰ পিচত মন্ত্ৰবিদসকলে* সুবিস্তৃত কুশোপৰি প্ৰজ্বলিত অগ্নিত মন্ত্ৰপুত ঘিঁউৰেৰে আহুতি প্ৰদান কৰিলে।

৩১—৩৩। হোমকাৰ্য্য শেষ হোৱাৰ পিচত বিচিত্ৰ মাল্যাদিৰে সুশোভিত ৰমণীয প্ৰাসাদৰ শিখৰ ভাগত উৎকৃষ্ট বস্ত্ৰেৰে আবৃত সুবৰ্ণ নিৰ্ম্মিত বৃহৎ এখন আসনৰ ওপৰত চাৰিওফালৰ শ্ৰেষ্ঠ বান্দৰগণৰ দ্বাৰা সংগৃহীত নদ, নদী, তীৰ্থস্থান আৰু সমুদ্ৰসমূহৰ বিমল পানী সোণৰ কলহত যথাবিধি মন্ত্ৰপূৰ্ব্বক পুৰমুৰা কৰি স্থাপন কৰিলে।

৩৪—৩৬। তাৰ পিচত মহৰ্ষিবিহিত শাস্ত্ৰোক্ত বিধি অনুসাৰে গয, গবাক্ষ, গবয, শৰভ, গন্ধমাদন, মৈন্দ, দ্বিবিদ, হনুমান আৰু জাম্ববান আদিযে বিশুদ্ধ গোশৃঙ্গ আৰু সোণৰ কলহেৰে, সুগন্ধি আৰু নিৰ্ম্মল সেই পানীৰে, বসুসকলে বাসব ইন্দ্ৰক অভিষিক্ত কৰাদি সুগ্ৰীবক অভিষিক্ত কৰিলে।

৩৭। সুগ্ৰীব এইদৰে অভিষিক্ত হলত শই শই হাজাৰে হাজাৰে মহাত্মা প্ৰধান প্ৰধান বান্দৰগণে আনন্দতে হৰ্ষধ্বনি কৰিব ধৰিলে।

৩৮। তাৰ পিচত ৰামৰ নিৰ্দ্দেশমতে বান্দৰ সকলৰ অধিপতি সুগ্ৰীবে অঙ্গদক আলিঙ্গন কৰি যৌবৰাজ্যত অভিষিক্ত কৰিলে।

৩৯। অঙ্গদ এইদৰে অভিষিক্ত হোৱাৰ পিচত বান্দৰবৰ্গে হৰ্ষধ্বনি কৰি "সাধু" "সাধু' বাক্যে মহাত্মা সুগ্ৰীবৰ প্ৰশংসা কৰিলে।

৪০। তাৰ পিচত সকলোৱে পৰম প্ৰীত হৈ মহাত্মা ৰাম লক্ষ্মণক কিষ্কিন্ধাৰ পথতে স্তুতি কৰিবলৈ ধৰিলে।

৪১। আৰু লগে লগে গিৰি গহ্বৰৰ মাজত থকা ধ্বজ পতাকাৰে সুশোভিত কিষ্কিন্ধা নগৰী হৃষ্টজনগণৰ দ্বাৰা পৰিপূৰ্ণা হৈ পৰম শোভা ধাৰণ কৰিলে।

৪২। সকলো কাম শেষ হৈ যোৱাৰ পিচত বান্দৰবৰ্গৰ অধিপতি বীৰ্য্যবান সুগ্ৰীবে মহাঅভিষেকৰ সকলো বাতৰি মহাত্মা ৰামৰ ওচৰত নিবেদন কৰি ভাৰ্য্যা ৰুমাক গ্ৰহণ কৰিলে আৰু পিচত দেবৰাজ ইন্দ্ৰসদৃশ নিজ ৰাজ্য লাভ কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ষড্‌বিংশ সৰ্গ সমাপ্ত ॥**

---

* টীকাকাৰে ইয়াতে ইঙ্গিত কৰিছে যে বান্দৰসকল বেদজ্ঞ আছিল আৰু তেওঁলোকৰ আচাৰ ব্যৱহাৰো মানুহৰ নিচিনা হোৱাৰ কাৰণে অগ্নিপূজাত তেওঁলোকৰ অধিকাৰ আছিল আৰু সেইমতে আহুতি প্ৰদানো কৰিছিল।

## সপ্তবিংশ সৰ্গ

### ৰামলক্ষ্মণৰ প্ৰস্ৰৱণ গিৰিত বাস

১। সুগ্ৰীবৰ অভিষেকৰ পিচত বান্দৰবৰ্গে নিজ গুহা কিষ্কিন্ধাত প্ৰবেশ কৰিলত ৰামে ভ্ৰাতা লক্ষ্মণে সৈতে প্ৰস্ৰৱণ গিৰিত প্ৰবেশ কৰিলে।

২। এই পৰ্ব্বত সদায় শাৰ্দ্দুল আৰু মৃগগণৰ শব্দে ধ্বনিত, ভয়ঙ্কৰ গৰ্জ্জনকাৰী সিংহে পৰিপূৰ্ণ, নানাপ্ৰকাৰৰ লতাগুল্মে আচ্ছাদিত আৰু বহুপাদপে পৰিব্যাপ্ত।

৩। যক্ষ, বান্দৰ, গোপুচ্ছ (বান্দৰ) আৰু মাৰ্জ্জৰৰ বাসভূমি এই পৰ্ব্বত মেঘমালাসদৃশ মঙ্গলময় মনোৰম শিলসমূহৰ দ্বাৰা পৰিপূৰ্ণ।

৪। ৰামে সুমিত্ৰানন্দন লক্ষ্মণে সৈতে এই পৰ্ব্বতৰ শিখৰস্থাত সুবৃহৎ আহলবহল এটা গুহাত বাস কৰিবলৈ ললে।

৫—৭। নিষ্পাপ ৰঘুনন্দন ৰামচন্দ্ৰই আগতে উল্লেখ কৰা মতে সুগ্ৰীবৰ লগত বন্দবস্ত কৰি লৈ সময়োচিত বাক্যে বিনীত ভ্ৰাতা লক্ষ্মীবৰ্দ্ধন লক্ষ্মণক সম্বোধন কৰি কবলৈ ধৰিলে, "হে ৰাজপুত্ৰ, এই গিৰিগুহা অতিশয় মনোৰম, ই আহলবহল আৰু বতাহৰ চলাচলো ইয়াত সুন্দৰ, এতেকে হে সুমিত্ৰানন্দন বৰ্ষাকালটো আমি ৰমণীয় উত্তম এই পৰ্ব্বতশৃঙ্গতে কটাম।

৮। চোৱাঁ, এই গিৰিশৃঙ্গ শুভ্ৰ, কৃষ্ণ আৰু তাম্ৰাভ শিলাখণ্ডৰে পৰিশোভিত, নানাবৰণৰ ধাতুৰে পৰিপূৰ্ণ আৰু নৈতে বাস কৰি থকা ভেকুলীৰে পৰিব্যাপ্ত।

৯। নানাবিধ বৃক্ষ আৰু বিচিত্ৰ মনোৰম লতাসমূহ ইয়াক আগুৰি আছে; ই নানাবিধ চৰাইৰ ৰৱে মুখৰিত আৰু বৃহৎ বৃহৎ ময়ূৰগণৰ নাদে নিনাদিত।

১০। পুষ্পিত মালতী, কুন্দগুল্ম, সিন্দুবাৰ, শিৰীষ, কদম্ব, অৰ্জ্জুন, সৰ্জ্জ আদি তৰুৰাজিৰে সুশোভিত।

১১। চোৱাঁ, এই গুহাৰ ওচৰতে সোৱা পুখুৰী প্ৰস্ফুটিত পদ্মমণ্ডলেৰে সুশোভিত হৈ আছে, বৰ্ষাৰ লগে লগে ই পানীৰে ভৰপূৰ হব।

১২। এই ঠাইত পানী পূবৰ ফালে প্ৰবাহিত হোৱাৰ কাৰণে ঠাই ডোখৰ সেই ফালে ঢাল খোৱা, গতিকে ইয়াৰ পশ্চিম ফালটো ওখ, এতেকে এই ঠাইত প্ৰবল বতাহৰ আশঙ্কা নাই, এতেকে হে সৌম্য এই গুহা আমাৰ পক্ষে অতি মনোৰম হব।

১৩। হে সৌমিত্ৰি, গুহাৰ সন্মুখতে চূৰ্ণীকৃত অঞ্জনসদৃশ সুবিস্তৃত সমতল মঙ্গলময় কলাবৰণৰ শিলাখণ্ড।

১৪। হে ভ্ৰাত চোৱাঁ, উত্তৰ ফালে কি সুন্দৰ এই গিৰিশৃঙ্গ, ই যেন এটা অঞ্জনৰ স্তূপহে অথবা ওপৰলৈ উঠি যোৱা এখন সাগৰহে।

১৫। দক্ষিণফালে চোৱাঁ, শুভ্র অম্বৰসম নানা ধাতুবিৰাজিত কৈলাসশিখৰসদৃশ গিৰিশৃঙ্গ বিদ্যমান।

১৬। এই গুহাৰ সম্মুখতে চিত্রকূট পৰ্ব্বতস্থিত জাহ্নবীসদৃশ তেনেই বোকাবিহীন মন্দাকিনী নদী পূবৰ পিনে গতি লৈ প্ৰবাহিত হৈ আছে।

১৭—১৯। চন্দন, তিলক, সাল, তমাল, অতিমুক্ত,*, পদ্মকএ, সৰল অশোক আদি বৃক্ষেৰে সুশোভিত এই নৈ ঠায়ে ঠায়ে তাৰ তীৰত ওপজা নানাৰূপ বানীৰ, তিনিশ বকুল, কেতেকী, হিন্তাল, নীপ, বেতস, কৃতমালক আদি তৰুসমূহৰ দ্বাৰা সুশোভিতা হৈ বস্ত্ৰাভৰণ ভূষিতা প্রমদাৰ নিচিনা শোভা ধাৰণ কৰিছে।

২০। শহ শহ চৰাইৰ জাকে সিহঁতৰ নানা তৰহৰ ৰবে ইযাক নিনাদিত কৰি ৰাখিছে পৰস্পৰৰ প্ৰতি প্ৰীতিভাবত আবদ্ধ চক্রবাক পক্ষীও ইযাত বিৰাজ কৰিছে। নানাৰত্ন সমন্বিত এই নদীযে হংস আৰু সাৰস পক্ষীযুক্ত পুলিন প্ৰদেশৰ দ্বাৰা যেন হাঁহি মুখেহে ৰৈ আছে।

২২। এই নদীৰ ঠাইতে নীল আৰু ঠাইতে ৰঙা উৎপল, আকৌ ঠাইতে শ্বেত কুমুদকলিযে শোভা কৰি আছে।

২৩। শহ শহ পৰিপ্লব, বৰ্হি আৰু ক্রৌঞ্চ পক্ষীৰ ৰাবে নিনাদিত হৈ সৌম্য আৰু ৰমণীয মূৰ্ত্তি ধাৰণ কৰাত মুনিসকলে ইযাকে আশ্ৰয কৰি বসতি কৰিছে।

২৪। লক্ষ্মণ চোৱাঁ, চণ্ডনবৃক্ষৰ শাৰীযে ইযাত কেনে শোভা ধাৰণ কৰিছে আৰু সেইদৰে ককুভ বৃক্ষৰ শাৰীও কেনে মনোৰম দেখাইছে, অনুমান হয যেন সকলোবোৰে সমানে মানস পটতহে প্ৰকাশ পাব ধৰিছে।

২৫। হে শত্রুনিসূদন লক্ষ্মণ, এই ঠাই ডোখৰ প্ৰকৃততে কেনে ৰমণীয। সৌমিত্রি নিশ্চযে ইযাতে থাকিযে আমি মনত আনন্দ পাম, এতেকে সুন্দৰৰূপে আমি ইযাতেই থাকিব পাৰিম।

২৬। হে নৃপাত্মজ, বিচিত্র কানন শোভিত সুগ্ৰীবৰ ৰমণীয পুৰী কিষ্কিন্ধাও ইযাৰ ওচৰতেই।

২৭। শুনা চিঞঁৰ বাখৰ কৰি থকা বান্দৰগণৰ মৃদঙ্গ শব্দৰ চেৰেঁ চেৰেঁ গীত আৰু আন বাদ্যযন্ত্ৰৰ শব্দ ইযাৰ পৰাযে শুনা গৈছে।

২৮। আহা! সেই কপিপ্ৰবৰ সুগ্ৰীবেও ভাৰ্য্যাক লাভ কৰি আৰু লগতে সুহৃদ্বৰ্গৰ দ্বাৰা সমাবৃত হৈ ৰাজ্যধন আৰু মহৎ ঐশ্বৰ্য্যৰ অধিকাৰী হৈ পৰম আনন্দ লাভ কৰিছে।"

২৯। এই বুলি কৈ লক্ষ্মণে সৈতে ৰামে বহুত মনোৰম গুহা আৰু কুঞ্জে পৰিপূৰ্ণ সেই প্ৰস্ৰবণ পৰ্ব্বতত বাস কৰি থাকিল।

৩০। কিন্তু নানাবিধ সুখকৰ দ্ৰব্যে পৰিপূৰ্ণ হৈ থকাৰ্তো সেই পৰ্ব্বতত থাকি ৰামে মনত অকণো সুখ পাব নোৱাৰিলে।

* অতিমুক্ত—পুণ্ডক, পদ্মক—চন্দনবিশেষ।

৩১। তেওঁৰ প্ৰাণতকৈও অধিকপ্ৰিয়া অপহৃতা ভাৰ্য্যাৰ কথা ভাবি ৰাত্ৰিকালত— বিশেষকৈ উদয় পৰ্ব্বতত উদিত চন্দ্ৰক দেখি শয্যাত আশ্ৰয় গ্ৰহণ কৰিও তেওঁ টোপনিৰ ভাব আনিব নোৱাৰিলে।

৩২—৩৩। এই সকলো ঘটনাৰ পৰা উৎপন্ন শোক আৰু চকুবলোৱে কাকুৎস্থ ৰামৰ চৈতন্য বিমোহিত হোৱাত সমদুখী ভ্ৰাতা লক্ষ্মণে তেওঁক শোকপৰায়ণ হৈ শোককৰি থকা দেখি অনুনয়পূৰ্ণ বাক্যে কবলৈ ধৰিলে।

৩৪। "হে বীৰ, আপুনি ব্যথিত নহব, আপুনি শোক কৰা কোনোপধ্যে উচিত নহয়, আপুনি জানে যে শোকাতুৰ লোকৰ সকলো অৰ্থই নষ্ট হয়।

৩৫। হে ৰাঘব, আপুনি সকলো কৰ্ম্মৰ অনুষ্ঠাতা দেৱতাপৰায়ণ* আস্তিকবুদ্ধিসম্পন্ন ধৰ্ম্মশীল আৰু উদ্যমশীল।

৩৬। আপুনি উদ্যমহীন হলে বিশেষপ্ৰকাৰে ৰণকুটিল শত্ৰু সেই ৰাক্ষসক বধ কৰিব নোৱাৰিব।

৩৭। আপুনি আপোনাৰ শোক নিৰ্ম্মূল কৰি কৰ্ত্তব্যসম্বন্ধে মনৰ উদ্যম স্থিৰ কৰক, তেনেহলে আপুনি পৰিবাৰবৰ্গে সৈতে সেই ৰাক্ষসক বধ কৰিব পাৰিব।

৩৮। হে কাকুৎস্থ, আপুনি সাগৰ, বন, আৰু পৰ্ব্বতে সৈতে এই পৃথিবীকো ওলট-পালট কৰিব পাৰে, সেই ৰাৱণৰতো কথাই নাই।

৩৯। শৰৎকাললৈ অপেক্ষা কৰক বৰ্ত্তমানে বৰ্ষাকাল আৰম্ভ, তেতিয়া ৰাজ্য আৰু নিজ পৰিবাৰবৰ্গে সৈতে ৰাৱণক বধ কৰিব পাৰিব।

৪০। ঘৃতাহুতিৰ দ্বাৰা ভস্মাচ্ছাদিত অগ্নিক প্ৰজ্বলিত কৰাৰ নিচিনাকৈ মই মাত্ৰ আপোনাৰ প্ৰসুপ্ত শক্তিক হে জাগৰিত কৰিব বিচাৰিছোঁ।"

৪১। ৰাঘৱে লক্ষ্মণৰ শুভ আৰু হিতকৰ এই বাক্য সাদৰে গ্ৰহণ কৰি তেওঁৰ সুহৃদ আৰু স্নেহপৰায়ণ ভ্ৰাতা লক্ষ্মণক কলে।

৪২। "লক্ষ্মণ, তুমি সত্য আৰু বিক্ৰমক আশ্ৰয় কৰি মোৰ প্ৰতি অনুৰক্ত হৈ স্নেহপূৰ্ণ আৰু হিতকৰ বাক্যে যি কলা, সি প্ৰকৃততে তদনুৰূপ।

৪৩। সৰ্ব্বকাৰ্য্য বিনাশক এই শোক মই এতিয়াই এৰি পেলালোঁ, বিক্ৰমকালৰ উপযোগী অপ্ৰতিহত শক্তিৰ পৰিবৰ্দ্ধন কৰিলোঁ।

৪৪। তোমাৰ কথাকে মানি লৈ যেতিয়ামানে সুগ্ৰীৱৰ মন প্ৰসন্ন হব আৰু নদী-সকলৰো পানী নিৰ্ম্মল হব সেই শৰৎকাললৈ অপেক্ষা কৰি থাকিলোঁ।

৪৫। বীৰপুৰুষে সময়ত উপকৃত হলে তাৰ প্ৰত্যুপকাৰ নিশ্চয় কৰি থাকে। মাত্ৰ যি অকৃতজ্ঞ আৰু আনৰ উপকাৰৰ প্ৰত্যুপকাৰ নকৰে তেনে জনেহে সত্যপৰায়ণ লোকসকলৰ মন ক্ষুণ্ণ কৰে।"

৪৬। তেতিয়া লক্ষ্মণে ৰামৰ এই উক্তি যুক্তিপূৰ্ণ বুলি মানি লৈ কৃতাঞ্জলিপুটে তাক সাদৰি ললে আৰু লগে লগে নিজৰ শুভ বুদ্ধি দেখুৱাই অনিন্দ্যসুন্দৰ ৰামক উদ্দেশ্য কৰি কব ধৰিলে।

* দেৱপৰায়ণ অৰ্থাৎ দেৱতাসকলক নিয়মে পূজা কৰে অথবা দেৱতাসকলোৰো আশ্ৰয়স্থল।

৪৭—৪৮। "হে নৰেন্দ্ৰ, আপুনি যি কলে,ময়ো তাকেই ইচ্ছা কৰিছোঁ, কপিপ্ৰবৰ সুগ্ৰীবে নিশ্চয় সকলো কাম সেইদৰে কৰিব। আপুনি শত্ৰুবধৰ উদ্দেশ্যে মন স্থিৰ কৰি শৰৎকাললৈ অপেক্ষা কৰি এই বৰ্ষাকালটো ধৈৰ্য্য ধৰি থাকক, আপোনাৰ কোপ সংযত কৰি এই চাৰি মাহ মোৰে সৈতে অতিবাহিত কৰি শৰৎকাললৈ প্ৰতীক্ষা কৰক। শত্ৰুক বধ কৰিবলৈ আপুনি সক্ষম, তাত কোনো সংশয় নাই মাত্ৰ এই কেই মাহ সিংহনিষেৱিত এই পৰ্ব্বতত অবস্থান কৰি থাকক।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত সপ্তবিংশ সৰ্গ সমাপ্ত ॥**

# অষ্টাবিংশ সৰ্গ

## বৰ্ষাকাল বৰ্ণনা আৰু ৰামৰ সন্তাপ বৃদ্ধি

১। বালীক বধ কৰাৰ পিচত সুগ্ৰীবক ৰাজ্যত অভিষিক্ত কৰি মাল্যবান পৰ্ব্বতৰ শৃঙ্গত থিতাপি লৈ ৰামে লক্ষ্মণক কবলৈ ধৰিলে,—

২। "লক্ষ্মণ, এযাই সেই বৰ্ষাকাল উপস্থিত, এতিয়াই বৃষ্টিপাত আৰম্ভ হব। চাই লোৱা পৰ্ব্বতসদৃশ মেঘৰাশিৰে আকাশ আচ্ছাদিত হৈছে।

৩। আজি ন মাহে* সূৰ্য্যদেৱৰ কিৰণৰ যোগেদি সমুদ্ৰৰ ৰস পান কৰি অন্তৰীক্ষে গৰ্ভধাৰণ কৰিছে, বৰ্ত্তমানে প্ৰাণীসমূহৰ জীৱনস্বৰূপ সেই ৰসায়ণ (পানী) বৃষ্টিপাত পৃথিবীৰ ওপৰত প্ৰসব কৰিব।

৪। দিবাকৰ সূৰ্যদেৱে মেঘমালাৰ সোপানেদি আকাশ পথত আৰোহণ কৰি কুটজ আৰু অৰ্জ্জুন ফুলৰ মালাৰে অলঙ্কৃত কৰাদি আকাশ স্থলক অলঙ্কৃত কৰিব পাৰিব।

৫। অনুমান হয় যেন শুভ্ৰপ্ৰান্তভাগ বিশিষ্ট সন্ধ্যাৰাগে ৰঞ্জিত তাম্ৰাভ মেঘ খণ্ডে ছিন্ন বস্ত্ৰ ৰূপধাৰণ কৰি আকাশৰ ক্ষতস্থানবোৰ আবৃত কৰি বান্ধিহে থৈছে।

৬। নিশ্বাসৰূপ মন্দমাৰুত সংযুক্ত নভস্থল সন্ধ্যাকালৰ হৰিচন্দনসদৃশ ৰাঙলী ৰঙে ৰঞ্জিত হৈ দাঁতিত শুভ্ৰবৰ্ণবিশিষ্ট মেঘখণ্ড পৰিধান কৰি কামাতুৰ জনৰ নিচিনা শোভা ধাৰণ কৰিছে।

৭। পৃথিবীয়ে সূৰ্য্যৰকিৰণৰ দ্বাৰা উত্তপ্তা হৈ বৰ্ত্তমানে নতুন বাৰিধাৰাৰ সংযোগত

---

* কাতি মাহৰ পৰা আহাৰ মাহলৈ।

মূলত আছে বাষ্পংবিমুঞ্চতি—বাষ্প শব্দৰ দুটা অৰ্থ উষ্মা অৰ্থাৎ গৰম বতাহ আৰু চকুৰ পানী। পৃথিবীৰ বেলিকা গৰম বতাহ আৰু সীতাৰ বেলিকা চকুৰ লো।

অন্তৰৰ উত্তাপ এৰিদি উষ্মবতাহ পৰিত্যাগ কৰি শোকসন্তপ্তা সীতাৰ নিচিনাকৈ চকুৰ পানী টুকিব ধৰিছে।

৮। বৰ্ত্তমানে মেঘৰ ভিতৰৰ পৰা ওলাই আহি যি বতাহ প্ৰবাহিত হব ধৰিছে সি ধীৰ আৰু কৰ্পূৰ খণ্ড সদৃশ শীতল, তাতে কেতেকীফুলৰ গন্ধ যুক্ত হোৱাত অনুমান হয় যেন এই বতাহ আজলি ভৰি পান কৰাৰহে উপযোগী হৈছে।

৯। প্ৰস্ফুটিত অৰ্জ্জুনবৃক্ষৰাজিশোভিত এই পৰ্ব্বত কেতেকী ফুলৰ গন্ধে সুগন্ধিত হৈ, বৃষ্টিপাতৰ দ্বাৰা অভিষিক্ত হোৱাত ই নষ্টশত্ৰু সুগ্ৰীৱৰ নিচিনা প্ৰতিভাত হৈছে।

১০। লক্ষ্মণ, এই পৰ্ব্বত সমূহৰ পক্ষে মেঘমালাই তেওঁলোকৰ কৃষ্ণাজিনসদৃশ আৰু জলধাৰা তেওঁলোকৰ উপবীত, এনেহেন শোভাধাৰণ কৰি মাৰুতপূৰ্ণ গুহাসমূহৰ পৰা সমুত্থিত শব্দৰ দ্বাৰা তেওঁলোক অধ্যয়নৰত বটু ( ব্ৰাহ্মণ ) সদৃশ শোভমান হৈছে।

১১। আনপক্ষে বিদ্যুদ্ৰূপ সুবৰ্ণকশাৰ দ্বাৰ৷ তাড়িত হৈ আকাশমণ্ডলে ত ৰ মেঘমালাৰ দ্বাৰা যিদৰে শব্দ কৰিব ধৰিছে মোৰ অনুমান হয় কশাঘাত তাডিত অশ্বৰ নিচিনা সি তাৰ অন্তৰৰ বেদনাহে জ্ঞাপন কৰিব ধৰিছে।

১২। লক্ষ্মণ, নীলমেঘক আশ্ৰয় কৰি যি বিদ্যুৎমালা প্ৰকাশ পাইছে তাৰদ্বাৰা ৰাৱণৰ অঙ্কশায়িতা হতভাগিনী সীতাৰ কথাহে মোৰ মনত জাগি উঠে।

১৩। চোৱাঁ, এই সমযত দিক সমুহ মেঘমালাৰে আবৃত, চন্দ্ৰাদি গ্ৰহ নক্ষত্ৰ চকুৰ অদৃশ্য, এনেস্থলত এই কালটো কামীগণৰ পক্ষে সঁচাকৈয়ে পৰম অনুকূল বুলি বুজিব লাগিব।

১৪। সৌমিত্ৰি, পৰ্ব্বতাশখৰৰ ঠায়ে ঠায়ে পুষ্পিত কুটজ বৃক্ষ সমূহলৈ চোৱাঁ, নতুনকৈ নামি অহা জলধাৰাৰ দ্বাৰা পৃথিবীৰ পৰা যি উত্তাপ উত্থিত হৈছে তাৰে আবৃত হৈ বৰ্ষা গমনৰ প্ৰতি উৎসুক ভাবে ৰৈ থাকি, সিহঁতে শোকাভিভূত মোৰ কাম ভাবৰ উদ্দীপনা কৰিহে যেন ৰৈ আছে।

১৫। লক্ষ্মণ, এই সমযত ধুলিয়ে শাম কাটিছে, বায়ু শীতল, আৰু লগে লগে গ্ৰীষ্মকালৰ যাবতীয় দোষ নাশ পাইছে। বৰ্ত্তমানে ৰজা মহাৰজাগণে তেওঁলোকৰ জয়যাত্ৰা স্থগিত ৰাখিছে আৰু প্ৰবাসত থকা জনে নিজ দেশলৈ বুলি যাত্ৰা কৰিছে।

১৬। সম্প্ৰতি চক্ৰবাক পক্ষীকুলে সিহঁতৰ নিজ নিজ প্ৰিয়াগণে সৈতে মানস সৰোবৰত থিতাপি আশা কৰি তালৈ প্ৰস্থান কৰিছে। পথসমূহ বাৰিধাৰাৰ দ্বাৰা অনবৰত ক্ষত বিক্ষত হোৱাৰ কাৰণে যানবাহনৰ চলাচলো বন্ধ হৈছে।

১৭। মেঘমালাৰে আবৃত হোৱাত নভস্থল ক'তো প্ৰকাশিত ক'তোবা অপ্ৰকাশিত আৰু ক'তোবা পৰ্ব্বতৰ দ্বাৰা সংৰুদ্ধ হোৱাৰ বাবে সি তৰঙ্গবিহীন শান্ত মহাসমুদ্ৰৰ ৰূপহে যেন ধাৰণ কৰিছে।

১৮। পৰ্ব্বতৰ পৰা ওলাই থকা ধাতুৰ ৰঙে ৰঞ্জিত এতেকে তাম্ৰাভ নবাগত জলে ভৰপূৰ হৈ গিৰিনদীসমূহে সৰ্জ আৰু কদম্বপুষ্পমিশ্ৰিত জলৰাশি বহন কৰি ময়ুৰৰ কেঁকাৰবে প্ৰতিধ্বনিত হৈ প্ৰবল বেগে তললৈ বব ধৰিছে।

১৯। এই সময়ত প্ৰাণীসমূহে ৰসেৰে ভৰপূৰ ভ্ৰমৰসদৃশ জামুফল পৰ্য্যাপ্ত পৰিমাণে ভক্ষণ কৰিছে আৰু নানান ৰঙৰ পকা পকা আমফল বতাহৰ দ্বাৰা চালিত হৈ তললৈ পৰিব ধৰিছে।

২০। চোৱাঁ, পৰ্ব্বতশৃঙ্গ সদৃশ মেঘসমূহে বিদ্যুৎপতাকাৰে সুশোভিত হৈ উড্ডীয়মান বগলীৰ মালা ডিঙিত আৰি লৈ সংগ্ৰামলিপ্ত ভীষণনাদকাৰী মত্ত গজেন্দ্ৰসদৃশ গৰ্জ্জন কৰিব ধৰিছে।

২১। এই আবেলি কালত মেঘমালা বৰষুণৰ পৰা বিৰত হৈছে, তৃণৰাজি বৰ্ষাকালৰ পানীৰে আপ্যায়িত হৈছে আৰু ঠায়ে ঠায়ে ময়ূৰগণে নৃত্যোৎসবত মত্ত হৈছে—এই সকলো কাৰণে বনসমূহৰ শোভা অধিকতৰ মনোৰম হৈছে।

২২। চোৱাঁ, বগলীৰ মালাৰে সুশোভিত মেঘমালাসমূহে সুমহৎ পানীৰ ভাৰ বহন কৰি শ্ৰান্ত হৈ যেন ঠায়ে ঠায়ে পৰ্ব্বতশৃঙ্গসমূহত কিয়ৎকাল বৈ বৈ গৰ্জ্জন কৰি কৰি পুনঃ প্ৰস্থান কৰিব ধৰিছে।

২৩। সৌৱা বগলীবোৰে শাৰী পাতি গৰ্ভধাৰণৰ কাৰণে মেঘৰ সম্পৰ্ক কামনা কৰি আকাশলৈ উৰি আহিছে আৰু হৰ্ষান্বিত হৈ পবন-চালিত বগা পদুমফুলৰ মালাৰ সদৃশ আকাশৰ ডিঙিত ওলমি অপূৰ্ব্ব এক শোভা সৃষ্টি কৰিছে।

২৪। ভূমিভাগ অকণি অকণি ইন্দ্ৰগোপ* কীটবিদ্ধ চিত্ৰবিচিত্ৰ কোমল তৃণৰাজিৰে আচ্ছাদিত হোৱাত অনুমান হয় যেন ভূমিভাগে শুকপখীৰ বৰণৰ লাক্ষাবিন্দুযুক্ত কম্বলেৰে আবৃত নাৰীৰ ৰূপ ধাৰণ কৰিছে।

২৫। এই নিদ্ৰাই ধীৰে ধীৰে কেশৱৰ ওচৰ চাপে*, নদীসমূহে দ্ৰুতবেগে সাগৰলৈ গতি কৰে, বগলীবোৰে হৃষ্টচিত্তে মেঘৰ আশ্ৰয় লয়, আৰু কান্তাজনে কামোন্মত্ত প্ৰিয়জনক সাবটি ধৰে।

২৬। বনৰ প্ৰান্তভাগত ময়ূৰগণে নাচিব ধৰিছে, কদম্ববৃক্ষ ফুলে জকমকাই আছে, বৃষভসকল কামোন্মত্তা ধেনুৰ প্ৰতি সমানভাবে কামভাবত উন্মত্ত হৈছে আৰু পৃথিৱীয়েও শস্য আৰু বনৰাজিৰ দ্বাৰা মনোৰম ৰূপ ধাৰণ কৰিছে।

২৭। এই সময়ত নদীসমূহ প্ৰবহমান হৈছে, মেঘে বৃষ্টিপাত কৰিছে, মত্তগজবোৰে নাদিব ধৰিছে, প্ৰিয়াবিৰহীজনে প্ৰিয়জনৰ ধ্যান কৰিছে, ময়ূৰে নৃত্য কৰিছে আৰু সুগ্ৰীৱে ৰাজ্য লাভ কৰাৰ পিচত বান্ধৱগণ আশ্বস্ত হৈছে, সমগ্ৰ বনভাগতে অপূৰ্ব্ব এক শোভা বিৰাজ কৰিছে।

২৮। এই বনভাগৰ নিজৰাৰ ওচৰত মত্ত গজসমূহে কেতেকিফুলৰ ঘ্ৰাণ লৈ পৰম আনন্দিত হৈছে আৰু প্ৰবল বেগশালী নিজৰাৰ শব্দত উৎফুল্ল হৈ ময়ূৰগণেসৈতে মদগৰ্ব্বে শব্দ কৰিব ধৰিছে।

---

ইন্দ্ৰগোপ—ৰঙা সৰু পোক—কা কেৰেলুৱা জাতীয় সম্ভৱতঃ।

* ১১ আহাৰৰ পৰা ১১ কাতিলৈ চাৰি মাহ হৰিৰ অনন্তশয্যাত শয়নৰ কাল। গতিকে বৰ্ষা অহাৰ লগে লগে নিদ্ৰা কেশৱৰ ওচৰ চাপিছে। তুলনীয়—"শাপান্তো মে ভুজগশয়নাদুত্থিতে শাৰ্ঙ্গপাণৌ। মাসানেতান্ গময় চতুৰো লোচনে মীলয়িত্বা॥" মেঘদূত ১১০। (সম্পাদক)

২৯। ভ্ৰমৰগণে কদম্বগছৰ শাখাত ওলমি থাকি অলপ আগতে সংগ্ৰহ কৰা মধুৰ গৰ্ব্ব বলতে, যি মদগৰ্ব্ব কৰিছিল, এতিয়া বৃষ্টিপাতৰ কোবত আহত হৈ সেই মদগৰ্ব্ব পৰিত্যাগ কৰিছে।

৩০। এই জম্বুগছৰ শাখাসমূহ অঙ্গাৰচূৰ্ণৰাশিতুল্য পৰ্য্যাপ্ত ৰসপূৰ্ণ ফলসমূহে ভৰপূৰ হোৱাত অনুমান হয় যেন ভ্ৰমৰগণেহে সিঁহতক পান কৰিব ধৰিছে।

৩১। বিদ্যুৎ পতাকাশোভিত গুৰুগম্ভীৰ ৰৱযুক্ত মেঘসমূহলৈ নিৰীক্ষণ কৰা, এই সময়ত সিঁহতে যি ৰূপ ধাৰণ কৰিছে সি ৰণোন্মত্ত বান্দৰসমূহৰ ৰূপৰ সদৃশ দেখাইছে।

৩২। পৰ্ব্বত আৰু বন বিহাৰী মত্ত গজেন্দ্ৰসমূহে সিঁহতৰ নিজ পথত আগবাঢ়ি আহি পিছ ফালে মেঘৰ শব্দ শুনি যুদ্ধকামী আন কোনো হস্তীৰ নাদ বুলি আশঙ্কা কৰি সিঁহতেও ফিৰিব ধৰিছে।

৩৩। লক্ষ্মণ, এই বৰ্ষাকালত বনৰ প্ৰান্তভাগসমূহ ঠায়ে ঠায়ে ভ্ৰমৰৰ গুঞ্জন, ঠায়ে ঠায়ে ময়ূৰৰ নৃত্য আৰু ঠায়ে ঠায়ে প্ৰমত্ত মহাগজৰ দ্বাৰা শোভিত হৈ নানাৰূপে বিৰাজ কৰিছে।

৩৪। কদম্ব, সৰ্জ, অৰ্জ্জুন, স্থলপদ্মাদিৰে পৰিশোভিত মধুৰৰসযুক্ত পানীয়ৰসেৰে পৰিব্যাপ্ত এই বনভূমি মত্ত ময়ূৰৰ নৃত্য আৰু ৰৱ পৰিপূৰ্ণ হোৱাত ই মদ্যপান ভূমিৰ ৰূপত পৰিণত হৈছে।

৩৫। বিহগকুলে বৰষুণত তিতি সিঁহতৰ পাখী বিবৰ্ণ হোৱাৰ পিচত পিয়াহতে কাতৰ হৈ গছৰ পাতৰ ঠোঁহাত লাগি থকা মুক্তামণিসদৃশ ইন্দ্ৰদেৱতাৰ প্ৰদত্ত বৰষুণৰ পানী হৃষ্টচিত্তে পান কৰিব ধৰিছে।

৩৬। শুনা লক্ষ্মণ, এই গোটেই বনতে এটা সঙ্গীতৰ ধ্বনিহে যেন আৰম্ভ হৈছে, ভ্ৰমৰৰ গুঞ্জনেই এই সঙ্গীতৰ সুমধুৰ গীত, ভেকুলীৰ মাত তাৰ কণ্ঠতাল, মেঘৰ গাজনি তাৰ মৃদঙ্গ ধ্বনি।

৩৭। চোৱা, এই গীতৰ লগতে ময়ূৰগণে ক'তোবা নাচি নাচি, ক'তোবা উচ্চৈঃস্বৰে শব্দ কৰি, ক'তোবা গছৰ ওপৰত বহি, ক'তোবা আকৌ পক্ষাভৰণ বিস্তাৰ কৰি পেখম ধৰি সঙ্গীতৰ ধ্বনি প্ৰসাৰ কৰিছে।

৩৮। ইমান দিনে টোপনিতে লাল কাল দি থকা নানা বৰণ আৰু আকৃতিৰ ভেকুলীবোৰে মেঘৰ শব্দশুনি সাৰ পাই সিঁহতৰ টোপনি এৰি এতিয়া নবাগত বৃষ্টিধাৰাৰ দ্বাৰা আহত হৈ বিবিধ স্বৰে শব্দ কৰিব ধৰিছে।

৩৯। বৰ্ষাকালত নদীসমূহে* চক্ৰবাক পক্ষীক বহন কৰি আৰু বিদীৰ্ণ উভয়কূল

---

* কবিয়ে ইয়াত নদীসমূহক কামাতুৰ যুৱতী স্ত্ৰীৰ লগত তুলনা কৰিছে। কামাতুৰা যুৱতীয়ে যিদৰে নিজৰ স্তন যুগল উন্নত কৰি ভোগৰ সামগ্ৰী লগত লৈ নিজে বৰণ কৰি লোৱা ভৰ্ত্তাৰ ওচৰলৈ গমন কৰে আৰু ডেঙৰলোকৰ ৰক্ষাৰ বাবে সংস্থাপিত বৃদ্ধা ৰমণীসকলে ভ্ৰূক্ষেপ নকৰে নদীসমূহেও সিহঁতৰ মাজত থকা চক্ৰবাক পক্ষীৰূপ স্তনযুগল উন্নত কৰি সিহঁতৰ অৱৰুদ্ধৰ বৃদ্ধা স্ত্ৰী সদৃশ জৰাজীৰ্ণ পাৰ উটুৱাই লৈ বৰ্ষাকালৰ পুষ্পাদি সম্ভাৰ লগত লৈ সিহঁতৰ চেনেহৰ ভৰ্ত্তা সাগৰাভিমুখে গতি কৰিছে।

উটুবাই নি কামভাবতে উন্মত্ত হৈ নবাগত বৰ্ষাকালৰ পূৰ্ণ ভোগ কামনা কৰি তেওঁলোকৰ আদৰৰ ভৰ্ত্তা সাগৰৰ অভিমুখে ধাবমান হৈছে।

৪০। চোৱাঁ লক্ষ্মণ, আকাশত নীল মেঘৰ লগত নতুন জলৰাশিৰে পূৰ্ণ আন এডোখৰ নীল মেঘ সংলগ্ন হৈ কেনে শোভা ধাৰণ কৰিছে আৰু সেইদৰে তলতো বনাগ্নি দগ্ধ পৰ্ব্বতৰ লগত আন এখন বনাগ্নিদগ্ধ পৰ্ব্বতহে যেন সংলগ্ন হৈ বৈ আছে।

৪১। আহা, ইয়াৰ বনভাগসমূহ কেনে ৰমণীয়, ইয়াৰ ভিতৰতে ঠায়ে ঠায়ে প্ৰমত্ত ময়ূৰগণে নৃত্য কৰি আছে, ক'তোবা নবাগত কোমল তৃণৰাশিৰ ওপৰত ইন্দ্ৰগোপকীটে শোভা কৰিছে আৰু ক'তোবা নীপ, অৰ্জ্জুন আদিৰ পুষ্পগন্ধে সুগন্ধিত বনৰ ভিতৰত হাতীৰ দলে বিচৰণ কৰি ফুৰিছে।

৪২। চোৱাঁ, ভ্ৰমৰকুলে আলিঙ্গন কৰি নবাগত বাৰিধাৰাৰ কোবত আহত কেশৰ-যুক্ত পদ্ম ফুল আৰু কেশৰে সৈতে বৰ্ত্তমান থকা নতুনকৈ ওলাই অহা কদম্ব ফুলৰ ৰস কিদৰে হৃষ্টচিত্তে পান কৰিব ধৰিছে।

৪৩। লক্ষ্মণ, এই কালত বনপ্ৰদেশত গজেন্দ্ৰসকল মত্ত, বৃষভকুল আহ্লাদিত, মৃগেন্দ্ৰগণ অধিকতৰ শক্তিসম্পন্ন, পৰ্ব্বতসমূহ ৰমণীয়, ৰজাসকল উদ্যোগবিহীন আৰু সুৰপতি ইন্দ্ৰও মেঘমালাৰ লগত ক্ৰীডাৰত।

৪৪। এই মেঘমালাই পুন বৃহৎ জলৰাশিৰে পৰিপূৰ্ণ হৈ আকাশত ওলমি থাকি সমুত্থিত সমুদ্ৰগৰ্জ্জনকো তিৰস্কাৰ কৰি নদী, বিল, পুখুৰী, জলাশয়, আনকি সমগ্ৰ পৃথিবীকেই পৰিপ্লাবিত কৰিছে।

৪৫। এই সময়ত বৃষ্টিপাত অতি প্ৰবল, বতাহৰ কোবো প্ৰচণ্ড, নদীসমূহে পাৰকূল ভাঙি দ্ৰুতবেগে প্ৰবাহিত হৈ চলাচলপথ দুৰ্গম কৰি তুলিছে।

৪৬। জনগণে ৰজাক অভিষিক্ত কৰা দি এই বৰ্ষাকালত পবনদেবতাই অনা দেবৰাজ ইন্দ্ৰৰ অবদান মেঘৰূপ জলকুম্ভৰ দ্বাৰা অভিষিক্ত হৈ পৰ্ব্বতসমূহে নুতন ৰূপ আৰু সৌন্দৰ্য্য ধাৰণ কৰিছে।

৪৭। মেঘৰাজিযে আকাশ ঢাকি থোৱাৰ কাৰণে তাৰা বা সূৰ্য্য সকলো অদৃশ্য, সমগ্ৰ পৃথিবী নতুন জলধাৰাৰে ভৰপূৰ, অন্ধকাৰে চাৰিওফালে আগুৰি ধৰাত দিকসমূহো পৰিস্ফুট হব পৰা নাই।

৪৮। চোৱাঁ, পৰ্ব্বতৰ বৃহৎ বৃহৎ শৃঙ্গসমূহ জলধাৰাৰে বিধৌত হোৱাৰ পিচত মুক্তমালা সদৃশ বৃহৎ আৰু প্ৰশস্ত জলপ্ৰপাতসমূহ সংলগ্ন হৈ থকাৰ কাৰণে ইহঁতৰ শোভা কেনে মনোৰম হৈছে।

৪৯। মহা মহা জলপ্ৰপাতসমূহে সিহঁতৰ নিজস্ৰোতৰ বেগত গিৰিশ্ৰেষ্ঠ সমূহৰ প্ৰস্তৰ খণ্ড বগৰাই আনি ময়ূৰৰ কেকাৰবে মুখৰিত গিৰিগুহা সমূহৰ চাৰিওফালে হাৰৰ সদৃশ বিয়পি পৰিছে।

৫০। চোৱাঁ, এই বিপুল নিজৰাসমূহে প্ৰবলবেগে শিখিশৃঙ্গৰ তলভাগ ধৌত কৰি নিম্নাভিমুখী হৈ মুক্তমালাৰ নিচিনা ৰূপ ধাৰণ কৰি মহাগুহাবিশিষ্ট পৰ্ব্বতৰ তলভাগত নিজেই ধৰা পৰিছে।

৫১। লক্ষ্মণ, চোৰাঁ সুৰতক্ৰীযাৰত দিব্য নাৰীগণৰ টনাআজোৰাৰ ফলত তেওঁ-লোকৰৰ শৰীৰৰ পৰা বিচ্ছিন্ন মুক্তামণিসদৃশ অতুলনীয় বাৰিধাৰা দিকসমূহৰ চাৰিওফালে কি দৰে নিপতিত হব ধৰিছে।

৫২। এই কালত সূৰ্য্য অদৃশ্য, তথাপি চৰাঁইবোৰে বাহক আশ্ৰয় লোৱা, পদ্মফুল মুজখোৱা আৰু মালতী ফুল ফুলি উঠা দেখি, বেলি মাৰ যোৱাৰ উপক্ৰম হৈছে বুলি অনুমান হৈছে।

৫৩। নৰেন্দ্ৰসকলৰ জযযাত্ৰা বৰ্ত্তমানে স্থগিত, আগবাঢ়ি যো'ৱা সৈন্যগণ বৰ্ত্তমানে মাজ বাটতে ৰৈ আছে, গতিকে বৰষুণৰ কোবত ৰজাৰ মনৰ বৈৰী ভাব আৰু পথসমূহৰ অবস্থা উভযে সমান ভাবত পৰিণত হৈছে।*

৫৪। লক্ষ্মণ, যি সকল সামগ ব্ৰাহ্মণে বেদাধ্যযন কামনা কৰে তেওঁলোকৰ পক্ষে ভাদ মাহটোৱেই প্ৰশস্ত সময।

৫৫। কোশলাধিপতি ভৰতে এই সমযত নিশ্চয় তেওঁৰ কৰিবলগা সকলো কাম শেষ কৰি জীৱনসাধন সামগ্ৰী গোটাই লৈ এতিযা আহাৰৰ পূৰ্ণিমা তিথিত কৰিব লগা ব্ৰত-সঙ্কল্প সমাধা কৰিছে।

৫৬। এতিযা মানে নিশ্চয সৰযূ নৈৰ পানী ওপচি পৰিছে আৰু লগে লগে মই বনলৈ অহাৰ সমযত অযোধ্যানগৰীৰ জন সমূহৰ মাজত ৰোদনধ্বনি যিদৰে বৃদ্ধি পাইছিল সৰযূ নৈৰ বেগো এতিযা সেইদৰে বৃদ্ধি পাইছে।

৫৭। বৰ্ষাকালৰ সকলো গুণ স্পষ্টভাবে পৰিলক্ষিত হৈছে, সুগ্ৰীবে তেওঁৰ শক্ৰ বিনাশ হোৱাৰ পিচত নিজ ভাৰ্য্যা লাভ কৰি বিশাল ৰাজ্যত প্ৰতিস্থিত হৈ সকলো সুখৰ অধিকাৰী হৈছে।

৫৮। কিন্তু হে লক্ষ্মণ, মোৰ ভাৰ্য্যা অপহৃতা, মই নিজে বিশাল এক ৰাজ্যৰ পৰা চ্যুত, এতেকে ভাগি যাব ধৰা নদীৰ কূলৰ নিচিনাকৈ মই সকলো প্ৰকাৰে দুখৰ হে ভাগী হব ধৰিছোঁ।

৫৯। এই দুৰ্গম বৰ্ষাকালত মোৰ শোক ক্ৰমাৎ চৰিহে গৈছে, অনুমান হৈছে যে মোৰ মহান শক্ৰ ৰাৱণৰ পাৰকূল যেন পাব নোৱাৰিম গৈ।

৬০। এই সময়ত পথঘাট অতিশয় দুৰ্গম হোৱাৰ কাৰণে যুদ্ধ যাত্ৰাৰ সময় হোৱা নাই বুলি জানি সুগ্ৰীব যুদ্ধ যাত্ৰাৰ বাবে ইচ্ছুক হোৱা সত্ত্বেও মই তেওঁক কোনো কথা নকলোঁ।

৬১। তদুপৰি মই দেখিলোঁ যে অতি দুখ কষ্টৰ মাজেদি গৈ বহুকালৰ পিচত সুগ্ৰীব তেওঁৰ ভাৰ্য্যাৰ লগত মিলিত হৈছে, আনপিনে মোৰ কাৰ্য্যৰ গুৰুত্বও বৰ বেচি—এই সকলো ভাবি চিন্তি মই কপিপ্ৰবৰক কোনো কথা কবলৈ ইচ্ছা নকৰিলোঁ।

৬২। কিছুকাল জিৰণি লোৱাৰ পিচত উপযুক্ত কাল উপস্থিত হোৱা দেখিলে নিশ্চয় তেওঁ নিজেই এই উপকাৰৰ কথা স্মৰণ কৰিব তাত কোনো সন্দেহ নাই।

৬৩। এই কাৰণেই হে শুভলক্ষণযুক্ত লক্ষ্মণ, সুগ্ৰীব আৰু নদীসমূহ—উভয়ৰে প্ৰসন্নতা কামনা কৰি মই উপযুক্ত কাললৈ প্ৰতীক্ষা কৰি আছোঁ।

---

* বৰষুণৰ কাৰণে ৰজাৰ শক্ৰৰ বিপক্ষে বৈৰীভাব আৰু পথসমূহৰ চলাচল উভয়ে বন্ধ হৈ আছে।

৬৪। বীৰ পুৰুষ উপকৃত হলে তাৰ প্ৰত্যুপকাৰ তেওঁ কৰিবই, যদি কোনোৱে উপকৃত হৈ তাৰ প্ৰত্যুপকাৰ নকৰি অকৃতজ্ঞ হয় তেতিয়া হলে বীৰপুৰুষৰ মন ক্ষুণ্ণ হয়।"

৬৫। ৰামে এইদৰে কোৱাত লক্ষ্মণে একাগ্ৰচিত্তে সকলো কথা শুনি হাতযোৰ কৰি সেই সকলো কথা সমাদৰে গ্ৰহণ কৰিলে আৰু নিজৰ মঙ্গলময় ভাব দেখুৱাই চাৰুদৰ্শন ৰামক কলে।

৬৬। "হে নৰেন্দ্ৰ, আপুনি যি কৈছে আপোনাৰ ইচ্ছা অনুসৰি বান্দৰৰাজ সুগ্ৰীবে অতিশীঘ্ৰ সেই সকলো সম্পাদন কৰিব, এতিয়া শত্ৰুবধৰ কাৰণে ধৈৰ্য্য অবলম্বন কৰি বৰ্ষাকালটো অপেক্ষা কৰি থাকক আৰু শৰৎকাল অহালৈকে প্ৰতীক্ষা কৰক।"

**॥ ইতি কিষ্কিন্ধা কাণ্ডৰ অন্তৰ্গত অষ্টাবিংশ সৰ্গ সমাপ্ত ॥**

# একোনত্ৰিংশ সৰ্গ

## হনুমান আৰু সুগ্ৰীবৰ আলাপ

১। বিমল আকাশ, মেঘ আৰু বিজুলি আঁতৰিছে, সাৰস পক্ষীৰ ৰাবে আকাশ মুখৰিত কৰিছে, ৰমণীয় এক জ্যোৎস্নাধাৰা গগনমণ্ডলত বিয়পি পৰিছে।

২। সুগ্ৰীবে সকলো সমৃদ্ধি লাভ কৰি ধৰ্ম্ম আৰু অৰ্থসংগ্ৰহৰ পিনে আওকাণ দি ঐকান্তিক ভাবে অসৎজনৰ বৃত্তি কাম আৰু ভোগবিলাসত মত্ত হৈছে। বালীবধৰ পিচত ৰাজ্যলাভ কৰি তেওঁৰ উদ্দেশ্য সিদ্ধ হোৱাত সকলো প্ৰকাৰৰ ঈপ্সিত মনোবাঞ্ছা লাভ কৰি স্ত্ৰীসম্ভোগ কাৰ্য্যত ৰত হৈছে।

৪। তেওঁৰ আদৰৰ নিজ ভাৰ্য্যা ৰুমা আৰু স্নেহৰ পাত্ৰী তাৰাৰ লগত দিনৰাতি বিহাৰ কৰি থাকি সকলো দুখশোক পাহৰি গৈছে।

৫। অপ্‌সৰা সকলৰ লগত ক্ৰীড়াৰত দেবেশ ইন্দ্ৰসদৃশ সুগ্ৰীবে মন্ত্ৰীবৰ্গৰ ওপৰত সকলো কাম এৰি দি তেওঁলোকৰ কাৰ্য্য পদ্ধতিলৈ তেনেই চকু দিব এৰিছে।

৬—৯। এইদৰে মন্ত্ৰীবৰ্গৰ কাৰ্য্যকুশলতা হেতু ৰাজ্য পৰিচালনা সম্বন্ধে কোনো প্ৰকাৰৰ শঙ্কা মনত নাৰাখি তেওঁ অকল কামবৃত্তি চৰিতাৰ্থ কৰাতে মনোনিবেশ কৰিছে। এনে অৱস্থাত শাস্ত্ৰবিষয়ে সুনিশ্চিত মতি অতএব কৰ্ত্তব্যাকৰ্ত্তব্য সম্বন্ধে মূলতত্ত্বজ্ঞ, কাল আৰু ধৰ্ম্ম বিচাৰজ্ঞ বাক্যবিদ পৱননন্দন হনুমানে নিজ কথাৰ ওপৰত সম্পূৰ্ণ বিশ্বাস ৰাখি কথাৰ অৰ্থ উপলব্ধি কৰিব পৰা জ্ঞানসম্পন্ন কপিৰাজ সুগ্ৰীবৰ ওচৰ চাপি মনোৰম যুক্তিতৰ্কপূৰ্ণ কথাৰে তেওঁক সন্তুষ্ট কৰিলে আৰু প্ৰীতিপূৰ্ব্বক সাম, ধৰ্ম্ম, অৰ্থ আৰু নীতিযুক্ত কালোচিত সত্য আৰু পৰিণামতো হিতকৰ বাক্যে কবলৈ ধৰিলে "আপোনাৰ ৰাজ্য লাভ হল, যশস্যা পালে আৰু কুলক্ৰমাগত শ্ৰীয়ো বৃদ্ধিলাভ কৰিছে।

১০—১১। এতিয়া মিত্ৰসংগ্ৰহ স্বৰূপ যি শেষ কায আপোনাৰ কৰণীয় আছে তাক কৰাটো উচিত হব। যিজনে কালধৰ্ম্মৰ কথা জানি লৈ সদায় মিত্ৰজনৰ প্ৰতি সজ্জ আচৰণ কৰে তেওঁৰ ৰাজ্য, কীৰ্ত্তি আৰু প্ৰতাপ বৰ্দ্ধিত হয়। হে ভূমিপ, যিজনৰ কোশ (ধনাগাৰ), সৈন্য, নিজৰ আত্মা আৰু মিত্ৰ এই সকলো সমান তেনেজনেহে বিশাল ৰাজ্য উপভোগ কৰে।

১২। আপুনি সচ্চৰিত্ৰসম্পন্ন, আৰু বৰ্ত্তমানে অপায অমঙ্গল বিহীন পথত স্থিত, গতিকে এই সময়ত আপোনাৰ মিত্ৰৰ কাৰণে কৰা প্ৰতিজ্ঞা মতে আপুনি কাম সম্পাদন কৰা উচিত।

১৩। যি জনে সকলো কাম পৰিত্যাগ কৰি মিত্ৰৰ কাৰণে যত্নপৰ নহয় তেও অতিশীঘ্ৰে উদ্যমবিহীন হৈ সকলো প্ৰকাৰ অনৰ্থৰ সন্মুখীন হব লগা হয়।

১৪। আন পক্ষে সময় অতীত হৈ যোৱাৰ পিচত মিত্ৰৰ অৰ্থে মহৎ কাৰ্য্যৰ অনুষ্ঠান হাতত ললেও তাৰ পৰা মিত্ৰজনৰ কোনো হিত সাধন নহয়।

১৫। অতএব হে অৰিন্দম সময় পাৰ হৈ নোযাওতেই বৈদেহীৰ অনুসন্ধানৰূপ ৰাঘবৰ পক্ষে মিত্ৰকাৰ্য্য সম্পন্ন কৰক।

১৬। হে ৰাজন, ৰামচন্দ্ৰই সময়ৰ মূল্য বুজে, তেখেতে সীতাৰ অন্বেষণ কাৰ্য্য সোনকালে সম্পন্ন হোৱা উচিত বুলি জানিও যিহেতু তেখেত প্ৰাজ্ঞ অতএব সময় অতীত হৈ যোৱা কথা আপোনাক জনোৱা নাই।

১৭। ৰাঘব আপোনাৰ এই কুলবৃদ্ধিৰ হেতু, আৰু তেও আপোনাৰ বহুদিনৰ বন্ধু, তেওঁৰ প্ৰভাৱ অসীম আৰু গুণো অতুলনীয়।

১৮। এনেহেন গুণসম্পন্ন ৰামচন্দ্ৰই পূৰ্ব্বতে আপোনাৰ কাম যিদৰে সম্পাদন কৰিছিল আপুনিও সেইদৰে তেওঁৰ কাম সম্পন্ন কৰক। এতেকে হে হৰীশ্বৰ, আপুনি বান্দৰশ্ৰেষ্ঠসকলক আদেশ দিয়ক।

১৯। ৰামৰ পৰা অনুপ্ৰেৰণা অহাৰ আগতে তেওঁৰ কামত যি সময় অতিবাহিত হব তাৰ দ্বাৰা সময়ৰ ব্যতিক্ৰম নঘটিব, কিন্তু তেওঁৰ অনুপ্ৰেৰণালৈ অপেক্ষা কৰি কাম হাতত লবৰ হলে সময়ৰ ব্যতিক্ৰম ঘটিব।

২০। হে হৰীশ্বৰ, কোনোৱে একো উপকাৰ নকৰিলেও আপুনি তেনেজনৰ উপকাৰ কৰি থাকে, এনেস্থলত যি ৰামচন্দ্ৰই বালী বধ কৰি আপোনাত ৰাজ্যভাৰ অৰ্পণ কৰিছে তেনেজনৰ প্ৰত্যুপকাৰ কৰা সম্বন্ধে কবলৈ কি আছে।

২১। হে বান্দৰ আৰু ভালুকগণৰ ঈশ্বৰ, আপুনি শক্তিমান আৰু বিক্ৰমশালী, এতেকে দাশৰথি ৰামৰ প্ৰিয়কাৰ্য্য সাধন কৰিবলৈ সাজুনহৈ মিছাতে তেওঁৰ আজ্ঞালৈ অপেক্ষা কৰি বিলম্ব কৰিছে কিয়?

২২। দাশৰথি ৰামে অকলে তেওঁৰ শৰসমূহৰ দ্বাৰা, সুৰ, অসুৰ আৰু মহোৰগ প্ৰভৃতি সকলোকে তেওঁৰ বশলৈ আনিব পাৰে, বৰ্ত্তমানে আপুনি কৰা প্ৰতিজ্ঞা (আৰু তাৰ পৰিপূৰণ) লৈ মাত্ৰ অপেক্ষাহে কৰি আছে।

২৩। তেওঁ বালীৰ প্ৰাণবিনাশ সম্বন্ধে কোনো প্ৰকাৰৰ শঙ্কাৰ বশবৰ্ত্তী নহৈ আপোনাৰ মহৎ প্ৰিয়কাৰ্য্য সম্পন্ন কৰিছে, এতেকে পৃথিবীতে থাকক বা আকাশতে থাকক আমি তেওঁৰ ভাৰ্য্যা বৈদেহীৰ অনুসন্ধান লবই লাগিব।

২৪। দেব, দানব, গন্ধৰ্ব্ব, অসুৰ, মৰুৎগণ আৰু যক্ষ ইয়াৰ ভিতৰত এনে কোনো নাই যি ৰামক ভয় নকৰে, ৰাক্ষসৰ তো কথাই নাই।

২৫। এতেকে হে পিঙ্গেশ (বান্দৰৰাজ) আপোনাক পূৰ্ব্বতে উপকাৰ কৰি থোৱা এনেহেন শক্তিসম্পন্ন ৰামৰ প্ৰিয়কাৰ্য্য সৰ্ব্বান্তঃকৰণে আপুনি সম্পন্ন কৰা উচিত।

২৬। হে কপীশ্বৰ, আমাৰ ভিতৰত এনে এজন নাই যি আপোনাৰ আদেশ পাইও বিলম্ব কৰি পাতাল, পৃথিবী, পানী বা আকাশৰ কোনো ঠাইত লুকাই থাকি ৰক্ষা পাব পাৰে।

২৭। এতেকে আজ্ঞা কৰক আপোনাৰ কোনে ক'ত কি কামত আবদ্ধ হব লাগিব, হে অনঘ, কৌটি সংখ্যাৰো অধিক দুৰ্দ্ধৰ্ষ কপিসেনা আপোনাৰ অধীনত আছে।"

২৮। হনুমানৰ সময়োপযোগী সেই কথা শুনি বল বুদ্ধি আৰু বীৰ্য্যাদি গুণসম্পন্ন সুগ্ৰীবে সীতাৰ অন্বেষণৰ অৰ্থে উত্তম উপায় স্থিৰ কৰিলে।

২৯। আৰু সেইদৰে সুবুদ্ধিসম্পন্ন সুগ্ৰীবে কাৰ্য্যবিষয়ে সততে উদ্যমশীল নীলক সকলো দিশৰ পৰা সৈন্য সংগ্ৰহ কৰিবলৈ আদেশ কি কলে —

৩০। "হে নীল, যাতে মোৰ সকলো সেনা আৰু যূথপতিগণে তেওঁলোকৰ মুখ্য মুখ্য সেনাপতিগণে সৈতে আহি অতি শীঘ্ৰে উপস্থিত হয় তেনে কাৰ্য্য হাতত লোৱাঁ।

৩১। আৰু মোৰ আদেশমতে যিসকল সেনাপতি প্ৰান্তভাগত অবস্থিত আছে আৰু যিসকল শীঘ্ৰগামী কাৰ্য্যদক্ষ তেনে বিধৰ সৈন্যসমূহে অতি শীঘ্ৰে আহি ইযাত উপস্থিত হওক। ইযাৰ পিচত আন যি যি কাম কৰিব লগা আছে সেইবোৰলৈ তুমি নিজে চকু দিয়া।

৩২। পোন্ধৰ ৰাতি কাল অতিবাহিত হৈ যোৱাৰ পিচত যি কোনো বান্দৰ আহি ইযাত উপস্থিত হব, তেতিয়াই তেতিয়াই তাৰ প্ৰাণদণ্ড বিহিত কৰা হব, এই বিষয়ে বিচাৰ কৰিবলৈ আন একো নাই।

৩৩। মোৰ আজ্ঞা অনুসৰি অঙ্গদে সৈতে তুমি বৃদ্ধ বৃদ্ধ বান্দৰগণৰ ওচৰলৈ যোৱা।" ইয়াৰ পিচত কপিপ্ৰবৰ ৰাজা সুগ্ৰীবে এইদৰে ব্যবস্থা কৰি পুনঃ নিজ ভবনত প্ৰবেশ কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একোনত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# ত্ৰিংশ সৰ্গ

## সীতাৰ কাৰণে ৰামৰ বিলাপ

১। বৰ্ষাকাল অতীত হল, আকাশৰ পৰা মেঘ আঁতৰিল আৰু সুগ্ৰীবেও তেওঁৰ নিজ ভৱনত প্ৰবেশ কৰিলে, এই সকলো দেখি শুনি ৰাম কাম আৰু শোক ভাৰত প্ৰপীড়িত হল।

২—৩। আকাশ শুভ্ৰবৰ্ণ, চন্দ্ৰমণ্ডল পৰিষ্কাৰ, শৰৎকালৰ ৰাত্ৰি জ্যোৎস্নাধাৰাৰে পৰিব্যাপ্ত, সুগ্ৰীব কামবৃত্তি চৰিতাৰ্থ কৰাতে লিপ্ত, আনপিনে জনক দুহিতাক অপহৃতা অৱস্থাতে থকা আৰু লগে লগে সময় অতিবাহিত হৈ যাব ধৰা দেখি ৰাম পৰম আতুৰ হৈ মূৰ্চ্ছিত হোৱাদি হল।

৪। অলপ সময়ৰ পিচতেই সংজ্ঞা লাভ কৰি মতিমা ৰামচন্দ্ৰই তেওঁৰ মানসপটত চিত্ৰিত বৈদেহীৰ কথা চিন্তা কৰিবলৈ ধৰিলে।

৫। তেওঁ বিদ্যুৎ আৰু মেঘ নিৰ্মুক্ত বিমল আকাশ সৰালি চৰাইৰ মাতেৰে মুখৰিত হোৱা দেখি করুণ স্বৰে বিলাপ কৰিবলৈ ধৰিলে

৬। সুবৰ্ণবৎ ধাতুৰে বিভূষিত পৰ্ব্বত শিখৰত বহি শৰৎকালৰ গগন মণ্ডলৰ পিনে লক্ষ্য কৰি মনে মনে তেওঁৰ প্ৰিয়াৰ বিষয়ে চিন্তা কৰিবলৈ ধৰিলে।

৭। "হায়! যি সীতাদেবীৰ কণ্ঠস্বৰ সাৰসপক্ষীৰ কলকণ্ঠস্বৰ সদৃশ আৰু যি সীতাদেৱীয়ে সাৰসপক্ষীৰ নাদে নিনাদিত আশ্ৰমত পৰম সুখে বাস কৰি আছিল, তেওঁ এতিয়া সুখে আছে কেনেকৈ?

৮। যি সীতাদেৱীয়ে কাঞ্চনপুষ্প সদৃশ পুষ্পিত বিমল আসনতৰু দেখি মনত আনন্দ পাইছিল এতিয়া তেনেকুৱা তৰুৰাজি দেখিও মোক দেখা নাপাই তেওঁ মনত আনন্দ পাব কেনেকৈ?

৯। হায়! কলকণ্ঠস্বৰবিশিষ্টা সৰ্ব্বাঙ্গ সুন্দৰী সীতাদেৱীয়ে তাহানি কালত ৰাজহাঁহৰ মধুৰ স্বৰতে জাগৰিত হৈছিল, এতিয়া তেওঁ মনত সেই আনন্দ লাভ কৰিব কেনেকৈ?

১০। পদ্মপলাশলোচনা বিশালাক্ষী যি সীতাদেৱীয়ে তেওঁৰ সহচৰ চক্ৰবাক পক্ষীৰ আৱাৰ শুনি দিন নিয়াইছিল, তেওঁ এতিয়া জীয়াই আছে কেনেকৈ?

১১। মৃগশাৱাক্ষী সীতা অবিহনে নদী, সৰোবৰ, জলাশয়, বন, কানন আদিত পৰিভ্ৰমণ কৰিও মই মনত সুখ নাপাওঁ।

১২। এই সময়ত শৰৎকালৰ প্ৰভাৱত নিশ্চয় যৌৱনপীড়িতা সীতাই মোৰ অবিহনে কামভাৱত পীড়িতা হব ধৰিছে।"

১৩। সাৰঙ্গ নামক চাতক পক্ষীয়ে ত্ৰিদিবেশ্বৰ ইন্দ্ৰৰ ওচৰত পানী ভিক্ষা কৰি নিজ দুখ যিদৰে প্ৰকাশ কৰিছিল, নৃপাত্মজ নৰোত্তম ৰামচন্দ্ৰয়ো এইদৰে নানান ৰকমে শোক প্ৰকাশ কৰিবলৈ ধৰিলে।

১৪। ঠিক এনে সময়তে ফল বিচাৰি মনোৰম পৰ্ব্বতশৃঙ্গ ঘূৰি ফুৰি লক্ষ্মীযুক্ত লক্ষ্মণ উভতি আহি অগ্রজ ৰামক তেনে অবস্থাত দেখা পালে।

১৫। সুমিত্রা নন্দন মনস্বী লক্ষ্মণে ৰামক দুঃসহ চিন্তাত আকুল হৈ অকলে সংজ্ঞাহীন অবস্থাত থকা দেখি ককায়েকৰ দুখতে দুখিত হৈ কাতৰভাবে কব ধৰিলে।

১৬। "হে আৰ্য্য, আপুনি কামভাৱৰ বশবৰ্ত্তী হৈ আপোনাৰ নিজ পুৰুষত্বক পৰাভূত কৰিছে কিয়? আপোনাৰ এই শোকে ব্রহ্মানুসন্ধান ৰূপ আপোনাৰ চিন্তাশক্তি নষ্ট কৰিছে মাত্র, এনে অৱস্থাত কৰ্ম্ম আৰু জ্ঞান যোগৰ সহায়ত দুখ নিবাৰণ কৰাটোহে যুগুত।

১৭। হে ভ্রাত, আপুনি শুচি আচাৰ আদি ক্রিয়াসমূহৰ দ্বাৰা মনৰ প্রসন্নতা লাভ কৰি সমাধিযোগৰ সহায়ত লব্ধ কৰ্ম্মসমূহত সময় অতিবাহিত কৰক। মনৰ পৰা কাতৰ ভাব দূৰ কৰি আপোনাৰ নিজ কৰ্ম্মসাধনৰ অৰ্থে যি সহায় আৰু সামৰ্থ্যৰ আবশ্যক হব পাৰে তাক লাভ কৰিবলৈ যত্নপৰ হওক।

১৮। হে নৰনাথ, আপুনিহে জানকীৰ নাথ আৰু আপোনাক পায়ে জানকী সনাথা, আপোনাৰ বাহিৰে আন কোনোৱে জানকীক পাব নোৱাৰে, হে বীৰশ্রেষ্ঠ এনে কোনো এজন নাই যি প্রজ্বলিত অগ্নিশিখাৰ ওচৰ চাপি দগ্ধ নহৈ পাৰে।"

১৯। সুলক্ষণ সম্পন্ন দুৰ্দ্ধৰ্ষ লক্ষ্মণৰ ন্যায় আৰু তত্ত্বাৰ্থ প্রকাশক এই কথা শুনি ৰামে কলে, "লক্ষ্মণ, তুমি যি কলা সি এই সময়ৰ পক্ষে হিতকৰ আৰু ভবিষ্যতলৈও সুখকৰ, সি ৰাজনীতি সম্মত আৰু সাম, ধৰ্ম্ম আৰু অৰ্থসম্পন্ন।

২০। এতেকে তুমি যি কৈছা সেইমতে কাম কৰিবই লাগিব। সমাধিযোগৰ দ্বাৰা ভগৱত্তত্ত্ব উপলব্ধি কৰি কৰ্ত্তব্য কৰ্ম্ম স্থিৰ কৰি লৈহে কামত আগবাঢ়িব লাগিব, কিয়নো কৰ্ম্ম আৰু জ্ঞানযোগৰ আশ্রয় নলৈ সম্পূৰ্ণৰূপে বৃদ্ধিপ্রাপ্ত হোৱা সুকঠিন কোনো দুষ্কৰ কৰ্ম্মৰ ফল পাবলৈ আশা কৰিব নোৱাৰি।"

২১। ইয়াৰ পিচতে ৰামে পুনঃ পদ্মপলাক্ষী সীতাৰ বিষয়ে চিন্তা কৰি শুকান মুখে লক্ষ্মণক কবলৈ ধৰিলে।

২২। "লক্ষ্মণ, সহাস্রাক্ষ ইন্দ্রদেৱে পানীৰে পৃথিৱীক পৰিতৃপ্ত কৰি শস্য উৎপাদনৰ দ্বাৰা নিজ কাৰ্য্য সমাধা কৰিছে।

২৩। হে নৃপাত্মজ, গুৰুগম্ভীৰ শব্দেৰে পৰ্ব্বত আৰু তৰুৰাজিৰ ওপৰত বৰষুণ দি মেঘসমূহ এতিয়া পৰিশ্রান্ত হৈছে।

২৪। নীলোৎপল পত্রসম শ্যামবৰ্ণ বিশিষ্ট মেঘসমূহে এসময়ত দশোদিশ শ্যামলবৰ্ণ যুক্ত কৰি বৰ্ত্তমানে মদহীন মাতঙ্গসদৃশ গতিত ধীৰ হৈছে।

২৫। জলপূৰ্ণ মহামেঘ সমূহে কূটজ আৰু অৰ্জ্জুন ফুলৰ গন্ধে সুগন্ধিত হৈ বৃষ্টিপূৰ্ণ বতাহৰ দ্বাৰা চালিত হৈ ইতস্ততঃ বিচৰণ কৰি ফুৰাৰ পিচত বৰ্ত্তমানে সিইত বিচৰণ কাৰ্য্যৰ পৰা বিৰত হৈছে।

২৬। হে অনঘ লক্ষ্মণ, এই সময়ত মেঘ, মাতঙ্গ, ময়ূৰ আৰু নিজৰা সমূহৰ শব্দ হঠাতে নোহোৱা হৈছে।

২৭। চোৱাঁ, মহামেঘ সমূহৰ বাৰিধাৰাৰ দ্বাৰা ধৌত হোৱাৰ পিচত চন্দ্ৰকিৰণৰ শোভা ভাত বিযৰ্পি পৰাত বিচিত্ৰ নিৰ্ম্মল গিৰিশৃঙ্গ সমূহ কিদৰে শোভান্বিত হৈছে।

২৮। লক্ষ্মণ, এই সমযত শৰৎকালে সপ্তচ্ছদ তৰুসমূহৰ শাখা, চন্দ্ৰ সূৰ্য আৰু তাৰকমণ্ডলীৰ প্ৰভা আৰু শ্ৰেষ্ঠ গজসমূহৰ লীলা এই তিনিওৰে ভিতৰত তাৰ সৌন্দৰ্য্য ভগাই দি পৃথিবীত প্ৰবৃত্ত হৈছে।

২৯। বহু পদাৰ্থক আশ্ৰয কৰি শৰৎকালৰ গুণসমূহৰ পৰা উৎপন্ন হোৱা শাৰদীয় লক্ষ্মীযে বিচিত্ৰ শোভা ধাৰণ কৰিছে আৰু লগে লগে সূৰ্য্যদেৱৰ প্ৰথম বিস্তৃত কিৰণজালৰ প্ৰভাৱত প্ৰস্ফুটিত পদুম ফুলৰ শোভা পদুমতলিত অধিক পৰিমাণে প্ৰকাশ পাইছে।

৩০। চোৱাঁ, শৰৎকাল বৰ্ত্তমান সপ্তচ্ছদ পুষ্পৰ গন্ধে সুগন্ধিত আৰু ভ্ৰমৰৰ গুঞ্জনেৰে মুখৰিত, এই সকলোকে লগত লৈ বায়ুৰ গতিক অনুসৰণ কৰি শৰৎকালৰ সৌন্দৰ্য্যই মত্তগজ সমূহৰ দৰ্প বিনাশ কৰি অধিকগুণে শোভান্বিত হৈছে।

৩১। আহা, এই হংসগণে মানস সৰোবৰৰ পৰা নতুনকৈ আহি উপনীত হোৱা, বিশাল পক্ষযুক্ত কামদেৱৰ প্ৰিয়, পদ্মৰেণুৰে অনুলিপ্ত চক্ৰবাক পক্ষীসমূহৰ লগত মহানদী সমূহৰ পুলিন প্ৰদেশত কিদৰে খেলা কৰিব ধৰিছে।

৩২। লক্ষ্মণ, চোৱাঁ মদোদ্ধত হস্তীসমূহত, বলদৰ্পে দৰ্পিত বৃষভসমূহত আৰু নদীসমূহৰ প্ৰসন্ন বাৰি প্ৰবাহত শৰৎকালৰ লক্ষ্মী কিদৰে ভাগে ভাগে প্ৰকাশ পাইছে।

৩৩। এই সমযত ম'ৰাবোৰে আকাশ মেঘমুক্ত দেখি বনৰ ভিতৰত পাখিৰ আভৰণ সোলোকাই থৈ, নিজ প্ৰিয়া ম'ৰাজনীৰ প্ৰতি অনাসক্ত হৈ সকলো শোভা আৰু নৃত্যাদি উৎসৱ পৰিত্যাগ কৰি ধ্যানৰত হৈ ৰৈ আছে।

৩৪। আহা! এই শৰৎকালত মনোহৰ গন্ধযুক্ত সুবৰ্ণমিশ্ৰিত শুভ্ৰকান্তিবিশিষ্ট নযনাভিৰাম পুষ্পভৰে অবনত প্ৰিয়কবৃক্ষৰ শাখাসমূহৰ সংযোগত বনভাগৰ শোভা কেনে ৰমণীয হৈ উঠিছে।

৩৫। চোৱাঁ, এই কালৰ গুণতেই, বনচাৰী মদোদ্ধত নলিনী প্ৰিয মদলালস গজেন্দ্ৰই সপ্তচ্ছদ পুষ্পৰ ঘ্ৰাণ লৈ প্ৰিয়াজনে সৈতে মন্থৰগতি অবলম্বন কৰিছে।

৩৬। আকাশৰ ৰূপ উত্তোলিত তৰোৱালসদৃশ নিৰ্ম্মল, নদীসমূহৰ গতি ক্ষীণ, শীতল বতাহ ভেটফুলৰ গন্ধে সুগন্ধিত হৈ বলিব ধৰিছে আৰু দিকসমূহ অন্ধকাৰ বিমুক্ত হৈ সম্পূৰ্ণৰূপে প্ৰকাশ পাইছে।

৩৭। সূৰ্য্যৰ তাপত স্থলভাগত এতিয়া বোকা নাই তাৰ ঠাইত ডাঠ' মাৰি টান হোৱা বোকাহে আছে। পৰস্পৰৰ প্ৰতি বৈৰীভাৱত আবদ্ধ নৰাধিপ সকলৰ এয়ে যুদ্ধৰ উদ্যোগৰ সময়।

৩৮। এই শৰৎকালৰ গুণতে বৃষভগণৰ ৰূপ আৰু শোভা বৃদ্ধি পোৱাত সিহঁতে মদোদ্ধত হৈ হৃষ্টচিত্তে ধূলিমখা শৰীৰে সৈতে গৰুৰ পালৰ মাজত থাকি যুদ্ধ কৰি শব্দ কৰিব ধৰিছে।

৩৯। চোৱাঁ, অৰণ্যৰ মাজত মাইকী হাতীবোৰে কামপীড়িতা অৰশ্যাত তীব্ৰ অনুৰাগযুক্তা হৈ ধীৰগতিত দলেবলে আগুৰি ধৰি সিহঁতৰ ভৰ্ত্তাক অনুগমন কৰিব ধৰিছে।

৪০। ম'ৰা চৰাইবোৰে সিহঁতৰ শ্ৰেষ্ঠ ভুষণ স্বৰূপ পাখি সৰাল দি নৈৰ পাৰত বহি সাৰসপক্ষীৰ দলৰ দ্বাৰা তিৰস্কৃত হৈহে যেন দীনভাবে মন মাৰি বহি আছে।

৪১। এই সময়ত গজেন্দ্ৰসমূহৰ গণ্ডস্থল ভেদ কৰি মদধাৰা বব ধৰিছে, এনে অবস্থাত সিহঁতে প্ৰস্ফুটিত পদ্মফুলেৰে সুশোভিত সৰোবৰত সিহঁতৰ ভীষণ গৰ্জনধ্বনিৰে কাৰণ্ডব আৰু চক্ৰবাকসমূহক ভয় খুৱাই পানীত খলক লগাইছে আৰু পানী খাব ধৰিছে।

৪২। এতিয়া নদীসমূহত বোকা নাই, সিহঁত বালিৰে পৰিপূৰ্ণ, পানী নিৰ্ম্মল আৰু শান্ত, গৰুৰপালে সিহঁতক আগুৰি আছে আৰু সৰালি চৰাইৰ মাতে সিহঁতক মুখৰ কৰিছে, এনে অবস্থাত হাঁহবোৰে উৰি আহি হৃষ্টচিত্তে তাত পৰি আছে।

৪৩। এই শৰৎকালত নদী, মেঘ, নিজৰা আদি সকলোৰে গৰ্জ্জন তেনেই শান্ত হৈছে, ইমান দিনে বৰকৈ বৃদ্ধিপ্ৰাপ্ত বতাহ এতিয়া ক্ষান্ত। সিহঁতৰ উৎসব শেষ হোৱাৰ পিচত ময়ূৰ আৰু ভেকুলীবোৰ নীৰব হৈছে।

৪৪। শৰৎকালৰ লগে লগে নতুন মেঘ উদিত হোৱাত সদায় গাততে থকা নানা বৰণৰ ঘোৰতৰ বিষধৰ সৰ্পসমূহে সিহঁতৰ জীৱনযাত্ৰা বন্ধ হোৱাত শুকাই ক্ষীণাই ভোকতে ওলাই আহি চাৰিওফালে ঘূৰি ফুৰিব ধৰিছে।

৪৫। চন্দ্ৰৰ শোভনীয় কিৰণস্পৰ্শত হৰ্ষযুক্ত তাৰকমণ্ডলীয়ে অৰ্দ্ধোন্মীলিত অবস্থাত থাকি গগনমণ্ডলত দেখা দিছে আৰু ৰাঙলী ৰঙে ৰঞ্জিত সন্ধ্যাই গগনমণ্ডল ত্যাগ কৰি বিদায় মাগিবৰ উপক্ৰম কৰিছে।

৪৬। লক্ষ্মণ, চোৱাঁ, শৰৎকালৰ ৰাত্ৰিয়ে শুক্লাম্বৰ বিভূষিতা নাৰীৰ নিচিনাকৈ সুন্দৰ ৰূপ লৈ কিদৰে বিৰাজ কৰিছে—উদিত শশাঙ্কই তেওঁৰ চাৰু বদন, তৰাবোৰ তেওঁৰ উন্মীলিত নয়ন আৰু চন্দ্ৰৰ কিৰণ তেওঁৰ পৰিধানৰ শুভ্ৰবস্ত্ৰ।

৪৭। এই কালত সৰালি চৰাইবোৰে শালীধানৰ পকা গোট খাই পৱন চালিত গাথি ৰখা মালাধাৰীৰ নিচিনাকৈ আনন্দতে শাৰী পাতি দ্ৰুতবেগে আকাশত উৰি ফুৰিছে।

৪৮। চোৱাঁ, এই মহা হ্ৰদৰ ভিতৰত চাৰিওফালে কুমুদ ফুলে আবৃত কৰি থকা জলৰাশিৰ মাজত এটা মাত্ৰ হাঁহ সুপ্ত অবস্থাত থাকি জলৰাশিৰ শোভা যিদৰে প্ৰকাশ কৰিছে, তাতে অনুমান হয়, যেন তৰা জিক্‌মিকাই থকা অন্তৰীক্ষইহে মেঘনিৰ্ম্মুক্ত অবস্থাত অকল পূৰ্ণচন্দ্ৰক লৈ তাত বিৰাজ কৰিছে।

৪৯। লক্ষ্মণ, এই শৰৎকালত সৰ্ব্বালঙ্কাৰ বিভূষিতা বৰাঙ্গনাসকলৰ সৌন্দৰ্য্য সদৃশ চাৰিওফালে পৰিব্যাপ্ত হাঁহবোৰক মেখলাৰূপে পৰিধান কৰি প্ৰস্ফুটিত পদ্ম আৰু উৎপলৰ মালাৰে মণ্ডিত হোৱাত উৎকৃষ্ট জলাশয়সমূহৰ শোভা অধিক পৰিমাণে বাঢ়ি উঠিছে।

৫০। প্ৰভাতকালত পৱন চালিত বেণুস্বৰ মিশ্ৰিত গীতবাদ্য, গহ্বৰস্থিত বন্য গো আৰু বৃষভসমূহৰ শব্দৰ লগত মিহলি হৈ পৰস্পৰে পৰস্পৰৰ অনুপূৰক হৈহে যেন সম্বৰ্দ্ধিত হৈছে।

৫১। চোৱাঁ, নতুনকৈ ফুলি উঠা, ধুই পখালি থোৱা সুবিমল পট্টবস্ত্ৰসম প্ৰস্ফুটিত কুসুম মণ্ডিত কাঁহী তৃণসমূহে মৃদু মাৰুতৰ দ্বাৰা চালিত হৈ নদীতীৰসমূহ কেনে সুশোভিত কৰিছে।

৫২। বনগৰ্ব্বী ভোমোৰাবোৰে মধুপানত মত্ত হৈ হৃষ্টচিত্তে পদ্ম আৰু অসনফুলৰ ৰেণুৰে শৰীৰ পীত আৰু গৌৰবৰ্ণ বিশিষ্ট কৰি মধুগন্ধলোভত উন্মত্তবৎ হৈ বতাহৰ গতিকে অনুসৰণ কৰিছে।

৫৩। লক্ষ্মণ, নিৰ্ম্মল পানী, ফুলৰ হাঁহি, ক্ৰৌঞ্চপক্ষীৰ স্বৰ পকা শালীধান, মৃদু বতাহ আৰু বিমলচন্দ্ৰই স্পষ্টভাবে কৈ দিছে বৰ্ষাকাল এতিয়া অতীত হৈছে।

৫৪। প্ৰভাত কালত প্ৰিয়ৰ লগত সম্মিলিতা প্ৰিয়াৰ গতি যিদৰে মন্থৰ হয়, এই শৰৎ কালত মৎস্যৰূপ মেখলা পৰিহিতা নদীবধূৰ গতিও সেইদৰে ধীৰ হৈছে।

৫৫। এই সময়ত চাকৈ-চকোবাৰে ভৰি থকা শেলুৰে লাগি থকা কহুৱাৰে ঢাক খাই থকা নৈৰ মোহনা পট্টবস্ত্ৰ পৰিহিতা কুলবধূ সকলৰ পত্ৰৰেখাৰ চিহ্নিত প্ৰসাধনসনা মুখ যেন দেখা হৈছে।

৫৬। *প্ৰফুল্ল বাণ আৰু অসন পুষ্পে চিত্ৰিত, আনন্দতে উৎফুল্ল ভ্ৰমৰ গুঞ্জনে মুখৰিত বনত কামদেৱে তেওঁৰ প্ৰচণ্ড ধনু লৈ বিৰহীগণৰ ওপৰত উগ্ৰদণ্ড বিধান কৰিবলৈ সাজু হৈছে।

৫৭। জলধৰ সমূহে সুবৃষ্টিৰে মানুহৰ মনত সন্তোষ জন্মাই, নদী আৰু পুখুৰীক পানীৰে পৰিপূৰ্ণ কৰি পৃথিবীক শস্যপূৰ্ণা কৰি আকাশমণ্ডল এৰি এতিয়া আঁতৰি গৈছে।

৫৮। শৰৎকালৰ নদীসমূহে নৱসঙ্গম হেতু লজ্জাশীলা বধূৰ জঘন সদৃশ সিঁহতৰ পুলিন প্ৰদেশ ক্ৰমাৎ দেখুৱাব ধৰিছে।

৫৯। হে সৌম্য, চোৱাঁ এই সময়ত সুবিমল জলপূৰ্ণ জলাশয়সমূহ কৰাৰ (কুৰুৱা) ৰবে নিনাদিত চক্ৰবাক পক্ষীকুলৰ দ্বাৰা পৰিব্যাপ্ত হোৱাত কেনে শোভান্বিত হৈছে।

৬০। হে নৃপাত্মজ, পৰস্পৰৰ প্ৰতি বৈৰ ভাৱত আবদ্ধ বিজয়াকাঙ্ক্ষী ৰজা সকলৰ এয়ে উদ্যোগৰ সময়।

৬১। হে ৰাজপুত্ৰ, ৰজা সকলৰ এয়ে প্ৰথম যাত্ৰাৰ কাল, কিন্তু সুগ্ৰীৱ অথবা তেওঁৰ তেনেবিধৰ কোনো উদ্যোগতো দেখা নাপাও।

৬২। অসন, সপ্তপৰ্ণ, কোবিদাৰ আদি বৃক্ষ ফুলি উঠিছে আৰু বন্ধুজীৱ আৰু তমাল বৃক্ষও গিৰিশৃঙ্গত দেখা গৈছে।

৬৩। চোৱাঁ, নদীৰ পুলিন প্ৰদেশ সমূহ, হংস, সাৰস, চক্ৰবাক, কুৰুৱা আদি চৰাইৰে ভৰি পাৰিছে।

৬৪। লক্ষ্মণ, বৰ্ষাকালৰ যি চাৰিটা মাহ পাৰ হল সীতাক দেখা নাপাই শোকসন্তপ্ত অৱস্থাত থকাত এয়ে মোৰ পক্ষে চাৰিটা বছৰ যেন লাগিছে।

৬৫। চোৱাঁ, এই সীতাই দণ্ডকাৰণ্যকো ফুলনি যেন জ্ঞান কৰি চক্ৰবাকীৰে চক্ৰবাকৰ অনুগমন কৰাৰ দৰে ঘোৰ এই বনলৈ তেওঁৰ স্বামীৰ অনুগমন কৰিছে।

৬৬। লক্ষ্মণ, এনেস্থলতো প্ৰিয়া বিহীন, হৃতৰাজ্য, নিৰ্ব্বাসিত, দুখত প্ৰপীড়িত মোৰ প্ৰতি সুগ্ৰীৱে কৃপা দেখুৱাব খোজা নাই।

৬৭—৬৮। হে সৌম্য, সম্ভৱতঃ ৰাম অনাথ, হৃতৰাজ্য, ৰাৱণৰ দ্বাৰা পৰাভূত, দীন,

* এবিধ বস্তা বৰণৰ ভৰি, মুখৰ বং উজ্জ্বল কৰিবলৈ ব্যৱহাৰ কৰা হয়।

নিজ বাসভূমিৰ পৰা দূৰস্থ, বিৰহী আৰু মোৰ শৰণাগত, এনেবোৰ কাৰণতেই মোক পৰন্তপ বুলি জানিও বান্দৰৰাজ সুগ্ৰীৱে মোক অবহেলা কৰিছে।

৬৯। দুৰ্ম্মতি সুগ্ৰীৱে সীতাৰ অন্বেষণৰ অৰ্থে সময় নিৰূপণ কৰি দি, এতিয়া নিজ উদ্দেশ্য সিদ্ধ হোৱাৰ পিচত কৰ্ত্তব্য কৰ্ম্ম সম্বন্ধে চৈতন্য লাভ কৰিব পৰা নাই।

৭০—৭১। এতেকে তুমি কিষ্কিন্ধালৈ গৈ মোৰ কথামতে মৈথুন সুখত আসক্ত কপিপ্ৰবৰ মূৰ্খ সেই সুগ্ৰীৱক কোৱা গৈ যে আগতে উপকাৰ কৰা কোনো এজনে অনুগ্ৰহ বিচাৰি আহি উপস্থিত হোৱাৰ পিচত তেওঁৰ আশা পূৰণ কৰিম বুলি কথা দি, যিজনে তেনে আশা ভঙ্গ কৰে তেওঁ নৰাধম বুলি পৰিগণিত হয়।

৭২। আনপক্ষে যিজনে শুভই হওক বা অশুভই হওক এবাৰ কথা দি তাক সত্যত পৰিণত কৰে তেৱেঁই বীৰ আৰু পুৰুষশ্ৰেষ্ঠ।

৭৩। যিজনে নিজে কৃতাৰ্থ হৈ মিত্ৰজনক প্ৰত্যুপকাৰৰ দ্বাৰা কৃতাৰ্থ নকৰে তেনে অকৃতজ্ঞ জনৰ মৃত্যুৰ পিচতো মাংসাশী কুকুৰ আদি জন্তুৱে তাৰ মাংস ভক্ষণ নকৰে।

৭৪। লক্ষ্মণ, তুমি সুগ্ৰীৱক কবা গৈ যে তেওঁ নিশ্চয় ৰণক্ষেত্ৰত পিঠিত সোণ খটোৱা ধনুৰ বিদ্যুৎসম গুণৰ ৰূপ চাব খুজিছে।

৭৫। নাইবা মই ক্ৰুদ্ধ হৈ যুদ্ধক্ষেত্ৰত ধনুৰ গুণ আকৰ্ষণ কৰিলে বজ্ৰসম যি ঘোৰ শব্দ উঠিব সেই শব্দ শুনিব বিচাৰিছে।

৭৬। হে বীৰ ৰাজপুত্ৰ, তুমি মোৰ সহায়স্বৰূপ হৈ মোৰ লগত বৰ্ত্তমান থকা কালৰ ভিতৰত মোৰ কি পৰাক্ৰম হব পাৰে তাক ভালদৰে জানিও যে সুগ্ৰীৱ নিশ্চিন্ত হৈ থাকিব পাৰিছে এইটোৱে আচৰিত।

৭৭। হে শত্ৰুপুৰ বিজয়ী লক্ষ্মণ, যাৰ কাৰণে এই সকলো কাম আৰম্ভ কৰা হৈছে, বান্দৰৰাজ সুগ্ৰীৱে নিজ উদ্দেশ্য সিদ্ধ হোৱাৰ পিচত এতিয়া সেই প্ৰতিজ্ঞাৰ বিষয়ে কোনো চিন্তা নকৰাকৈ আছে।

৭৮। বৰ্ষাৰ এই চাৰিমাহ কাল অপেক্ষা কৰি থাকিবলৈ প্ৰতিজ্ঞা কৰি, এতিয়া এই চাৰিমাহ উত্তীৰ্ণ হৈ যোৱাৰ পিচতো কপিৰাজে কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰাতে লিপ্ত থাকি প্ৰতিজ্ঞা সম্বন্ধে সজাগ হোৱা নাই।

৭৯। সুগ্ৰীৱে তেওঁৰ অমাত্য আৰু পৰিষদ বৰ্গেৰে সৈতে মদ্যপানত আসক্ত থাকি শোকাতুৰ আমাৰ প্ৰতি দয়া দেখুওৱাৰ ইচ্ছা প্ৰকাশ কৰা নাই।

৮০। হে মহাবলশালী বীৰ লক্ষ্মণ, এতেকে তুমি সুগ্ৰীৱৰ ওচৰলৈ গৈ মোৰ ক্ৰোধৰ ৰূপ বৰ্ণনা কৰি এইদৰে কোৱাগৈ।

৮১। 'বালী নিহত হৈ যি পথে গতি কৰিছে, সেই পথ এতিয়াও সঙ্কুচিত হোৱা নাই, এতেকে হে সুগ্ৰীৱ তুমি যি প্ৰতিজ্ঞা কৰিছিলা সেই প্ৰতিজ্ঞা ৰক্ষা কৰা, বালীৰ পথ অনুসৰণ নকৰা যেন।

৮২। যুদ্ধক্ষেত্ৰত এপাত শৰতেই মই বালীক বধ কৰিছিলোঁ, কিন্তু সত্যভ্ৰষ্ট তোমাক মই সবান্ধৱে বধ কৰিম।

৮৩। হে পুৰুষশ্ৰেষ্ঠ লক্ষ্মণ, এনেবিধৰ কৰ্ত্তব্য কৰ্ম্মত যিটো হিতকৰ হব ও বে তেনেবিধৰ কথা তুমি তেওঁক কবাগৈ, কিযনো অতি শীঘ্ৰে সম্পাদন কৰিব লগা কামত সময় মিছাতে অতিবাহিত হব ধৰিছে।

৮৪। লক্ষ্মণ, তুমি কবাগৈ 'হে বান্দৰৰ অধিপতি, তুমি চিৰন্তন ধৰ্ম্মলৈ লক্ষ্য কৰি সমযত যি প্ৰতিজ্ঞা কৰিছিলা সেই প্ৰতিজ্ঞা এতিয়া সত্যত পৰিণত কৰা, মোৰ নিক্ষিপ্ত শৰৰ দ্বাৰা নিহত হৈ যমালযত বালীৰ লগত যেন সাক্ষাৎ নকৰাগৈ।'

৮৫। মানৱ প্ৰধান উগ্ৰতেজস্বী লক্ষ্মণে তেওঁৰ অগ্ৰজ ৰামৰ কোপ এইদৰে বৃদ্ধি পোৱা দেখি আৰু লগতে এইদৰে উক্তি কৰি তেওঁ দীনভাবাপন্ন হোৱা দেখি কপিপ্ৰৱৰ সুগ্ৰীৱৰ ওপৰত অতিশয় ক্ৰুদ্ধ হল।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ত্ৰিংশ সৰ্গ সমাপ্ত ॥

# একত্ৰিংশ সৰ্গ

## ৰাম-লক্ষ্মণ সম্বাদ

১। নৰেন্দ্ৰপুত্ৰ ৰামানুজ লক্ষ্মণে উদ্‌গতকামভাবাপন্ন মহানুভৱ ৰাজপুত্ৰ জ্যেষ্ঠ ৰামক শোকাভিভূত হৈ কাতৰ হোৱা দেখি তেখেতক উদ্দেশ্য কৰি এইদৰে কবলৈ ধৰিলে।

২। "যিহেতু আগতে দেখুৱা প্ৰীতিভাবৰ উত্তৰত কৰিব লগা প্ৰতিজ্ঞা পৰিপালন সম্বন্ধে তেওঁৰ সুমতি হোৱা নাই এতেকে বুজিব পৰা হৈছে যে এই বান্দৰ সজ্জলোকৰ আচৰণীয় পন্থাত স্থিৰ নাথাকিব, তেওঁ সখ্যভাবৰ ফলস্বৰূপ ৰাজ্যসুখভোগ আদি কৰ্ম্মফলৰ বিষয়েও চিন্তা নকৰিব, এতেকে বান্দৰৰাজ্যলক্ষ্মীকো তেওঁ সম্ভোগ কৰিব নোৱাৰিব।

৩। সুবুদ্ধি নাশ হোৱাৰ কাৰণে তেওঁ এতিয়াও গ্ৰাম্য সুখতে আবদ্ধ হৈ আছে, আপোনাৰ অনুগ্ৰহ লাভ কৰি উচিও কৰিব লগা প্ৰত্যুপকাৰ সম্বন্ধে তেওঁৰ মতি হোৱা নাই, এতেকে হে বীৰ, সুগ্ৰীৱ নিহত হৈ তেওঁৰ অগ্ৰজ বালীৰ লগত সাক্ষাৎ কৰক গৈ; এনে ধৰণৰ গুণহীন এজনৰ ওপৰত ৰাজ্যভাৰ অৰ্পণ কৰাটো উচিত হোৱা নাই।

৪। মোৰ মনত যি ক্ৰোধ উৎপন্ন হৈছে মই তাক সংযত কৰি ৰাখিবলৈ অক্ষম হৈছোঁ; সেই মিথ্যাচাৰী সুগ্ৰীৱক মই আজিয়েই বধ কৰিম। বালীপুত্ৰ অঙ্গদে কপিশ্ৰেষ্ঠ আন আন বান্দৰৰ লগত মিলিত হৈ ৰাজনন্দিনী সীতাৰ অন্বেষণ কৰিব।'

৫। শত্ৰুবীৰহন্তা ৰামচন্দ্ৰই, সংগ্ৰামকালত প্ৰচণ্ড কোপপৰায়ণ লক্ষ্মণে তেওঁৰ নিজমত জ্ঞাপন কৰি ধনু হাতত লৈ এইদৰে যথ্‌কৰে থিয় দি উঠা দেখি সময়োচিত সান্ত্বনাৰ বাক্যে কবলৈ ধৰিলে।

৬। "লক্ষ্মণ, তোমাৰ নিচিনা পুৰুষ এজনে পৃথিৱীত এনেবিধৰ পাপাচৰণ নকৰে। যিজনে সম্যক বিচাৰৰ দ্বাৰা কোপ বিনাশ কৰে তেৱেঁই বীৰ, তেৱেঁই পুৰুষোত্তম।

৭। এই ক্ষেত্ৰত তুমি মিত্ৰবধৰূপ কাৰ্য্যকে সমীচীন বুলি গ্ৰহণ কৰাটো উচিত নহব, সাধুবৃত্তি অবলম্বন কৰি পূৰ্ব্বৰ প্ৰীতিভাব স্থাপন কৰিবা আৰু আগৰ সখ্যভাব স্মৰণ কৰিবা।

৮। তুমি ৰুক্ষভাৱ পৰিত্যাগ কৰি সাম্য আৰু হিতকৰ কথাৰে সময় অতীত হব ধৰা বিষযে উল্লেখ কৰি সুগ্ৰীৱৰ লগত কথা হবা।"

৯। অগ্ৰজ ৰামৰ কথা শুনি বক্তব্যবিষযে যথাযথভাৱে উপদিষ্ট পুৰুষশ্ৰেষ্ঠ, পৰবীৰহা বীৰ লক্ষ্মণে কিষ্কিন্ধা নগৰীত প্ৰৱেশ কৰিলে।

১০। ককায়েকৰ হিতসাধনৰত প্ৰাজ্ঞ লক্ষ্মণে ক্ৰোধতে উত্তেজিত হৈ কপিপ্ৰবৰৰ ভৱনলৈ গমন কৰিলে।

১১। গিৰিশৃঙ্গসদৃশ কালান্তক যমসম ইন্দ্ৰধনু হাতত লৈ লক্ষ্মণে শৃঙ্গবিশিষ্ট মন্দৰ পৰ্ব্বত সদৃশ ৰূপ ধাৰণ কৰিলে।

১২—১৩। বুদ্ধিত বৃহস্পতিসম ৰামানুজ লক্ষ্মণে ককাযেকে যিদৰে কৈছে সেইদৰে কাম কৰিবলৈ সাজু হৈ তেওঁ কবলগা কথা তাৰ উত্তৰ আৰু প্ৰত্যুত্তৰৰ বিষযে চিন্তা কৰি ককাযেকৰ কাম আৰু ক্ৰোধাগ্নিৰ দ্বাৰা পৰিবৃত হৈ মনত অসন্তোষৰ ভাৱে সৈতে প্ৰবল বতাহ যোৱাদি সেই ঠাইৰপৰা ওলাই গল।

১৪। ধাওঁতে বাটত বেগী লক্ষ্মণে শৰীৰৰ বলতে গিৰিশৃঙ্গসমূহ, সাল, তাল, অশ্বকৰ্ণ আৰু আন আন গছগছনিবোৰ চুৰমাৰ কৰি যাব ধৰিলে।

১৫। কাৰ্য্যৰ আবশ্যকতা হেতু একে খোজতে বহু ঠাই অতিক্ৰম কৰি দীঘল দীঘল কৈ খোজ দি শিলবোৰ টুকুৰাটুকুৰ কৰি দ্ৰুতগামী গজসদৃশ গতি কৰিলে।

১৬। এইদৰে গৈ ইক্ষ্বাকুপ্ৰবৰ লক্ষ্মণে পৰ্ব্বতসমূহে বেঢ়ি থকা বান্দৰসৈন্যৰে পৰিব্যাপ্ত দুৰ্গসদৃশ বান্দৰৰাজৰ মহানগৰী কিষ্কিন্ধা নগৰী দেখা পালে।

১৭। সুগ্ৰীৱৰ প্ৰতি উঠি থকা খঙতে তেওঁৰ ওঠ কঁপি আছিল, এনে অৱস্থাতে কিষ্কিন্ধাৰ বাহিৰৰ ফালে বিচৰণ কৰি ফুৰা ভীমকায বান্দৰবোৰ তেওঁৰ চকুত পৰিল।

১৮। পুৰুষশ্ৰেষ্ঠ লক্ষ্মণক দেখি একোটা একোটা হাতীৰ সমান বান্দৰবোৰে শই শই শিলাখণ্ড আৰু সুবৃহৎ বৃক্ষসমূহ উভালি গৈ পৰ্ব্বতৰ ভিতৰত অৱস্থান কৰিলে।

১৯। সিহঁতক অস্ত্ৰ শস্ত্ৰলৈ সাজু হোৱা দেখি লক্ষ্মণৰ ক্ৰোধ বহু ইন্ধনযুক্ত অনল সদৃশ দ্বিগুণে চৰি উঠিল।

২০। তেতিয়া বান্দৰসমূহৰ সৰ্ব্বশৰীৰ ভয়তে কম্পমান হল; তেওঁলোকে লক্ষ্মণক ক্ৰুদ্ধ দেখি শই শই দশোদিশে পলাবলৈ ধৰিলে।

২১। শ্ৰেষ্ঠ বান্দৰবোৰে সুগ্ৰীৱৰ ভৱনত প্ৰৱেশ কৰি লক্ষ্মণৰ আগমন আৰু তেওঁৰ ক্ৰোধৰ বিষয়ে তেওঁক নিবেদন কৰিলে গৈ।

২২। সেই সময়ত কপিপ্ৰবৰ সুগ্ৰীৱ কামাসক্ত হৈ তাৰাৰ লগত ক্ৰীড়াৰত অৱস্থাত থকাৰ কাৰণে সেই কথালৈ কাণ নিদিলে।

২৩। তেতিয়া মন্ত্রীবর্গৰ আদেশ অনুসৰি পৰ্ব্বত আৰু কুঞ্জৰসদৃশ বান্দৰবোৰে আনন্দতে ৰোমাঞ্চিত হৈ নগৰৰ বাহিৰলৈ গল।

২৪। লক্ষ্মণে দেখিলে যে নখ আৰু দাঁতেই এই বান্দৰবোৰৰ অস্ত্র, প্ৰত্যেকটোৱে একোটা বীৰ, দেখোতে বিকৃতাকাৰ, সকলোৰে দাঁত বাঘৰ দাঁতৰ নিচিনা আৰু দেখোতে ভয়ঙ্কৰ মূৰ্ত্তি।

২৫। কোনোটো বান্দৰৰ বল দহোটা হাতীৰ সমান, কাৰোবা এশটা হাতীৰ সমান; কোনোটো বা আকৌ হাজাৰ হাতীৰ সমান তেজ আৰু শক্তিসম্পন্ন।

২৬। ক্রুদ্ধ অৱস্থাত লক্ষ্মণে দেখিলে এনেহেন মহাবলশালী বান্দৰবোৰে হাতত বৃহৎ বৃহৎ গছ লৈ কিষ্কিন্ধানগৰী আগুৰি থাকি আনে সহজে প্ৰৱেশ কৰিব নোৱাৰা অৱস্থাত ৰাখি তাক আছে।

২৭। এনেতে উগ্ৰবীৰ্য্যশীল সেই বান্দৰবৰ্গে দুৰ্গপ্ৰাচীৰৰ বাহিৰত থকা পৰিখাৰ (গড খাৱৈ) বাহিৰলৈ আহি লক্ষ্মণৰ চকুত পৰাকৈ থিয় দিলেহি।

২৮। স যতাত্মা বীৰ লক্ষ্মণে সুগ্ৰীৱৰ প্ৰাসাদ আৰু লগতে ককায়েকৰ উপদেশৰ মৰ্ম্ম সোঁৱৰণ কৰাত তেওঁৰ মনত খঙৰ ভাব পুন জাগি উঠিল।

২৯। তেওঁ ক্ৰোধতে দীৰ্ঘ আৰু উষ্ণ নিশ্বাস পৰিত্যাগ কৰিব ধৰিলে, তেওঁৰ চকু-ৰঙা পৰিল, সেইসময়ত নৰশ্ৰেষ্ঠ লক্ষ্মণৰ ৰূপ ধূমমিশ্ৰিত পাবক সদৃশ হল।

৩০। তেওঁৰ ধনুখন বাণসমূহৰ শল্যৰূপ লোলজিহ্বাৰে নিজতেজৰূপ বিষে পৰিপূৰ্ণ ফণাধাৰী পঞ্চমুখ সৰ্পবৎ প্ৰকাশমান হল।

৩১। এনে অৱস্থাত কালাগ্নিসম দীপ্ত আৰু নগেন্দ্ৰসদৃশ ক্ৰোধান্বিত লক্ষ্মণৰ ওচৰ চাপি অঙ্গদ ভয়তে অতিশয় বিষণ্ণ হল।

৩২। তেতিয়া মহাযশস্বী লক্ষ্মণে ক্ৰোধতে ৰক্তনেত্ৰ হৈ অঙ্গদক আদেশ দিলে—"বৎস, তুমি গৈ সুগ্ৰীৱক মোৰ আগমনৰ বিষয়ে জনোৱাগৈ আৰু হে অৰিন্দম, তুমি কবাগৈ যে ৰামানুজ লক্ষ্মণে তেওঁৰ ককায়েকৰ দুখতে দুখিত হৈ তেওঁৰ ওচৰলৈ আহি দুৱাৰ মুখত ৰৈ আছে।

৩৩—৩৪। তেওঁৰ কথামতে কাম কৰিবলৈ যদি তেওঁৰ ইচ্ছা হয় তেনেহলে সেইমতে কাম কৰক। হে অৰিন্দম অঙ্গদ, তুমি এইখিনি কথা কৈ শীঘ্ৰে ইয়ালৈ উভতি আহা গৈ।"

৩৫। লক্ষ্মণৰ কথা শুনি অঙ্গদ শোকাভিভূত হৈ পিতৃব্য সুগ্ৰীৱৰ ওচৰলৈ গৈ কলে "সৌমিত্ৰি লক্ষ্মণ আহি উপস্থিত হৈছেহি।"

৩৬। তাৰ পিচত উদ্যমশীল অঙ্গদে লক্ষ্মণৰ তীব্ৰবাক্য শুনি সন্ত্ৰস্তচিত্তে অতিশয় কাতৰ মুখে লক্ষ্মণৰ ওচৰৰ পৰা আহি প্ৰথমতে ৰজাৰ আৰু তাৰ পিচত ৰুমাৰ চৰণ বন্দনা কৰিলে।

৩৭। এইদৰে উগ্ৰতেজস্বী অঙ্গদে পিতৃব্যৰ চৰণ বন্দনা কৰাৰ পিচত তেওঁৰ মাতৃদেবী তাৰাৰ চৰণত সেৱা জনালে আৰু তাৰ পিচত পুনঃ ৰুমাৰ চৰণত সেৱা জনাই সেই সকলো কথা নিবেদন কৰিলে।

৩৮। কিন্তু বান্দৰ সুগ্ৰীৱ সেইসময়ত নিদ্ৰাতে ক্লান্ত হৈ থকাৰ কাৰণে মদমত্ত আৰু কামমোহিত অবস্থাত এই সকলো কথাৰ একো গম নাপালে।

৩৯। এনে অৱস্থাতে বান্দৰবোৰে লক্ষ্মণৰ ক্ৰোধ দেখি ভয়ত বিভত হৈ তেওঁক প্ৰসন্ন কৰিবলৈ বুলি কিল কিলাব ধৰিলে।

৪০। আৰু লক্ষ্মণৰ ওচৰত বজ্ৰতুল্য স্বৰে মহোৰ্ম্মিসম সিংহনাদে শব্দ কৰিলে।

৪১। এই ভয়ঙ্কৰ শব্দৰ ধ্বনিতে মাল্যেৰে বিভূষিত বান্দৰ সুগ্ৰীৱ মদৰ জালতে তাম-বৰণীয়া চকুযুৰিৰে সৈতে ব্যাকুল হৈ সাৰ পালে।

৪২—৪৩। তাৰ পিচত অঙ্গদৰ কথা শুনি তেওঁৰ লগতে অহা ৰজাৰ বহুমান্য উদাৰমূৰ্ত্তি মন্ত্ৰী দুজনাই ( যক্ষ আৰু প্ৰভাব নামৰ ) বান্দৰ সকলৰ প্ৰভু সুগ্ৰীৱৰ ওচৰ চাপি ধৰ্ম্ম আৰু অৰ্থ বিষয়ক নানা তৰহৰ কথা কবলৈ অহা লক্ষ্মণৰ আগমনৰ বাতৰি জনালে।

৪৪। তাৰ পিচত মৰুৎসকলৰ অধিপতি ইন্দ্ৰৰ সদৃশ আসনত উপবিষ্ট সুগ্ৰীৱক সুনিশ্চিত অৰ্থপূৰ্ণ কথাৰে সন্তুষ্ট কৰি ওচৰতে আসন লৈ তেওঁলোক দুয়োজনে কবলৈ ধৰিলে।

৪৫। "হে মহাৰাজ, আপোনাক ৰাজ্য দান কৰা, আনপিনে নিজে ত্ৰিলোকৰ ৰাজ্যৰ যোগ্য সত্যনিষ্ঠ মহাভাগ ৰাম আৰু লক্ষ্মণ এই ভ্ৰাতৃযুগল সম্প্ৰতি মনুষ্যভাৱ আশ্ৰয় কৰি ইয়াত উপস্থিত হৈছেহি।

৪৬। তেওঁলোক দুজনাৰ এজন লক্ষ্মণে হাতত ধনুলৈ আহি দুৱাৰ মুখত উপস্থিত, বৰ্ত্তমানে তেওঁক দেখি বান্দৰবোৰে ভয়তে কম্পমান হৈ চীৎকাৰ কৰিছে।

৪৭। ৰামৰ অনুজ সেই লক্ষ্মণে ৰামৰ উপদেশমতে নিশ্চয়াত্মক কৰ্ত্তব্যবুদ্ধিৰূপ কথাৰ সংযোগত স্বযং বাক্যৰূপ সাৰথিৰ ভাৱলৈ আপোনাৰ ইয়াত উপস্থিত হৈছে।

৪৮। হে অনঘ, হে ৰাজন্, আপোনাৰ প্ৰিয়পুত্ৰ তাৰা নন্দন অঙ্গদক লৰালৰিকৈ আপোনাৰ ওচৰলৈ পঠিয়াইছে।

৪৯। হে বান্দৰাধিপতি, বৰ্ত্তমান লক্ষ্মণে খঙতে ৰক্তনেত্ৰ হৈ বান্দৰবৰ্গক দগ্ধ কৰিহে যেন দুৱাৰ মুখত ৰৈ আছে।

৫০। হে মহাৰাজ, এতিয়া আপুনি অতিশীঘ্ৰে পুত্ৰ অঙ্গদ আৰু বন্ধুবৰ্গে সৈতে তালৈ গৈ মূৰেৰে চৰণ স্পৰ্শ কৰি তেওঁৰ ক্ৰোধ উপশম কৰককৈ।

৫১। হে মহাৰাজ, ধৰ্ম্মাত্মা ৰামে আপোনাক যি কৈছিল আপুনি সমাহিত চিত্তে সেইদৰে কাম কৰি আপোনাৰ সময় ৰক্ষা কৰক আৰু প্ৰতিজ্ঞা পালন কৰক।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একত্ৰিংশ সৰ্গ সমাপ্ত ॥

# দ্বাত্ৰিংশ সৰ্গ

## সুগ্ৰীৱৰ আতঙ্কত হনুমানৰ উক্তি

১। অঙ্গদৰ কথা শুনি মন্ত্ৰীবৰ্গৰ পৰা লক্ষ্মণ কুপিত হোৱা বুলি জানি আত্মজ্ঞান-সম্পন্ন সুগ্ৰীৱে আসন ত্যাগ কৰিলে।

২। তেতিয়া মন্ত্ৰবিষয়ে সুপ্ৰতিষ্ঠিত মন্ত্ৰণাকুশল সুগ্ৰীৱে কথাৰ গুৰুত্ব আৰু লঘুতা নিৰূপণ কৰি মন্ত্ৰজ্ঞ মন্ত্ৰীবৰ্গক কলে।

৩। "মই কোনো দিনে কোনো দুৰ্বাক্য প্ৰয়োগ কৰা নাই অথবা কোনো কুকাৰ্য্যও কৰা নাই, তথাপি ৰামানুজ লক্ষ্মণ কিয় ক্ৰুদ্ধ হব পাৰে এই বিষযটোকে মই চিন্তা কৰিছোঁ।

৪। নিশ্চয় মোৰ অনিষ্টকাৰী, ছিদ্ৰান্বেষী কোনো শত্ৰুৱে মই নিজে নকৰা কোনো দোষৰ কথা ৰামানুজ লক্ষ্মণক লগাব পায।

৫। গতিকে লক্ষ্মণৰ খঙৰ কাৰণ বুজিবলৈ সকলোৱে যথাবিধি যথোপযুক্ত বুদ্ধি খটুৱাই নিপুণতাৰে সৈতে ক্ৰমে প্ৰকৃত কথা জানিব লাগিব।

৬। প্ৰকৃততে ৰাম নাইবা লক্ষ্মণৰ পৰা কোনো ভয়ৰ কাৰণ মোৰ নাই, কিন্তু কোনো কাৰণ নথকাতো মিত্ৰজন কুপিত হব পাৰে এযে মোৰ আশঙ্কাৰ কাৰণ হৈছে।

৭। মিত্ৰতা লাভ কৰা সহজ, কিন্তু তাক ৰক্ষা কৰাটোহে কঠিন, চিত্তৰ অনিত্যতা হেতু মানুহৰ সদ্ভাৱ অলপতেই নষ্ট হয়।

৮। এই কাৰণতেই মই ভীত হৈছোঁ, যিহেতু মহাত্মা ৰামে মোৰ যি উপকাৰ কৰিছে তাৰ প্ৰত্যুপকাৰ হিচাপে মই একোটো কৰিব পৰা নাই।"

৯। সুগ্ৰীৱে এইদৰে কোৱাত বান্দৰমন্ত্ৰীবৰ্গৰ ভিতৰত কপিপ্ৰবৰ হনুমানে নিজৰ যুক্তি অনুসৰি কবলৈ ধৰিলে।

১০। "হে কপিৰাজ, আপুনি যে আস্থা হেৰুৱাই আপোনাৰ প্ৰতি কৰা উপকাৰৰ কথা পাহৰি যোৱা নাই এইটো একো আচৰিত কথা নহয়।

১১। বীৰ ৰাঘৱে অকণো ভয় বা শঙ্কা নকৰাকৈ আপোনাৰ হিতৰ অৰ্থে ইন্দ্ৰতুল্য পৰাক্ৰমশালী বালীক দূৰৰপৰা বধ কৰিলে।

১২। ৰাম যে আপোনাৰ ওপৰত ক্ৰুদ্ধ হৈছে সি কেৱল আপোনাৰ প্ৰতি স্নেহবশতঃ হে—ইয়াত কোনো সংশয় নাই আৰু সেয়েহে তেওঁৰ ভায়েক লক্ষ্মীবৰ্দ্ধন লক্ষ্মণক আপোনাৰ ওচৰলৈ পঠিয়াইছে।

১৩। হে কালজ্ঞ, আপোনাৰ অসাৱধানতা হেতু আপুনি সময়ৰ মোল বুজিব পৰা নাই। চাওক বৰ্ত্তমানে সপ্তচ্ছদ তৰুসমূহক প্ৰস্ফুটিত কৰি শুভ শৰৎকালে শ্যামলবৰ্ণ ধাৰণ কৰি দেখা দিছে।

১৪। গ্ৰহনক্ষত্ৰসমূহ নিৰ্ম্মল হৈছে আৰু আকাশ মেঘশূন্য হৈছে, দিকসমূহ ফৰকাল আৰু নদী সৰোবৰ আদিও প্ৰসন্ন।

১৫। হে কপিশ্ৰেষ্ঠ, এতিয়া সীতাৰ অন্বেষণৰ বাবে উদ্যোগ কৰাৰ কাল উপস্থিত—আপুনি তাক জানিব পৰা নাই। এইটো স্পষ্টকৈ জানিব পৰা হৈছে যে আপুনি সুখভোগত মত্ত হৈ থকাৰ কাৰণে এই বিষয়ে সতৰ্ক হব পৰা নাই; এই কাৰণতেই লক্ষ্মণ ইয়ালৈ আহিছে।

১৬। মহাত্মা ৰাঘৱ হৃতদাৰ আৰু কাতৰ, তেখেতৰ যি তীব্ৰবাক্য আন এজন পুৰুষৰ (লক্ষ্মণৰ) মুখৰ পৰা শুনিছে আপুনি তাক ক্ষমা কৰা উচিত হব।

১৭। আপুনি অপৰাধী, গতিকে অন্তৰেৰে সৈতে বদ্ধাঞ্জলি হৈ লক্ষ্মণক প্ৰসন্ন কৰাৰ বাহিৰে আপোনাৰ পক্ষে আন একো হিতকৰ কাম নাই বুলি ভাবোঁ।

১৮। মই আপোনাৰ নিযুক্ত মন্ত্ৰী, গতিকে ৰজাৰ পক্ষে যি হিতকৰ মই তাক কবʼল বাধ্য, এই কাৰণে মই নিৰ্ভয়ে যিটো সুনিশ্চিত বুলি জানিছোঁ তাকে কৈছোঁ।

১৯। ৰাঘৱ ক্ৰোধান্বিত হলে তেওঁ ধনু হাতত লৈ দেৱতা, অসুৰ আৰু গন্ধৰ্ব্বৰে সৈতে সমগ্ৰ জগতকে তেওঁৰ বশলৈ আনিব পাৰে।

২০। তেনে এজনাক ক্ৰুদ্ধ কৰাটো আপোনাৰ পক্ষে কোনোপধ্যে যুগুত নহব, বৰং পূৰ্ব্বৰ উপকাৰ স্মৰণ কৰি কৃতজ্ঞজনে তেওঁক বিশেষকৈ প্ৰসন্ন কৰাটোহে উচিত।

২১। হে মহাৰাজ, এতেকে ভাৰ্য্যাই তেওঁৰ স্বামীৰ বশ মনাদি আপুনি পুত্ৰ আৰু সুহৃদ্‌গণে সৈতে যুৰ দোঁৱাই প্ৰণাম জনাই আপোনাৰ প্ৰতিজ্ঞা ৰক্ষা কৰি তেওঁৰ বশ্যতা মানি লওক।

২২। হে কপীন্দ্ৰ, ৰাম আৰু ৰামানুজ লক্ষ্মণৰ আদেশ উপেক্ষা কৰিম বুলি আপুনি মনেৰেও ভবাটো উচিত নহব, যিহেতু লক্ষ্মণ আৰু ইন্দ্ৰসম বলশালী ৰামৰ অলৌকিক শক্তিৰ কথা নিশ্চয় আপোনাৰ মনত আছে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত দ্বাত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# ত্ৰয়স্ত্ৰিংশ সৰ্গ

## তাৰাৰ প্ৰবোধ বাক্য

১। তাৰ পিচত অঙ্গদে বাতৰি দিয়াত শত্ৰুদমন লক্ষ্মণে ৰামৰ উপদেশ মতে মনোৰম কিষ্কিন্ধাত প্ৰবেশ কৰিলে।

২। যিসকল মহাকায় মহাবলশালী বান্দৰ দুৱাৰ মুখত ৰৈ আছিল তেওঁলোক সকলোৱে লক্ষ্মণক দেখা মাত্ৰকে হাতযোৰ কৰি থিয় দিলে।

৩। দশৰথাত্মজ লক্ষ্মণক দীঘল দীঘলকৈ উশাহ লৈ ক্ৰুদ্ধ অৱস্থাত থকা দেখি বান্দৰবোৰ ত্ৰস্ত হল, কোনেও তেওঁক বাধা দিবলৈ সাহ নকৰিলে।

৪। তাৰ পিচত শ্ৰীমান্ লক্ষ্মণে ৰত্নৰ দৰে উজ্জ্বল পুষ্পিত কাননেৰে সুশোভিত ৰত্নেৰে পৰিপূৰ্ণ ৰমণীয় বৃহৎ সেই গুহা দেখা পালে।

৫। লক্ষ্মণে দেখিলে যে সেই গুহা প্ৰাসাদসমূহেৰে পৰিপূৰ্ণ নানা ৰত্নাদিৰে সুশোভিত, সকলো প্ৰকাৰৰ আকাঙ্ক্ষিত ফলে পৰিব্যাপ্ত আৰু পুষ্পিত তৰুৰাজিৰে সুমণ্ডিত।

৬। দেৱতা আৰু গন্ধৰ্ব্বপুত্ৰ দিব্য বস্ত্ৰ আৰু মাল্যধাৰী প্ৰিয়দৰ্শন কামৰূপী বান্দৰবোৰে তাত শোভা কৰি আছিল।

৭। তাৰ ৰাজপথসমূহ মৈৰেয় আৰু মধুগন্ধে সুগন্ধিত আৰু সমগ্ৰ নগৰী চন্দন, অগুৰু আৰু পদ্মগন্ধে পৰিব্যাপ্ত।

৮। লক্ষ্মণে দেখিলে যে বিন্ধ্য আৰু মেৰু পৰ্ব্বতৰ সমান ওখ বহু তলাযুক্ত প্ৰাসাদ সমূহ তাত বিৰাজ কৰি আছে আৰু সেইদৰে বিমল গিৰিনদী সমূহো তাত প্ৰবাহিত হৈ আছে।

৯—১৩। তাৰ পিচতে অঙ্গদ, মৈন্দ, দ্বিবিদ, গবয়, গবাক্ষ, গজ, শৰভ, বিদ্যুৎমালী, সম্পাতি, সূৰ্য্যাক্ষ, হনুমান, বীৰবাহু, সুবাহু, মহাত্মা নল, কুমুদ, সুষেণ, তাৰ, জাম্ববান, দধিবক্ত্ৰ, নীল, সুপাটল, সুনেত্ৰ, এই সকলো প্ৰধান প্ৰধান মহাত্মা কপিসকলৰ ৰমণীয় গৃহসমূহ ৰাজপথত অৱস্থিত থকা দেখা পালে। লক্ষ্মণে দেখিলে যে এই প্ৰধান প্ৰধান গৃহসমূহ নানাবিধ বহুমূলীয়া বস্তুৰে পৰিপূৰ্ণ, প্ৰত্যেকটোৱে শুভ্ৰবৰ্ণ প্ৰকাশিত আৰু গন্ধমাল্যযুক্ত, নানাবিধ ধনধান্যে পৰিপূৰ্ণ আৰু শ্ৰেষ্ঠ শ্ৰেষ্ঠ নাৰীগণে সুশোভিত।

১৪। তাৰ পিচতে মহেন্দ্ৰভৱন সদৃশ শুভ্ৰ শৈলৰাজিৰে আবৃত গতিকে প্ৰৱেশৰ অসাধ্য বান্দৰেন্দ্ৰ সুগ্ৰীৱৰ ৰমণীয় ভৱন লক্ষ্মণৰ চকুত পৰিল।

১৫। এই ৰাজপ্ৰাসাদৰ শিখৰসমূহ কৈলাসশিখৰ তুল্য সততে বাঞ্ছিত ফলপ্ৰদ পুষ্পিত তৰুৰাজিৰে উপশোভিত।

১৬। ইন্দ্ৰদত্ত শ্ৰীমান নীলমেঘতুল্য দিব্য পুষ্প আৰু ফলবিশিষ্ট বৃক্ষমালাৰে পৰিব্যাপ্ত, শীতল ছায়াযুক্ত আৰু মনোৰম শোভাবিশিষ্ট।

১৭। ইয়াৰ তোৰণসমূহ শুভ্ৰ আৰু তপ্তকাঞ্চন ভূষিত, মহাবলশালী বান্দৰবোৰে হাতত অস্ত্ৰ লৈ ইয়াৰ দ্বাৰদেশ ৰক্ষা কৰি আছে।

১৮। সূৰ্য্যদেৱে মহামেঘ খণ্ডৰ ভিতৰত প্ৰৱেশ কৰাদি মহাবলশালী সুমিত্ৰানন্দন লক্ষ্মণে কোনো প্ৰকাৰৰ বাধা বিঘিনি নোপোৱাকৈ সুগ্ৰীবৰ এনেহেন ৰমণীয় ভৱনত প্ৰৱেশ কৰিলে।

১৯। ধৰ্ম্মাত্মা লক্ষ্মণে দেখিলে এই ভৱনৰ সাতোটা কক্ষ যান আসন আদিৰে ভৰপূৰ আছিল। এই ভবনৰ যিখন অন্ত পুৰ, সি সৰ্ব্বতোভাবে সুৰক্ষিত আছিল।

২০। অন্ত.পুৰ ৰজত কাঞ্চন আদিৰে নিৰ্ম্মিত আৰু মহামূল্যৰ আস্তৰণে আবৃত পালঙ আৰু শ্ৰেষ্ঠ আসনেৰে পৰিপূৰ্ণ আছিল।

২১। অন্ত:পুৰত প্ৰৱেশ কৰা মাত্ৰকে চাৰিওফালৰ পৰা তন্ত্ৰীগীতে পৰিপূৰ্ণ, সমান তাল মাত্ৰাদিযুক্ত স্বৰবিশিষ্ট মধুৰ স্বৰধ্বনি লক্ষ্মণৰ কাণত পৰিল।

২২। আৰু লগে লগে নানা প্ৰকাৰৰ ৰূপযৌবন গৰ্ব্বে গৰ্ব্বিতা বহুত নাৰী মহাবলশালী লক্ষ্মণে সুগ্ৰীবৰ ভৱনত দেখা পালে।

২৩। লক্ষ্মণে দেখিলে যে আভিজাত্য সম্পন্ন, এই ৰমণীসকল উত্তম ভূষণ আৰু মাল্যাদিৰে বিভূষিত হৈ বৰমাল্য গঁথা কামত ব্যস্ত আছিল।

২৪। তেওঁ লক্ষ্য কৰিলে যে সুগ্ৰীবৰ অনুচৰবৰ্গৰ ভিতৰত কোনোজনেই অসন্তুষ্ট, পৰিচৰ্য্যাত উদাস অথবা পৰিচ্ছদাদিত হীন নাছিল।

২৫। এনেতে নূপুৰধ্বনি আৰু কোমৰ বান্ধনিৰ ঘুঘুৰাৰ শব্দ কাণত পৰাত শ্ৰীমান সুমিত্ৰা নন্দনৰ মনত এটা লাজৰ ভাবে দেখা দিলে।

২৬। অলঙ্কাৰাদি আভৰণৰ জনজনানি শুনি, বীৰ লক্ষ্মণৰ ক্ৰোধভাব জ্বলি উঠিল আৰু লগে লগে ধনুৰ গুণত টান দি সেই শব্দেৰে দশোদিক পূৰণ কৰিলে।

২৭। মহাবাহু লক্ষ্মণ মাৰ্জ্জিত চৰিত্ৰৰ অধিকাৰী হোৱাৰ কাৰণে তিৰোতামহল প্ৰবেশ কৰাটো অনুচিত বুলি বুজি, আনপিনে ৰামৰ কামত এতিয়াও প্ৰবৃত্ত হোৱাৰ কোনো লক্ষণ নেদেখি ক্ৰুদ্ধ হৈ একালে থিয় দিলে।

২৮। ধনুৰ টঙ্কাৰ শুনি বান্দৰাধিপতি সুগ্ৰীবে লক্ষ্মণ অহা বুলি গম পাই ভীত হ'ল আৰু শ্ৰেষ্ঠ আসনত বহি থাকিয়ে কঁপি উঠিল।

২৯। তেওঁ কলে 'অঙ্গদে আগতে মোক বিদবে জনাইছিল, এতিয়া স্পষ্টভাবে জানিব পাৰিলোঁ যে ভ্ৰাতৃবৎসল সুমিত্ৰা নন্দন সঁচাকৈয়ে আহি উপস্থিত হৈছে।'

৩০। অঙ্গদৰ উক্তি আৰু ধনুৰ গুণৰ শব্দৰ পৰা লক্ষ্মণ উপস্থিত হোৱা বুলি জানি কপিপ্ৰবৰ সুগ্ৰীবৰ মুখ শুকাই গল।

৩১। তেতিয়া কপিশ্ৰেষ্ঠ সুগ্ৰীবে ভয়ত্ৰস্ত মনে ব্যগ্ৰতাশূন্য হৈ হিতবাক্যে তাৰাদেৱীক কব ধৰিলে।

৩২। "হে সুভ্ৰূ, ৰাঘবানুজ লক্ষ্মণ প্ৰকৃততে মৃদু স্বভাবৰ, তথাপি তেওঁ ক্ৰোধান্বিত হৈহে যেন আহি উপস্থিত হৈছে। তেওঁৰ এই ক্ৰোধৰ কাৰণ কি হব পাৰে ?

৩৩। হে অনিন্দিতে, কুমাৰৰ ক্ৰোধৰ কাৰণ কি হব পাৰে বুলি ভাবা ? নৰপুঙ্গৱ লক্ষ্মণ নিশ্চয় বিনা কাৰণত ক্ৰোধৰ বশীভূত নহয়।

৩৪। যদিহে আমি কোনো প্ৰকাৰে তেওঁৰ কিবা অপ্ৰিয় কাম কৰিছোঁ, তুমি তোমাৰ নিজ বুদ্ধিবলে তাক স্থিৰ কৰি বেগেতে মোক কোৱা।

৩৫। হে ভামিনী, নহ'লে যদি তুমি নিজে গৈ তেওঁক লগ ধৰাটো ভাল বুলি ভবা, তেন্তে তেওঁক লগ ধৰি সান্ত্বনাপূৰ্ণ বাক্যে তেওঁক প্ৰসন্ন কৰা গৈ।

৩৬। লক্ষ্মণ বিশুদ্ধাত্মা, এতেকে তোমাক দেখা পালে নিশ্চয় তেওঁ খং নকৰে। মহাত্মা সকলে ৰমণী সকলৰ প্ৰতি কোনো ৰকমৰ উগ্ৰ আচৰণ নকৰে।

৩৭। সান্ত্বনাপূৰ্ণ কথাৰে তেওঁৰ মন আৰু ইন্দ্ৰিয় প্ৰসন্ন কৰি ক্ষমা কৰিব পৰা অৱস্থালৈ আনিলে মই অৰিন্দম কমলপত্ৰাক্ষ লক্ষ্মণৰ লগত সাক্ষাৎ কৰিম।'

৩৮। সুগ্ৰীৱৰ কথা শুনি মদৰ আলতে প্ৰতি পদতে উজটি খাই থকা অৱস্থাত চকিতনেত্ৰা, সুলক্ষণ সম্পন্না, স্তন ভাৰাৱনতা কৃশাঙ্গী তাৰা দেৱী ওলমি থকা কোমৰ বান্ধনি স্বৰূপ সোণৰ হাৰেৰে বিৰাজিতা হৈ লক্ষ্মণৰ ওচৰলৈ গ'ল।

৩৯। মনুজেন্দ্ৰ পুত্ৰ মহাত্মা লক্ষ্মণে কপিৰাজৰ পত্নীক দেখা মাত্ৰকে উদাসীন ভাৱ লৈ থিয় দিলে আৰু তেওঁ ওচৰ চাপি অহাৰ কাৰণে, খং ভাৱ এৰি তললৈ মুখ কৰিলে।

৪০। সেই সময়ত মদৰ আলত তাৰাদেৱীৰ লজ্জা ভাৱ আঁতৰি আছিল, আনপিনে ৰাজপুত্ৰ লক্ষ্মণৰো দৃষ্টি সুপ্ৰসন্ন হোৱা দেখি প্ৰণয় ভাৱত কথা কবলৈ সাহস পাই মহা অৰ্থযুক্ত সান্ত্বনাপূৰ্ণ কথা কবলৈ ধৰিলে।

৪১। "হে ৰাজপুত্ৰ, আপোনাৰ খঙৰ কাৰণ কি ? কোনে আপোনাৰ আদেশ মানি চলিব খোজা নাই ? আৰু কোনে শুকান কাঠৰ প্ৰজ্বলিত দাবাগ্নিত ( বনাগ্নিত ) নিঃশঙ্ক-চিত্তে প্ৰবেশ কৰিছে।"

৪২। লক্ষ্মণে তেওঁৰ সান্ত্বনাপূৰ্ণ আৰু অধিক প্ৰীতি প্ৰকাশক বাক্য শুনি নিঃশঙ্কচিত্তে কবলৈ ধৰিলে।

৪৩। "তোমাৰ স্বামীয়ে ধৰ্ম্ম আৰু অৰ্থলৈ পিঠি দি কামবৃত্তি চৰিতাৰ্থতে মত্ত হৈ আছে, আৰু তুমিও তোমাৰ স্বামীৰ হিতকাঙ্ক্ষিণী হৈ তাৰ গম ধৰিব পৰা নাই।

৪৪। তোমাৰ স্বামীয়ে তেওঁৰ ৰাজ্য অথবা শোকাভিভূত আমাৰ কাৰণে কোনো প্ৰকাৰৰ চিন্তা কৰা নাই। হে তাৰে, ৰাজ্যভাৰ সামান্য এটা পৰিষদৰ ওপৰত দি তেওঁ কেৱলমাত্ৰ কামসুখ উপভোগ কৰি আছে।

৪৫। সেই কপিৰাজে চাৰিমাহকাল সময় নিৰ্দ্ধাৰিত কৰি মদোন্মত্ত অৱস্থাত বিহাৰ কাৰ্য্যতে লিপ্ত থাকি সময় অতীত হোৱাৰ কথা গম পোৱা নাই।

৪৬। মদ্যপান ধৰ্ম্মাৰ্থ সিদ্ধিৰ কাৰণে প্ৰশংসনীয় নহয়। পানাসক্ত হলে ধৰ্ম্ম, অৰ্থ আৰু কাম তিনিওটাৰে হানি হয়।

৪৭। উপকাৰীজনৰ প্ৰত্যুপকাৰ সাধিব নোৱাৰিলে সকলো ধৰ্ম্ম লোপ পায়, আৰু গুণী পুৰুষৰ লগত মিত্ৰতা নাশ হলে মহা অৰ্থনাশ হয়।

৪৮। মিত্ৰৰ কাৰ্য্য সাধন আৰু সত্যধৰ্ম্মপৰায়ণতা মিত্ৰাৰ্থ সাধনৰ শ্ৰেষ্ঠ গুণ, কিন্তু তোমাৰ স্বামীয়ে এই উভয় গুণকে পৰিত্যাগ কৰি ধৰ্ম্মত স্থিৰ হৈ থকা নাই।

৪৯। তাৰাদেৱী, তুমি কাৰ্য্যতত্বজ্ঞ, এনেস্থলত আমি কি কৰা উচিত হব, সেই বিষয়ে তুমি তোমাৰ স্বামীক কোৱাটো উচিত।"

৫০। লক্ষ্মণৰ ধৰ্ম্মাৰ্থযুক্ত আৰু মধুৰ কথা শুনি মনুজেন্দ্ৰ পুত্ৰ ৰামৰ কাম সম্পন্ন নোহোৱা বিষয়ে বিশ্বাসপূৰ্ণ বাক্যে তেওঁ আকৌ কলে।

৫১। "হে ৰাজপুত্ৰ, আপোনাৰ কোপৰ সময় উপস্থিত হোৱা নাই, তদুপৰি বন্ধুজনৰ ওপৰত ক্ৰোধ কৰাটো আপোনাৰ পক্ষে কোনোপধ্যে যুগুত নহয়, বিশেষকৈ যিজনে আপোনাৰ উদ্দেশ্য সিদ্ধিৰ কামনা কৰে তেনেজনে নাজানি যদি কোনো অপৰাধো কৰে, হে বীৰ, তেনে অপৰাধ ক্ষমা কৰা উচিত।

৫২। হে কুমাৰ, আপুনি উৎকৃষ্ট গুণৰ আধাৰ, এতেকে আপোনাতকৈ নিকৃষ্টজনৰ প্ৰতি আপোনাৰ ক্ৰোধ কিৰূপে সম্ভৱে, আপুনি সত্বগুণৰ দ্বাৰা বিভুষিত আৰু তপস্যাৰ আধাৰ, এতেকে আপোনাৰ নিচিনা এজনে কোপৰ বশীভূত হৈছে কিয়?

৫৩। বান্দৰবীৰ সুগ্ৰীৱৰ বন্ধু ৰামৰ ক্ৰোধৰ যি কাৰণ তাক মই জানো আৰু তেওঁৰ কাৰ্য্যৰ বাবে যে কাল অতিবাহিত হব ধৰিছে তাকো জানো। আপুনি আমাৰ বাবে যি কৰিছে তাক মই জানো আৰু এই বিষয়ে আমাৰ যি কৰ্ত্তব্য সেইটোও মই জানো।

৫৪। হে নৰশ্ৰেষ্ঠ, মদনৰ অসহ্য প্ৰভাৱৰ কথা মই জানো আৰু সুগ্ৰীব যাৰ প্ৰতি কামাসক্ত হৈ তেওঁৰ কৰ্ত্তব্যৰ প্ৰতি উদাসীন হৈছে তাকো মই জানো।

৫৫। মদনৰ প্ৰভাৱ প্ৰকৃতৰূপে অৱগত হোৱাৰ বুদ্ধি আপোনাৰ এতিয়াও হোৱা নাই, সেই কাৰণেই আপুনি এইদৰে ক্ৰোধৰ বশবৰ্ত্তী হৈছে। কামাসক্ত মানুহে দেশ কাল আৰু সেইদৰে ধৰ্ম্ম অৰ্থ একোলৈকে ভ্ৰূক্ষেপ নকৰে।

৫৬। আপোনাৰ ভ্ৰাতৃস্বৰূপ কপিৰাজ সুগ্ৰীৱ এই সময়ত মোৰ কাষতে থাকি লাজ এৰি কামাসক্ত হৈ আছিল, হে বীৰ লক্ষ্মণ, আপুনি তেওঁৰ এই অপৰাধ ক্ষমা কৰক।

৫৭। যি সকল মহৰ্ষি, ধৰ্ম্ম আৰু তপস্যাত অভিৰত তেওঁলোকেও মোহগ্ৰস্ত হৈ কাম প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ ইচ্ছুক হৈ থাকে। সুগ্ৰীৱ এজন বান্দৰ, আৰু ৰজা স্বভাৱতে চঞ্চলচিত্ত, এতেকে সুখ ভোগত আসক্ত নহৈ থাকে কেনেকৈ?"

৫৮। তাৰাই মদবিহ্বল নয়নে অপৰিমিত শক্তি সম্পন্ন লক্ষ্মণৰ ওচৰত মিত্ৰভাৱে স্বামীৰ হিতৰ বাবে বাৰে বাৰে কবলৈ ধৰিলে।

৫৯। "হে নৰোত্তম, আপুনি অহাৰ বহুদিনৰ আগতে আপোনাৰ কাৰ্য্য সিদ্ধিৰ অৰ্থে কৰিবলগা কামৰ বাবে উদ্যোগৰ আদেশ সুগ্ৰীৱে দিছেই;

৬০। সেই আদেশ অনুসৰি নানা পৰ্ব্বত নিবাসী কোটি কোটি মহাবীৰ্য্যশালী বান্দৰ আহি উপস্থিত হৈছে।

৬১। হে মহাবাহু, হঠাতে অন্তঃপুৰত প্ৰৱেশ নকৰি আপুনি আপোনাৰ সদাচাৰ ৰক্ষা কৰিছে, এতিয়া আপুনি ভিতৰলৈ আহক, সজ্জলোকৰ পক্ষে মিত্ৰভাৱে পৰ স্ত্ৰীৰ মুখদৰ্শন দোষৰ কথা নহয়।"

৬২। তাৰাৰ আদেশ পাই আৰু নিজেও কাৰ্য্যসিদ্ধিৰ বাবে অনুপ্ৰেৰিত হৈ অৰিন্দম মহাবাহু লক্ষ্মণে অন্ত পুৰত প্ৰৱেশ কৰিলে।

৬৩। তালৈ গৈ লক্ষ্মণে দেখিলে যে বহুমূলীয়া আস্তৰণে আবৃত সোণৰ শ্ৰেষ্ঠ আসনত সূৰ্য্যসদৃশ দীপ্তিমান সুগ্ৰীৱ বহি আছে।

৬৪। দিব্য আভৰণ, মাল্য আৰু বস্ত্ৰেৰে সুশোভিত হৈ দিব্যৰূপধাৰী যশস্বী সুগ্ৰীৱ দুৰ্জ্জয় মহেন্দ্ৰ সদৃশ শোভা কৰি আছে।

৬৫। তেওঁৰ চাৰিওফালে দিব্য আভৰণ আৰু মালাৰে বিভূষিত প্ৰাসাদসকল বিৰাজ কৰিছে, তেওঁৰ চকুযুৰি মদৰ জালত ৰক্তবৰ্ণ হোৱাত দেখোন্ত তেওঁ কৃতান্তসদৃশ ৰূপ ধাৰণ কৰিছিল।

৬৬। তাৰ পিচত উত্তম সুবৰ্ণ কান্তি বিশিষ্ট বিশালনেত্ৰ বীৰ সুগ্ৰীৱে তেওঁৰ শ্ৰেষ্ঠ আসনত বহি প্ৰিয়া ভাৰ্য্যা ৰুমাক দৃঢ়ভাৱে আলিঙ্গন কৰি মহানুভাৱ আয়ত লোচন সৌমিত্ৰিক দেখা পালে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ত্ৰয়স্ত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# চতুস্ত্ৰিংশ সৰ্গ

## লক্ষ্মণ-সুগ্ৰীৱ সম্বাদ

১। কোনো বাধাবিঘিনি নোপোৱাকৈ প্ৰৱেশ কৰাৰ পিচতো পুৰুষশ্ৰেষ্ঠ লক্ষ্মণক ক্ৰুদ্ধ হৈ থকা দেখি সুগ্ৰীৱে মনত বৰ আঘাত পালে।

২—৩। ৰুমায়েকৰ দুখত সন্তপ্ত দশৰথাত্মজ লক্ষ্মণ নিজ তেজোবলে উদ্দীপ্ত হৈ ক্ৰোধত দীৰ্ঘনিঃশ্বাস পেলাই থকা দেখি কপিপ্ৰৱৰ সুগ্ৰীৱ মহেন্দ্ৰৰ অলঙ্কাৰে বিভূষিত ধ্বজা সদৃশ সোণৰ আসন ত্যাগ কৰি খপ্‌কৈ থিয় দিলে।

৪। সুগ্ৰীৱ এইদৰে থিয় দিয়াৰ লগে লগে আকাশত পূৰ্ণচন্দ্ৰৰ লগত উদীয়মান নক্ষত্ৰ-মণ্ডলীৰ দৰে ৰুমা প্ৰভৃতি তেওঁৰ মহিষীবৰ্গে তেওঁৰ লগতে থিয় দিলে।

৫—৬। ৰক্তনেত্ৰ শ্ৰীমান্ সুগ্ৰীৱ হাতযোৰ কৰি লক্ষ্মণৰ ওচৰলৈ আহিল; তেতিয়া মহা কল্পবৃক্ষসদৃশ বিৰাজমান লক্ষ্মণে আন আন নাৰীসকলৰ মাজত থকা নক্ষত্ৰবেষ্টিত চন্দ্ৰৰ সদৃশ সুগ্ৰীৱক উদ্দেশ্য কৰি খঙেৰে কবলৈ ধৰিলে।

৭। "যিজন সত্ত্বসম্পন্ন, উত্তমকুলজাত, দয়ালু, জিতেন্দ্ৰিয়, কৃতজ্ঞ আৰু সত্যবাদী তেনেজনহে ৰাজ মহিমাৰে মণ্ডিত হব পাৰে।

৮। কিন্তু যি ৰজাই অধৰ্ম্মক আশ্ৰয় কৰে আৰু উপকাৰী মিত্ৰজনৰ বাবে কৰা প্ৰতিজ্ঞা পালন নকৰে তাতকৈ নিষ্ঠুৰ আৰু কোন হব পাৰে?

৯। এটা ঘোঁৰাৰ কাৰণে মিছাৰ আশ্ৰয় ললে তেওঁ এশ ঘোঁৰা বধৰ দোষভাগী হয়, সেইদৰে এটা গৰুৰ বাবে মিছা কলে, হাজাৰ গোবধৰ ভাগী হয়, কিন্তু কোনো এজন মানুহৰ বাবে মিথ্যাবাদী হলে তেওঁ নিজ আৰু আত্মীয়স্বজন সকলোৰে পুণ্য নাশ কৰে।

১০। আগতে মিত্ৰৰ দ্বাৰা উপকৃত হৈ, যি জনে তাৰ প্ৰত্যুপকাৰ নকৰে, হে বান্দৰাধিপতি তেওঁ কৃতঘ্ন আৰু বধ্য।

১১। হে কপিৰাজ, শুনা সৰ্ব্বলোকনমস্কৃত ব্ৰহ্মাদেৱে কৃতঘ্নজনক দেখি খঙতে এইদৰে উক্তি কৰিছে।

১২। 'সাধুলোক সকলে গোঘাতী, সুৰাপায়ী, চোৰ, ব্ৰতভঙ্গকাৰী-সকলোৰে প্ৰতি নিষ্কৃতিৰ এটা উপায় বিহিত কৰিছে কিন্তু কৃতঘ্নজনৰ উদ্ধাৰৰ কোনো উপায় দিয়া নাই।'

১৩। হে কপিপ্ৰৱৰ, তুমি অভদ্ৰ, কৃতঘ্ন আৰু মিথ্যাবাদী, যিহেতু পূৰ্ব্বতে ৰামৰ দ্বাৰা উপকৃত হৈ তুমি তাৰ প্ৰত্যুপকাৰ একো কৰা নাই।

১৪। হে কপিপ্ৰৱৰ, তুমি ৰামৰ দ্বাৰা উপকৃত হৈ প্ৰত্যুপকাৰ কৰিব খুজিলে সীতাৰ অন্বেষণ বিষয়ে যত্ন কৰা উচিত।

১৫। কিন্তু তুমি গ্ৰাম্যসুখত আসক্ত হৈ তোমাৰ প্ৰতিজ্ঞা ভঙ্গ কৰিছা। ভেকুলীৰ দৰে শব্দকাৰী সাপক যিদৰে মানুহে চিনিব নোৱাৰে ৰামেও সেইদৰে তোমাক চিনিব পৰা নাছিল।

১৬। তুমি দুৰাত্মা আৰু পাপমতি, মহাভাগ মহাত্মা ৰামে তোমাৰ দুখ বুজি পাই কিষ্কিন্ধা ৰাজ্য তোমাক অৰ্পণ কৰিলে।

১৭। বৰ্ত্তমানে যদি তুমি মহাত্মা ৰামৰ এই উপকাৰৰ প্ৰত্যুপকাৰ নকৰা, তেন্তে এতিয়াই তীক্ষ্ণ তীৰৰ দ্বাৰা বিদ্ধ হৈ নিহত হোৱাৰ পিচত বালীৰ লগত সাক্ষাৎ কৰিবা।

১৮। যি বাটেদি বালীয়ে গতি কৰিছিল সেই বাট এতিয়াও বন্ধ হোৱা নাই। এতেকে হে সুগ্ৰীৱ, তুমি তোমাৰ প্ৰতিজ্ঞা ৰাখা, বালীৰ পথ অনুসৰণ নকৰিবা।

১৯। তুমি ইক্ষাকুপ্ৰৱৰ ৰামৰ ধনুনিৰ্ম্মুক্ত বজ্ৰসদৃশ শৰ চাবলৈ ইচ্ছা নকৰিবা, তেতিয়াহলে তুমি মনৰ সুখে সুখভোগ কৰি থাকিব পাৰিবা, ৰামৰ কাৰ্য্য উপেক্ষা কৰাৰ কথা মনেৰেও নাভাবিবা।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত চতুস্ত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# পঞ্চত্রিংশ সৰ্গ

## লক্ষ্মণৰ প্ৰতি তাৰাৰ সান্ত্বনাপূৰ্ণ বাক্য

১। তেজোবলে প্ৰদীপ্ত সৌমিত্ৰিয়ে এইদৰে কৈ থাকোতে চন্দ্ৰাননা তাৰাই তেওঁক কবলৈ ধৰিলে, "লক্ষ্মণ আপুনি এইদৰে কোৱাটো উচিত হোৱা নাই।

২। বান্দৰৰাজ সুগ্ৰীবে বিশেষকৈ আপোনাৰ পৰা এনে কঠোৰ বাক্য শুনিবলৈ আশা নকৰে।

৩। হে বীৰ, সুগ্ৰীব অকৃতজ্ঞ, শঠ অথবা নিদাৰুণ নহয, এই কপীশ্বৰ মিথ্যাবাদী অথবা কুটিলো নহয।

৪। ৰাক্ষেত্ৰত আনে কৰিব নোৱাৰা যি উপকাৰ ৰামে সাধিছে তাক এই বীৰ সুগ্ৰীবে পাহৰা নাই।

৫। হে পৰন্তপ, অকল ৰামৰ অনুগ্ৰহতে সুগ্ৰীৱে কীৰ্ত্তি চিৰদিনীয়া বান্দৰ ৰাজ্য আৰু লগতে ৰুমা আৰু মোক লাভ কৰিছে।

৬। আগতে বহুত দুখ ভোগ কৰি পিচত উত্তম ভোগৰ অধিকাৰী হৈ মুনি বিশ্বামিত্ৰৰ দৰে তেওঁ উপস্থিত সময়ৰ কথা গম ধৰিব পাৰা নাই।

৭। ধৰ্ম্মাত্মা মহামুনি বিশ্বামিত্ৰই দহ বছৰকাল ঘৃতাচীৰ লগত আসক্ত হৈ থকাৰ পিচত সেই দহ বছৰকাল এটা মাত্ৰ দিন বুলিহে অনুমান কৰিছিল।

৮। বিশ্বামিত্ৰ কালজ্ঞসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু মহাতেজস্বী হৈও যিহেতু কাল অতীত হোৱাৰ কথা গম ধৰিব পৰা নাছিল, এনেস্থলত তেওঁতকৈ যিজন নীচ তেনে জনৰ কথা কবলৈ আৰু কি আছে?

৯। সুগ্ৰীব দেহধৰ্ম্মৰ বশীভূত, পৰিশ্ৰান্ত আৰু কামভোগত অতৃপ্ত, এতেকে ৰামে তেওঁক ক্ষমা কৰা উচিত।

১০। ভ্ৰাতঃ লক্ষ্মণ, আপুনি কথাৰ সুনিশ্চিত অৰ্থ বুজিলৈ সাধাৰণ জনৰ নিচিনাকৈ হঠাতে ক্ৰোধৰ বশীভূত নহব, আনপক্ষে তেওঁক ক্ষমা কৰাটোহে উচিত হব।

১১। হে পুৰুষশ্ৰেষ্ঠ, আপোনাৰ নিচিনা সত্ত্বগুণসম্পন্ন পুৰুষসকলে নভবা নিচিন্তাকৈ হঠাতে ক্ৰোধৰ বশবৰ্ত্তী নহয়।

১২। মই ঐকান্তিক ভাবে সুগ্ৰীবৰ হকে আপোনাক প্ৰসন্ন কৰিবলৈ বিচাৰিছোঁ। তীব্ৰ অসন্তুষ্টিৰ পৰা আপোনাৰ মনত যি ক্ৰোধ উৎপন্ন হৈছে আপুনি সেই ক্ৰোধ পৰিত্যাগ কৰক।

১৩। মই জানো যে ৰামৰ প্ৰীতিৰ কাৰণে সুগ্ৰীবে ৰুমা, মোক, অঙ্গদক, ধন-ধান্য আৰু পশু আদি সকলোকে পৰিত্যাগ কৰিব পাৰে।

১৪। সেই ৰাক্ষসাধমক বধ কৰি শশাঙ্কক ৰোহিণীৰ লগত লগ লগাই দিয়াৰ নিচিনাকৈ সুগ্ৰীৱে ৰামক সীতাৰ লগত লগ লগাই দিব।

১৫। লঙ্কাত কৌটি কৌটি ৰাক্ষস আছে। সিহঁতক এৰিও আৰু ছয়ত্ৰিশ অযুত ছয়ত্ৰিশ হাজাৰ আৰু ছয়ত্ৰিশ শ ৰাক্ষস আছে।

১৬। কামৰূপী দুৰ্দ্ধৰ্ষ এই ৰাক্ষসবোৰক বধ নকৰাকৈ মৈথিলীহৰণকাৰী ৰাৱণক বধ কৰাটো সম্ভৱ নহব।

১৭। লক্ষ্মণ, ৰাৱণ ক্ৰূৰকৰ্ম্মা, বিশেষকৈ সুগ্ৰীৱৰ সহায় নহলে ৰণত এই ৰাক্ষসবোৰক বধ কৰিব পৰা নহব।

১৮। বান্দৰসকলৰ গৰাকী বালীয়ে এই সকলো কথা জানিছিল, তেওঁৰেই মোক এই সকলো কথা কৈছিল, মই নিজে এই কথা কোৱা নাই, তেওঁৰ পৰা শুনিহে কৈছোঁ।

১৯। ইতিমধ্যে আপোনাৰ সহায়ৰ কাৰণে যুদ্ধৰ বাবে বহুত শ্ৰেষ্ঠ বান্দৰক অনাবলৈ মুখ্য বান্দৰসকলক পঠিওৱা হৈছে।

২০। বান্দৰৰাজ সুগ্ৰীৱে ৰাঘৱৰ কাৰ্য্যসিদ্ধিৰ অৰ্থে মহাবলী আৰু বিক্ৰমশালী সেই বান্দৰ সমূহৰ অপেক্ষা কৰিয়ে ইয়াৰ পৰা ওলাই যোৱা নাই।

২১। হে সৌমিত্ৰি, পূৰ্ব্বতে সুগ্ৰীৱে যি প্ৰতিজ্ঞা কৰিছিল সেই প্ৰতিজ্ঞা অনুসৰি আজিয়েই মহাবলশালী সেই বান্দৰবৰ্গ আহি পোৱাৰ কথা।

২২। হে অৰিন্দম, আপুনি কোপ পৰিত্যাগ কৰক, হেজাৰ হেজাৰ ভালুক, শ কৌটি গোলাঙ্গুল আৰু বেৰা কৌটি প্ৰদীপ্ত তেজঃশালী আন আন বান্দৰ আজিযেই আপোনাৰ ওচৰত উপস্থিত হব।

২৩। আপোনাৰ এই মুখ আৰু ক্ৰোধতে পৰিপূৰ্ণ ৰঙা চকুযুৰীৰ পিনে চাই, পূৰ্ব্বৰ ভয়তে (বালীবধৰ বাবে) শঙ্কিত হৈ থকা বান্দৰ বধূসকলে মনত শান্তি লাভ কৰিব পৰা নাই।"

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত পঞ্চত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# ষট্‌ত্রিংশ সৰ্গ

## সুগ্ৰীব-লক্ষ্মণ সম্বাদ

১। তাৰাই এইদৰে কোৱাত মৃদুস্বভাবসম্পন্ন লক্ষ্মণে তাৰাৰ শ্ৰদ্ধাপূৰ্ণ, বিনীত আৰু ধৰ্ম্মসম্মত কথাখিনি সেইদৰে গ্ৰহণ কৰিলে।

২। তাৰাৰ কথাখিনি এইদৰে গৃহীত হোৱাৰ পিচত বান্দৰদলংতি সুগ্ৰীৱে শৰীৰৰ পৰা তিতা কাপোৰ গুচাই থোৱাৰ নিচিনা লক্ষ্মণৰ পৰা উৎপন্ন ভয়ৰ ভাব মনৰ পৰা আঁতৰাই থলে।

৩। তাৰ পিচত তেওঁৰ ডিঙিত আঁৰি লোৱা বহুগুণযুক্ত বৃহৎ বিচিত্ৰ মালাধাৰি ছিঙি পেলাই কপিৰাজ সুগ্ৰীৱ মদশূন্য হল।*

৪। তেতিয়া কপিশ্ৰেষ্ঠ সুগ্ৰীৱে বিনীত ভাবে মহাবলী লক্ষ্মণক হৰ্ষান্বিত কৰি কবলৈ ধৰিলে।

৫। 'হে সৌমিত্ৰি, মোৰ শ্ৰী, কীৰ্ত্তি আৰু চিৰন্তন কপিৰাজ্য সকলো নষ্ট হৈছিল। ৰামৰ অনুগ্ৰহতে এই সকলো মই আকৌ পালোঁ'।

৬। হে নৃপাত্মজ, নিজ কৰ্ম্মগুণে খ্যাত তেনে এজন পুৰুষৰ উপকাৰৰ কিঞ্চিন্মাত্ৰ প্ৰত্যুপকাৰো কৰিবলৈ কোন সমৰ্থ হব পাৰে?

৭। মোৰ নামমাত্ৰ সহায় লৈ ধৰ্ম্মাত্মা ৰাঘৱে নিজ শক্তিবলে ৰাৱণকো বধ কৰিব আৰু সীতাকো লাভ কৰিব।

৮। যিজনে এপাত শৰেৰে সাত জোপা ডাঙৰ গছ, পৰ্ব্বত আৰু পৃথিৱী বিদীৰ্ণ কৰিব পাৰিছিল, তেনেজনক সহায় কৰাৰ কথা আৰু কি হব পাৰে?

৯। লক্ষ্মণ, যাৰ ধনুৰ টঙ্কাৰৰ মহান শব্দতে পৰ্ব্বতে সৈতে পৃথিৱী কম্পিত হৈ উঠে তেনে এজনৰ সহায়ৰ কি প্ৰয়োজন?

১০। হে নৰশ্ৰেষ্ঠ, নৰেন্দ্ৰ ৰামচন্দ্ৰই সদলবলে উপস্থিত তেওঁৰ শত্ৰু ৰাৱণক বধ কৰিবলৈ যোৱাৰ সময়ত মই তেওঁৰ অনুগমনমাত্ৰহে কৰিম।

১১। বিশ্বাস বা প্ৰণয়ভাবৰ ওপৰত নিৰ্ভৰ কৰি যদি নকৰিবলগীয়া কোনো কাম কৰোঁ, ভৃত্যৰ সেই দোষ মাৰ্জ্জনীয়, কিয়নো এনে কোনো ভৃত্য নাই যি অপৰাধ নকৰাকৈ থাকে?"

১২। মহাত্মা সুগ্ৰীৱে এইদৰে কোৱাত, লক্ষ্মণ পৰম প্ৰীত হৈ চেনেহতে তেওঁক কলে।

---

* মালাধাৰী ডিঙিত থকা কালত শৰীৰৰ ভিতৰত এটা মদোন্মত্ততাৰ ভাব চলি আছিল। মালাধাৰী ছিঙি পেলোৱাৰ লগে লগে সেই ভাব আঁতৰিল আৰু সুগ্ৰীৱ শান্ত হল।

১৩। "হে কপিৰাজ সুগ্ৰীৱ, তোমাৰ নিচিনা বিশেষভাবে বিনীত এজনক নাথস্বৰূপ পাই জ্যেষ্ঠ ৰামচন্দ্ৰ সকলোপিনে নাথযুক্ত হৈছে।

১৪। হে সুগ্ৰীৱ, তোমাৰ যি প্ৰভাৱ আৰু তুমি যেনে শুদ্ধাচাৰী, অকল তুমিযে মাত্ৰ কপিৰাজ্যৰ অত্যুৎকৃষ্ট শ্ৰী উপভোগ কৰাৰ উপযুক্ত।

১৫। সুগ্ৰীৱ, তোমাক সহায স্বৰূপে পাই ৰাম আজি প্ৰতাপান্বিত হৈছে, তেওঁ যে অতি সোনকালে শত্ৰু বধ কৰিব পাৰিব তাত কোনো সংশয নাই।

১৬। সুগ্ৰীৱ, তুমি ধৰ্ম্মজ্ঞ, কৃতজ্ঞ আৰু যুদ্ধত অপৰাঙ্মুখ, তুমি যি কলা সি তোমাৰ পক্ষে উপযুক্ত হৈছে।

১৭। পৰস্পৰৰ সামৰ্থ্যৰ বিষযে, মোৰ জ্যেষ্ঠভ্ৰাতা ৰাম আৰু তুমি ভিন্ন আন কোন বিদ্বান জনে এনে ভাবে কব পাৰে?

১৮। হে কপিপ্ৰৱৰ, তুমি বল আৰু বিক্ৰমত ৰামৰ সমান, দৈৱই হে তোমাক সহাযস্বৰূপে পঠাইছে।

১৯। হে বীৰ, কিন্তু তুমি ততালিকে মোৰ লগত ইযাৰ পৰা ওলাই গৈ ভাৰ্য্যা অপহৰণ দুখত দুখিত তোমাৰ মিত্ৰ ৰামক সান্ত্বনা দিযাগৈ।

২০। শোকাভিভূত ৰামৰ উক্তি শুনি যি কৰ্কশবাক্য তোমাক কলো, সে সখা, তুমি যেন সেইখিনি ক্ষমা কৰা।'

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ষট্‌ত্ৰিংশ সৰ্গ সমাপ্ত ॥**

## সপ্তত্ৰিংশ সৰ্গ

## হনুমানৰ প্ৰতি সুগ্ৰীৱৰ নিৰ্দ্দেশ

১। মহাত্মা লক্ষ্মণে এইদৰে কোৱাত সুগ্ৰীৱে ওচৰতে থকা হনুমানক কলে :—

২—৯। "হনুমান, মহেন্দ্ৰ, হিমালয়, বিন্ধ্য, কৈলাস আৰু শুভ্ৰশিখৰবিশিষ্ট মন্দৰ— এই পাঁচ পৰ্ব্বতত, পশ্চিমফালে সমুদ্ৰান্ত প্ৰদেশত তৰুণ আদিত্যসম দীপ্তিমান্ অস্তাচল পৰ্ব্বতসমূহত আৰু সান্ধ্য মেঘসদৃশ আদিত্যভৱন উদয়াচলত আৰু পদ্মাচলত যিবোৰ ভীম-পৰাক্ৰমশালী বান্দৰ বাস কৰি আছে সেইবোৰক আৰু সেইদৰে নীলমেঘাভ গজেন্দ্ৰসম পৰাক্ৰমী যিবোৰ বান্দৰ অঞ্জন পৰ্ব্বতত আছে সিহঁতক, মহাশৈল-গুহাবাসী সুবৰ্ণকান্তি বান্দৰ সমূহক, যিসকলে মেৰুপৰ্ব্বতৰ ওচৰত ধূম্ৰগিৰি পৰ্ব্বতত বাস কৰি আছে সিহঁতক, যিসকল ভীমবেগশালী তৰুণাদিত্য বৰ্ণাভ বান্দৰে মধু আৰু মৈৰেয় মদ্য পান কৰি মহাৰুণ পৰ্ব্বতত

আছে সিহঁতক, ইযাৰ উপৰিও যিসকল বান্দৰ সুৰম্য, সুগন্ধি বনপ্ৰদেশত আৰু তাপসসকলৰ ৰমণীয় আশ্ৰমসমূহত আৰু চাৰিওফালে বনান্ত প্ৰদেশত বাস কৰি আছে সিহঁতক—সংক্ষেপে সমগ্ৰ পৃথিৱীত য'ত যিবোৰ বান্দৰ আছে সকলোকে, বেগবন্তৰ বান্দৰ সমূহক পঠিয়াই সাম দানাদি উপায়ৰ দ্বাৰা অতি শীঘ্ৰে ইযালৈ অনাৰা।

১০। ইযাৰ আগতে যি সকল মহাবেগশালী বান্দৰ মোৰ আজ্ঞা অনুসৰি পঠোৱা হৈছিল, তেওঁলোককো পুন ত্বৰান্বিত কৰিবলৈ আন আন মুখ্য বান্দৰ সমূহ পঠিওৱা।

১১। যি সকল মুখ্য মুখ্য বান্দৰ এতিয়াও কামাসক্ত হৈ আছে অথবা সিহঁতৰ দীৰ্ঘসূত্ৰিতাৰ কাৰণে আহি উপস্থিত হব পৰা নাই তুমি সিহঁতক বেগেৰে ইযালৈ আনা।

১২। মোৰ আদেশ মতে দহদিনৰ ভিতৰত যি যি বান্দৰ আহি ইযাত উপস্থিত নহব ৰাজাজ্ঞা অৱমাননাকাৰী দুৰাত্মা সেই বান্দৰসমূহ বধৰ যোগ্য হব।

১৩। বৰ্ত্তমান মোৰ শাসনত থকা বান্দৰ সমূহৰ ভিতৰত শ, হাজাৰ অথবা কোটি সংখ্যক বান্দৰ সৈন্যসংগ্ৰহৰ বাবে ওলাই যাওক।

১৪। মোৰ আদেশ অনুসৰি ঘোৰাকৃতি মুখ্য মুখ্য বান্দৰগণে মেঘ অথবা পৰ্ব্বত-সদৃশ হৈ আকাশ ঢাকি পৰি এতিযাই ইযাৰ পৰা ওলাই যাওক।

১৫। প্ৰধান প্ৰধান সেই বান্দৰবোৰ নিজ নিজ গতিৰ বিষযে সম্পূৰ্ণ অভিজ্ঞ, এতেকে মোৰ নিৰ্দ্দেশ মতে অতি দ্ৰুততৰ গতি অৱলম্বন কৰি তেওঁলোক ওলাই গৈ পৃথিৱীৰ সকলো ঠাইৰ পৰা বান্দৰসমূহক সংগ্ৰহ কৰি আনক গৈ।'

১৬। বাযুপুত্ৰ হনুমানে সুগ্ৰীবৰ আজ্ঞা পাই পৰাক্ৰমশালী বান্দৰসমূহক চাৰিও-ফালে পঠিযাই দিলে।

১৭। ৰাজ-আজ্ঞা পাই অতি অলপ সময়ৰ ভিতৰতে বান্দৰগণ পক্ষী আৰু নক্ষত্ৰ মণ্ডলীৰ পথ লৈ আকাশত বিয়পি পৰিল।

১৮। আৰু সমুদ্ৰ, পৰ্ব্বত, বন, সৰোবৰ য'ত যিমান বান্দৰ আছিল সকলোকে ৰামৰ কাৰ্য্য সাধিবলৈ অনুপ্ৰেৰণা দিলেগৈ।

১৯। বান্দৰসমূহ বান্দৰৰাজ সুগ্ৰীবৰ ভয়তে অস্থিৰ এতেকে মৃত্যুৰ অধিপতি যম-সদৃশ তেওঁৰ আজ্ঞা পোৱা মাত্ৰকে যথাস্থানত উপস্থিত হলহি।

২০। অঞ্জন পৰ্ব্বতৰ পৰা তিনি কোটি কৃষ্ণকায় মহাবলশালী বান্দৰ আহি য'ত ৰাঘৱ ৰাম বাস কৰি আছিল তাত উপস্থিত হল।

২১। যি পৰ্ব্বতত সূৰ্য্য অস্ত যায়, তাত বাস কৰি থকা তপ্তকাঞ্চন সদৃশ কান্তিবিশিষ্ট দহ কোটি বান্দৰ তাৰ পৰা ওলাই আহিল।

২২। সেইদৰে কৈলাস শিখৰৰ পৰা সিংহৰ কেশৰ সদৃশ বৰ্ণবিশিষ্ট কোটি কোটি বান্দৰ আহিল।

২৩। যি সকল বান্দৰ ফলমূল খাই হিমালয় পৰ্ব্বতত বাস কৰি আছিল, তাৰপৰা আহিল হেজাৰ হেজাৰ।

২৪। যি সকল কৃষ্ণবৰ্ণ মুখবিশিষ্ট বান্দৰ বিন্ধ্য পৰ্ব্বতত আছিল, ভীমকৰ্ম্মা ভয়ঙ্কৰ মূৰ্ত্তি হাজাৰ কোটি সেই বান্দৰ তাৰ পৰা ওলাই আহিল।

২৫। নাৰিকেল ভোজী যিবোৰ বান্দৰ ক্ষীৰসাগৰৰ বেলাভূমিৰ তালবনত বাস কৰি আছিল তাৰ পৰা যে কিমান আহিল তাৰ সংখ্যাই নাই।

২৬। এইদৰে বন, গহ্বৰ, নদী, আদিৰ পৰা মহাবলশালী বান্দৰসেনা আকাশ ঢাকি সূৰ্য্যৰ ৰশ্মি পান কৰিছে যেন তাত উপস্থিত হবলৈ ধৰিলে।

২৭। যি সকল বান্দৰে আন সকলো বান্দৰক খৰখেদা লগাবলৈ গৈছিল, হিমালয় পৰ্ব্বতত তেওঁলোকে এজোপা মহান বৃক্ষ দেখা পালে।

২৮। পুৰণি কালত পৰম পবিত্ৰ সেই গিৰিবৰত সকলো দেবতাৰ মনত সন্তোষ লগাই অতি মনোৰম এটা মাহেশ্বৰ যজ্ঞ সম্পন্ন কৰা হৈছিল।

২৯। এই যজ্ঞৰ আহুতিস্বৰূপ অৰ্পিত অন্নাদি দ্ৰব্যৰ স্ৰোতৰ পৰা উৎপন্ন অমৃত সদৃশ সুমিষ্ট ফল আৰু মূল বান্দৰবোৰৰ চকুত পৰিল।

৩০। যজ্ঞান্নৰ পৰা উৎপন্ন মনোহৰ দিব্য ফলমূল যেয়ে এবাৰ খাইছে তেওঁ এমাহলৈ অনাহাৰে থাকিও পৰিতৃপ্ত হৈ থাকে।

৩১। প্ৰধান প্ৰধান ফল হাৰী বান্দৰগণে দিব্য ফলমুল আৰু ওষধিবোৰ তাৰ পৰা সংগ্ৰহ কৰি আনিলে।

৩২। সুগ্ৰীবৰ প্ৰীতিৰ অৰ্থে সুগন্ধি পুষ্পও সেই যজ্ঞস্থলৰ পৰা বান্দৰবোৰে গোটাই আনিলে।

৩৩। এইদৰে শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰগণে পৃথিৱীত থকা সকলো বান্দৰকে লৰালৰিকৈ অহাৰ বাবে অনুপ্ৰেৰণা দি দলসমূহৰ আগে আগে তেওঁলোক আহিব ধৰিলে।

৩৪। মুহূৰ্ত্ত কালৰ ভিতৰতে শীঘ্ৰগামী বান্দৰবোৰ ত্বৰান্বিত হৈ কিষ্কিন্ধা নগৰত, সুগ্ৰীব য'ত আছিল তাত উপস্থিত হলহি।

৩৫। তাত উপস্থিত হৈ সিহঁতে ফল, মুল, ওষধি আৰু আন যি যি দ্ৰব্য আনিছিল, সকলোকে উপহাৰ হিচাপে সুগ্ৰীবৰ ওচৰত দাঙি ধৰি এইদৰে কলে।

৩৬। "পৰ্ব্বত, নদী বন আদিত যিমানবোৰ বান্দৰ বিয়পি পৰি আছিল আপোনাৰ আদেশ অনুসৰি তেওঁলোক সকলো আহি আপোনাৰ ওচৰত উপস্থিত হৈছে।"

৩৭। বান্দৰ সকলৰ অধিপতি সুগ্ৰীবে এই কথা শুনি পৰম প্ৰীত হল আৰু তেওঁলোকে যি যি উপঢৌকন আনিছিল সেই সকলোবোৰ গ্ৰহণ কৰিলে।

॥ কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত সপ্তত্ৰিংশ সৰ্গ সমাপ্ত ॥

# অষ্টত্ৰিংশ সৰ্গ

## লক্ষ্মণ আৰু সুগ্ৰীৱৰ ৰামৰ লগত সম্ভাষণ

১। বান্দৰসকলে অনা উপহাৰ গ্ৰহণ কৰি সুগ্ৰীৱে তেওঁলোকক সান্ত্বনা দি বিদায় দিলে।

২। হাজাৰে হাজাৰে কৰ্ম্মপটু বান্দৰক বিদায় দি উঠি সুগ্ৰীৱে নিজে নিজে কৃতাৰ্থ হোৱা যেন পালে আৰু মহাবলশালী ৰাঘৱৰো কাম সফল হোৱা বুলি ধৰি ললে।

৩। তেতিয়া লক্ষ্মণে ভীমবলী কপিশ্ৰেষ্ঠ সুগ্ৰীৱৰ মনত আনন্দ ওপজাই স্নেহ আৰু বিশ্বাসপূৰ্ণ ভাবে কলে,

৪—৫। "হে সৌম্য আপোনাৰ অভিৰুচি হলে এতিয়া কিষ্কিন্ধাৰ পৰা ওলাই পৰক।' লক্ষ্মণৰ সুমধুৰ এই বাক্য শুনি সুগ্ৰীৱে পৰমপ্ৰীত হৈ কলে "সেয়ে হওক এই ওলাওঁ। আপুনি যি কয় মই তাতেই আছোঁ।"

৬। শুভলক্ষণ লক্ষ্মণক এইদৰে কৈ, সুগ্ৰীৱে তাৰা প্ৰভৃতি তেওঁৰ মহিষীবৰ্গক বিদায় দিলে।

৭। তাৰ পিচত সুগ্ৰীৱে তেওঁৰ মুখ্য বান্দৰ সকলক ওচৰ চাপি আহিবলৈ মাতিলে। সুগ্ৰীৱৰ কথা শুনি বান্দৰগণ তেওঁৰ ওচৰলৈ আহিল।

৮—১৩। মহিষীগণ উপস্থিত থকা অৱস্থাতো যি সকলে ৰজাক দেখা কৰিব পাৰে তেনে বিধৰ বান্দৰগণে বদ্ধাঞ্জলি হৈ তাত থিয় দিয়াত সূৰ্য্যসদৃশ প্ৰভাশালী ৰজা সুগ্ৰীৱে সিহঁতক কলে "অতি শীঘ্ৰে তোমালোকে মোৰ শিবিকাখন আনা।" তেওঁৰ আজ্ঞা শুনামাত্ৰকে শীঘ্ৰগামী বান্দৰগণে তেওঁৰ ধুনীয়া শিবিকাখন তালৈ আনিলে, তেতিয়া বান্দৰৰাজে শিবিকা আহি পোৱা দেখি, সুমিত্ৰানন্দন লক্ষ্মণক কলে "লক্ষ্মণ বেগেতে এই শিবিকাত আৰোহণ কৰা।" এই বুলিকৈ বহুবান্দৰে পৰিবৃত সূৰ্য্যসদৃশ উজ্জ্বল সুবৰ্ণময় শিবিকাত লক্ষ্মণে সৈতে তেওঁ আৰোহণ কৰিলে। তেওঁৰ মূৰৰ ওপৰত শুভ্ৰ ছত্ৰ ধাৰণ কৰা হল, শুক্ল চামৰৰ দ্বাৰা তেওঁক ব্যজন কৰিলে আৰু স্তুতিবাদকগণে শঙ্খ আৰু ভেৰীৰ নাদেৰে তেওঁক অভিনন্দিত কৰিলে।

১৪—১৬। সৰ্ব্বশ্ৰেষ্ঠ ৰাজ্যশ্ৰী লাভ কৰি শত শত তীক্ষ্ণাস্ত্ৰধাৰী বান্দৰৰ দ্বাৰা পৰিবৃত হৈ যি ঠাইত ৰামচন্দ্ৰই বাস কৰি আছিল তেওঁ তালৈ প্ৰস্থান কৰিলে। এইদৰে গৈ ৰামৰ উৎকৃষ্ট বাসভূমিত উপস্থিত হৈ মহাতেজস্বী সুগ্ৰীৱ লক্ষ্মণে সৈতে শিবিকাৰ পৰা নামিল। পিচত ৰামচন্দ্ৰৰ ওচৰ চাপি হাতযোৰ কৰি তাত ৰৈ থাকিল।

১৭—১৯। সুগ্ৰীৱে এইদৰে কৃতাঞ্জলিপুটে থকা দেখি বান্দৰবোৰেও সেইদৰে হাতযোৰ কৰি ৰল। তেতিয়া পঙ্কজকলিকাপূৰ্ণ সৰোবৰ সদৃশ বান্দৰসকলৰ সুমহান সৈন্য

সমাবেশ দেখি ৰাম সুগ্ৰীৱৰ ওপৰত প্ৰসন্ন হ'ল। তাৰ পিচত মূৰেৰে ৰামৰ পাদস্পৰ্শ কৰি সুগ্ৰীৱে দীঘল দি পৰাত ৰামে তেওঁক তুলি ল'লে, আৰু বান্দৰ ৰাজৰ প্ৰতি স্নেহ আৰু সন্মান দেখুৱাই তেওঁক আলিঙ্গন কৰিলে। আলিঙ্গন কৰি ধৰ্ম্মাত্মা ৰামে ক'লে 'বহক'।

২০—২৪। সুগ্ৰীৱে মাটিত আসন গ্ৰহণ কৰাত ৰামে তেওঁক কবলৈ ধৰিলে, "হে সখা যি মানুহে কামৰ বিভাগ অনুসৰি যথাকালত ধৰ্ম্ম, অৰ্থ আৰু কামক সেৱা কৰে তেৱেঁই প্ৰকৃত ৰজা, কিন্তু যিজনে ধৰ্ম্ম আৰু অৰ্থ পৰিত্যাগ কৰি অকল কামকে সেৱা কৰে তেওঁ গছৰ ডালত নিদ্ৰামগ্নহৈ মাটিলৈ পৰি যোৱা জনৰ দৰে পিচতহে তাৰ ফল বুজিব পাৰে। যি ৰজাই শত্ৰুকুল বিনাশ কৰি মিত্ৰ সংগ্ৰহত ৰত হয়, সেইজন ৰজাই ত্ৰিবৰ্গ সাধনৰ ফলভাগী হৈ ধৰ্ম্মৰ অধিকাৰী হয়। হে শত্ৰুনিসূদন, বৰ্ত্তমানে আমাৰ উদ্যোগৰ কাল উপস্থিত, এতেকে এই সময়ত আপুনি আপোনাৰ মন্ত্ৰীবৰ্গ আৰু বান্দৰগণৰ লগত আলোচনা কৰক।" ৰামে এইদৰে কোৱাত সুগ্ৰীৱে তেওঁক ক'লে।

২৫—২৬। "হে মহাবাহু, মোৰ শ্ৰী, কীৰ্ত্তি আৰু চিৰদিনীয়া কপিৰাজ্য নষ্ট হৈছিল হে দেৱ, পিচত আপোনাৰ আৰু আপোনাৰ ভ্ৰাতা লক্ষ্মণৰ অনুগ্ৰহত মই সেই সকলোকে পুনঃ ঘূৰাই পালোঁ। হে বিজয়ীপ্ৰবৰ, যিজনে উপকৃত হৈ তাৰ প্ৰত্যুপকাৰ নকৰে সিয়েই পুৰুষসকলৰ ভিতৰত ধৰ্ম্মদূষক।

২৭। হে শত্ৰুসূদন, মোৰ এই মুখ্য মুখ্য বান্দৰগণে পৃথিৱীৰ বলশালী সকলো বান্দৰকে মাতি আনি ইয়াত উপস্থিত হৈছে।

২৮—২৯। ঘোৰমূৰ্ত্তি ভালুক, বীৰ বান্দৰগণ আৰু গোলাঙ্গুল বান্দৰগণ সকলোৱে কান্তাৰ, বন আৰু দুৰ্গম পথৰ অভিজ্ঞ। ৰাঘৱ, এই বান্দৰগণ দেৱতা আৰু গন্ধৰ্ব্বগণৰ পুত্ৰ, সকলোৱে কামৰূপী, বৰ্ত্তমানে নিজ নিজ সৈন্যগণৰ দ্বাৰা পৰিবৃত হৈ পথত বৈ আছে।

৩০—৩৩। হে পৰন্তপ, শই শই হাজাৰে হাজাৰে, কোটিয়ে কোটিয়ে, অযুতে অযুতে শঙ্কুই শঙ্কুই, অৰ্ব্বুদে অৰ্ব্বুদে, মধ্যে মধ্যে, সমুদ্ৰে সমুদ্ৰে, পৰাৰ্দ্ধে পৰাৰ্দ্ধে মহেন্দ্ৰ সমবিক্ৰম শীল, মেঘ আৰু পৰ্ব্বতসম কায়বিশিষ্ট মেৰু আৰু বিন্ধ্যপৰ্ব্বতবাসী বান্দৰ আৰু বান্দৰ দলপতিগণ এতিয়াই আহি পৰিব। ইহঁতেই যুদ্ধত ৰাক্ষসৰ লগত যুজিবলৈ আপোনাৰ অনুগমন কৰিব আৰু ৰণত ৰাৱণক বধ কৰি মৈথিলীক উদ্ধাৰ কৰি আনিব।"

৩৪। সুগ্ৰীৱৰ এই কথা শুনি নৃপাত্মজ বীৰ্যাবান ৰামচন্দ্ৰই কপিপ্ৰবৰক তেওঁৰ আদেশৰ বশবৰ্ত্তী হৈ উদ্যোগপৰায়ণ হোৱা দেখি হৰ্ষান্বিত হ'ল আৰু তেওঁৰ নয়ন যুগলে প্ৰফুল্ল নীলোৎপলসদৃশ ৰূপ ধাৰণ কৰিলে।

**॥ কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত অষ্টাত্ৰিংশ সৰ্গ সমাপ্ত ॥**

# একোনচত্বাৰিংশ সৰ্গ

## সুগ্ৰীৱৰ আদেশত সসৈন্যে যূথপতিগণৰ আগমন

১। সুগ্ৰীৱে এইদৰে কৈ থাকোতে ধাৰ্ম্মিকপ্ৰবৰ ৰামচন্দ্ৰই হাতযোৰ কৰি ৰৈ থকা সুগ্ৰীৱক বাহুযুগলেৰে সাবট মাৰি ধৰি কবলৈ ধৰিলে।

২—৩। "হে সৌম্য, ইন্দ্ৰই যে বাৰিবৰ্ষণ কৰে সহস্ৰাংশু সূৰ্য্যই যে আকাশমণ্ডলৰ পৰা অন্ধকাৰ বিদূৰিত কৰে, চন্দ্ৰই যে তেওঁৰ প্ৰভাৱে ৰাত্ৰিকাল সুনিৰ্ম্মল কৰে আৰু তোমাৰ নিচিনা জনে যে মিত্ৰজনৰ প্ৰীতি সম্পাদন কৰে—তাত আচৰিত হব লগা একো নাই।

৪। সৌম্য সুগ্ৰীৱ, তুমি সতত সত্যবাদী বুলি মই তোমাক জানো এতেক শোভনীয় সকলো গুণ যে তোমাত বিদ্যমান আছে সেইটো আশ্চৰ্য্যজনক নহয়।

৫। হে সখা, তোমাক নাথস্বৰূপে পাই যুদ্ধত সকলো শত্ৰুৰ ওপৰত জয় লাভ কৰিছোঁ বুলি ধৰি লৈছোঁ, তুমি মোৰ সুহৃদ আৰু মিত্ৰ এতেকে সকলো প্ৰকাৰে মোক সহায় কৰাটো তোমাৰ পক্ষে বাঞ্ছনীয়।

৬। তাহানি কালত প্ৰবঞ্চনা কৰি পুলোমাৰ কন্যা শচীক হৰণ কৰি নি অনুহ্লাদ দানৱ যিদৰে ইন্দ্ৰৰ হাতত নিহত হৈছিল, ৰাক্ষসাধম ৰাৱণেও তাৰ নিজৰ বিনাশৰ কাৰণেহে মিথিলাৰাজকন্যা সীতাক হৰণ কৰি নিছে।

৭। শত্ৰুনিধনকাৰী ইন্দ্ৰে শচীৰ মহাগৰ্ব্বিত জনকক যিদৰে বধ কৰিছিল, ময়ো মোৰ তীক্ষ্ণ শৰসমূহৰ দ্বাৰা অচিৰে সেই ৰাৱণক বধ কৰিম। *

৮। ঠিক এনে সময়তে সহস্ৰাংশু সূৰ্য্যৰ অত্যুষ্ণ কিৰণেৰে পৰিব্যাপ্ত গগনমণ্ডল আচ্ছাদিত কৰি ধূলিৰাশি ওপৰলৈ উঠিব ধৰিলে।

৯। অন্ধকাৰ দোষে দূষিত হোৱাৰ কাৰণে দিক সমূহ ব্যাকুল হৈ উঠিল আৰু পৰ্ব্বত বন আৰু কাননে সৈতে পৃথিৱী কঁপি উঠিল।

১০। তাৰ পিচতে পৰ্ব্বতসদৃশ শৰীৰবিশিষ্ট তীক্ষ্ণ দন্তযুক্ত মহাবলশালী অসংখ্য বান্দৰগণৰ দ্বাৰা সমগ্ৰ ভূমিভাগ পৰিপূৰ্ণ হৈ পৰিল।

১১—১৪। নিমেষৰ ভিতৰতে নদী, পৰ্ব্বত, সমুদ্ৰ আৰু ভিন ভিন বনভাগৰ পৰা শই শই, কৌটিযে কৌটিয়ে বান্দৰৰ দ্বাৰা পৰিবৃত হৈ প্ৰধান প্ৰধান দলপতি সমূহে সৈতে বীৰ শতবলি নামে বান্দৰক উপস্থিত হোৱা দেখা গল। যি সকল বান্দৰ তেওঁৰ লগত আহিছিল,

---

* অনুহ্লাদ নামে এটা দানৱে ছল ঠগ কৰি পুলোমা দানৱৰ অনুমতি লৈ তেওঁৰ কন্যা ইন্দ্ৰৰ পত্নী শচীক হৰণ কৰি নিয়ে। সেইহে ইন্দ্ৰই পুলোমা আৰু অনুহ্লাদ দুয়োকো বধ কৰি শচীক উদ্ধাৰ কৰে—এইয়ে পৌৰাণিকী কথা—টীকাকাৰ।

তাৰে কিছুমান তৰুণ আদিত্যসম প্ৰভাযুক্ত, কিছুমান চন্দ্ৰসম গৌৰবৰ্ণ, কিছুমান পদ্ম কেসৰ বৰ্ণাভ আৰু কিছুমান হিমালয পৰ্ব্বতবাসী শুভ্ৰবৰ্ণ যুক্ত, এনেবিধৰ দহ হেজাৰ কৌটি বান্দৰ লগত লৈ শ্ৰীমান শতবলি উপস্থিত হৈছিল।

১৬। তাৰ পিচত সুবৰ্ণ পৰ্ব্বতসম দীপ্তিমান তাৰাদেৱীৰ বীৰ্য্যশালী পিতৃ সুষেণ বহু কৌটি বান্দৰ লৈ উপস্থিত হোৱা দেখা গল।

১৬। তাৰ পিচতে আন বহু কৌটি বান্দৰৰ লগত ৰুমাৰ পিতৃ সুগ্ৰীবৰ শহুৰ তাৰ নামৰ বান্দৰ উপস্থিত হল।

১৭—১৮। হনুমানৰ পিতা পদ্মকেশৰ সদৃশ বৰ্ণবিশিষ্ট তৰুণাদিত্যসম মুখমণ্ডলে শোভিত সৰ্ব্ববানৰোত্তম, কপিশ্ৰেষ্ঠ বুদ্ধিমান শ্ৰীযুক্ত কেসৰী বহুসহস্ৰ বান্দৰক লগত লৈ অহা দেখা গল।

১৯। গোলাঙ্গুলসকলৰ ৰজা ভীমবিক্ৰমশালী গবাক্ষ কোটিহাজাৰ বান্দৰেৰে পৰিবৃতহৈ তাত উপস্থিত হল।

২০। ভীমবেগী ঋক্ষগণৰ অধিপতি শত্ৰুবিনাশক ধুম্ৰ দুই কৌটিহাজাৰ সৈন্য লগত লৈ তাত লগ লাগিল।

২১। তাৰ পিচতে ঘোৰমূৰ্ত্তি মহাবলী আৰু বীৰ্য্যশালী তিনি কৌটি বান্দৰে পৰিবৃত হৈ পনস নামৰ দলপতি তাত আহি পৰিল।

২২। নীল অঞ্জনসম কান্তি বিশিষ্ট মহাকায নীল নামৰ যূথপতি দহ কৌটি বান্দৰেৰে পৰিবেষ্টিত হৈ অহা দেখা গল।

২৩। তাৰ পিচতেই পাঁচ কৌটি বান্দৰ সৈন্যেৰে পৰিবৃত হৈ আহি পালে সুবৰ্ণ পৰ্ব্বত-সম বৰ্ণ বিশিষ্ট মহা বীৰ্য্যশালী গবয় নামৰ দলপতি।

২৪। দধিমুখ নামে যি জন বান্দৰদলপতি, তেওঁ কৌটি হাজাৰ বান্দৰ লৈ সুগ্ৰীবৰ ওচৰত উপস্থিত হলহি।

২৫। মৈন্দ আৰু দ্বিবিদ উভয়ে অশ্বিনীপুত্ৰ আৰু মহাবলশালী, প্ৰত্যেকে হাজাৰ কৌটি বান্দৰ সৈন্য লৈ তাত উপস্থিত হল।

২৬—৩৯। বলবান বীৰ গজে তিনি কৌটি আৰু মহাতেজস্বী জাম্ববানে দহ কৌটি সৈন্য লৈ সুগ্ৰীবৰ অধীনত বল হি। আৰু ৰুমণ নামে যি জন তেজস্বী আৰু বলবান দলপতি, শ কৌটি পৰাক্ৰমশীল বান্দৰ লৈ তেৰোঁ বেগেতে উপস্থিত হল হি। তাৰ পিচত কৌটি হাজাৰ বান্দৰ আগে পিছে লৈ গন্ধমাদন উপস্থিত হল। যুবৰাজ অঙ্গদ, যি পৰাক্ৰমত তেওঁৰ পিতৃ বালীৰ সমান এক হাজাৰ পদ্ম আৰু এক শ শঙ্খ সৈন্যেৰে পৰিবৃত হৈ তাত উপস্থিত হল। তাৰ পিচতে নক্ষত্ৰসম কান্তি বিশিষ্ট তাৰ নামে আন এক দলপতি ভীমবিক্ৰমশালী পাঁচ কৌটি বান্দৰ লৈ অহা দুৰতে দেখা গল। এঘাৰ কৌটি বান্দৰ সৈন্যৰ অধীশ্বৰ বীৰ ইন্দ্ৰজানু, তেওঁৰ সকলো সৈন্য লৈ তালৈ আহিল। তেওঁৰ পিচতে তৰুণাদিত্যসম দীপ্তিমান ৰম্ভ এক অযুত, এক হাজাৰ আৰু এক শ সৈন্য লৈ অহা দেখা গল। তাৰ পিচত দুৰ্ম্মুখ নামে যিজন বলবান দলপতি, দুই কৌটি সৈন্য লৈ তেৰোঁ আহি উপস্থিত হল। কৈলাশ শিখৰসম কায়বিশিষ্ট ভীমপৰাক্ৰমী কৌটি হাজাৰ বান্দৰেৰে পৰিবৃত হৈ হনুমানক অহা দেখা

গল। মহাবীৰ্য্যশালী নল শ কোটি আৰু হাজাৰে হাজাৰে শই শই বৃক্ষবাসী বান্দৰেৰে পৰিবৃত হৈ উপস্থিত হল। তাৰ পিচত শ্ৰীমান দধিমুখ নামে যূথপতিয়ে দহকোটি সৈন্য লৈ শব্দ কৰি কৰি আহি মহাত্মা সুগ্ৰীবৰ ওচৰত উপস্থিত হল। তাৰ পিচতেই শৰভ, কুমুদ, বহ্নি, ৰম্ভ আৰু আন আন কামৰূপী বান্দৰ দলপতিগণ পৃথিবীৰ সমগ্ৰ পৰ্ব্বত আৰু বন জুৰি য'ত য'ত আছিল সকলো আহি উপস্থিত হল হি। তেওঁলোকৰ সংখ্যা যে কিমান আছিল তাক অনুমান কৰিব নোৱাৰি। এইদৰে পৃথিবীৰ সকলো বান্দৰ আহি ঠায়ে ঠায়ে বহি পৰিল।

৪০—৪২। তেওঁলোকৰ কিছুমান জপিযাই জপিযাই, কিছুমানে চিঞৰি চিঞৰি মেঘমণ্ডলীয়ে সূৰ্য্যক আগুৰি ধৰাদি চাৰিও ফালে সুগ্ৰীবক আগুৰি ধৰি ৰহিল। নানান শব্দ কৰি দীৰ্ঘভুজ বিশিষ্ট এই বান্দৰবোৰে মুৰ দোঁৱাই সুগ্ৰীবক সেৱা জনালে। আন আন শ্ৰেষ্ঠ বান্দৰগণে যথোচিত নিয়মে সুগ্ৰীবৰ ওচৰ চাপি তেওঁৰ ওচৰত হাতযোৰ কৰি ৰল।

৪৩। তেতিয়া ধৰ্ম্মজ্ঞ সুগ্ৰীবে লৰালৰিকৈ আহি অতি শীঘ্ৰে উপস্থিত হোৱা বান্দৰসকলৰ বিষয়ে জনাই ৰামৰ ওচৰত হাতযোৰ কৰি থৈ থাকি বান্দৰবৰ্গক উদ্দেশ্য কৰি কলে "হে বান্দৰেন্দ্ৰসকল, তোমালোকে পৰ্ব্বতৰ নিজৰা আৰু সমগ্ৰ বনভূমিতে বান্দৰ সৈন্যদল মহা সুখে সংস্থাপিত কৰি তেওলোকৰ ভিতৰত কোন আছিল কোন অহা নাই তাক নিৰূপণ কৰা।"

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একোনচত্বাৰিংশ সৰ্গ সমাপ্ত ॥**

# চত্বাৰিংশ সৰ্গ

## সীতাৰ অন্বেষণৰ কাৰণে বান্দৰসকলক প্ৰেৰণ

১। বান্দৰসকলৰ প্ৰভু ৰজা সুগ্ৰীবে সৈন্যবলে সমৃদ্ধিশালী হৈ শত্ৰুবল বিনাশক নৰশ্ৰেষ্ঠ ৰামচন্দ্ৰক কলে।

২। "হে প্ৰভু, মোৰ বান্দৰৰাজ্য নিবাসী মহেন্দ্ৰসম প্ৰভাববিশিষ্ট কামচাৰী বানৰেন্দ্ৰসকল আহি উপস্থিত হৈছে আৰু তেওঁলোক যথাস্থানত সংস্থাপিত হৈছে।

৩। ঘোৰাকৃতি দৈত্যদানবসদৃশ এই বান্দৰগণে বহুবিক্ৰম আৰু বলশালী, ভয়ঙ্কৰ পৰাক্ৰমী অসংখ্য বান্দৰ লগত লৈ আহিছে।

৪। তেওঁলোক খ্যাতকৰ্ম্মা, যুদ্ধকালত প্ৰসিদ্ধ বীৰ, মহাবলশালী, জিতশ্ৰম, বিখ্যাত পৰাক্ৰমী আৰু কৰ্ত্তব্যবিষয়ত স্থিৰ আৰু উত্তম।

৫। পৃথিৱী, সমুদ্ৰমধ্যবৰ্ত্তী দ্বীপসমূহ আৰু নানা পৰ্ব্বত নিবাসী আপোনাৰ কিঙ্কৰ এই বান্দৰগণ কোটিযে কোটিযে আহি উপস্থিত হৈছে।

৬। হে অৰিন্দম, ইহঁত সকলোটি গুৰুজনৰ হিতকাৰ্য্যত ৰত, বৰ্ত্তমানে আপোনাৰ আজ্ঞাৰ অধীন, আৰু আপুনি যিহকে ইচ্ছা কৰে তাকে সম্পাদন কৰিবলৈ সক্ষম।

৭। এনেবিধ ঘোৰমূৰ্ত্তি দৈত্যদানৱতুল্য পৰমবিক্ৰমশীল বহু হাজাৰ বান্দৰ উপস্থিত হৈছে।

৮। হে নৰশ্ৰেষ্ঠ, এই বান্দৰগণ এতিয়া আপোনাৰ সৈন্য আৰু আপোনাৰ অধীন, এই সময়ত যি কোনো কামৰ বাবে সময় উপযুক্ত হোৱা বুলি ভাবে আপুনি ইহঁতক নিৰ্দ্দেশ কৰক।

৯। কি কাম হোৱা উচিত তাক যথাযথ ভাবে সম্পূৰ্ণৰূপে মোৰ জনা থাকিলেও, আপুনি যিটোকে উপযুক্ত দেখে সেই বিষয়ে আজ্ঞা দিয়াটোহে উচিত হব।"

১০। সুগ্ৰীৱে এইদৰে কোৱাত দশৰথাত্মজ ৰামে বাহুযুগলেৰে তেওঁক আলিঙ্গন কৰি কলে।

১১। "হে সৌম্য, প্ৰথমতে জানি লওক বৈদেহী জীৱিত আছে নে নাই, তাৰ পিচত, হে মহাপ্ৰাজ্ঞ যি দেশত ৰাৱণ বাস কৰে তাক জানি লওক।

১২। বৈদেহী আৰু ৰাৱণৰ বাসস্থান সম্বন্ধে সকলো কথা জানি লোৱাৰ পিচত আপোনাৰ লগত আলোচনা কৰি সেই সময়ত কি কৰা হব তাৰ নিৰূপণ কৰিম।

১৩। হে বানৰেন্দ্ৰ, উল্লিখিত এই কাৰ্য্য মই বা লক্ষ্মণে সাধিব নোৱাৰিম। এই বিষয়ে আপুনিযে মূল আৰু কাৰ্য্যসাধনৰ অধিকাৰী।

১৪। এতেকে হে বিভু, মোৰ কাৰ্য্য সুনিশ্চিত ৰকমে জানি লৈ আপুনি যাক যি আদেশ দিব লাগে দিয়ক। হে বীৰ, মোৰ সকলো কাম আপোনাৰ জনা আছে এই বিষয়ে মোৰ সংশয় নাই।

১৫। লক্ষ্মণৰ বাহিৰে দ্বিতীয়তে আপুনিযে মোৰ সুহৃদ। আপুনি পৰাক্ৰমী, প্ৰাজ্ঞ কালবিশেষজ্ঞ, অৰ্থবিদসকলৰ শ্ৰেষ্ঠ আৰু মোৰ হিতকাৰ্য্যত নিযুক্ত।"

১৬—২৪। সুগ্ৰীৱক এইদৰে কোৱাৰ পিচত তেওঁ ৰাম আৰু লক্ষ্মণৰ আগতে পৰ্ব্বত-প্ৰমাণ ওখ মেঘভৈৰৱস্বৰ বিশিষ্ট বান্দৰাধিপতি বিনতক কলে "হে কপিশ্ৰেষ্ঠ, তুমি দেশ কাল আৰু নীতি বিষয়ে অভিজ্ঞ আৰু কোন সময়ত কি কাম কৰা উচিত তাকো ভালদৰে জানা, এতেকে চন্দ্ৰসূৰ্য্যসম দীপ্তিমান আৰু তেজস্বী বান্দৰ সমূহৰ শত সহস্ৰ সংখ্যক লগত লৈ পৰ্ব্বত বন আৰু কাননে পৰিপূৰ্ণ পুব দিশলৈ গমন কৰা আৰু তাত গিৰিদুৰ্গ, বন আৰু নদীসমূহত বৈদেহী সীতা আৰু ৰাৱণৰ আশ্ৰয়স্থান অনুসন্ধান কৰিবা। তালৈ যাওঁতে ভাগীৰথী, মনোৰম সৰযূ, কৌশিকী, ৰমনীয় কালিন্দী, যমুনা, মহাপৰ্ব্বত যামুন, সৰস্বতী, সিন্ধু, মণিৰ নিচিনা ফটফটীয়া পানীৰে ভৰপূৰ শোণ, পৰ্ব্বত আৰু কাননশোভিত মহী আৰু কালমহী ইত্যাদি নৈবোৰ চাই যাবা আৰু তাৰ পিচত ব্ৰহ্মমালা, বিদেহ, মালৱ, কাশী, কোসল, মাগধ, মহাগ্ৰাম, পুণ্ড্ৰ, অঙ্গ আদি দেশবোৰত অন্বেষণ কৰিবা; তাৰপিচত পট্টবস্ত্ৰ নিৰ্ম্মাণকাৰী জন্তুসমূহৰ উৎপত্তিস্থান আৰু ৰূপৰ খনিপূৰ্ণ দেশ সমূহত ৰজা দশৰথৰ বোৱাৰী আৰু ৰামচন্দ্ৰৰ প্ৰিয়া ভাৰ্য্যা সীতাক পাতপাত কৈ বিচাৰি চাবা।

২৫। সমুদ্ৰৰ মাজত যিবোৰ পৰ্ব্বত আৰু দেশ আছে আৰু সেইদৰে মন্দৰ পৰ্ব্বতক আশ্ৰয় কৰি যিবোৰ বাসভূমি আছে এই বোৰত সীতাৰ অন্বেষণ কৰিবা।

২৬—২৯। তাৰ পিচতে হে বনবিহাৰী বান্দৰগণ, কৰ্ণপ্ৰাবৰণ, ওষ্ঠকৰ্ণক ভয়ঙ্কৰ লৌহমুখ, অতি দ্ৰুতগতিশীল এক পাদক, বলবান অক্ষয় সন্তান পুৰুষভক্ষণকাৰী ৰাক্ষসবিশেষ অতি সূক্ষ্ম চুলি, স্বৰ্ণকান্তি, শুভদৰ্শন কিৰাতগণ, দ্বীপান্তবাসী কেচামাছভক্ষণকাৰী কিৰাত সমূহ পানীৰ মাজত থকা ঘোৰমূৰ্ত্তি নৰব্যাঘ্ৰগণ—ইহঁতৰ সকলোৰে বাসভূমিবোৰ তন্ন তন্নকৈ বিচাৰি চাবা। পৰ্ব্বতত আশ্ৰয় লৈ নাইবা নাবেৰে, নাইবা জাঁপ মাৰি যি উপায়ে পাৰা তাকে অবলম্বন কৰি স্থান সমূহলৈ গৈ সীতাৰ অন্বেষণ কৰিবা।

৩০। তাৰ পিচত অশেষ যত্ন কৰি সাতখন ৰাজ্যবিশিষ্ট যবদ্বীপলৈ যাবা তাত স্বৰ্ণ-নিৰ্ম্মাণকাৰী জনে পৰিপূৰ্ণ স্বৰ্ণ দ্বীপ আৰু ৰূপ্য দ্বীপ পাবা। এইবোৰতো সীতাক বিচাৰি চাবা।

৩১—৩২। যবদ্বীপ পাৰ হৈ গৈ শিশিৰ নামৰ এটা পৰ্ব্বত পাবা। এই পৰ্ব্বতৰ শৃঙ্গই সৰগ স্পৰ্শ কৰিছে আৰু দেৱতা আৰু দানৱে তাত বাস কৰি আছে। এই পৰ্ব্বত সমূহৰ গুহা জলপ্ৰপাত আৰু বন সমূহত সকলোৱে এক গোট হৈ ৰামপত্নী যশস্বিনী সীতাৰ অন্বেষণ কৰিবা।

৩৩—৩৪। তাৰ পিচত সমুদ্ৰ পাৰ হৈ গৈ সিদ্ধ আৰু চাৰণগণ সেৱিত দ্ৰুতবাহিনী ৰক্তজলে পৰিপূৰ্ণ শোণ নামৰ এখন নদী পাবা। এই নদীৰ পাৰত থকা বিচিত্ৰ ৰম্য তীৰ্থ স্থান সমূহত আৰু বনৰাজিৰ মাজত পুঙ্খানুপুঙ্খৰূপে বাৰম্বাৰ সীতাৰ অন্বেষণ কৰিবা।

৩৪। পৰ্ব্বতৰ পৰা ওলাই অহা নদীসমূহত, বহুত প্ৰকাণ্ড উপবন, গুহা আৰু বন-ৰাজিৰে পৰিপূৰ্ণ পৰ্ব্বতসমূহত ভালদৰে সীতাক বিচাৰি চাবা।

৩৬। এইবোৰ এৰি গৈ (ইক্ষু) সমুদ্ৰৰ মাজত থকা কিছুমান অতিশয় দ্বীপ পাবা; বতাহৰ কোবত ঢৌবে তাত খেলা কৰি থকা তোমালোকে দেখা পাবা আৰু সাগৰৰ মহান ৰব শুনিবলৈ পাবা।

৩৭। এই সমুদ্ৰত সুদীৰ্ঘদিন ক্ষুধাতুৰ হৈ থাকি মহাকায় অসুৰবোৰে ব্ৰহ্মাৰ নিৰ্দ্দেশ মতে ছায়া ধৰি ধৰি প্ৰাণী সমূহ ভক্ষণ কৰি থাকে।

৩৮—৩৯। কোনো উপায়ে মহা উৰগ নিষেবিত মহানাদপূৰ্ণ কৃষ্ণমেঘবৰ্ণাভ এই মহা-সমুদ্ৰ পোৱাৰ পিচত ৰঙা পানীৰ লোহিত নামে ভয়ঙ্কৰ এখন সাগৰ পাবা। তালৈ গৈ বৃহৎ কণ্টকপূৰ্ণ শাল্মলী বৃক্ষ দেখা পাবা।

৪০। এই শাল্মলীতৰুতে বিশ্বকৰ্ম্মাদেৱে গৰুড়ৰ কাৰণে নানাৰত্নবিভূষিত কৈলাস-পৰ্ব্বত সদৃশ গৃহ নিৰ্ম্মাণ কৰিছে।

৪১। এই শাল্মলীগছৰ ওচৰতে স্বৰা সমুদ্ৰৰ মাজত পৰ্ব্বতশৃঙ্গ সমূহত পৰ্ব্বতাকৃতিৰ নানা বৰণৰ ভয়ঙ্কৰ মন্দেহনামৰ ৰাক্ষসগণ ওলমি থাকে।

৪২—৪৩। ৰাতিপুৱাই সূৰ্য্যোদয়ৰ লগে লগে উৰ্দ্ধমুখী হৈ সূৰ্য্যৰ লগত সংগ্ৰাম কৰি সূৰ্য্যৰ তাপত উত্তপ্ত হৈ ব্ৰহ্মতেজৰ দ্বাৰা নিহত হৈ স্বৰা সমুদ্ৰত পৰে, তাৰ পিচত পুনৰ্জীৱিত হৈ

আকৌ পৰ্ব্বত শৃঙ্গত ওলমি থাকে গৈ। এই কাৰ্য্যটো প্ৰতিদিনে হয়।* এই সমুদ্ৰ এৰি গৈ শুভ্ৰমেঘসদৃশ ক্ষীৰোদ সমুদ্ৰ পাবা।

৪৪। হে দুৰ্দ্ধৰ্ষ বান্দৰগণ, এই সমুদ্ৰ মুক্তাহাৰসদৃশ উৰ্ম্মিমালাৰে পৰিপূৰ্ণ। এই সমুদ্ৰৰ মাজত অতিবৃহৎ শুভ্ৰবৰ্ণৰ ঋষভ নামে এটা পৰ্ব্বত আছে।

৪৫—৪৯। এই পৰ্ব্বত দিব্যগন্ধযুক্ত প্ৰস্ফুটিত বৃক্ষসমূহৰ দ্বাৰা পৰিবৃত। তাৰ ভিতৰত সুদৰ্শন নামে এটা সৰোবৰ আছে। এই সৰোবৰৰ পদুম সমূহৰ বৰণ ৰূপৰ সদৃশ আৰু কেশৰ সমূহ উজ্জ্বল সোণৰ বৰণৰ। ৰাজহাঁহবোৰ সদায় তাত চৰিযে থাকে। দেৱতা, চাৰণ, যক্ষ, কিন্নৰ আৰু অপ্সৰাগণে ক্ৰীড়া কৰিবলৈ হৃষ্টচিত্তে সদায় সেই সৰোবৰলৈ আহি থাকে। হে বান্দৰগণ, এই ক্ষীৰোদ সাগৰ এৰি গৈ তোমালোকে অতিশীঘ্ৰে জলোদ (বিশুদ্ধ পানীৰ) সাগৰ দেখা পাবা। এই সমুদ্ৰ সকলো প্ৰাণীৰ কাৰণেই অতি ভযাবহ। এই সাগৰতেই ব্ৰহ্মৰ্ষি ঔৰ্ব্বৰ ক্ৰোধজাত ব্ৰহ্মাৰ তেজস্বৰূপ বড়বানল বিদ্যমান আছে। এই বড়বানলৰ অদ্ভুত মহাবেগেই প্ৰলয়কালত চৰাচৰ সমগ্ৰজগতৰ অন্নস্বৰূপ বুলি কয। এই বড়বাৰ মুখ দেখি তাত পৰি যোৱাৰ আশঙ্কাতে ত্ৰস্তমান সমৰ্থবান অথবা অসমৰ্থ সাগৰ নিবাসী প্ৰাণী সমূহৰ চীৎকাৰ শুনিব পাবা।

৫০। স্বাদু (বিশুদ্ধ পানীৰ) সাগৰৰ উত্তৰপাৰত তেৰ যোজন বিস্তীৰ্ণ সোণৰ নিচিনা উজ্জ্বল স্বৰ্ণশিলা নামে এটা পৰ্ব্বত আছে।

৫১। হে বান্দৰগণ, এই পৰ্ব্বতৰ পদ্মপত্ৰসম বিশাল নয়নবিশিষ্ট চন্দ্ৰৰ সদৃশ শুভ্ৰবৰ্ণ ধৰণীধৰ সৰ্পক দেখা পাবা।

৫২। এতেই সৰ্ব্বদেবনমস্কৃত নীলবসনধাৰী সহস্ৰশীৰ্ষ অনন্তদেব, পৰ্ব্বতৰ ওপৰত উপবেশন কৰি আছে।

৫৩—৫৪। মহান এই পৰ্ব্বতৰ ওপৰত পতাকাসদৃশ শুৰিৰ চাপে সৈতে তিনিটা ঠাল বিশিষ্ট কাঞ্চনময় তালবৃক্ষ বিৰাজ কৰি আছে। দেবেশ্বৰ ইন্দ্ৰই এই তালবৃক্ষৰে পূৰ্ব্ব দিকৰ চিহ্ন স্বৰূপ নিৰ্ম্মাণ কৰিছে। ইযাৰ পিচতেই স্বৰ্বণময় শ্ৰীমান উদয় পৰ্ব্বত।

৫৫। শত যোজন বিস্তৃত এই পৰ্ব্বতৰ শৃঙ্গই স্বৰ্গ স্পৰ্শ কৰি স্বৰ্বণময়ী কান্তি ধাৰণ কৰি বেদীযে (শুৰি) সৈতে শোভমান হৈ আছে।

৫৬। সাল, তাল তমাল আৰু কৰ্ণিকাৰ পুষ্পেৰে পুষ্পিত এই শৃঙ্গ দিব্য স্বৰ্বণময়ী প্ৰভাযুক্ত হৈ সূৰ্য্যসম ৰূপ লৈ বিৰাজ কৰি আছে।

৫৭। তাৰে এক যোজন বিস্তৃত আৰু দশ যোজন ওখ সোমনস নামে এটা স্বৰ্বণময় শৃঙ্গ আছে।

৫৮। আদিতে তিনিপদভূমি বিচাৰি ত্ৰিলোক আক্ৰমণ কৰাৰ সময়ত পুৰুষোত্তম

---

* বাত্তিপুৰাতে এই ৰাক্ষসবোৰে সূৰ্য্যৰ লগত যুদ্ধ আৰম্ভ কৰে। তিনি-বৰ্ণৰ মানুহে গায়ত্ৰী মন্ত্ৰ উচ্চাৰণ কৰি যি জল সূৰ্য্যৰ নামে উচৰ্গা কৰে সেয়ে ব্ৰহ্মতেজত পৰিণত হয়। এই ব্ৰহ্মতেজৰ বলত ৰাক্ষসবোৰ নিহত হৈ মুৰাসমুদ্ৰত পৰি পুনৰ্জীবিত হৈ পুনঃ পৰ্ব্বতশৃঙ্গত ওলমি থাকে।

বিষ্ণুৱে প্ৰথমতে এক পদ এই সৌমনস শৃঙ্গত থৈ দ্বিতীয় পদ মেৰু পৰ্ব্বতৰ শৃঙ্গত স্থাপন কৰিছিল।

৫৯। দিবাকৰ সূৰ্য্য উত্তৰ দিশেদি জম্বুদ্বীপ অতিক্ৰম কৰি আহি অতি উচ্চ এই সৌমনস শৃঙ্গত আৰোহণ কৰাৰ পিচতহে পৃথিবী স্পষ্টভাৱে দৃশ্য হয়।

৬০। এই শৃঙ্গতে সূৰ্য্যবৰ্ণ মহৰ্ষি বৈখানস বালখিল্য তপস্বীগণ প্ৰকাশিত হৈ আছে।

৬১। আগতে উল্লেখ কৰা সুদৰ্শন সাৰোবৰে শোভিত দ্বীপ এই সৌমনস শৃঙ্গৰ সম্মুখতে, ভগবান সূৰ্য্য এই শৃঙ্গত উদিত হোৱাৰ লগে লগেহে সকলো প্ৰাণীবৰ্গৰ তেজ আৰু চকুৰ শক্তি প্ৰকাশ পায়।

৬২। এতিয়া তোমালোক তালৈ গৈ এই পৰ্ব্বতৰ পিঠিত গুহাসমূহত আৰু বনভাগৰ ভিতৰত সকলোতে বৈদেহীৰে সৈতে ৰাৱণক বিচাৰি চোৱা।

৬৩। কাঞ্চন শৈল আৰু মহাত্মা সূৰ্য্যৰ তেজৰ সংমিশ্ৰণতহে প্ৰাতঃ সন্ধ্যাৰ ৰাতিপুৱাৰ ৰাঙলী-ৰাগ প্ৰকাশিত হয়।

৬৪। যিহেতু ভগবান ব্ৰহ্মাই প্ৰথমতে পৃথিবীৰ প্ৰকাশৰ অৰ্থে আৰু উৰ্দ্ধস্থিত পুৰুষ সকলৰ পৃথিবীলৈ অৱতৰণ আৰু পৃথিবীত থকা জীৱসমূহৰ ওপৰৰ ব্ৰহ্মভুবন আদিলৈ প্ৰৱেশদ্বাৰ স্বৰূপে এই দুৱাৰ মুখ সৃষ্টি কৰিছে আৰু যিহেতু সূৰ্য্যৰ উদায়ো প্ৰথমতে ইয়াতেই হয় সেই হেতুকে এই দিকটোক পূৰ্ব্বদিশ বোলে।

৬৫। এই পৰ্ব্বতৰ পিঠিত নিজৰাসমূহত আৰু গুহাবোৰত বৈদেহীৰ সৈতে ৰাৱণৰ অনুসন্ধান কৰিবা।

৬৬। ইয়াৰ পিচৰ স্থানসমূহ চন্দ্ৰ আৰু সূৰ্য্য বিহীন হোৱাৰ কাৰণ অন্ধকাৰে আবৃত এতেকে অদৃশ্য আৰু অগম্য। উদয়গিৰিৰ সম্মুখৰ পিনে দিকসমূহ সেই সেই দিশৰ অধিষ্ঠাতৃ দেৱসমূহৰ দ্বাৰা অধিষ্ঠিত হৈ দেৱতাগণৰ দ্বাৰা আবৃত হৈ আছে।

৬৭। হে বান্দৰগণ, মই যি যি পৰ্ব্বত গুহা আৰু নদীবোৰৰ কথা কলোঁ তোমালোকে সেইবোৰত জানকীৰ অন্বেষণ কৰিবা।

৬৮। হে কপিশ্ৰেষ্ঠগণ, এইখিনিমানলৈহে বান্দৰবোৰ যাব পাৰিব। ইয়াৰ পিচৰ সূৰ্য্য আৰু সীমাৰহিত স্থানবোৰৰ বিষয়ে মই নাজানো।

৬৯। এমাহৰ ভিতৰত উদয় পৰ্ব্বতত উপনীত হৈ ৰাৱণ আৰু বৈদেহীৰ অনুসন্ধান কৰি মাহ পূৰ্ণ হোৱাৰ লগে লগে তোমালোক উভতি আহিবা।

৭০। এমাহৰ ওপৰ কাল তোমালোক নাথাকিবা। যদি কোনো জনে থাকে তেন্তে তেওঁ মোৰ হাতত নিহত হব। মৈথিলীৰ বাতৰি লৈ তোমালোক কৃতকাৰ্য্য হৈ উভতি আহিবা।

৭১। হে বান্দৰবৰ্গ, তোমালোকে দক্ষভাৱে সৈতে উত্তমৰূপ ইন্দ্ৰদেৱৰ প্ৰিয় আৰু বনৰাজিৰে সুশোভিত পূৰ্ব্ব দিশত বিচাৰি সেই ৰঘুবংশজ ৰামৰ প্ৰিয়া ভাৰ্য্যা সীতাৰ সম্বাদ লৈ উভতি আহি পৰম সুখ লাভ কৰা।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত চল্লিশ সৰ্গ সমাপ্ত ॥**

## একচত্বাৰিংশ সৰ্গ

## ভিন্ ভিন্ দেশৰ বৰ্ণনা আৰু বান্দৰবোৰক প্ৰেৰণ

১। তাৰ পিচত স্থবৃহৎ সেই বান্দৰৰ দলটোক পূব পিনে পঠিযাই স্থগ্ৰীবে কাৰ্য্যসাধনৰ বাবে সমৰ্থ বুলি জনা আন এটা বান্দৰৰ দল দক্ষিণ ফাললৈ পঠালে।

২—৫। এই দলটোৰ ভিতৰত আছিল অগ্নিৰ পুত্ৰ নীল, হনুমান, পিতামহ ব্ৰহ্মাৰ পুত্ৰ মহাতেজস্বী জাম্ববান, স্থহোত্ৰ, শবাৰি শৰগুল্ম, গজ, গবাক্ষ, গবয, স্থষেণ, বৃষভ, মৈন্দ, দ্বিবিদ, স্থষেণ, গন্ধমাদন, হুতাশনৰ দুই পুত্ৰ উল্কামুখ আৰু অঙ্গদ। এওঁলোক অতি বেগবান আৰু বিক্ৰমশালী। সবলো বিষযতে বিশেষজ্ঞ কপীশ্বৰ স্থগ্ৰীবে এই বীৰসকলক দক্ষিণ দিশলৈ পঠিযালে।

৬। মহাবলশালী অঙ্গদক এই বান্দৰবীৰ সকলৰ দলটোৰ অগ্ৰবৰ্ত্তী অৰ্থাৎ মুখ্য নেতা কৰি পঠালে।

৭। যি যি ঠাই দক্ষিণফালে দুৰ্গম বুলি জনা আছিল বান্দৰৰাজ স্থগ্ৰীবে প্ৰধান প্ৰধান বান্দৰ সকলক তাৰ সবিশেষ বিবৰণ দি কলে—

৮—১২। "তোমালোকে গৈযে হাজাৰ শৃঙ্গবিশিষ্ট নানা গছলতাৰে পৰিপূৰ্ণ বিন্ধ্যপৰ্ব্বত, মহা মহা ভুজঙ্গগণে নিষেবিত ৰমণীয নৰ্ম্মদা নদী, তাৰ পিচতে মনোৰম গোদাবৰী, মহানদী কৃষ্ণবেণী, তাৰ পিচত মেখল, উৎকল, দশাৰ্ণদেশৰ নগৰবোৰ, আব্ৰবন্তী, অবন্তী আদি দেশ দেখা পাবা। তাৰ পিচত বিদৰ্ভ, অনৃষ্টিক, ৰমণীয মাহিযক আদি দেশবোৰ, আৰু সেইদৰে মৎস্য, কলিঙ্গ, কৌশিক আদি দেশ দেখি গৈ পৰ্ব্বত, গুহা, নদীৰে পৰিপূৰ্ণ দণ্ডকাৰণ্য আৰু তাৰ ভিতৰত থকা গোদাবৰী নদীৰ ওচৰত থকা দেশবোৰ দেখা পাবা। এইদৰে গৈ অন্ধ্ৰ, পুণ্ড্ৰ, চোল, পাণ্ড্য কেৰল আদি ঠাই দেখিবা।

১৩। তাৰ পৰা তোমালোকে নানা ধাতুৰে পৰিপূৰ্ণ, বিচিত্ৰশিখৰবিশিষ্ট নানা পুষ্পিত কাননেৰে শোভিত অযোমুখ* পৰ্ব্বতলৈ যাবা।

১৪—১৫। এই মহাপৰ্ব্বতৰ চন্দনে পৰিপূৰ্ণ স্থলভাগত তোমালোকে সীতাৰ অন্বেষণ কৰিবা। তাৰপৰা গৈ নিৰ্ম্মল সলিল বাহিনী অপ্সৰাগণৰ বিহাৰস্থল দিব্য কাবেৰী নৈ দেখা পাবা।

১৫—১৯। মহাশক্তি সম্পন্ন মযলপৰ্ব্বতৰ শিখৰ প্ৰদেশত সূৰ্য্যসমদীপ্তিমান ঋষিশ্ৰেষ্ঠ অগস্ত্যক দেখা পাবা। মহাত্মা ঋষিক প্ৰসন্ন কৰি তেওঁৰ অনুমতি লৈ গ্ৰাহে পৰিপূৰ্ণ তাম্ৰপৰ্ণী মহানদী পাৰ হৈ যাবা। এই নৈৰ মাজত থকা দ্বীপ সমূহ আৰু জলৰাশি

* মলয় পৰ্ব্বতৰ আন এটা নাম।

চন্দনবনেৰে আবৃত থকাৰ কাৰণে অনুমান হয় যেন বস্ত্ৰাচ্ছাদিত প্ৰিয়া যুৱতী সদৃশ মহানদীয়ে নিজ প্ৰিয় কান্ত সমুদ্ৰত হে লীন গৈছে। হে বান্দৰসকল তাৰ পৰাগৈ তোমালোকে পাণ্ড্যসকলৰ স্বৰ্ণময়, মুক্তামণি বিভূষিত দিব্য প্ৰাচীৰৰ কপাট দেখা পাবা। এইদৰে সমুদ্ৰৰ পাৰত উপনীত হৈ তোমালোকৰ শক্তি সামৰ্থ্য বুজি কি দৰে পাৰ হব পাৰিবা তাক ভালদৰে বুজি লবা।

২০। এই সম্বন্ধে যি এটা উপায় হব পাৰে কওঁ শুনা। ভগৱান অগস্ত্য ঋষিয়ে বিচিত্ৰ শিখৰ বিশিষ্ট পৰ্ব্বতশ্ৰেষ্ঠ শ্ৰীমান মহেন্দ্ৰ পৰ্ব্বত তাত স্থাপন কৰিছে।

২১—২৪। স্বৰ্ণময় শ্ৰীমান এই পৰ্ব্বতৰ এটাফাল মহাসমুদ্ৰত প্ৰবেশ কৰিছে। নানাবিধ তৰু, পুষ্পিত লতা আদিৰে সুশোভিত আৰু দেবৰ্ষি, যক্ষপ্ৰৱৰ অপ্সৰা সকল সিদ্ধ, আৰু চাৰণসঙ্ঘৰ দ্বাৰা পৰিব্যাপ্ত এই পৰ্ব্বতলৈ পৰ্ব্বই পৰ্ব্বই সহস্ৰাক্ষ ইন্দ্ৰ আহিয়ে থাকে। এই পৰ্ব্বতৰ আনপাৰে শতযোজন বিস্তৃত মানুহৰ অগম্য দীপ্তিমান এটা দ্বীপ আছে। দ্বীপৰ চাৰিও ফালে সকলোৰে আত্মাস্বৰূপ সীতাদেৱীক বিশেষ ৰূপে পাত পাত কৈ বিচাৰি চাবা।

২৫। এয়ে আমাৰ বধ্য ইন্দ্ৰতুল্য দুৰাত্মা ৰাক্ষসাধিপতি ৰাৱণৰ দেশ।

২৬। দক্ষিণ সাগৰৰ মাজত ছায়াক অবলম্বন কৰি জীৱগণক টানি আনি খাই জীয়াই থকা অঙ্গাৰকা নামে প্ৰসিদ্ধা এজনী ৰাক্ষসী আছে।

২৭। এতিয়া যি যি ঠাইত সীতা থকা বুলি তোমালোকৰ সন্দেহ হব পাৰে সেই সেই ঠাইত বিচাৰি সন্দেহ ভঞ্জন কৰি অমিত তেজশালী নৰেন্দ্ৰ ৰামচন্দ্ৰৰ পত্নীৰ অন্বেষণ কৰিবা।

২৮। এই দেশ এৰি গৈ শত যোজন বিস্তৃত সমুদ্ৰৰ মাজত সিদ্ধ আৰু চাৰণগণ নিষেৱিত চন্দ্ৰ সূৰ্য্য সদৃশ দীপ্তিমান পুষ্পিতক নামে এটা পৰ্ব্বত সাগৰৰ মাজত থকা দেখা পাবা। এই পৰ্ব্বতে তেওঁৰ বিপুল শৃঙ্গেৰে আকাশ ভেদ কৰি সুশোভিত হৈ আছে।

৩০। এই পৰ্ব্বতৰ কাঞ্চনময় এটা শৃঙ্গ ভগৱান দিবাকৰে স্পৰ্শ কৰিছে। কৃতঘ্ন, নৃশংস আৰু নাস্তিকবোৰে তাক দেখা নাপায়।

৩১। হে বান্দৰসকল, তোমালোকে শিৰেৰে স্পৰ্শ কৰি এই পৰ্ব্বতক নমস্কাৰ জনাই সীতাৰ অন্বেষণ কৰিবা। অলঙ্ঘনীয় এই পৰ্ব্বত অতিক্ৰম কৰি গৈ সূৰ্য্যবান নামে এটা পৰ্ব্বত তাত পাবা।

৩২। এই পৰ্ব্বত পথ হিচাপে চৈধ্য যোজন বিস্তৃত। তাক এৰি গৈ বৈদ্যুত নামে আন এটা পৰ্ব্বত পাবা।

৩৩। এই বৈদ্যুত পৰ্ব্বত বাঞ্ছিত সকলো প্ৰকাৰ ফলবান বৃক্ষৰে পৰিপূৰ্ণ আৰু ই সকলো ঋতুতে মনোহৰ। তাত শ্ৰেষ্ঠ ফলমূল ভক্ষণ কৰি আৰু মধুপান কৰি পৰম তৃপ্তি লাভ কৰিবা। হে বান্দৰসকল, তাৰপৰা গৈ চক্ষু আৰু মনৰ তৃপ্তিদায়ক কুঞ্জৰ নামে পৰ্ব্বত পাবা।

৩৫—৩৬। বিশ্বকৰ্ম্মাদেৱে তাতেই অগস্ত্য মুনিৰ কাৰণে এটা গৃহ নিৰ্ম্মাণ কৰিছে।

এই গৃহ এক যোজন বিস্তৃত আৰু দহযোজন ওখ। কাঞ্চনময় দিব্য এই গৃহ নানাৰত্নেৰে বিভূষিত। এই পৰ্ব্বতত সাপৰ নিবাসস্থান ভোগবতী-পুৰী আছে।

৩৭। ইয়াৰ পথ সুবিস্তৃত আৰু চাৰিওফালে সুৰক্ষিত আৰু অলঙ্ঘনীয়। তীক্ষ্ন-দ্রংষ্ট্র বিষধৰ ঘোৰমূৰ্ত্তি সৰ্পবোৰে ইয়াক ৰক্ষা কৰি আছে।

৩৮—৪৪। সৰ্পৰাজ মহাঘোৰ বাসুকিয়ে ইয়াত বাস কৰে। তোমালোকে তালৈ গৈ এই ভোগবতী পুৰীত সীতাৰ অন্বেষণ কৰিবা। এই পুৰীৰ ভিতৰত যিবোৰ গুপ্তস্থান আছে সকলোতে বিচাৰি চাবা। এই ঠাই এৰি গৈ প্ৰকাণ্ড এটা বলধৰ আকৃতিলৈ পৰি থকা সৰ্ব্বৰত্নময় শ্ৰীমান ঋষভ পৰ্ব্বত পাবা। এই পৰ্ব্বতত গোশীৰ্ষক, পদ্মক, আৰু হৰিশ্যাম নামৰ অগ্নিসদৃশ সমুজ্জ্বল চন্দন সমূহ উৎপন্ন হয়। এই চন্দন দেখি তোমালোকে তাক কেতিয়াও হাতেৰে স্পৰ্শ নকৰিবা। ৰোহিত নামে গন্ধৰ্ব্বই এই চন্দন ঘোৰৰূপধৰি ৰক্ষা কৰে। সূৰ্য্যসম প্ৰভাশালী শৈলুষ, গ্ৰামণী, শিক্ষ, শুক আৰু বভ্ৰ এই পাঁচজন গন্ধৰ্ব্বপতি তাত বাস কৰে। এই ঋষভ পৰ্ব্বতৰ সিপাৰে পৃথিৱীৰ শেহত, ৰবি সোম আৰু অগ্নিসম প্ৰভান্বিত শৰীৰ বিশিষ্ট পুণ্যকৰ্ম্মালোক সমূহৰ বসতি আৰু দুৰ্দ্ধৰ্ষ স্বৰ্গজয়কৰা পুৰুষসকল তাত বাস কৰে। তাৰ সিপাৰে সুদাৰুণ পিতৃলোক যলৈ আমি যাব নোৱাৰো।

৪৫। এয়ে যমৰজাৰ ৰাজধানী আৰু অন্ধকাৰেৰে আবৃত। হে বীৰবান্দৰসকল ইমান খিনিলৈ গৈ তোমালোকে সীতাৰ অন্বেষণ কৰিব পাৰিবা। ইয়াৰ সিফালে আৰু কোনো প্ৰাণীৰ গতি নাই।

৪৬। এই ঠাইবোৰ আৰু আন আন যিবোৰ ঠাই তোমালোকে দেখা তাত সীতাৰ অন্বেষণ কৰি উভতি আহিবা।

৪৭। এ মাহৰ ভিতৰতে উভতি আহি 'সীতাক দেখা পাইছো' বুলি যিজনে মোক জনাবা তেওঁ মোৰ দৰে ঐশ্বৰ্য্যশালী হৈ সুখ ভোগ কৰি কাল কটাব পাৰিবা।

৪৮। তেওঁতকৈ আন কোনো মোৰ প্ৰাণতকৈও প্ৰিয় হব নোৱাৰে। তেও হাজাৰ অপৰাধ কৰিলেও মোৰ বন্ধুহে হৈ থাকিব।

৪৯। তোমালোক সকলো অসীম বল আৰু পৰাক্ৰম সম্পন্ন, অশেষ গুণান্বিত, উচ্চ কুলত তোমালোকৰ জন্ম, গতিকে যিদৰে ৰাজদুহিতা সীতাক বিচাৰি উলিয়াব পাৰা তাৰ বাবে যত্নপৰায়ণ হোৱা।

**॥ কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একচত্বাৰিংশ সৰ্গ ॥**

# দ্বিচত্বাৰিংশ সৰ্গ

## বান্দৰবোৰৰ পশ্চিম দিশেলৈ গমন

১। বান্দৰবোৰৰ দক্ষিণ ফাললৈ পঠিয়াই সুগ্ৰীৱে মেঘসদৃশ দ্যুতিসম্পন্ন সুষেণ নামৰ বান্দৰক কলে।

২। ভীম পৰাক্ৰমশালী সুষেণ তাৰাৰ পিতৃ আৰু সুগ্ৰীৱৰ শহুৰ। ৰজা নিজে তেওঁৰ ওচৰলৈ গৈ কৃতাঞ্জলিপুটে প্ৰণাম জনাই কবলৈ ধৰিলে।

৩—১২। জগতশ্ৰেষ্ঠ বান্দৰবৰ্গপৰিবৃত মহেন্দ্ৰসম দ্যুতিমান বুদ্ধিবিক্ৰমসম্পন্ন গৰুড়সম প্ৰভান্বিত মহৰ্ষি মৰীচিৰ পুত্ৰ অৰ্চিষ্মাণ নামৰ কপিপ্ৰৱৰ আৰু মৰীচিৰ অৰ্চিমাল্য নামে আন আন মহাবলশালী পুত্ৰ সকলক পশ্চিমদিশলৈ যোৱাৰ নিৰ্দ্দেশ দি কবলৈ ধৰিলে 'হে শ্ৰেষ্ঠ বান্দৰগণ তোমালোকে দুশ হাজাৰ বান্দৰ লগত লৈ সুষেণৰ নেতৃত্বত বৈদেহীৰ অন্বেষণ কৰা গৈ। সৌৰাষ্ট্ৰ বাহ্লীক চন্দ্ৰচিত্ৰ, মনোৰম আৰু সমৃদ্ধিশালী জনপদ সমূহ, বৃহৎ বৃহৎ নগৰবোৰ, পুন্নাগ বকুল আৰু উদ্দালক ফুলেৰে পৰিপূৰ্ণ কুক্ষিদেশ আৰু কেতেকী ফুলেৰে ভৰপূৰ ঠাইবোৰ তোমালোকে বিচাৰি চাবা। সেইদৰে পশ্চিম দিশবাহিনী মঙ্গলময় শীতল জলপূৰ্ণ নদীসমূহ তপস্বী সকলৰ অৰণ্যসমূহ বন আৰু পৰ্ব্বতত বিচাৰি চাবা। মৰুময় যিবোৰ ঠাই তাত আছে, সেইবোৰত অতি ওখ আৰু শীতল শিলাভূমিত পৰ্ব্বত-ৰাজিৰে পৰিব্যাপ্ত দুৰ্গ। ঠাইবোৰত অন্বেষণ কৰি তাৰপৰা আৰু পশ্চিম দিশলৈ গৈ তিমি, মকৰ আদি জন্তুৰে পৰিপূৰ্ণ সমুদ্ৰ দেখা পাবা। তাৰ পিচত কেতকী, তমাল আৰু নাৰিকেল বনেৰে ভৰা ঠাইত ঘূৰি ফুৰি ৰাৱণৰ বাসভূমি আৰু সীতাৰ অন্বেষণ কৰিবা।

১৩—১৪। সমুদ্ৰৰ বেলাভূমিত যিবোৰ পৰ্ব্বত আৰু বন আছে তাতো বিচাৰি চাবা; সেইদৰে মুৰচীপত্তন, ৰমণীয় জটাপুৰ অৱন্তী আৰু অঙ্গলেপ নগৰত আৰু আলক্ষিত নামে যি অৰণ্য আছে তাত আৰু আন আন ৰাজ্য আৰু বিশাল বাণিজ্য কেন্দ্ৰবোৰত সীতাৰ অন্বেষণ কৰিবা।

১৫। সিন্ধু আৰু সাগৰৰ সঙ্গম স্থলত প্ৰকাণ্ড প্ৰকাণ্ড গছ থকা শত সংখ্যক শৃঙ্গ থকা সোমগিৰি নামে মহান এক পৰ্ব্বত আছে।

১৬। এই পৰ্ব্বতৰ ৰমণীয় সমতল খণ্ডত সিংহ নামৰ এবিধ চৰাই আছে। ইহঁতে তিমিমাছ আৰু হাতীবোৰ ধৰি ধৰি নিজ বাঁহলৈ লৈ আহে।

১৭—১৮। এইদৰে যিবোৰ হাতী চৰাইৰ বাঁহলৈ অনা হয় সেইবোৰে আৰু গিৰিশৃঙ্গত বাস কৰি থকা আন আন দৃপ্ত আৰু সন্তুষ্ট হাতীবোৰে মেঘৰ গাজনিৰ দৰে চিঞৰি জলপূৰ্ণ গিৰিশৃঙ্গবোৰত ইফালে সিফালে বিচৰণ কৰি থাকে। এই পৰ্ব্বতৰ কাঞ্চনময় শৃঙ্গ আকাশস্পৰ্শী আৰু বিচিত্ৰ বৃক্ষৰাজিৰে পৰিপূৰ্ণ।

১৯—২১। আমাৰ কামৰূপী বান্দৰবোৰে অতি শীঘ্রে এই শৃঙ্গত সীতাৰ অন্বেষণ কৰিব। হে বান্দৰগণ, তাৰপৰা গৈ তোমালোকে সমুদ্রৰ মাজত পাৰিযাত্র পর্ব্বতৰ, আগে চকুৰে চাব নোৱাৰা শত যোজন বিস্তীর্ণ স্বর্ণময় শৃঙ্গ দেখা পাবা। এই শৃঙ্গত ঘোৰ পাতকীসকলৰ পক্ষে অগ্নিশিখা সদৃশ অগ্নিতুল্যচৌবিশ কোটি গন্ধর্ব্ব তপস্বী মিলিত হৈ তপস্যা কৰি আছে।

২২। আমাৰ ভীম পৰাক্রমশালী বান্দৰবোৰে তেওঁলোকৰ তেনেই ওচৰলৈ নাযায় যেন আৰু সেই ঠাইৰ কোনো ফলো যেন গ্রহণ নকৰে।

২৩। সত্বগুণসম্পন্ন মহাবলশালী ভীম পৰাক্রমী দুর্দ্ধর্ষ বীৰগণে সেই ফলমূলবোৰ ৰক্ষা কৰে।

২৪। সেই ঠাইবোৰত তোমালোকে বিশেষ যত্নপূর্ব্বক সীতাৰ অন্বেষণ কৰিবা। বান্দৰস্বভাৱ লৈ কোনো অপৰাধ নকৰাকৈ থাকিলে তেওঁলোকৰ পৰা তোমালোকৰ ভয়ৰ কোনো কাৰণ নাই।

২৫। তাত বজ্রৰ আকৃতিত সংস্থাপিত, নানা তৰু লতাদিৰে পৰিপূর্ণ বৈদুর্য্যমণিসম দীপ্তিমান বজ্র নামে এটা ডাঙৰ পর্ব্বত আছে।

২৬। শ্রীমান এই পর্ব্বতৰ আয়তন আৰু উচ্চতা শত যোজন পৰিমাণ বান্দৰগণ তোমালোকে তাৰ গুহাবোৰ ভালকৈ বিচাৰি চাবা।

২৭। এই সমুদ্রৰ চতুর্থ ভাগত চক্রবান নামে এটা পর্ব্বত আছে। বিশ্বকর্ম্মাদেৱে তাত সহস্রাৰ (হেজাৰ শলাকাযুক্ত) চক্র নির্ম্মাণ কৰি থৈছিল।

২৮। পুৰুষোত্তম বিষ্ণুৱে তাত পঞ্চজন আৰু হয়গ্রীৱ দানৱক বধ কৰি শঙ্খ আৰু চক্র তাৰপৰা গ্রহণ কৰে।

২৯। এই পর্ব্বতৰ মনোৰম শৃঙ্গবোৰত আৰু বিশাল গুহাৰ ভিতৰত ৰাৱণে সৈতে বৈদেহীক পাত পাত কৈ বিচাৰি চাবা।

৩০। তাৰ পিচতেই বৰুণালয় সমুদ্রৰ মাজত চৌষষ্টি যোজন বিস্তৃত স্বর্ণ শৃঙ্গ বিশিষ্ট বৰাহ নামৰ পর্ব্বত।

৩১। তাতে প্রাগ্‌জ্যোতিষ নামে স্বর্ণময় এখন পুৰী আছে। এই পুৰীত নৰক নামে দুষ্টাত্মা এটা দানৱ আছে।

৩২। এই পর্ব্বতৰো ৰম্য শৃঙ্গসমূহত আৰু বিশাল গুহাবোৰত ৰাৱণে সৈতে সীতাৰ অন্বেষণ কৰিবা।

৩৩। স্বৰ্ণময় গুহাবিশিষ্ট এই পর্ব্বত অতিক্রম কৰি গৈ জলপ্রপাত আৰু নিজৰাৰে সুশোভিত সর্ব্ব সৌবর্ণ পর্ব্বত দেখা পাবা।

৩৪। এই পর্ব্বতত হাতী, বৰাহ, সিংহ বাঘ আদি জন্তুবোৰে নিজ গর্জ্জনৰ ধ্বনিতে দর্পিত হৈ পর্ব্বতৰ চাৰিওফালে গর্জ্জন কৰি ফুৰে।

৩৫। যি সৌবর্ণি পর্ব্বতত শ্রীমান্ মহেন্দ্র দেৱগণৰ দ্বাৰা ৰাজপদত অভিষিক্ত হয়, এয়ে সেই মেষ পর্ব্বত।

৩৬। মহেন্দ্রপালিত এই পৰ্ব্বত অতিক্রম কৰি গৈ তোমালোকে ষাঠি হাজাৰ স্বৰ্ণময় পৰ্ব্বত পাবা।

৩৭। সিহঁতে তৰুণ আদিত্যসম ৰূপলৈ দীপ্তিমান হৈ আছে আৰু স্বৰ্ণময় পুষ্পিত তৰুৰাজিৰে সুশোভিত।

৩৮। এই পৰ্ব্বতসমূহৰ মাজত তেওঁলোকৰ ৰজাসদৃশ সৰ্ব্ব মেৰু নামে সৰ্ব্বশ্ৰেষ্ঠ পৰ্ব্বত বিদ্যমান। পুৰণি কালত আদিত্যদেৱ প্ৰসন্ন হৈ এই পৰ্ব্বতক এই বুলি বৰ দিয়ে।

৩৯—৪০। 'মোৰ অনুগ্ৰহত যিবোৰ পৰ্ব্বতে তোমাৰ আশ্ৰয় লৈ আছে সেই সকলোবোৰে দিন আৰু ৰাতি সকলো সময়তে কাঞ্চনময় হৈ থাকিব আৰু যি সকল মোৰ ভক্ত দেৱতা, গন্ধৰ্ব্ব আৰু দানৱ ইয়াত বাস কৰিব তেওঁলোকো কাঞ্চনপ্ৰভাবিশিষ্ট হব।'

৪১—৪২। বিশ্বেদেৱসকল, বসুগণ আৰু মৰুৎগণ আদি দেৱতাসকলে শ্ৰেষ্ঠ এই মেৰু পৰ্ব্বতলৈ আহি পশ্চিম দিশৰ সন্ধ্যা ( সায়ং সন্ধ্যা ) কালত আদিত্য দেৱৰ উপাসনা কৰে। সূৰ্য্যদেৱ এইদৰে পূজিত হৈ অস্ত পৰ্ব্বতত আৰোহণ কৰি সকলোৰে অদৃশ্য হয়।

৪৩। তাৰ পিচত অৰ্দ্ধমুহূৰ্ত্তকালৰ ভিতৰত ভগৱান দিবাকৰ দহ হাজাৰ যোজন বিস্তৃত এই অস্তগিৰি অতিক্রম কৰে।

৪৪। বিশ্বকৰ্ম্মাদেৱে এই পৰ্ব্বতৰ শৃঙ্গত সূৰ্য্যসম দীপ্তিমান সুবৃহৎ প্ৰাসাদপূৰ্ণ ভৱন নিৰ্ম্মাণ কৰিছে।

৪৫। বিচিত্ৰ তৰুৰাজিৰে সুশোভিত আৰু নানা পক্ষীৰে পৰিপূৰ্ণ এই ভৱনেই পাশহস্ত মহাত্মা বৰুণদেৱৰ বাসস্থান।

৪৬। মেৰু আৰু অস্তগিৰি পৰ্ব্বতৰ মাজত দহটা ( স্কন্ধ ) শাখাৰে বিদ্যমান স্বৰ্ণময় এজোপা তালগছ দীপ্তিমান হৈ জিলিকি আছে। বিচিত্ৰ এটা ঢাপৰ ওপৰত এই তালবৃক্ষ প্ৰতিষ্ঠিত।

৪৭। হে বান্দৰসকল, এতিয়া তোমালোকে সেই সেই সকলো দুৰ্গ, সৰোবৰ, আৰু নদী সমূহত বৈদেহী আৰু ৰাৱণৰ অনুসন্ধান কৰিবা।

৪৮। মেৰু পৰ্ব্বতত ব্ৰহ্মাৰ সমান তেজস্বী, নিজ তপোবলে বলীয়ান ধৰ্ম্মজ্ঞ বিখ্যাত মেৰুসাৱৰ্ণি বাস কৰি থাকে।

৪৯। মূৰেৰে মাটি চুই প্ৰণাম জনাই সূৰ্য্যসদৃশ মহৰ্ষি মেৰু সাৱৰ্ণিক সীতাৰ বিষয় সকলো কথা সুধিবা।

৫০। ৰাতি পুৱালে ভগৱান্ সূৰ্য্যদেৱে উদয়াচলৰ পৰা জীৱলোকৰ এইখিনি মানলৈ অন্ধকাৰ দূৰ কৰি শেষত অস্তাচলত অস্ত যায়।

৫১। হে শ্ৰেষ্ঠ বান্দৰসকল তোমালোকো এইখিনি মানলৈহে যাব পাৰিবা। ইয়াৰ পিচৰ ঠাইবোৰত সূৰ্য্য নাই আৰু সিহঁত সীমা বিহীন। সেই ঠাইবোৰৰ কথা মই একো নাজানো।

৫২। অস্তাচললৈ গৈ বৈদেহী আৰু ৰাৱণৰ বাসস্থানৰ বিষয়ে জানি এমাহ উকলি গলেই তোমালোক উভতি আহিবা।

৫৩। এমাহতকৈ বেচি সময় তোমালোক নাথাকিবা। যেয়ে থাকিব সেয়ে মোৰ দ্বাৰা নিহত হব। এতিয়া তোমালোকৰ লগত মোৰ বীৰ শহুৰ যাব।

৫৪। মহাবাহু আৰু মহাবলশালী মোৰ এই শহুৰ মোৰ গুৰু। বৰ্ত্তমানে কৰ্ত্তব্যকৰ্ম্ম সাধন কৰিবলৈ গৈ এখেতে যি কয় তাকে শুনিবা।

৫৫। তোমালোকো পৰাক্ৰমশালী আৰু কৰ্ত্তব্য-অকৰ্ত্তব্য নিশ্চয় কৰিব পৰা শক্তি তোমালোকৰ আছে তথাপি নিশ্চয়তা নিৰূপণ কামৰ ভাৰ এখেতৰ ওপৰত দি তোমালোক পশ্চিমফাললৈ যোৱা।

৫৬। শ্ৰীৰামচন্দ্ৰই আমাৰ যি উপকাৰ কৰিছে তাৰ প্ৰত্যুপকাৰৰ দ্বাৰাই হে আমি কৃতাৰ্থ হব পাৰিম। ইয়াৰ উপৰি আৰু যি কৰিব লগীয়া আছে ( যেনে ৰাৱণবধ আদি ) সি তেওঁৰ পক্ষে আৰু প্ৰিয় হব, তোমালোকে দেশ, কাল আৰু প্ৰযোজন অনুসৰি কৰ্ত্তব্য নিৰূপণ কৰি কামত মন দিবা।”

৫৭। সবশেহত সুগ্ৰীৱৰ কথা ভালদৰে শুনি লৈ সুষেণপ্ৰমুখ্যে বান্দৰসকলে বিদায় লৈ বৰুণদেৱৰ দিশ পশ্চিম ফালে গতি কৰিলে।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত দ্বিচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

## ত্ৰিচত্বাৰিংশ সৰ্গ

### বান্দৰসকলৰ উত্তৰ দিশলৈ গমন

১—২। কপিৰাজ সৰ্ব্বজ্ঞ সুগ্ৰীৱে তেওঁৰ শহুৰেকক পশ্চিমফালে পঠিয়াই বীৰ শতবল নামে বান্দৰক নিজ আৰু ৰামচন্দ্ৰৰ অৰ্থে হিতকৰ কথা কবলৈ ধৰিলে।

৩—৪। “হে বিক্ৰমশালী বীৰ, তোমাৰ নিচিনা শতসহস্ৰ বনবাসী বান্দৰেৰে পৰিবৃত্ত হৈ যমসুত মন্ত্ৰীবৰ্গক লগত লৈ উত্তৰফালে হিমালয়ৰ সকলো ঠাইতে ৰামপত্নী যশস্বিনী সীতাৰ অন্বেষণ কৰিবা।

৫। হে অভীষ্টসিদ্ধকাৰীগণৰ শ্ৰেষ্ঠ, দাশৰথি ৰামৰ প্ৰিয় এই কাৰ্য্য সিদ্ধ হলে আমি ঋণমুক্ত হৈ কৃতাৰ্থ হম।

৬। মহাত্মা ৰাঘৱে আমাৰ প্ৰিয়কাৰ্য্য সাধন কৰিছে, এতিয়া যদি তাৰ প্ৰত্যুপকাৰ কৰিব পৰা হয়, তেন্তে আমাৰ জীৱন সফল হব।

৭। যি মানুহে কোনো উপকাৰ কৰা নাই তেনেজনৰো উপকাৰ কৰিব পাৰিলে জীৱন সফল হয়, এতেকে যিজনে আগতে উপকাৰ কৰিছে তেনে জনৰ প্ৰত্যুপকাৰ কৰাবিষয়ে কবলৈ আৰু কি আছে।

৮। তোমালোক মোৰ প্ৰিয় আৰু হিতাকাঙ্ক্ষী, এতেকে এনে বুদ্ধিমনত লৈ যাতে জানকীৰ অন্বেষণ কাৰ্য্য হাতত লোৱা হয় তালৈ লক্ষ্য ৰখাটোহে কৰ্ত্তব্য হব।

৯। নৰশ্ৰেষ্ঠ শত্ৰুপুৰঞ্জয় এই ৰামচন্দ্ৰ সকলো প্ৰাণীৰে মাননীয়, বৰ্ত্তমানে তেওঁ আমাৰ প্ৰতি পৰম প্ৰীত।

১০। এতিয়া তোমালোকে বুদ্ধি আৰু বিক্ৰমক আশ্ৰয় কৰি সকলো দুৰ্গম ঠাই, নদী, পৰ্ব্বতৰ ভিতৰৰ ঠাইবোৰ তন্ন তন্ন কৈ বিচাৰি চাবা।

১১—১২। ম্লেচ্ছ, পুলিন্দ, শূৰসেন, প্ৰস্থল, ভৰত, মদ্ৰৰে সৈতে দক্ষিণ কুৰু এই দেশবোৰত আৰু সেইদৰে কম্বোজ, যবন, শক, আৰু বৰদৰ নগৰ আৰু বাণিজ্যকেন্দ্ৰবোৰত বিচাৰি গোটেই হিমাচল প্ৰদেশ তন্ন তন্ন কৈ চাবা।

১৩। আৰু লগে লগে লোধ্ৰবন, পদ্মবন আৰু দেৱদাৰুবন সমূহত বৈদেহীৰে সৈতে ৰাৱণৰ অন্বেষণ কৰিবা।

১৪। তাৰপৰা দেৱতা আৰু গন্ধৰ্ব্বসকলৰ বাসস্থান সোমাশ্ৰয়লৈ গৈ তাৰপৰা মহা-শৃঙ্গবিশিষ্ট কাল নামে পৰ্ব্বতলৈ যাবা।

১৫। এই পৰ্ব্বতৰ মহা মহা শিলাখণ্ড আৰু গুহাৰ ভিতৰত মহাভাগা পুণ্যকীৰ্ত্তি ৰামপত্নীৰ অনুসন্ধান কৰিবা।

১৬—১৮। এই পৰ্ব্বত এৰি গৈ সুদৰ্শন নামে হেমাঙ্গ মহাগিৰি পাবা। তাৰ পিচতে পক্ষীসকলৰ বাসভূমি নানা পক্ষী আৰু বৃক্ষৰাজিৰে শোভিত দেৱসখা নামে পৰ্ব্বত পাবা। তাৰ কাঞ্চনময় নিজৰা আৰু গুহাবোৰত বৈদেহীৰে সৈতে ৰাৱণৰ অনুসন্ধান কৰিবা।

১৯। এই পৰ্ব্বত এৰি গৈ শতযোজন বিস্তৃত পৰ্ব্বত, নদী, বৃক্ষ বা কোনো জীৱ নোহোৱা এখন শূন্য ঠাই পাবা।

২০। অতিশীঘ্ৰে লোমহৰ্ষণ এই কান্তাৰ প্ৰদেশ এৰি শুভ্ৰ কৈলাস পৰ্ব্বত দেখি তোমা-লোক আনন্দিত হবা।

২১। এই পৰ্ব্বতত বিশ্বকৰ্ম্মাদেৱে শুভ্ৰ মেঘৰ বৰণৰ সোণ খতোৱা ৰমণীয় কুবেৰৰ ভৱন নিৰ্ম্মাণ কৰিছে।

২২। অসংখ্য কমল আৰু উৎপলেৰে শোভিত হংসকাৰণ্ডৱ পক্ষীগণে পৰিব্যাপ্ত আৰু অপ্সৰাগণৰ সেৱিত বিশাল এটা সৰোবৰ তাত আছে।

২৩। এই পৰ্ব্বতত সৰ্ব্বলোকনমস্কৃত বিশ্ৰবাৰ পুত্ৰ যক্ষৰাজ শ্ৰীমান কুবেৰ গুহ্যকসকলে সৈতে পৰম আনন্দে বাস কৰে।

২৪। তেওঁৰ চন্দ্ৰসম প্ৰভাশালী এই পৰ্ব্বত আৰু গুহাসমূহত বৈদেহী আৰু ৰাৱণৰ অন্বেষণ কৰিবা।

২৫। তাৰ পিচত ক্ৰৌঞ্চনামৰ এখন পৰ্ব্বত পাবা; এই পৰ্ব্বতত এটা অতি দুৰ্গম গৰ্ত্ত আছে। গাঁতটোত প্ৰবেশ কৰিব নোৱাৰি বুলি এটা প্ৰসিদ্ধি আছে; তোমালোকে অতি সন্তৰ্পণে এই গাঁতত প্ৰবেশ কৰিবা।

২৬। তাত দেৱতাসকলোৰো পূজনীয় দেৱস্বৰূপ সূৰ্য্যসম প্ৰভাবিশিষ্ট মহাত্মা মহৰ্ষি-সকলে বসতি কৰি থাকে।

২৭। এই ক্ৰৌঞ্চপৰ্ব্বতৰ গুহা, শৃঙ্গ, সঙ্কীৰ্ণ ঠাই আৰু নিতম্ব প্ৰদেশত তোমালোকে পাতপাতকৈ ভালদৰে সীতাক বিচাৰি চাবা।

২৮। বৃক্ষশূন্য, বাঞ্ছিততপস্যা সিদ্ধিৰ স্থান পক্ষীকুলৰ আলয মানস পৰ্ব্বতলৈ কোনো প্ৰাণী, দেৱতা বা ৰাক্ষসৰ গতি নাই।

২৯। এই পৰ্ব্বতত তাৰ শৃঙ্গ আৰু সমতল ক্ষেত্ৰত ভালকৈ সীতাৰ অন্বেষণ কৰিবা। ক্ৰৌঞ্চ পৰ্ব্বত এৰি গৈ তোমালোকে মৈনাক পৰ্ব্বত পাবা।

৩০। এই পৰ্ব্বতত ময়দানৱে স্বযং তেওঁৰ বাসভৱন নিৰ্ম্মাণ কৰি লৈছে। এই পৰ্ব্বতৰো শৃঙ্গ আদিত তোমালোকে সীতাক বিচাৰি চাবা।

৩১। মৈনাক পৰ্ব্বতৰ ঠাযে ঠাযে অশ্বমুখী ৰমণীৰ বাসস্থান। এই ঠাই এৰি গৈ তোমালোকে সিদ্ধসকলৰ বাসস্থান পাবা।

৩২। তাত সিদ্ধ, বৈখানস, বালখিল্য আদি তাপসগণ বাস কৰে। এই নিষ্পাপ তপস্বীসকলক তোমালোকে নমস্কাৰ কৰিবা আৰু বিনীতভাবে সীতাৰ বাতৰি সুধিবা।

৩৩—৩৪। সেই ঠাইতে সোণৰ পদুম ফুলে পৰিপূৰ্ণ আৰু তৰুণাদিত্যসম কান্তিবিশিষ্ট হাঁহবোৰ চৰিফুৰা বৈখানস সৰোবৰ দেখিবা।

৩৫। কুবেৰৰ বাহন সাৰ্ব্বভৌম নামে যিটো হাতী আছে সেই হাতীটোৱে সদায হস্তিনীবোৰে সৈতে তালৈ আহে। এই সৰোবৰ এৰি গৈ তোমালোকে চন্দ্ৰ, সূৰ্য্য, নক্ষত্ৰ মেঘ আৰু শব্দবিহীন আকাশমণ্ডলী দেখিবা।

৩৬। এই আকাশমণ্ডল সূৰ্য্যকিৰণসদৃশ দেৱকল্প স্বয়ংপ্ৰভ উপবিষ্ট তপঃসিদ্ধ সিদ্ধগণৰ জ্যোতিৰে উদ্ভাসিত।

৩৭। এই ঠাই এৰি গৈ শৈলোদা নামৰ এখন নৈ পাবা। নৈৰ দুয়োপাৰে কীচক নামৰ বাঁহবোৰ।

৩৮। এই বাঁহবোৰে সিদ্ধবোৰক নৈৰ ইপাৰ সিপাৰলৈ অনা নিয়া কৰি থাকে। তাতেই পুণ্যকৰ্ম্মা লোকসকলৰ বাসস্থান উত্তৰকুৰুদেশ। তাত থকা কাঞ্চনপদ্মসুশোভিত সৰোবৰত উত্তৰকুৰুদেশৰ লোকসকলে পানীৰ সকলো কাম কৰে।

৩৯—৪২। এই ঠাইডোখৰত নীল বৈদুৰ্য্যমণিসম পত্ৰেৰে শোভিত হিৰণ্ময, ৰক্ত উৎপল-পৰিপূৰ্ণ হাজাৰ হাজাৰ নদী প্ৰবাহিত হৈ আছে। ইয়াৰ জলাশয় সমূহ নতুনকৈ ওলাই অহা আদিত্যসম শোভাশালী মহাৰ্হমণিৰত্নসদৃশ স্বৰ্ণপ্ৰভকেশৰযুক্ত নীলোৎপলপূৰ্ণ বিচিত্ৰ বনৰাজি, বৰ্ত্তুলাকাৰ মুক্তামণি আৰু মহামূল্য ধনে সেই ঠাই সৰ্ব্বতোভাবে পৰিব্যাপ্ত। তাৰ নদীসমূহৰ পুলিন প্ৰদেশবোৰ সোণৰ বালিৰে পৰিপূৰ্ণ। সৰ্ব্বৰত্নময় বিচিত্ৰ শ্ৰেষ্ঠ পৰ্ব্বত সমূহে তাক আগুৰি আছে।

৪৩—৪৪। ইয়াৰ বৃক্ষসমূহ সদায় সুবৰ্ণময় আৰু অগ্নিসম প্ৰভাশালী; দিব্যগন্ধ আৰু

ৰসযুক্ত ফল আৰু পুষ্পে পৰিপূৰ্ণ আৰু পক্ষীগণৰ দ্বাৰা পৰিব্যাপ্ত, আৰু যেযে যি কামনা কৰে তাকে দান কৰে।

৪৫—৪৯। বৃক্ষসমূহৰ কিছুমানে বিবিধ প্ৰকাৰৰ বস্ত্ৰ, স্ত্ৰী আৰু পুৰুষগণৰ ইচ্ছাৰ অনুৰূপ মুক্তা আৰু বৈদূৰ্য্য মণিৰে চিত্ৰিত ভূষণ, কিছুমানে সকলো ঋতুতে সুখসেব্য মহাৰ্হ মণিৰে চিত্ৰিত আস্তৰণে সৈতে শয্যাৰ উপকৰণ, কিছুমানে আকৌ মনৰ ইচ্ছানুৰূপ প্ৰিয় মাল্য উৎপাদন কৰে। কিছুমানে বা বিবিধ মহাৰ্হ পানীয় বা ভক্ষ্যবস্তুকে সৃষ্টি কৰে। তাৰ স্ত্ৰীসকল ৰূপযৌবনসম্পন্না আৰু গুণৱতী, উজ্জ্বলদীপ্তিসম্পন্ন গন্ধৰ্ব্ব, কিন্নৰ, সিদ্ধ, নাগ আৰু বিদ্যাধৰগণে সততে স্ত্ৰীসকলৰ লগত তাত বিহাৰ কৰি থাকে।

৫০। তাত থকা সকলো পুণ্যশীল, কামাসক্ত আৰু কামাৰ্থসেবীজনে নিজ নিজ স্ত্ৰীক লগত লৈ বাস কৰে।

৫১। সৰ্ব্বজন মনোহাৰী গীত আৰু বাদ্যযন্ত্ৰৰ মধুৰ স্বৰ, উৎকৃষ্ট হাঁহিৰ বোল সততে তাত শুনা যায।

৫২। তাত এনে এজন নাই যি আনন্দত বিভোৰ হৈ থকা নাই অথবা কোনো প্ৰিয় বস্তু নোপোৱাকৈ আছে। মনোৰম সকলো গুণে তাত দিন দিন উৎকৰ্ষলাভ কৰে।

৫৩। এই পৰ্ব্বত এৰি গৈ উত্তৰসমুদ্ৰ। উত্তৰসমুদ্ৰৰ মাজত সোমগিৰি নামৰ স্বৰ্ণময় এটা ডাঙৰ পৰ্ব্বত আছে।

৫৪। এই ঠাইত সূৰ্য্য নাথাকিলেও সোমগিৰি পৰ্ব্বতৰ জ্যোতিতহে সূৰ্য্যৰ তাপেৰে উত্তপ্ত আৰু সূৰ্য্যকিৰণে প্ৰভান্বিত দেশৰ নিচিনাকৈ এই দেশ প্ৰকাশিত হৈ আছে।

৫৫। ভগৱান্ বিশ্বাত্মা বিষ্ণু, একাদশৰুদ্ৰাত্মক শম্ভু আৰু দেবেশ ব্ৰহ্মা, ব্ৰহ্মৰ্ষিগণৰ দ্বাৰা পৰিবৃত হৈ এই সোমগিৰিত বাস কৰি থাকে।

৫৬। তোমালোকে কুৰুৰ উত্তৰদেশলৈ কেতিয়াও নাযাবা। আন কোনো প্ৰাণীৰেই তালৈ গতি নাই এই সোমগিৰি দেৱতাসকলোৰো পক্ষে দুৰ্গম।

৫৭। তোমালোকে এই পৰ্ব্বত চকুৰে চাই লৈ বেগেতাই তাৰপৰা উভতি আহিবা।

৫৮। বান্দৰসকলে এইখিনি মানলৈহে মাত্ৰ যাব পাৰে। ইয়াৰ পিচৰ ঠাই সূৰ্য্য-আৰু সীমাবিহীন। ইয়াৰ পিচত কি আছে মই নাজানো।

৫৯। মই যিবোৰ ঠাইৰ বৰ্ণনা দিলোঁ, এই সকলোবোৰতে আৰু ইয়াৰ অতিৰিক্ত মই নোকোৱা ঠাইও যদি কিবা আছে তাতো তোমালোকে সীতাৰ অন্বেষণ কৰিবা।

৬০। এইদৰে কৰিলেই তোমালোকে দশৰথি আৰু মোৰ প্ৰিয়কাম সাধন কৰা হব। হে অনিল, আৰু অনলসম্ভৱ বান্দৰগণ, বিদেহ ৰাজকন্যাৰ দৰ্শনৰূপ কাৰ্য্যৰ দ্বাৰা আমি সকলো কৃতকৃত্য হম।

*৬০। তাৰ পিচত তোমালোকে এইদৰে কাৰ্য্য সিদ্ধ কৰি সৰ্ব্বগুণান্বিত হৈ বন্ধুবৰ্গে সৈতে* মোৰ আদৰৰ পাত্ৰ হবা আৰু তোমালোকৰ শত্ৰু বিনাশ হোৱাৰ লগে লগে প্ৰিয়াজনে সৈতে সকলো প্ৰাণীৰে আশ্ৰয়স্বৰূপ হৈ এই পৃথিৱীত সুখ অনুভোগ কৰি থাকিব পাৰিবা।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ত্ৰিচত্বাৰিংশ সৰ্গ সমাপ্ত ॥**

## চতুশ্চত্বাৰিংশ সৰ্গ

### হনুমানৰ প্ৰতি বিশেষ অনুৰোধ, চিন স্বৰূপে ৰামনামাঙ্কিত আঙঠি প্ৰদান

১। সুগ্ৰীবে মনে মনে স্থিৰ কৰি ললে যে হৰিশ্ৰেষ্ঠ অকল হনুমানেই এই কামটো ভালদৰে সিদ্ধ কৰিব পাৰিব।

২। ইযাকে ভাবি ৰজা সুগ্ৰীবে পৰম প্ৰীত হৈ বনবাসী সকলৰ মাজত বিক্ৰমশালী পৱনসুত হনুমানক কলে।

৩। "হে হৰিপুঙ্গব, পৃথিবীত, অন্তৰীক্ষত, আকাশত, অথবা স্বৰ্গত অথবা জলৰাশিৰ মাজত, এনে কোনো ঠাই নাই য'লৈ তুমি যাব নোৱাৰা।

৪। অসুৰলোক, গন্ধৰ্ব্বলোক, নাগলোক, নৰলোক আৰু দেবলোক আৰু সেইদৰে সাগৰ, ধৰা আৰু পাতাল সকলো তোমাৰ জনা আছে।

৫। হে মহাকপি, হে বীৰ, গতি, তেজ আৰু লঘুতা সকলো বিষয়তে তুমি মহা শক্তিশালী তোমাৰ পিতৃ পৱনৰ সমান।

৬। শক্তি বিষযত তোমাৰ সমকক্ষ কোনো প্ৰাণী এই জগতত নাই, এতেকে সীতাক কিদৰে পাব পৰা হয সেই কথাটো তুমি ভালদৰে চিন্তা কৰা।

৭। হে নীতিজ্ঞ পণ্ডিত হনুমান, শাৰীৰিক বল, বুদ্ধি আৰু পৰাক্ৰম, আৰু দেশকাল ভেদে আচৰণ কৰিব লগা কৰ্ম্মপন্থা আৰু নীতি এই সকলো অকল তোমাতেই বিদ্যমান।"

৮। সুগ্ৰীবৰ কথা শুনি ৰামে কাৰ্য্যসিদ্ধি সম্বন্ধে সকলো কথা বুজি লৈ, আৰু হনুমানৰ সামৰ্থ্য অবগত হৈ চিন্তা কৰিবলৈ ধৰিলে।

৯। 'কপিৰাজ সুগ্ৰীবে সকলো প্ৰকাৰে হনুমানৰ দ্বাৰাই কাৰ্য্য সিদ্ধ হব বুলি স্থিৰ কৰি লৈছে আৰু মোৰো মনত হনুমানেই কাৰ্য্য সাধন কৰিব পাৰিব বুলি বেচিকৈ খেলিছে।

১০। এতেকে যাৰ কৰ্ম্মনৈপুণ্য ৰজাই নিজে পৰীক্ষা কৰি কাৰ্য্য সাধনৰ বাবে তেওঁক গ্ৰহণ কৰিছে তেনেজনৰ সহাযতে যে সীতাক পোৱা যাব পাৰিব এইটো ধ্ৰুৱ।'

১১। তেতিয়া মহাতেজস্বী ৰামচন্দ্ৰই কাৰ্য্য সাধন বিষয়ত হনুমানক সৰ্ব্বশ্ৰেষ্ঠ যেন দেখি, কৃতাৰ্থ হোৱাদি হৈ সন্তুষ্ট হল আৰু তেওঁৰ মন আৰু ইন্দ্ৰিয সমূহ আনন্দতে উৎফুল্ল হল।

১২। পৰম প্ৰীত হৈ তেওঁ ৰাজপুত্ৰী সীতাই বুজিব পৰা চিহ্ন স্বৰূপে তেওঁৰ নিজ নামাঙ্কিত হাতৰ আঙঠিটো তেওঁক দি কলে।

১৩। "হে কপিপ্ৰবৰ, এই চিহ্নৰ দ্বাৰা জনকাত্মজা সীতাই মনত কোনো প্ৰকাৰৰ উদ্বেগ নৰখাকৈ তুমি মোৰ ওচৰৰ পৰা গৈছা বুলি জানিব পাৰিব।

১৪। হে বীৰ তোমাৰ উদ্যম, শক্তিমত্তা, বিক্ৰম আৰু সুগ্ৰীবৰ আদেশ এই সকলোৰে মোৰ যে কাৰ্য্যসিদ্ধি হব তাক ভালদৰে কৈ দিছু।"

১৫। তেতিয়া কপিপ্ৰবৰ হনুমানে সেই আঙুঠিটো লৈ হাতযোৰ কৰি মূৰেৰে চৰণ ছুই প্ৰণাম জনাই প্ৰস্থান কৰিলে।

১৬। পৱনাত্মজ বীৰ কপিপ্ৰবৰ হনুমানে বান্দৰবোৰৰ মহৎ সৈন্যদলে সৈতে ওলাই গৈ মেঘশূন্য আকাশত নক্ষত্ৰগণ শোভিত বিশুদ্ধ মণ্ডলে পৰিবেষ্টিত চন্দ্ৰৰ দৰে শোভা ধাৰণ কৰিলে।

১৭। হনুমান এইদৰে ওলাই যোৱা দেখি ৰামচন্দ্ৰই তেওঁক কলে—"হে সিংহতুল্য বিক্ৰমশীল, অতি বলশালী পৱন সুত হনুমান, মই তোমাৰ শক্তিৰ ওপৰত নিৰ্ভৰ কৰি ইয়াত বৈ আছোঁ। এতেকে তুমি এতিয়া কামত এনেদৰে আগবাঢ়িবা যাতে জনক দুহিতা সীতাক লগ পোৱা।'

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত চতুশ্চত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# পঞ্চচত্বাৰিংশ সৰ্গ

## চাৰিওফালে বীৰ বান্দৰগণৰ প্ৰস্থান

১। কপিপ্ৰবৰ কপিৰাজ সুগ্ৰীৱে সকলো বান্দৰবৰ্গকে মাতি আনি ৰামৰ কাৰ্য্যসিদ্ধিৰ কাৰণে এইদৰে কবলৈ ধৰিলে।

২। "বান্দৰ সকল, ৰজাৰ উগ্ৰ শাসনৰ কথা মনত ৰাখি তোমালোক শ্ৰেষ্ঠ বান্দৰগণে মই কোৱামতে সকলো ঠাইত সীতাৰ অন্বেষণ কৰিবা।"

৩—৪। সুগ্ৰীবৰ আদেশ পোৱা মাত্ৰকে বান্দৰবোৰে পতঙ্গে আকাশ ঢাকি পৰা দি পৃথিবী ব্যাপি পৰি চতুৰ্দ্দিকে প্ৰস্থান কৰিলে। তাৰ পিচত সীতাৰ অন্বেষণৰ বাবে সুগ্ৰীৱে নিৰ্দ্ধাৰিত কৰা এমাহকাললৈ অপেক্ষা কৰি লক্ষ্মণে সৈতে ৰাম সেই প্ৰস্ৰবণ পৰ্ব্বতত বৈ থাকিল।

৫—৭। বীৰ শতবলি বান্দৰে গিৰিৰাজ হিমালয় বিৰাজিত উত্তৰ দিশলৈ গ'ল। পূবদিশলৈ গতি কৰিলে বান্দৰ দলপতি বিনত। পৱনাত্মজ কপিপ্ৰবৰ হনুমানে তাৰ, অঙ্গদ আদিৰে সৈতে গল অগস্ত্য মুনিয়ে আশ্ৰয় কৰি থকা দক্ষিণ দিকলৈ আৰু বৰুণ পালিত ঘোৰ পশ্চিম দিশলৈ গল হৰিশাৰ্দ্দুল সুষেণ।

৮। এইদৰে বান্দৰ সেনাপতি বীৰ ৰজা সুগ্ৰীৱে যথাযথভাৱে বান্দৰ বৰ্গক সকলো দিশলৈ পঠাই পৰম সুখী হৈ আনন্দতে উৎফুল্ল হল।

৯। আৰু কপি সৈন্যৰ অধ্যক্ষবোৰেও দিশ সমূহলৈ প্ৰেৰিত হৈ অতি সত্বৰে নিজ নিজ দিশলৈ প্ৰস্থান কৰিলে।

১০। এইদৰে যাবলৈ পাই মহা বলশালী বান্দৰবোৰে আনন্দতে নাচিবাগি, লাফালাফি কৰি উচ্চনাদ, খিচিমিচি আদি নানান শব্দ কৰিবলৈ ধৰিলে।

১১—১৬। অনুপ্ৰেৰিত বান্দৰ বৰ্গৰ কোনেও কলে সীতাকতো আনিমেই আৰু লগতে ৰাবণকো বধ কৰি থৈ আহিম। কোনোৱে কলে মই অকলে যুদ্ধত ৰাৱণক বধ কৰিম, তাৰ পিচত তাক পিহি থৈ জনকাত্মজা সীতাক লৈ আহিম। আন এটাই কলে "তোমালোক বৈ থাকা, পাতালৰ পৰা হলেও মই অকলে পৰিশ্ৰান্তা কম্পিতকলেবৰবিশিষ্টা জানকীক লৈ আহিম গৈ। কোনোৱে কলে মই অকলে গছবোৰ উভালি পেলাম, পৰ্ব্বত আৰু বসুমতী বিদীৰ্ণ কৰিম আৰু সাগৰক শুক্ক কৰি তুলিম। আন এজনে কলে, 'মই একেলাফে এক যোজন,' কোনোৱে কলে শ যোজন আৰু কোনোৱে কলে শ যোজনৰো অধিক পথ মই একেলাফে যাম। পৃথিৱীতে হওক বা সাগৰতে হওক, পৰ্ব্বততে হওক, অথবা বনতেই হওক অথবা পাতালৰ ভিতৰতে হওক, কোনো ঠাইতে মোৰ গতি ক্ষুণ্ণ নহয়।"

১৭। এইদৰে বলদৰ্পিত বান্দৰবোৰে জনে জনে তেওঁলোকৰ ৰজা সুগ্ৰীৱৰ ওচৰত নিজ নিজ বীৰত্বৰ পৰিচয় দি কব ধৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত পঞ্চচত্বাৰিংশ সৰ্গ সমাপ্ত ॥**

# ষট্‌চত্বাৰিংশ সৰ্গ

## সুগ্ৰীৱৰ ভৌগোলিক জ্ঞান লাভৰ কথা

১। প্ৰধান প্ৰধান বান্দৰবোৰে বিদায় লৈ যোৱাৰ পিচত ৰামে সুগ্ৰীৱক সুধিলে— "আপুনি সমগ্ৰ পৃথিৱী মণ্ডলৰ বিষয়ে জানিলে কেনেকৈ ?"

২। ৰামৰ কথা শুনি প্ৰণত হৈ সুগ্ৰীৱে কলে—"বাক, কথাটো মই বহলাই কওঁ আপুনি শুনক।

৩—৪। যেতিয়া মহিষাকৃতি দুন্দুভি নামে দানবক বালীয়ে মলয় গুহালৈ খেদি নিয়ে তেতিয়া সি মলয় গুহালৈ সোমাই গল। তাক বধ কৰিবলৈ বুলি বালীও সেই গাঁতত সোমাল।

৫। গুহাৰ মুখত মোক থৈ যোৱাত মই বিনীত ভাবে তাতে বৈ থাকোঁ। এবছৰ কাল উকলি যোৱাটো বালী ওলাই নাহিল।

৬। তাৰ পিচত তেজৰ শ্ৰোতে গাঁতটো পূৰ্ণ হৈ যোৱা দেখি মই বিস্মিত হলোঁ আৰু তেজলৈ চাই জ্যেষ্ঠৰ কাৰণে শোকতে অভিভূত হলোঁ।

৭—৮। মই হতবুদ্ধি হৈ স্থিৰ কৰিলোঁ যে মোৰ অগ্ৰজ, গুৰুজন নিশ্চয় নিহত হৈছে। ইয়াকে স্থিৰ কৰি পৰ্ব্বত সদৃশ প্ৰকাণ্ড এটা শিল আনি গুহাৰ মুখত দিলোঁ, আৰু ভাবিলোঁ যে মহিষ দানব ওলাই আহিব নোৱাৰি তাতেই বিনাশপ্ৰাপ্ত হব। তাৰ পিচত অগ্ৰজৰ জীৱন সম্বন্ধে নিৰাশ হৈ কিষ্কিন্ধালৈ উভতি আহিলোঁ।

৯। বিশাল ৰাজ্য, ৰুমা আৰু তাৰাক লৈ মিত্ৰবৰ্গেৰে সৈতে বাস কৰিবলৈ পাই মোৰ মানসিক অশান্তি দূৰ হল।

১০। তাৰ পিচত কপিশ্ৰেষ্ঠ বালীয়ে সেই দানবক বধ কৰি কিষ্কিন্ধাত উপস্থিত হয়। তেতিয়া তেওঁ মোৰ গুৰুজন এই ভাবি ভয়ত্ৰস্ত হৈ ৰাজ্যভাৰ তেওঁত সমৰ্পণ কৰিলোঁ।

১১। কিন্তু দুষ্টাত্মা বালীয়ে ব্যথিত হৈ মোক বধ কৰিবলৈ ইচ্ছা কৰি মন্ত্ৰীবৰ্গেৰে সৈতে মই য'লৈকে যাওঁ ত'লৈকে খেদিবলৈ ধৰিলে।

১২—১৩। এইদৰে বালীৰ খেদাত নানাদেশৰ নদী, বন আৰু নগৰত ঘূৰি ফুৰোঁতে সমগ্ৰ পৃথিবীখন দৰ্পণত প্ৰতিবিম্বৰ দৰে মোৰ মনত জিলিকি উঠিল, অলি থকা আঙঠা এডাল ঘূৰালে যেনেকৈ চক্ৰাকাৰে তাৰ পৰিধি দেখি, পৃথিৱীখন তেনে যেন লাগিল আৰু এটা গোষ্পদ প্ৰমাণ যেন বোধ হল।

১৪—১৫। পূৰ্ব্ব দিশলৈ গৈ নানা গছ, পৰ্ব্বত, গুহা, আৰু মনোৰম বহুত সৰোবৰ দেখিলোঁ, লগে লগে নানা ধাতুৰে শোভিত উদয় পৰ্ব্বত আৰু অপ্সৰা সকলৰ নিত্য বাসভূমি ক্ষীৰোদ সাগৰ দেখিলোঁ।

১৬—১৭। বালীয়ে তালৈ খেদি যোৱাত তাৰ পৰা ওলাই আহি নানাবিধ পাদপ, বিন্ধ্যাচল আৰু চন্দনাদি বৃক্ষৰাজিৰে শোভিত দক্ষিণ দিশলৈ গতি কৰিলোঁ।

১৮। ইয়াতো আন এটা পৰ্ব্বতৰ এডাল গছত বালীক দেখা পাই পুন: খেদা খাই দক্ষিণ ফালৰ পৰা পশ্চিম ফাললৈ যাওঁ।

১৯। সেই অঞ্চলত নানা দেশ, গিৰিশ্ৰেষ্ঠ অস্তাচল আদি চাই চাই তাৰপৰা খেদা খাই উত্তৰ দিশলৈ যাওঁ।

২০। এইদৰে হিমালয়, মেৰু পৰ্ব্বত আৰু তাৰ পিচত সমুদ্ৰ আদি ঘূৰি ফুৰিলোঁ কিন্তু বালীৰ খেদাত কতো আশ্ৰয় নাপালোঁ।

২১—২২। তেতিয়া বুদ্ধিমান্ হনুমানে মোক কলে—'হে ৰাজন্, মতঙ্গ ঋষিয় বালীক যিদৰে অভিশাপ দিছিল সেই কথাটো এতিয়া মোৰ মনত পৰিছে—তেখেতে কৈছিলে যে যদি বালী এই আশ্ৰম মণ্ডলত প্ৰবেশ কৰে তেন্তে তেওঁৰ মূৰ শতখণ্ড হৈ মাটিত পৰিব।

২৩—২৪। গতিকে আমি তাত উদ্বেগশূন্য হৈ সুখেৰে বাস কৰি থাকিব পাৰিম। হে নৃপাত্মজ, তাৰ পিচত এই ঋষ্যমূক পৰ্ব্বতত বাস কৰাত বালীয়ে মতঙ্গৰ ভয়ত ইয়াত প্ৰবেশ কৰা নাই। ৰাজন্, এইদৰে সমগ্ৰ পৃথিৱীমণ্ডল নিজে দৰ্শন কৰি শেষত এই গুহাত আশ্ৰয় লৈ আছিলোঁ।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ষট্চত্বাৰিংশ সৰ্গ সমাপ্ত ॥

# সপ্তচত্বাৰিংশ সৰ্গ

## মাহৰ শেহত সুষেণ আদিৰ প্ৰত্যাগমন

১। কপিৰাজ সুগ্ৰীৱে শ্ৰেষ্ঠ শ্ৰেষ্ঠ বান্দৰগণক চাৰিওফালে যাবলৈ আদেশ দিয়াত তেওঁলোকে তৎক্ষণাৎ সুগ্ৰীৱে যিদৰে কৈছিল, সেইদৰে সকলো ফাললৈ গতি কৰিলে।

২। তেওঁলোকে সৰোবৰ, নদী, ডাঙৰ অৰণ্য, বৃক্ষলতাদি, শূন্যস্থান, নগৰ, আৰু নদীবহুল এতেকে দুৰ্গম দেশবোৰ চাৰিওফালে তন্নতন্নকৈ চালে।

৩। বান্দৰদলপতিগণে সুগ্ৰীৱৰ দ্বাৰা আদিষ্ট হৈ, পাহাৰ, পৰ্ব্বত বন-কাননে সৈতে সকলো দেশতে সীতাৰ অন্বেষণ কৰিলে।

৪। সীতাৰ অন্বেষণ বিষয়ে কৰ্ম্মতৎপৰ হৈ তেওঁলোকে গোটেই দিনটো বিচাৰি চাই, ৰাত্ৰিকালত মাটিত শুই থাকে।

৫। দিনৰ ভাগত সকলো ঠাইতে সকলো ঋতুতে উৎপন্ন হোৱা ফল-ফুলযুক্ত তৰুসমূহ পাই তাক উপভোগ কৰি নিশাটো শয্যাক আশ্ৰয় কৰি বিশ্ৰাম লয়।

৬। তেওঁলোকৰ যাত্ৰাৰ দিনকে প্ৰথম দিন বুলি ধৰি লৈ এমাহকাল উত্তীৰ্ণ হৈ যোৱাত কপিপ্ৰবৰগণে উভতি আহি প্ৰস্ৰবণ গিৰিত কপিৰাজ সুগ্ৰীৱৰ লগত মিলিত হলহি।

৭। মহাবলশালী বিনতে তেওঁৰ মন্ত্ৰীবৰ্গেৰে সৈতে সুগ্ৰীৱে কোৱামতে পূব দিশ অন্বেষণ কৰি সীতাক নেদেখি উভতি আহিল।

৮। তাৰ পিচত শতবলিয়ে উত্তৰ দিশত বিচাৰি চাই সৈন্যবৰ্গে সৈতে সন্ত্ৰস্তমনে ফিৰি আহিল।

৯। তেওঁৰ পিচত সুষেণে বান্দৰবৰ্গেৰে সৈতে পশ্চিম ফালটো চাই এমাহৰ মূৰত সুগ্ৰীৱৰ ওচৰলৈ আহিল।

১০। এইদৰে সকলোৱে প্ৰস্ৰবণ পৰ্ব্বতলৈ আহি অভিবাদন জনাই ৰামৰ লগত একেলগে বহি থকা সুগ্ৰীৱক কলে—

১১—১৩। "ৰাজন্, আপুনি বৰ্ণনা দিয়া মতে, সকলো পৰ্ব্বত, গহীন বন, নদী, সাগৰ, জনপদ, গুহা, লতাদিৰ দ্বাৰা বেষ্টিত মহাগুল্ম, গহন আৰু দুৰ্গম দেশসমূহ, সমগ্ৰ বিষম স্থানসমূহ আমি পাত পাত কৈ বিচাৰি চালো আৰু লগতে বহুত ভীমকায় প্ৰাণীকো বধ কৰিলোঁ। যিবোৰ ঠাই অতি বিষম আৰু গহন সেইবোৰত বাৰে বাৰে বিচাৰি চোৱা হৈছে।

১৪। কপিৰাজ, এইবোৰত কতো বিচাৰি নাপাই আমি বুজিলোঁ উদাৰসত্ত্ব-সম্পন্ন, উচ্চ কুলত জন্ম অকল হনুমানেহে সীতাৰ সম্ভেদ জানিব পাৰিব। সীতা যি দিশৰ পিনে গৈছে বায়ুপুত্ৰ হনুমানেও সেই দিশলৈযে প্ৰস্থান কৰিছে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত সপ্তচত্বাৰিংশ সৰ্গ সমাপ্ত ॥**

# অষ্টচত্বাৰিংশ সৰ্গ

## হনুমানৰ অন্বেষণ কাৰ্য্যৰ বিৱৰণ

১। কপিপ্ৰবৰ হনুমানে তাৰ আৰু অঙ্গদেৰে সৈতে সুগ্ৰীৱৰ নিৰ্দ্দেশমতে ওলাই গৈ সীতাৰ অন্বেষণ কাৰ্য্য আৰম্ভ কৰিলে।

২—৪। প্ৰথমতে কপিশ্ৰেষ্ঠ বীৰগণে সৈতে হনুমান দূৰ ঠাইলৈ গৈ বিন্ধ্যপৰ্ব্বতৰ গুহা, গহনবন, শৃঙ্গসমূহ, নদী, দুৰ্গম ঠাইসমূহ, সৰোবৰ, বিপুল দ্ৰুমসমূহ বৃক্ষেৰে পূৰ্ণ ঠাইসমূহ, নানা পৰ্ব্বতমালা, বনপূৰ্ণ পাদপসমূহকে আদি কৰি সকলো পিনে চাই জনকাত্মজা মৈথিলী সীতাক কতো দেখা নাপালে।

৫। অন্বেষণৰ সময়ত ফলমূল আৰু এনে জাতীয় বিবিধ পদাৰ্থই আছিল তেওঁলোকৰ আহাৰ। এইদৰে বিচাৰি গৈ তেওঁলোকে নিৰ্জ্জল, নিৰ্জ্জন শূন্য, গহন ঘোৰদৰ্শন এখন ঠাই পালে।

৬—১১। সেই অৰণ্য প্ৰদেশত সীতাৰ অন্বেষণ কৰি তেওঁলোক তেনেই পৰিশ্ৰান্ত হৈ পৰিল। গুহা আৰু কাননবিশিষ্ট এই প্ৰদেশত সীতাৰ অন্বেষণ কাৰ্য্য দুষ্কৰ হলেও তাত বিচৰা কাম শেষ কৰি বান্দৰদলপতিগণে সেই ঠাই এৰি আন এখন ঠাইলৈ গল। এই ঠাই আনৰ অলঙ্ঘনীয় হলেও তেওঁলোকে নিৰ্ভীকচিত্ত তাত প্ৰৱেশ কৰিলে। তাত বৃক্ষসমূহৰ ফল বা ফুল বা পাত নাই, নৈসমূহত পানী নাই, গছসমূহৰ মূল পোৱাটো কঠিন। মহিষ, মৃগ, হাতী, বাঘ, পক্ষী বা আন বনবাসী কোনো জন্তু নাই। গছ, ওষধি, লতা বা ভূমিৰ আধাৰস্বৰূপ কোনো বৃহৎ বৃক্ষ নাই। সেই ঠাইৰ স্থলভাগত স্নিগ্ধপত্ৰ বিশিষ্ট বৃক্ষ নাই আৰু জলাশয়বোৰত সুন্দৰ সুগন্ধযুক্ত ভ্ৰমৰসংযুক্ত পদুমফুল নাই। সেই ঠাইত কণ্ডু নামে মহাভাগ, সত্যবাদী এজন তপোধন আছিল।

১২—১৩। তেওঁ মহৰ্ষি, কিন্তু অত্যন্ত কোপন স্বভাৱৰ আছিল আৰু তেওঁৰ ব্ৰতৰ উগ্ৰতাহেতু কোনোৱে তেওঁৰ ওচৰ চাপিব নোৱাৰিছিল। সেই বনতে তেওঁৰ দহ বছৰীয়া লৰা এটাৰ মৃত্যু হয়। ল'ৰাৰ মৃত্যু হোৱা দেখি সেই মহামুনিজন ক্ৰুদ্ধ হয়। তেতিয়া ধৰ্ম্মাত্মা সেই মুনিবৰে সমগ্ৰ সেই অৰণ্যৰ ওপৰত এইবুলি অভিশাপ দিয়ে।

১৪—২৩। 'এই বনত কোনোৱে আশ্ৰয় নাপাব, ইয়াত আনে সহজে প্ৰৱেশ কৰিব নোৱাৰিব আৰু ই পশুপক্ষীৰ দ্বাৰা বিবৰ্জিত হব।' বান্দৰবোৰে সমাহিত চিত্তে এই ঠাইৰ কানন, পৰ্ব্বত, গুহা, নদীৰ উৎপত্তি স্থানসমূহত পাত পাত কৈ সীতাৰ অন্বেষণ কৰিলে কিন্তু মহাত্মা বান্দৰবৰ্গই তাতো জনকাত্মজা সীতাক বা সুগ্ৰীৱৰ হিতকাৰী ৰামপত্নীৰ হৰণকাৰী ৰাৱণক দেখা নাপালে। তাৰ পিচত তেওঁলোকে লতাগুল্মাদিৰে আবৃত এখন ঠাইত প্ৰৱেশ

কৰি দেৱতাসকলৰ পৰাও ভীত নোহোৱা ভীমকৰ্ম্মা এটা অসুৰক লগ পালে। বান্দৰসকলে পৰ্ব্বত এটাৰ নিচিনা অৱস্থিত ঘোৰমূৰ্ত্তি সেই অসুৰটোক দেখি তেওঁলোকৰ গাৰ কাপোৰ টানি বান্ধি ললে। তেতিয়া বলশালী সেই অসুৰটোৱে বান্দৰবোৰক দেখি চিঞৰি উঠিল "তহঁত মৰিলি। এইবুলি কৈ ক্রুদ্ধ হৈ সি হাতৰ মুঠি বান্ধি তেওঁলোকলৈ খেদি আহিল। সি এইদৰে খেতি অহাত বালীপুত্র অঙ্গদে 'ইয়েই ৰাৱণ' এইবুলি কৈ হাতৰ তলুৱাৰে এটা চাপৰ মাৰি দিলে। বালীপুত্রৰ দ্বাৰা এইদৰে আহত হৈ অসুৰে মুখেৰে তেজ বতিয়াবলৈ ধৰিলে আৰু ছিন্ন পৰ্ব্বতসদৃশ ধৰাতলশায়ী হল। এইদৰে উশাহ বন্ধ হৈ নিহত হোৱাত বান্দৰবোৰে জয়লাভ কৰি উৎফুল্ল হৈ সেই গিৰি গহ্বৰৰ সকলো ঠাইতে সীতাক বিচাৰি চালে। তাত সেইদৰে বিচাৰি চাই বনবিহাৰী বান্দৰবোৰে আন এটা গিৰি গহ্বৰত প্রবেশ কৰিলে। তাত বিচাৰি চাই নেপাই মনৰ দুখত ওলাই আহি একগোট হৈ এফলীয়াকৈ বিষণ্ণ মনে গছৰ গুৰিত বহিল।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত অষ্টচত্বাৰিংশ সৰ্গ সমাপ্ত ॥

## একোনপঞ্চাশ সৰ্গ

## সীতাক নাপাই আন ঠাইলৈ গমন

১। তাৰ পিচত মহাপ্রাজ্ঞ অঙ্গদে নিজে পৰিশ্রান্ত হৈও বান্দৰসকলক আশ্বাস দি ধীৰভাবে কব ধৰিলে।

২। "আমি অৰণ্য, পৰ্ব্বত, নদী, গহন আৰু দুৰ্গম ঠাইসমূহ, পৰ্ব্বতৰ সঙ্কীৰ্ণ ঠাই আৰু গুহাবোৰত জানকীৰ অনুসন্ধান কৰিলোঁ।

৩। কিন্তু কতো হলে জানকীৰ অথবা তেওঁৰ আহৰণকাৰী কুকৰ্ম্মকাৰী সেই ৰাক্ষসক দেখা নাপালোঁ।

৪। নিৰ্দ্ধাৰিত সময়ৰো বহুভাগ অতিবাহিত হল। সুগ্ৰীৱৰ শাসন অতি উগ্র এতেকে তোমালোক সকলোৱে এক গোট হৈ সকলো ঠাইত তন্ন তন্নকৈ অন্বেষণ কৰা।

৫। তোমালোকে তন্দ্রা, শোক অথবা উপস্থিত নিদ্রাকো পৰিত্যাগ কৰি এনেভাবে সীতাৰ অন্বেষণ কৰা যাতে আমি তেওঁক দেখা পাওঁ।

৬। কাৰ্য্যদক্ষতা, মনত খেদ বা পৰাজয়ৰ ভাব নথকা, এইবোৰেই কাৰ্য্যসিদ্ধিৰ মূল কাৰণ বুলি কয়, এই কাৰণতহে ময়ো তোমালোকক এইদৰে কৈছোঁ।

৭। হে বনবাসী বান্দৰগণ; মনৰ দুখ এৰি তোমালোকে বনৰ দুৰ্গম ঠাইবোৰত অনুসন্ধান কৰা।

৮। যিসকলে কাম অৱশ্যই নিষ্পন্ন কৰিম বুলি লাগে তেওঁলোকে কামৰ ফল পায়ই, কিন্তু এবাৰৰ কাৰণেও মনলৈ অবসাদ আহিলে কামলৈ উদ্যোগ অনা টান হয়।

৯। আমাৰ ৰজা সুগ্ৰীৱ কোপন-স্বভাবৰ, তেওঁৰ দণ্ডবিধানো বৰ উগ্ৰ, এতেকে আমি তেওঁলৈ আৰু মহাত্মা ৰামলৈ ভয়ৰখা উচিত হব।

১০। মই তোমালোকৰ হিতকামনা কৰিহে এইদৰে কৈছোঁ, এতিয়া তোমালোকৰ অভিৰুচি হলে সেইমতে কাম কৰা। হে বান্দৰসকল, নাইবা যদি আন কিবা হিতকৰ হব পাৰে বুলি ভাবা, তাকো কোৱা।"

১১। অঙ্গদৰ কথা শুনি পানীৰ পিয়াহ আৰু শ্ৰমতে কাতৰ হৈও স্পষ্টভাবে গন্ধমাদনে কলে:—

১২। অঙ্গদে যি কৈছে প্ৰকৃততে সেইটো তেওঁৰ পক্ষে উপযুক্তই হৈছে, তেওঁৰ এই কথাখিনি হিতকৰ আৰু কাৰ্য্যসিদ্ধিৰ পক্ষে অনুকূল, এতেকে আমি সেইমতে কাম কৰা উচিত।

১৩। আমালোকে পৰ্ব্বত, গুহা, শিলসমূহৰ মাজত কানন, শূন্য ঠাইবোৰত আৰু নিজৰাবোৰত পুনঃ সীতাৰ অন্বেষণ কৰোঁ।

১৪। মহাত্মা সুগ্ৰীৱে যিদৰে কৈছে আমি সকলোৱে এক গোট হৈ বন আৰু পৰ্ব্বতৰ দুৰ্গম ঠাইবোৰত সেইদৰে বিচাৰি চাওঁ।"

১৫। এই কথা শুনি মহাবলশালী বান্দৰবোৰে উঠি পৰি লাগি বিন্ধ্য পৰ্ব্বতৰ বনৰাজিৰে পৰিপূৰ্ণ দক্ষিণ ভাগত সীতাৰ অন্বেষণ কৰিব ধৰিলে।

১৬—১৭। তাৰ পিচত প্ৰখ্যাত সেই বান্দৰবোৰে শৰৎকালৰ শুভ্ৰ মেঘসদৃশ শৃঙ্গ আৰু গুহাদিবিশিষ্ট শ্ৰীমান ৰজত পৰ্ব্বতত আৰোহণ কৰি তাত থকা ৰমণীয় লোধ্ৰবন আৰু সপ্তপৰ্ণ বনসমূহত সীতাক পোৱাৰ আশাতে তন্ন তন্নকৈ বিচাৰিবলৈ ধৰিলে।

১৮। পৰ্ব্বতৰ শৃঙ্গভাগত আৰোহণ কৰি মহাবিক্ৰমশীল বান্দৰবোৰে চাই চাই পৰিশ্ৰান্ত হল, কিন্তু তথাপি ৰামৰ প্ৰিয়া মহিষী বৈদেহীক দেখা নাপালে।

১৯। বহু কন্দৰ বিশিষ্ট পৰ্ব্বতত আৰোহণ কৰি চাৰিওফালে দৃষ্টি যিমান খিনি যাব পাৰে সিমান দূৰলৈ তেওঁলোকে চালে।

২০। তাৰ পিচত তললৈ নামি তেওঁলোক বিমোৰত পৰিল আৰু চৈতন্যবিহীন হৈ অলপ সময় বৈ থাকি গছৰ তলত বহিল।

২১। মুহূৰ্ত্তকাল আশ্বস্ত হৈ থকাৰ পিচত, ভাগৰ অলপ পাতলাত পুনৰাই দক্ষিণ ফালটো বিচাৰি চাবলৈ উদ্যত হল।

২২। এইদৰে হনুমানকে আদি কৰি যি সকল মুখ্য বান্দৰ ওলাই আহিছিল, তেওঁলোকে বিন্ধ্যপৰ্ব্বতকে ঘুৰি ধৰি সকলো ফালে বিচাৰি চালে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একোনপঞ্চাশ সৰ্গ সমাপ্ত ॥**

# পঞ্চাশ সৰ্গ

## বিচাৰি থাকোতে এজনী তিৰোতাৰ লগত হনুমানৰ সাক্ষাৎ

১—২। তাৰ আৰু অঙ্গদৰ লগত লগলাগি কপিপ্ৰবৰ হনুমানে বিন্ধ্যপৰ্ব্বতৰ সিংহ শাৰ্দ্দুল আদিৰে পৰিপূৰ্ণ গুহা, গহন বন, দুৰ্গম আৰু ডাঙৰ ডাঙৰ নিজৰা সমূহৰ চাৰিওফালে ভালদৰে সীতাৰ অন্বেষণ কৰিবলৈ ধৰিলে।

৩। তাৰ পিচত তেওঁলোকে পৰ্ব্বতৰ দক্ষিণ পশ্চিম কোণৰ শৃঙ্গত বহি ললে আৰু এইদৰে তাতে থাকোতেই সুগ্ৰীৱে নিৰ্দ্ধাৰিত কৰি দিয়া এমাহ কাল উকলি গল।

৪। পৰ্ব্বতৰ নৈঋত কোণৰ এই অংশটো গুহা আৰু গহন বনে পৰিব্যাপ্ত আৰু ই অতি বিস্তৃত, ইয়াত অন্বেষণ কৰা কামটো অতি দুষ্কৰ, তথাপি বায়ুপুত্ৰ হনুমানে সকলো ঠাইতে সীতাক বিচাৰি চালে।

৫—৭। পৰস্পৰে ওচৰাওচৰি কৈ গজ, গৱাক্ষ, শৰভ, গন্ধমাদন, মৈন্দ, দ্বিবিদ, হনুমান, জাম্ববান, যুবৰাজ অঙ্গদ আৰু তাৰ সকলোৱে সেই বনতে থাকি গাইগোটাকৈ গিৰিমালাৰে পৰিবৃত সেই দক্ষিণ ফালটো ভালদৰে বিচাৰি চাই সুবিস্তৃত এটা গাঁত দেখা পালে।

৮—১৩। ঋক্ষবিল নামৰ এই গাতটো দুৰ্গম, আৰু দানবৰ দ্বাৰা ৰক্ষিত। বান্দৰবোৰে ক্ষুধাতৃষ্ণাতে কাতৰহৈ, শ্ৰান্তকলেবৰে, পানীবিচাৰি ঘূৰি ফুৰোতে, লতা আৰু বৃক্ষাদিৰে আবৃত এই গাতটো দেখা পালে। তেওঁলোকে দেখিলে যে ক্ৰৌঞ্চ, হংস, সাৰস আৰু চক্ৰবাক আদি পক্ষীয়ে পদ্মৰেণুৰে ৰাঙলী হৈ পানীত তিতি থকা অবস্থাত তাৰপৰা ওলাই আহিব ধৰিছে। তাৰ পিচত দুৰতিক্ৰমণীয় সুগন্ধপূৰ্ণ সেই গাঁতটো পাই বান্দৰবোৰ বিস্ময়ান্বিত আৰু উদ্বিগ্ন হল। কিন্তু তাত পানী থকাৰ সম্ভাবনা তেওঁলোকৰ মনত উদয় হোৱাত তেজবন্ত মহাবলশালী বান্দৰবোৰে সেই গাঁতলৈ গৈ দেখিলে সেই ঠাইডোখৰ নানাবিধ জন্তুৰে পৰিপূৰ্ণ, দৈত্যেন্দ্ৰসকলৰ বাসস্থান সদৃশ, ঘোৰদৰ্শন আৰু সহজে চাব বা প্ৰবেশ কৰিব নোৱাৰা বিধৰ।

১৩—১৭। তেতিয়া পৰ্ব্বতশৃঙ্গ সদৃশ শৰীৰ বিশিষ্ট, কান্তাৰ আৰু বনবিষয়ে তত্বজ্ঞ মাৰুতাত্মজ হনুমানে ঘোৰমূৰ্ত্তি বান্দৰবৰ্গক কলে—পৰ্ব্বতমালাৰে পৰিবেষ্টিত পৰ্ব্বতৰ দক্ষিণ ফালটো চাই চাই আমি সকলো ভাগৰি গলোঁ, কিন্তু মৈথিলীক হলে ক'তো দেখা নাপালোঁ। এতিয়া এই গাঁতটোৰ পৰা হংস, চক্ৰবাক আৰু সাঁৰস পক্ষীগণে সৈতে ক্ৰৌঞ্চগণ পানীত তিতি থকা অবস্থাতে ওলাই আহি সকলোপিনে উৰি ফুৰিছে। তেন্তে নিশ্চয় পানী থকা কোনো নাদ বা হ্ৰদ ইয়াত আছে, আৰু চোৱাঁ এই গাঁতৰ মুখৰ

গছবোৰ সজীব আৰু চিক্‌চিকীয়া।" হনুমানে এইদৰে কোৱাত তেওঁলোক সকলোটিয়ে অন্ধকাৰে আবৃত সেই গাঁতত সোমাল।

১৮—১৯। বান্দৰবোৰে দেখিলে যে তাত চন্দ্ৰ বা সূৰ্য্য নাই, সকলোপিনে লোমহৰ্ষক দৃশ্য। সিংহ আৰু আন আন পশুপক্ষী তাৰপৰা ওলাই অহা বা তাতে বিচৰণ কৰি থকা দেখি, তিমিৰাবৃত সেই গাঁতত কপিশ্ৰেষ্ঠগণ সোমাই গল। গাঁতটো অন্ধকাৰে আবৃত হলেও তেওঁলোকৰ দৃষ্টিশক্তি বা প্ৰভাৱত কোনো বাধা পৰা নাছিল।

২০। বান্দৰসকলৰ গতি বায়ুৰ নিচিনা আৰু অন্ধকাৰতো তেওঁলোকে দেখা পায়। কপিশ্ৰেষ্ঠ বীৰগণে দ্ৰুতবেগে গাঁতত সোমাই গৈ পোহৰ থকা মনোৰম উৎকৃষ্ট এখন ঠাই দেখা পালে।

২১। তেতিয়া অতি সুবিস্তৃত নানাপাদপে পৰিপূৰ্ণ সেই গাঁতৰ ভিতৰত পৰস্পৰে পৰস্পৰক ধৰাধৰি কৰি এক যোজন দূৰলৈ সোমাই গল। এনেয়ে পৰিশ্ৰান্ত হৈ থকাৰ কাৰণে বান্দৰবোৰৰ শক্তি লোপ হৈ আছিল, ইপিনে তৃষ্ণাতুৰ—পানীৰ কাৰণ লালায়িত, গাঁতত সোমাইযে তেওঁলোকে সকলো বিষয়ে সজাগ থাকি লাগৰি তাতে পৰি থাকিল। এনে অৱস্থাত বান্দৰবোৰে শুকাই ক্ষীণাই বিষণ্ণবদনে আৰু প্ৰান্তবলেৰে থকাত যেতিয়া তেওঁলোকৰ জীৱনৰ আশা নাইকিয়া হল, হঠাতে বীৰসকলে চকুৰ সন্মুখত এটা পোহৰ দেখা পালে।

২৪—২৮। পোহৰ দেখাৰ পিচত বন ভাগৰ পৰা অন্ধকাৰ বিদূৰিত হোৱাত সৌম্যমূৰ্ত্তি সেই বান্দৰবোৰে সেই ঠাইত ভিতৰলৈ গৈ প্ৰদীপ্ত অগ্নিসম সুবৰ্ণময় বৃক্ষসমূহ দেখিলে আৰু লগে লগে সাল, তমাল, তাল, পুন্নাগ, বকুল, ধৱ, চম্পক, নাগ আৰু পুষ্পিত কৰ্ণিকাৰ বৃক্ষসমূহ তেওঁলোকৰ চকুত পৰিল। তেওঁলোকে দেখিলে যে কাঞ্চনময় বিচিত্ৰ পুষ্পস্তৱক আৰু ৰক্তবৰ্ণ নতুন পাতেৰে গছবোৰ সুশোভিত, সুৱৰ্ণৰ নিচিনা বৰণৰ লতাবোৰে সিহঁতৰ ফুলৰ জোপোহাৰে সৈতে গছবোৰ আবৃত কৰি ৰৈছে আৰু গছবোৰৰ বেদিবোৰ তৰুণাদিত্যসম বৈদূৰ্য্য মনিৰে বিভূষিত, সুবৰ্ণময় গা-গছবোৰ তাত বিৰাজ কৰি আছে। পুখুৰীসমূহত যিবোৰ পক্ষী পৰি আছে, সিহঁতবো বৰণ নীল বৈদূৰ্য্য মণিৰ নিচিনা।

২৯—৩১। তেওঁলোকে দেখা পুখুৰীবোৰৰ পানী নিৰ্ম্মল, নবোদিত সূৰ্য্যকান্তি বিশিষ্ট সুবৰ্ণময় বৃক্ষ পৰিবেষ্টিত, আৰু কাঞ্চনময় বৃহৎ মৎস্য আৰু পঙ্কজেৰে সুশোভিত, সাততলা বিশিষ্ট গৃহসমূহ সোণ আৰু ৰূপৰে সজোৱা। গবাক্ষসমূহ তপ্তকাঞ্চন নিৰ্ম্মিত আৰু মুক্তামণি খটোৱা। ঘৰবোৰৰ ভূমি সোণ, ৰূপ আৰু বৈদূৰ্য্যমণি বিশিষ্ট।

৩২। এইদৰে বান্দৰ বীৰসকলে চাৰিওকালে মুখ্য মুখ্য গৃহসমূহ দেখা পালে। তাৰ বৃক্ষসমূহৰ যি ফল আৰু পুষ্প সিও প্ৰবাল মণিসদৃশ।

৩৩—৩৪। তাৰ ভ্ৰমৰগণ সুবৰ্ণময় আৰু চাৰিওকালে মধুৰ কোষ বিদ্যমান। তাৰ শয্যা আৰু আসনবোৰ মণি আৰু কাঞ্চনৰ দ্বাৰা চিহ্নিত। দমে দমে সোণ ৰূপ আৰু কাঁহৰ বাছনে ভৰপূৰ।

৩৫—৩৭। অগুৰু, দিব্য চন্দন, পবিত্ৰ ব্যৱহাৰোপযোগী দ্ৰব্য সামগ্ৰী, মধু আৰু ৰসযুক্ত ফল মূল, মহামূল্যৰ যানবাহন, দিব্য আৰু মহামূল্য বসন, কম্বল, বিচিত্ৰ অজিন চৰ্ম্ম—ইত্যাদি বোৰ মহাপ্ৰভাশালী বান্দৰবোৰে ঘূৰি ফুৰোতে তাত দেখা পালে।

৩৮। এইদৰে ঘূৰি ফুৰোতে বীৰ বান্দৰবোৰে ওচৰতে চীৰ আৰু কৃষ্ণাজিন পৰিহিতা এগৰাকী ৰমণী তাত দেখা পালে।

৩৯। তেওঁ এজনা তাপসী, সংযতাহাৰা আৰু নিজ তেজৰ বলতে দীপ্তিমতী। তেওঁক দেখি বান্দৰগণে বিস্মিত হৈ চাৰিওকালে থিয় দি থাকিল। তেতিয়া হনুমানে তেওঁক সুধিলে 'তুমি কোন আৰু এই গাঁত্যটাৰে বা কাৰ।'

৪০। পৰ্ব্বত সদৃশ হনুমানে কৃতাঞ্জলিপুটে বৃদ্ধা সেই তিৰোতা জনীক অভিবাদন জনাই সুধিলে "আৰ্য্যে, আপুনি কোন, এই ভবনৰ গাঁত আৰু ধনৰত্নাদিয়ে বা কাৰ? অনুগ্ৰহ কৰি কওঁক।"

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত পঞ্চাশ সৰ্গ সমাপ্ত ॥**

## একপঞ্চাশ সৰ্গ

### গাতত থকা তাপসীৰ লগত কথা-বতৰা

১। হনুমানে এইদৰে কৈ চীৰ আৰু কৃষ্ণাজিন পৰিহিতা ধৰ্ম্মচাৰিণী মহাভাগা তাপসীক পুনঃ সুধিলে।

২। "হে তাপসী, আমি সকলোটি ভোক আৰু পিয়াহত আতুৰ হৈ শুকাই ক্ষীণাই হঠাতে অন্ধকাৰে আবৃত এই গাঁতত প্ৰৱেশ কৰিলোঁ।

৩—৯। পিয়াহতে আঁতুৰ হৈ পৃথিৱীৰ এই বিৰাট গাঁতটোত সোমালো সঁচা, কিন্তু অদ্ভুত নানা পদাৰ্থ সমূহ দেখি আমাৰ সকলোৰে অন্তৰ ব্যথিত হৈছে আৰু চৈতন্য হেৰাই বিহ্বল হোৱাদি হৈছোঁ। তৰুণাদিত্যসম উজ্জ্বল কান্তি বিশিষ্ট সুবৰ্ণময় এই বৃক্ষসমূহ, পবিত্ৰ ব্যৱহাৰোপযোগী এই ফলমূল, সুবৰ্ণময় বিমান সদৃশ অট্টালিকা সমূহ মণিমালাৰে আবৃত সোণৰ গবাক্ষযুক্ত ৰৌপ্য গৃহৰাজি, আৰু পুষ্পিত, ফলৱন্ত, পুণ্য আৰু সুৰভি গন্ধযুক্ত সুবৰ্ণময় বৃক্ষসমূহ কাৰ? আৰু কাৰ তেজৰ বলতে বিমল জলৰাশিৰ মাজত সোণৰ পদুম জিলিকি আছে আৰু ইয়াৰ মাছ আৰু কাছবোৰেই বা সোণৰ ৰূপ পাইছে কেনেকৈ? এই সকলো অৱশ্যে তোমাৰ প্ৰভাৱতেই হৈছে, অথবা এই তপোবনখন আন কাৰবাৰ আমি একো জানিব পৰা নাই, এতেকে অনুগ্ৰহ কৰি তুমি সকলো কথা আমাক কোৱা।"

৯—১০। হনুমানে এইদৰে কোৱাত সৰ্ব্বভূতৰ পক্ষে হিতকাৰিণী ধৰ্ম্মচাৰিণী তাপসীয়ে ক'লে "হে কপিপ্ৰবৰ, ময়নামে মহাতেজস্বী এজন মায়াবী দানব আছিল।

১১। আদিতে তেওঁ মুখ্য মুখ্য দানব সকলৰ ভিতৰত বিশ্বকৰ্ম্মাসদৃশ প্ৰসিদ্ধ শিল্পী আছিল। তেৰেঁই তেওঁৰ মায়াৰ বলত কাঞ্চনময় এই কানন সৃষ্টি কৰে।

১২। দিব্য কাঞ্চনময় এই ভৱনো তেওঁৰেই নিৰ্ম্মিত। এই ময়দানবে হাজাৰ বছৰ ডাঙৰ এখন বনত তপস্যা কৰাৰ পিচত পিতামহ ব্ৰহ্মাৰ পৰা বৰ লাভ কৰি ভগৱান শুক্ৰাচাৰ্য্যৰ সৃষ্টি সামৰ্থ্য, নিৰ্ম্মাণ শিল্প, শাস্ত্ৰজ্ঞান আদি সকলো সম্পত্তি লাভ কৰিছে। এইদৰে শুক্ৰাচাৰ্য্যৰ জ্ঞান আৰু নিৰ্ম্মাণকৌশলবলে বলীয়ান হৈ সকলো বাঞ্ছিত বস্তুৰ অধিকাৰ লাভ কৰি এই বনৰে কোনো এটা অংশত পৰম সুখে বাস কৰি আছিল।

১৩—১৫। তাৰ পিচত এই দানব প্ৰবৰৰ মন হেমা নামে অপ্সৰাত আসক্ত হলত দেৱ পুৰন্দৰে তেওঁক পৰাস্ত কৰি বজ্ৰ প্ৰহাৰৰ দ্বাৰা তেওঁক নিহত কৰে। তাৰ পিচত পিতামহ ব্ৰহ্মাই এই অৰণ্য হেমাক দান কৰে।

১৬। ইয়াৰ সুখভোগ সদায় চিৰস্থায়ী আৰু ইয়াৰ ঘৰো সুবৰ্ণময়। মই মেৰু সাৱৰ্ণিৰ কন্যা, মোৰ নাম স্বয়ম্প্ৰভা।

১৭। হে কপিপ্ৰবৰ, হেমাৰ এই ভৱন মই ৰক্ষা কৰি আছোঁ, কিয়নো নৃত্যগীত বিশাৰদা হেমা মোৰ প্ৰিয়সখী আছিল।

১৮। তেওঁৰ পৰা বৰ লাভ কৰিয়ে মই এই অলৌকিক ভৱন ৰক্ষা কৰি আছোঁ। কিন্তু তোমালোকৰ ইয়ালৈ অহাৰ কাৰণ কি আৰু কাৰ কাৰণে আহি এই বনপ্ৰদেশত উপস্থিত হৈছা?

১৯। এই দুৰ্গম বন তোমালোকে দেখাই বা পালা কেনেকৈ? এতিয়া তোমালোকে ব্যৱহাৰোপযোগী পৰম পবিত্ৰ ফলমূল আৰু পানী খাই উঠি সকলো কথা মোক কোৱাঁ।"

**॥ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একপঞ্চাশ সৰ্গ সমাপ্ত॥**

## দ্বিপঞ্চাশ সৰ্গ

## তাপসী স্বয়ংপ্ৰভাৰ লগত কথা-বতৰা

১। তাৰ পিচত ধৰ্ম্মচাৰিণী সেই তাপসীয়ে বান্দৰদলপতিসকলে ভালদৰে বিশ্বাস লাভ কৰা দেখি একাগ্ৰ চিত্তে তেওঁলোকক আকৌ কবলৈ ধৰিলে।

২। "ফলমূল খাই যদি প্ৰকৃততে তোমালোকৰ ভাগৰ পলাইছে আৰু যদিহে মই শুনিব পৰা বিধৰ হয়, তেনেহলে তোমালোকৰ কথাখিনি মোক কোৱাঁ, শুনিবলৈ মোৰ ইচ্ছা হৈছে।"

৩। তেওঁৰ এই কথা শুনি পৱনাত্মজ হনুমানে যথাযথভাবে সৰলকৈ কথাটো কবলৈ ধৰিলে।

৪—৫। হনুমানে কলে, "হে ধৰ্ম্মচাৰিণী, শুনা—সকলো লোকৰে ৰজা, মহেন্দ্ৰ আৰু বৰুণসম, দশৰথতনয় শ্ৰীমান ৰামচন্দ্ৰই তেওঁৰ ভ্ৰাতৃ লক্ষ্মণ আৰু ভাৰ্য্যা বৈদেহীৰে সৈতে দণ্ডকাৰণ্যলৈ আহে। দণ্ডকাৰণ্যৰ জনস্থানৰ পৰা ৰাবণে বলপূৰ্ব্বক তেওঁৰ ভাৰ্য্যাক হৰণ কৰি নিযে।

৬। কপিৰাজ সুগ্ৰীৱ এই বীৰপুৰুষৰ সখা। বৰ্ত্তমান সেই সুগ্ৰীৱেই আমাক পঠিয়াইছে। তেওঁৰ আদেশ—

৭—৮। যমৰাজৰ দ্বাৰা অভিৰক্ষিত অগস্ত্য মুনিৰ বিচৰণস্থল দক্ষিণ দেশলৈ আহি অঙ্গদ প্ৰমুখ্যে মুখ্য মুখ্য বান্দৰবৰ্গে সৈতে মিলিত হৈ আমি সকলোৱে বৈদেহী সীতা আৰু কামৰূপী ৰাক্ষসৰ অনুসন্ধান কৰিব লাগে।

৯। তেওঁৰ দ্বাৰা এইদৰে অনুপ্ৰেৰিত হৈ সমগ্ৰ বন, সমুদ্ৰ আৰু দক্ষিণ দিশ অন্বেষণ কৰি ভোকতে আতুৰ হৈ আমি গছৰ তলত বহি আছিলোঁ।

১০। হে স্বয়ম্প্ৰভা, এইদৰে বহি থাকোতে আমাৰ মুখ শুকাই গল আৰু অশেষ ভাবি চিন্তিও আমি চিন্তাসাগৰৰ পাৰ নোপোৱা হলোঁ।

১১। তাৰ পিচত ইফালে সিফালে চকু ফুৰাই চাই গছ আৰু লতাপতাৰে আবৃত অন্ধকাৰপূৰ্ণ এই ডাঙৰ গহ্বৰটো দেখিলোঁ।

১২। দেখিলোঁ যে হাঁহ, কুৰুৰা, সাৰস আদি পক্ষীগণে পানীতে তিতি থাকি পানীৰ কণিকাৰে সৈতে এই ঠাইৰ পৰা ওলাই যাবলৈ ধৰিছে।

১৩। তেতিয়া মই, বান্দৰ সমূহৰ অনুমানো তেনেভাৱৰ বুলি জানি তেওঁলোকক কলোঁ যে আমি ইয়াৰ ভিতৰলৈ সোমাই যাওঁ।

১৪। কাৰ্য্যৰ প্ৰেৰণাত আমি সকালাটিয়ে এন্ধাৰৰ কাৰণে দৃঢ়ভাবে পৰস্পৰে পৰস্পৰৰ হাতত ধৰি ইয়ালৈ সোমাই আহিলোঁ।

১৫। হে তপস্বিনী, আমি হঠাতে তিমিৰাবৃত এই গাতত প্ৰৱেশ কৰাৰ কাৰণ এই, সীতাৰ অন্বেষণে আমাৰ কাম, আৰু এই কামকে আগত লৈ আমি ওলাই আহিছোঁ।

১৬—১৮। আমি অতি ক্ষীণ আৰু বুভুক্ষিত হৈ তোমাৰ ইয়াত উপস্থিত হৈছিলোঁ, তুমি আতিথ্যধৰ্ম্ম ৰক্ষা কৰি যি ফলমূল দান কৰিলা, ক্ষুধাপীড়িত আমিও তাকে ভক্ষণ কৰিলোঁ। যিহেতু ভোকতে মৃতপ্ৰায় অৱস্থাত থকা আমাক সকলোটিকে তুমি ৰক্ষা কৰিলা, এতিয়া তাৰ প্ৰত্যুপকাৰ হিচাপে তোমাৰ কি প্ৰিয় কাম বান্দৰবৰ্গে কৰিব পাৰো তাক কোৱাঁ।"

১৮—১৯। বান্দৰসকলে এইদৰে কোৱাত সৰ্ব্বজ্ঞা স্বয়ম্প্ৰভাই তেওঁলোকক কলে "মই উগ্ৰতেজস্বী তোমালোক বান্দৰসকলৰ ওপৰত পৰম সন্তুষ্ট হৈছোঁ।

২০—২১। মই ধৰ্ম্মানুষ্ঠানকে আচৰণ কৰি আছোঁ, এতেকে তোমালোকে মোৰ কাৰণে কৰিব লগা একো নাই।" তেতিয়া তপস্বিনীৰ ধৰ্ম্মসম্মত এই শুভ উক্তি শুনি হনুমানে আনন্দিতলোচনা তেওঁক কলে, "হে ধৰ্ম্মচাৰিণী, আমি সকলোটিয়ে তোমাৰ আশ্ৰয় বিচাৰিছোঁ।

২২। মহাত্মা সুগ্ৰীৱে আমাক যি সময় বান্ধি দিছিল এই গাঁতৰ ভিতৰত থাকোতে আমাৰ সেই সময় উকলি গল।

২৩। এতেকে বৰ্ত্তমানে তুমি আমাক এই গহ্বৰৰ পৰা উদ্ধাৰ কৰি দিয়া। সুগ্ৰীৱৰ নিৰ্দ্দিষ্ট সময় ৰক্ষা কৰিব নোৱাৰি বৰ্ত্তমান আমি সকলোটি মৃতপ্ৰায় অৱস্থাত।

২৪। সুগ্ৰীৱৰ ভয়তে আমি সন্ত্ৰস্ত এতেকে হে ধৰ্ম্মচাৰিণী, তুমি আমাক ৰক্ষা কৰা, বৰ ডাঙৰ এটা কাম আমাৰ কৰিব লগা আছে।

২৫। কিন্তু আমি ইয়াতে থকাৰ কাৰণে সেই কামটো কৰিব পৰা নাই।" হনুমানে এইদৰে কোৱাত তপস্বিনীয়ে কলে।

২৭—২৭। "এবাৰ এই গহ্বৰত যেয়ে প্ৰৱেশ কৰিছে, জীৱন্ত অৱস্থাত পুনঃ ইয়াৰ পৰা ওলাই যোৱাটো কঠিন, কিন্তু তপস্যাৰ নিয়ম ৰক্ষা কৰি যি তপঃপ্ৰভাৱ মই উপাৰ্জ্জন কৰিছোঁ তাৰ বলত মই তোমালোকক ইয়াৰ পৰা উদ্ধাৰ কৰিম। হে শ্ৰেষ্ঠ বান্দৰগণ সকলোকে তোমালোকে চকু মুদা।

২৮। চকু নুমুদাকৈ থাকি ইয়াৰ পৰা কোনোৱে ওলাই যাব নোৱাৰে।"

২৯। এই কথা শুনি বান্দৰবোৰে চকু মুদিলে আৰু ওলাই যোৱাৰ আশাতে তেওঁলোকৰ সুকুমাৰ আঙুলিবিশিষ্ট হাতেৰে দৃষ্টিশক্তি অৱৰোধ কৰিলে।

৩০। এইদৰে মহাত্মা বান্দৰসকলে হাতেৰে মুখ ঢাকি লোৱাত এক নিমিষৰ ভিতৰতে তেওঁলোক গহ্বৰৰ পৰা ওলাই আহিল।

৩১। তেতিয়া ধৰ্ম্মচাৰিণী তপস্বিনীয়ে বিষম সেই গহ্বৰৰ পৰা ওলাই থকা বান্দৰসকলক আশ্বাস দি এইদৰে কলে—

৩২। "নানা গছলতাৰে পৰিপূৰ্ণ বিন্ধ্যগিৰি আৰু এইয়া প্ৰস্ৰৱণ পৰ্ব্বত আৰু এয়ে মহোদধি সমুদ্ৰ। হে শ্ৰেষ্ঠ বান্দৰবৰ্গ তোমালোকৰ মঙ্গল হওক, এতিয়া মই মোৰ নিজ ভৱনলৈ যাওঁ।"

এই বুলি কৈ তপস্বিনী স্বয়ম্প্ৰভাই অপৰূপ সেই গহ্বৰত সোমাল।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত দ্বিপঞ্চাশ সৰ্গ সমাপ্ত ॥**

## ত্রিপঞ্চাশ সৰ্গ

### সমুদ্র দৰ্শন আৰু সীতাক নাপালে মৰণ সংকল্প

১। তাৰ পিচত বান্দৰসকলে ঘোৰ উৰ্ম্মিমালাৰে পৰিপূৰ্ণ, ভীষণ ৰবে গৰ্জ্জন কৰি থকা বৰুণালয় অপাৰ সমুদ্ৰ দেখা পালে।

২। ৰজা সুগ্ৰীৱে যি সময় বান্ধি দিছিল, ময়দানৱ-নিৰ্ম্মিত সেই গিৰিদুৰ্গত অন্বেষণ কৰি থাকোতে তেওঁলোকৰ সেই এমাহকাল উকলি গল।

৩। তেতিয়া বিন্ধ্যগিৰিৰ পাদদেশত পুষ্পিত এজোপা গছৰ গুৰিত বহি মহাত্মা বান্দৰ সকল ঘোৰ চিন্তান্বিত হল।

৪। এনেতে শত শত লতাৰে পৰিবেষ্টিত বসন্তকালৰ পুষ্পভাৰে অৱনত বৃক্ষৰাজি তেওঁলোকৰ চকুত পৰাত তেওঁলোক আৰু বিশেষৰূপে ভীত হৈ পৰিল।

৫। এইবোৰ দেখিশুনি তেওঁলোকে বুজিলে যে বসন্তকাল উপস্থিত আৰু লগে লগে কাম সাধিবলৈ যি সময় বান্ধি দিছিল সিও অতীত হল। ইয়াকে ভাবি তেওঁলোক সকলোটি মাটিত বাগৰি পৰিল।

৬—৭। বান্দৰসকল এইদৰে বাগৰি পৰা দেখি সিংহবৃষস্কন্ধ সুঠাম আৰু সুদীৰ্ঘবাহু-যুক্ত মহাপ্ৰাজ্ঞ যুৱৰাজ অঙ্গদে শিষ্টাচাৰসম্পন্ন আৰু বয়সত প্ৰাচীন কপিসকলক যথাযোগ্য সন্মান দেখুৱাই মধুৰভাৱে কব ধৰিলে।

৮। "কপিৰাজ সুগ্ৰীৱৰ নিৰ্দ্দেশ মতে আমি সকলোটি ওলাই আহিলোঁ, গহ্বৰৰ ভিতৰত থাকোতেই আমাৰ এমাহ কাল পূৰ্ণ হল, হে বান্দৰসকল এই কথাটো আপোনালোকে বুজি পোৱা নাই কিয়?

৯। আহিন মাহ শেষ হোৱাৰ লগে লগে কাতি মাহকে আৰম্ভ কৰি আমি ওলাই আহোঁ, এতিয়া সেই সময়ো অতীত হল, তেন্তে তাৰ পিচত এতিয়া আমি কৰোঁ কি?

১০—১১। আপোনালোক নীতিশাস্ত্ৰ বিশাৰদ, কাৰ্য্য বিষয়ত আপোনালোকৰ শক্তি অতুলনীয়, চতুৰ্দ্দিশে আপোনালোকৰ পৌৰুষৰ এটা খ্যাতি আছে, সদায় স্বামীহিতে ৰত আৰু সকলো কামতে তেওঁৰ দ্বাৰা নিযুক্ত। বৰ্ত্তমান মোক সন্মুখত লৈ পিঙ্গাক্ষ সুগ্ৰীৱৰ নিৰ্দ্দেশ মতে সীতাৰ অন্বেষণৰ আদেশ পাই আপোনালোক ওলাই আহিছে।

১২। এতিয়া যদি আমি তেওঁৰ উদ্দেশ্য সিদ্ধি কৰিব নোৱাৰোঁ তেন্তে আমাৰ মৰণ সুনিশ্চিত, কপিৰাজ সুগ্ৰীৱৰ আদেশ পালন নকৰাকৈ থাকি কোন কেতিয়া সুখী হৈ থাকিব পাৰিছে?

১৩। সুগ্ৰীৱে নিজে যি সময় বান্ধি দিছে, এতিয়া সেই সময় অতীত হৈ যোৱাৰ পিচত, বনবাসী আমাৰ সকলোৰে প্ৰায়োবেশনেই উপযুক্ত।

১৪। ৰাজপদত অধিষ্ঠিত সুগ্ৰীব প্ৰকৃততে অতি তীক্ষ্ণ স্বভাবৰ, অপৰাধী ৰূপে তেওঁৰ ওচৰ চাপিলে তেওঁ আমাৰ কাকো ক্ষমা নকৰে।

১৫—১৬। সীতাৰ কোনো সম্বাদ লৈ যাব নোৱাৰিলে তেওঁ আমাৰ বধৰূপ পাপ-কৰ্ম্মকে কৰিব, এতেকে ভাৰ্য্যা, পুত্ৰ, ধন গৃহ সৰ্ব্বলোকে এৰি ইয়াতে প্ৰায়োপবেশন কৰি মৰাটোৱেই শ্ৰেয়। আমি ইয়াৰ পৰা এইদৰে উভতি গলে তেওঁ যে আমাক বধ কৰিব এইটো ধ্ৰুৱ।

১৭—১৯। অপৰাধী হৈ সেইদৰে কঠোৰ শাস্তি ভুগি মৰাতকৈ ইয়াত মৰাটোৱেই ভাল। যিহেতু সুগ্ৰীৱে নিজে মোক যৌৱৰাজ্যত অভিষিক্ত কৰা নাই, অক্লান্তকৰ্ম্মা নৰেন্দ্ৰ ৰামচন্দ্ৰই হে মোক যুৱৰাজ পাতিছে আৰু আগৰে পৰা মোৰ লগত তেওঁৰ শত্ৰুতা ভাৱো আছে, এতেকে কামত ব্যতিক্ৰম হোৱা দেখিলে তেওঁ তীক্ষ্ণদণ্ডৰ দ্বাৰা মোক যে বধ কৰিব এইটো নিশ্চয়। এতেকে জীৱন নাশ পোৱা কাললৈ অপেক্ষা কৰি মোৰ সুহৃদবৰ্গৰ সম্মুখত শাস্তি ভোগাৰ কি প্ৰয়োজন? পুণ্যস্থান এই সমুদ্ৰ তীৰত মই প্ৰায়োপবেশনকেই কৰিম।"

২০। যুৱৰাজ কুমাৰ অঙ্গদে এইদৰে কোৱা শুনি সকলো প্ৰমুখ বান্দৰগণে কৰুণ সুৰে কবলৈ ধৰিলে।

২১—২২। "সুগ্ৰীৱ প্ৰকৃততে তীক্ষ্ণ স্বভাবৰ ৰামচন্দ্ৰও তেওঁৰ প্ৰিয়া ভাৰ্য্যাত অনুৰক্ত, এতেকে সময় অতীত হৈ যোৱাৰ পিচতো আমাক অকৃতকাৰ্য্য হৈ থকা দেখিলে উভয়ে বৈদেহীৰ বাতৰি নোপোৱাকৈ আমাক এনেয়ে উভতি অহা দেখিলে সুগ্ৰীৱে ৰামক সন্তুষ্ট কৰিবলৈ আমাক নিশ্চয় বধ কৰিব।

২৩। আমি সুগ্ৰীৱৰ প্ৰধান সহায় স্বৰূপ হৈ ওলাই আহিছিলোঁ এতিয়া অপৰাধী হিচাপে তেওঁৰ ওচৰলৈ যোৱাটো কোনোপধ্যে যুক্তিযুক্ত নহয়।

২৪। এই ঠাইতে সীতাৰ অনুসন্ধান কৰি হয় সীতাৰ সম্বাদলৈ স্বামীৰ ওচৰলৈ যাম নহলে যমালয়লৈয়ে প্ৰস্থান কৰিম।"

২৫। ভয়াৰ্ত্ত বান্দৰ সকলৰ এই কথা শুনি তাৰে কলে, "তোমালোক বিষণ্ণ হোৱাৰ কোনো কাৰণ নাই, তোমালোকৰ অভিৰুচি হলে, আমি গহ্বৰত প্ৰবেশ কৰি তাতেই থাকিম।

২৬। এই গহ্বৰটো মায়াৰ দ্বাৰা নিৰ্ম্মিত, অতি দুৰ্গম আৰু বহুত পানীয় আৰু ভোজ্য দ্ৰব্যেৰে পৰিপূৰ্ণ। তাত পুৰন্দৰ, ৰাঘৱ ৰাম অথবা বানৰৰাজ সুগ্ৰীৱলৈ আমাৰ একো ভয় নাই।

২৭। তাৰ পিচত অঙ্গদৰ অনুকূল বাক্য শুনি বান্দৰ সকলে তাক সাৰোগত বুদ্ধি মানি লৈ কলে, "তেনেহলে যি উপায়ে আমি নিহত নোহোৱাকৈ থাকিব পাৰোঁ তাৰ উপায়হে কৰা উচিত।"

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ত্ৰিপঞ্চাশ সৰ্গ সমাপ্ত ॥

# চতুঃপঞ্চাশ সৰ্গ

## অঙ্গদৰ প্ৰতি হনুমানৰ সান্ত্বনাপূৰ্ণ বাক্য

১। চন্দ্ৰসম কান্তিবিশিষ্ট কপিপ্ৰবৰ তাৰে এইদৰে কোৱা শুনি হনুমানৰ অনুমান হল যে তাৰৰ কথামতে কাম কৰিবলৈ হলে অঙ্গদৰ ৰাজ্য লাভ নহব।

২—৫। অথচ বালীসুত অঙ্গদ অষ্টাঙ্গবুদ্ধি* সম্পন্ন, চতুৰ্ব্বলযুক্ত আৰু চতুৰ্দ্দশগুণ বিশিষ্ট, শুক্লপক্ষৰ চন্দ্ৰ যিদৰে নিজ কান্তিৰ বলত ক্ৰমাৎ বাঢ়ি যায় অঙ্গদেও নিজ তেজোবল আৰু পৰাক্ৰমৰ দ্বাৰা সেইদৰে ক্ৰমাৎ পৰিপূৰ্ণতা লাভ কৰিছে। অঙ্গদ বুদ্ধিত বৃহস্পতি সদৃশ, বিক্ৰমত নিজ জনক বালীৰ সমান তথাপি পুৰন্দৰ ইন্দ্ৰই শুক্ৰাচাৰ্য্যৰ উপদেশ শুনাৰ দৰে তাৰৰ কথাত মনোযোগ দিয়া দেখি সৰ্ব্বশাস্ত্ৰ বিশাৰদ হনুমানে স্বামীৰ অৰ্থে কাম কৰি ভাগৰি পৰিও তাৰ প্ৰভৃতি বান্দৰ সকলৰ পৰা অঙ্গদক ফালৰি কটাই আনিবলৈ চেষ্টা কৰি কবলৈ ধৰিলে।

৬। চাৰিটা উপায়ৰ ভিতৰত যিটো দ্বিতীয় উপায় (অৰ্থাৎ ভেদনীতি) বুলি প্ৰসিদ্ধ তাকে আশ্ৰয় কৰি হনুমানে তেওঁৰ যুক্তিপূৰ্ণ কথাৰে বান্দৰবোৰৰ ভিতৰত ভেদভাব সৃষ্টি কৰিলে।

৭। বান্দৰবোৰৰ ভিতৰত মতভেদ হৈ পৰাত কাৰ্য্যে ব্যতিক্ৰম ঘটিলে দণ্ড কেনে প্ৰকাৰৰ হব তাক উল্লেখ কৰি অঙ্গদৰ মনত ভয় লগাই ভীতি দৰ্শাই কবলৈ ধৰিলে।

৮। "হে তাৰাসুত, এইটো ধ্ৰুৱপ যে যুদ্ধক্ষেত্ৰত তোমাৰ সামৰ্থ্য তোমাৰ পিতৃব্য সুগ্ৰীৱতকৈও বেচি আৰু তোমাৰ পিতৃব্যে কপিৰাজ্য যিদৰে শাসন কৰি আছে তুমিও এই গহ্বৰৰ ভিতৰত তাৰ প্ৰভৃতি বান্দৰ সকলৰ দ্বাৰা নতুনকৈ স্থাপন কৰা ৰাজ্য দৃঢভাবে শাসন কৰিব পাৰিবা (সঁচাকৈয়ে যদি তেওঁলোকে সদায় তোমাক মানি চলে)।

৯। হে কপিশ্ৰেষ্ঠ, কিন্তু বান্দৰৰ মতিৰ কোনো স্থিৰতা নাই, তেওঁলোকে তেওঁলোকৰ স্ত্ৰী পুত্ৰ সকলক কিষ্কিন্ধাত সুগ্ৰীৱৰ অধীনত এৰি, তোমাৰ আজ্ঞাধীন হৈ ইয়াত থকাটো সহ্য কৰি থাকিব নোৱাৰিব।

---

* অষ্টাঙ্গবুদ্ধি— শুশ্ৰূষা শ্ৰৱণঞ্চৈৱ গ্ৰহণং ধাৰণং তথা।
ঊহাপোহাৰ্থবিজ্ঞানং তত্ত্বজ্ঞানং চ ধীগুণাঃ।

চতুৰ্ব্বল— সামদানভেদনিগ্ৰহ

চতুৰ্দ্দশগুণম্— দেশকালজ্ঞতা দাৰ্ঢ্যং সৰ্ব্বক্লেশসহিষ্ণুতা।
সৰ্ব্ববিজ্ঞানতা দাক্ষ্যমূৰ্জ্জঃ সংবৃতমন্ত্ৰতা।
অবিসম্বাদিতা শৌৰ্য্যং ভক্তিজ্ঞত্বং কৃতজ্ঞতা।
শৰণাগতবাৎসল্যমমৰ্ষিত্বমচাপলম্।

১০—১১। তেওঁলোকক আগত ৰাখিযে এইটো মই স্পষ্টকৈ কব পাৰোঁ যে, যিদৰে এই জাম্ববান, নীল, মহাকপি সুহোত্ৰ, মোক আৰু এই সকলো বান্দৰক তুমি সামদানাদি গুণ অথবা কোনো প্ৰকাৰৰ দণ্ড প্ৰয়োগ কৰিও সুগ্ৰীবৰ অধীনৰ পৰা আঁতৰাই নিব নোৱাৰিবা সেইদৰে তেওঁলোকো সদায় তোমাৰ প্ৰতি অনুৰক্ত হৈ নাথাকিব।

১২। সকলোৱে কয় বলবান জনে দুৰ্ব্বলৰ লগত কাজিয়া কৰি হৰ্মন্তা তিষ্ঠি থাকিব পাৰে, কিন্তু যি দুৰ্ব্বল প্ৰাণীযে নিজক ৰক্ষা কৰি থাকিব খোজে, তওঁ বলীৰ লগত কাজিয়া কৰাটো উচিত নহয।

১৩। এইমাত্ৰ তাৰৰ মুখৰপৰা তুমি শুনিলা যে এই গুহাই তোমালোকক ৰক্ষা কৰি থাকিব মনত ৰাখিবা যে লক্ষ্মণ শৰ মাৰি এই গুহা বিদীৰ্ণ কৰাটো এটা অতি তুচ্ছ কাম।

১৪। পূৰ্ব্বতে ইন্দ্ৰদেৱে বজ্ৰ নিক্ষেপ কৰি ময়দানবৰ বধৰূপ যি ক্ষতি কৰিলে, কবলৈ গ'লে সেইটো এটা অতি সামন্য কাম, কিন্তু ইচ্ছা কৰিলে লক্ষ্মণে তেওঁৰ তীক্ষ্ণ শৰসমূহৰ দ্বাৰা এই গুহা গছৰ পাত ফলাদি ফালিব পাৰিব।

১৫। ইন্দ্ৰৰ বজ্ৰ সদৃশ পৰ্ব্বত বিদাৰক নাৰাচ অস্ত্ৰ তেওঁৰ হাতত বহুত আছে।

১৬—১৭। হে পৰন্তপ, তদুপৰি তুমি সেই গহ্বৰত স্থিতি লাভ কৰাৰ লগে লগে এই বান্দৰবোৰে তেওঁলোকৰ দাৰাপুত্ৰ সকলৰ কথা স্মৰণ কৰি সদায় উদ্বিগ্ন আৰু ক্ষুধাতুৰ অৱস্থাত থাকি, কষ্টদায়ক শয্যাত শুই ভাগৰ লাগিলে, তোমাৰ ফালে পিঠি দি তোমাক যে এৰি থৈ যাব এইটো নিশ্চয়।

১৮। তেতিয়া তুমি তোমাৰ সুহৃদ আৰু হিতাকাঙ্ক্ষী বন্ধুগণৰ দ্বাৰা পৰিত্যক্ত হৈ কঁপি থকা তৃণ এগাঁচিতকৈও নগণ্য অথবা লাঘব হৈ পৰিবা।

১৯। তেতিয়া লক্ষ্মণৰ উগ্ৰ আৰু মহাবেগশালী দুৰ্দ্ধৰ্ষ আৰু নিশিত শৰেই তোমাক নিপাত কৰিব।

২০। আনপক্ষে আমি সকলোটিয়ে তোমাক লগত লৈ বিনীত ভাৱে যদি সুগ্ৰীৱৰ ওচৰত থিয় দিওঁ তেন্তে জ্যেষ্ঠানুক্ৰমে তেওঁ তোমাকেই ৰাজ্যত অভিষিক্ত কৰিব।

২১। সুগ্ৰীৱ ধৰ্ম্মৰাজ, তোমাৰ পিতৃব্য, আৰু প্ৰিয়াকাঙ্ক্ষী, দৃঢ়কাঙ্ক্ষী, দৃঢ়ব্ৰত, শুদ্ধভাবাপন্ন আৰু সত্যপ্ৰতিজ্ঞ, তেওঁ কেতিয়াও তোমাক বিনাশ নকৰে।

২২। তেওঁ তোমাৰ মাতৃৰো প্ৰেমাকাঙ্ক্ষী, তোমাৰ মাতৃৰ কাৰণেই তেওঁৰ জীৱন ধৈ আছে, তেওঁৰ আন কোনো সন্তানো নাই, হে অঙ্গদ এতেক তুমি আমাৰ লগত আহাঁ।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত চতুঃপঞ্চাশ সৰ্গ সমাপ্ত ॥

# পঞ্চপঞ্চাশ সৰ্গ

## প্ৰায়োপবেশন বিষয়ে সিদ্ধান্ত গ্ৰহণ

১। হনুমানৰ নিজ প্ৰভু সুগ্ৰীৱৰ প্ৰতি সন্মানপূৰ্ণ ধৰ্ম্মযুক্ত আৰু বিনীত ভাবে কোৱা কথাখিনি শুনি অঙ্গদে কবলৈ ধৰিলে।

২। "হনুমান তুমি যিহকে নোকোৱা কামত স্থিৰতা, আত্মা আৰু মনৰ শুদ্ধভাৱ, কোমলতা, সৰলতা, বিক্ৰম আৰু ধৈৰ্য্য এই বিলাক গুণ সুগ্ৰীৱত নাই।

৩—৪। যিজনে তেওঁৰ জ্যেষ্ঠ ভ্ৰাতা জীবিত থাকোঁতেই তেওঁৰ প্ৰিয়া মহিষী, যিজনা ধৰ্ম্মত তেওঁৰ মাতৃস্থানীয়া তেনেজনাকো তেওঁৰ ভাৰ্য্যাৰূপে গ্ৰহণ কৰি ঘৃনীয় কাম কৰিব পাৰে আৰু যিজনে তেওঁৰ ভ্ৰাতা যুদ্ধত নিযুক্ত থকা কালত গহ্বৰৰ দুৱাৰ মুখ ৰক্ষণ কাৰ্য্যত নিযুক্ত থাকিও নিজে শিলেৰে মুখ বন্ধ কৰি থৈ আহিব পাৰে তেওঁ আৰু ধৰ্ম্মৰ কথা কি জানে?

৫। যিজনে অগ্নিক সাক্ষী কৰি সত্যৰ নামত শপথ খাই বন্ধুত্ব পাশত আবদ্ধ হৈযো কৃতকৰ্ম্মা মহাযশস্বী ৰামৰ কথা পাহৰি থাকিব পাৰে তেনেজনে আনৰ সুকৃতি স্মৰণ কৰি কৃতজ্ঞতা প্ৰকাশ কৰাৰ আশা ক'ত?

৬। বৰ্ত্তমান তেওঁ যে সীতাৰ অন্বেষণৰ আদেশ আমাক দিছে সি কেৱল লক্ষ্মণৰ ভয়তহে, অধৰ্ম্মলৈ ভয় কৰি নহয়, এতেকে তেনে জনত ধৰ্ম্মভাৱৰ প্ৰকাশ নাই।

৭। সুগ্ৰীৱ এনেহেন পাপমতি, কৃতঘ্ন, মনু আদি স্মৃতিমত বিৰোধী আৰু চঞ্চল-চিত্ত, এতেকে আৰ্য্য স্বভাৱ সম্পন্ন তেওঁৰ কুলজ কোনে কেতিয়া তেওঁক বিশ্বাস কৰিব পাৰে?

৮। সুগ্ৰীৱ গুণবানেই হওক বা গুণহীনেই হওক, সেইটো বিচাৰ কৰাৰ মোৰ কোনো প্ৰযোজন নাই, মই তেওঁৰ শত্ৰুকুলজাত পুত্ৰ, এতেকে মোক ৰাজপদত প্ৰতিষ্ঠিত কৰি তেওঁ মোক জীয়াই ৰাখিব কিয়?

৯। বৰ্ত্তমান ময়দানৱৰ গহ্বৰত প্ৰৱেশ কৰাৰ ইচ্ছা হোৱাৰ লগে লগে মোৰ মতিৰ পৰিবৰ্ত্তন হৈছে, গতিকে সুগ্ৰীৱৰ ওচৰত মই অপৰাধী, এতিয়া মোৰ শক্তিও কম, এনে স্থলত কিষ্কিন্ধাত উপস্থিত হৈ অনাথবৎ দুৰ্ব্বল অৱস্থাত মই জীৱন ধাৰণ কৰি থাকো কেনেকৈ?

১০। ৰাজ্যৰ কাৰণে সুগ্ৰীৱ শঠ, ক্ৰূৰমতি আৰু নৃশংস, এতেকে গুপ্তভাবে দণ্ডবিধান কৰিবে তেওঁ মোক বন্ধনত ৰাখিব।

১১। এইদৰে বন্ধনত থাকি সদায় দুখত থকাতকৈ প্ৰায়োপবেশনৰ দ্বাৰা জীৱন ত্যাগ কৰাই শ্ৰেয়ঃ। তোমালোক বান্ধৱবৰ্গে তাৰ বাবে মোক অনুমতি দি তোমালোক সকলোৱে ঘৰলৈ যোৱা গৈ।

১২। প্ৰতিজ্ঞা কৰি কৈছোঁ যে মই আৰু কিষ্কিন্ধাপুৰীলৈ উভতি নাযাওঁ। সিহেতু মোৰ মৰণেই শ্ৰেয়ং, এতেকে ইয়াতেই মই প্ৰায়োপবেশন কৰিম।

১৩—১৪। তোমালোকে গৈ মোৰ পিতৃব্য কপি সুগ্ৰীৱক মোৰ অভিবাদন জনাই কুশল বাতৰি জনাবা আৰু সেইদৰে বলশালী ৰাঘৱ দুজনাকো মোৰ প্ৰণাম জনাই কুশল বাতৰি জনাবা আৰু মোৰ আইক আৰু ৰুমাকো মোৰ আৰোগ্য বাতৰি জনাই কুশলে থাকা বুলি কবা।

১৫। তোমালোকে মোৰ মাতৃদেৱী তাৰাক প্ৰবোধ বাক্যৰে আশ্বাস দিবা তেওঁ প্ৰকৃততে পুত্ৰবৎসলা, দয়াশীলা আৰু দুৰ্ভাগিনী।

১৬—১৮। মোৰ ইয়াত মৃত্যু হোৱা শুনিলে, নিশ্চয় তেওঁ, তেওঁৰ জীৱন পৰিত্যাগ কৰিব।" এইখিনি কথাকৈ অঙ্গদে জাম্ববান আদি বৃদ্ধসকলক অভিবাদন জনাই চকুৰ লো টকি দুখিত ভাবে মাটিত কুশাসন পাৰি বহিল। অঙ্গদক এইদৰে বহা দেখি আন আন শ্ৰেষ্ঠ বান্দৰসকলে দুখৰে উত্তপ্ত চকুৰলো মচি মচি, সুগ্ৰীৱক নিন্দা আৰু বালীক প্ৰশংসা কৰি ৰোদন কৰিবলৈ ধৰিলে।

১৯। তাৰ পিচত মুখ্য বান্দৰসকলে বালীপুত্ৰ অঙ্গদৰ দেহত্যাগৰ কথা শুনি তেওঁক বেঢ়ি ধৰিলে আৰু সকলোৱে প্ৰায়োপবেশ ব্ৰত আৰম্ভ কৰিব বুলি সিদ্ধান্ত কৰিলে।

২০। সেই উদ্দেশ্যে জল স্পৰ্শ কৰি পানীৰ তীৰ ভাগক আশ্ৰয় কৰি কুশাগ্ৰভাগ দক্ষিণ মুৱাকৈ পতা আসনত পূবৰ পিনে মুখ কৰি বহিল।

২১—২২। বৰ্ত্তমান পৰিস্থিতিত কপিপ্ৰবৰ সকলে মৃতপ্ৰায় অৱস্থা হৈ মনে মনে স্থিৰ কৰিলে যে এই প্ৰায়োপবেশনেই তেওঁলোকৰ পক্ষে শ্ৰেয়। তাৰ পিচত ৰামৰ বনবাস, দশৰথৰ মৃত্যু, জনস্থানত ৰাক্ষস সকলৰ বধ, জটায়ুৰ মৃত্যু, বৈদেহীৰ হৰণ, বালী বধ আৰু ৰামৰ কোপ এই সকলোবোৰ কথা আলোচনা কৰোতে কৰোতে বান্দৰবোৰৰ মনত এটা ভয়ৰ ভাব উপস্থিত হল।

২৩। তাৰ পিচত মহাপৰ্ব্বতশৃঙ্গসদৃশ বান্দৰবোৰে বহি থকা ভীষণ ৰবে চীৎকাৰ আৰম্ভ কৰিলত সেই শব্দৰ ধ্বনিতে প্ৰতিধ্বনিত হৈ নিজৰা প্ৰবাহিত মহীধৰে গৰ্জ্জনপূৰ্ণ মেঘাবৃত আকাশসদৃশ ৰূপ ধাৰণ কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত পঞ্চপঞ্চাশ সৰ্গ সমাপ্ত ॥**

## ষট্‌পঞ্চাশ সৰ্গ

### সম্পাতিৰ লগত সাক্ষাৎ

১। যি গিৰিপ্ৰদেশত বান্দৰসকলে প্ৰায়োপবেশন কৰি বহি আছিল ঠিক সেই ঠাইতে এটা শকুনিৰাজ আহি উপস্থিত হ'ল।

২। এই শকুনিৰাজৰ নাম শ্ৰীমান সম্পাতি। তেওঁ দীৰ্ঘকালজীৱী পক্ষী, জটায়ু পক্ষীৰ জ্যেষ্ঠ ভ্ৰাতা, বল আৰু পুৰুষত্বত খ্যাতনামা।

৩। মহাগিৰি বিন্ধ্যৰ গহ্বৰৰ পৰা ওলাই বান্দৰবৰ্গক এইদৰে বহি থকা দেখি হৃষ্টচিত্তে তেওঁ কবলৈ ধৰিলে।

৪। 'বুজিলোঁ বিধিৰ বিধান অনুসৰি কৰ্ম্মফলে মানুহক লগ ধৰি থাকে, সেই বিধান অনুসৰিয়ে বহুদিনৰ মূৰত খাদ্যবস্তু হিচাপে এওঁলোক আজি মোৰ ওচৰত উপস্থিত হৈছে।'

৫। তাৰ পিচত বান্দৰবোৰৰ পিনে লক্ষ্য কৰি চৰাইটোৱে কলে—"ইহঁত এটা এটাকৈ মৰি থাকিব আৰু মইও এটাৰ পিচত এটাকৈ ইহঁতক খাই থাকিম।"

৬। ভক্ষ্য খাদ্যলুব্ধ চৰাইটোৰ কথা শুনি অতিক্লান্ত অঙ্গদে হনুমানক কলে—

৭। "হনুমান চোৱাঁ, সীতাৰ অন্বেষণৰ ছলতে বান্দৰ সকলৰ বিপত্তিৰ কাৰণে সাক্ষাৎ বৈবস্বত যমসদৃশ এই চৰাইটো আহি ইয়াত উপস্থিত হৈছে।

৮। ৰামৰ কামো কৰা নহল, ৰাজ আদেশো পালন কৰা নহল, অথচ ইয়াৰ ভিতৰতে নজনা নুশুনা এই এটা আপদে আহি বান্দৰবোৰক লগ ধৰিলেহি।

৯। হে বান্দৰসকল, বৈদেহীৰ হিত সাধিবলৈ গৈ গৃধ্ৰৰাজ জটায়ুৱে যি কাম কৰিছিল তোমালোকে সম্পূৰ্ণৰূপে তাক শুনিছা।

১০। সেইদৰে সকলো তিৰ্য্যগ্‌যোনি প্ৰাণী পশুপক্ষীয়ে ৰামৰ হিতসাধন কৰি আছে আৰু আমিও আজি তেওঁৰে কাৰণে প্ৰাণ বিসৰ্জ্জন দিবলৈ ওলাইছোঁ।

১১। ৰামৰ স্নেহ আৰু কাৰুণ্য গুণৰ দ্বাৰা চালিত হৈয়েই প্ৰাণী সমূহৰ সকলোৱে পৰস্পৰৰ উপকাৰ সাধন কৰি থাকে। এতেকে সেই ৰামৰ উপকাৰৰ কাৰণে আমিও আত্মবলিদান দিয়া উচিত।

১২। ধৰ্ম্মজ্ঞ জটায়ুৱে ৰামৰ হিতকাম কৰিলে আৰু আমিও ৰাঘৱৰে কাম সাধন কৰিবলৈ আহি পৰিশ্ৰান্ত হৈ এতিয়া প্ৰাণ বিসৰ্জ্জন দিবলৈ ওলাইছোঁ।

১৩। অৰণ্যত প্ৰবেশ কৰিলোঁ, তথাপি মৈথিলীক কতো দেখা নাপালোঁ। যুদ্ধত ৰাৱণৰ দ্বাৰা নিহত হৈ গৃধ্ৰৰাজ সঁচাকৈয়ে আজি পৰম সুখী, কিয়নো তাৰ দ্বাৰা তেওঁ সুগ্ৰীৱৰ ভয়ৰ পৰা হাত সাৰিছে আৰু ৰামৰ কাৰণে নিহত হৈ পৰম গতি লাভ কৰিলে।

১৪। হায়। জটায়ুৰ মৃত্যু, ৰজা দশৰথ বিনাশ, বৈদেহীৰ হৰণ এই সকলো ঘটনা একযোগ হৈ বৰ্ত্তমানে আমাৰ বান্দৰবোৰৰ জীৱন নাশৰ কাৰণ হৈ পৰিছে।

১৫—১৬। অকল কৈকেয়ীক বৰ দিওঁ বোলা ঘটনাক লৈয়ে সীতাৰে সৈতে ৰাম লক্ষ্মণৰ বনবাস, ৰামৰ শৰত বালীৰ বধ, তেওঁৰ কোপত ৰাক্ষস সকলৰ নিধন আৰু শেহত আমাৰ বান্দৰসমূহৰ মৃত্যুৰূপ বিকৃতিপূৰ্ণ ঘটনাবোৰ ঘটিবলৈ পালে।"

১৭—১৮। অঙ্গদৰ এই নিৰ্বেদ বাক্য শুনি আৰু বান্দৰ সকলক মাটিতে বহি থকা দেখি তীক্ষ্ণ তুণ্ডবিশিষ্ট মহাৰাবযুক্ত মহামতি গৃধ্ৰৰাজে করুণাক্ত কৰণে দীনভাবে কবলৈ ধৰিলে।

১৯। "মোৰ প্ৰাণতকৈও প্ৰিয় ভ্ৰাতা জটায়ুৰ মৃত্যুৰ কথা উল্লেখ কৰি মোৰ বুকু কঁপাই কথাৰ অৱতৰণা কৰা এইজন কোন?

২০। জনস্থানত সেই ৰাক্ষস আৰু গৃধ্ৰৰ ভিতৰত যুদ্ধই বা হল কেনেকৈ। হায়। আজি ইমান দিনৰ মূৰত মোৰ এই ভ্ৰাতাৰ নাম মোৰ কাণত পৰিল।

২১—২২। মোৰ ইচ্ছা হৈছে যে এই গিৰিদুৰ্গৰ পৰা ওলাই গৈ তোমালোকৰ লগত মিলিত হওঁগৈ। মোৰ এই কনিষ্ঠ ভ্ৰাতা সৰ্ব্বগুণজ্ঞ আৰু পৰাক্ৰমত প্ৰশংসনীয়। আজি বহুদিনৰ মূৰত তেওঁৰ গুণকীৰ্ত্তন শুনি মই পৰম প্ৰীত হৈছোঁ। হে শ্ৰেষ্ঠ বান্দৰবৰ্গ মোৰ এই ভ্ৰাতৃৰ বিনাশ কেনেকৈ হ'ল তাক কোৱা, শুনিবলৈ মোৰ ইচ্ছা হৈছে।

২৩। যি ৰজা দশৰথৰ গুৰুজনপ্ৰিয় ৰামচন্দ্ৰ জ্যেষ্ঠ প্ৰিয়পুত্ৰ, জনস্থান নিবাসী ভ্ৰাতা জটায়ুৰ তেৱেঁই সখা। মোৰ এই ভ্ৰাতৃৰ মৃত্যুৰ বিৱৰণ শুনিবলৈ মই বৰ ব্যাকুল হৈছোঁ। হে অৰিন্দম কপিপ্ৰৱৰসকল, সূৰ্য্যৰ ৰশ্মিৰ তাপত মোৰ পাখি দগ্ধ হোৱাৰ কাৰণে মই এতিয়া লৰচৰ কৰিব নোৱাৰোঁ। মোৰ ইচ্ছা হৈছে যেন ইয়াৰ পৰা ওলাই যাওঁ।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ষট্‌পঞ্চাশ সৰ্গ সমাপ্ত ॥**

# সপ্তপঞ্চাশ সৰ্গ

## সম্পাতিৰ ওচৰত অঙ্গদৰ উদ্দেশ্য জ্ঞাপন

১। গৃধ্ৰৰাজৰ কৰ্ম্ম স্বভাবতে ভয়ঙ্কৰ, এতেকে তেওঁ শোকসন্তপ্ত আৰু গলিত স্বৰে কোৱা কথা শুনিও বান্দৰদলপতি সকলে তেওঁৰ কথাত বিশেষ শ্ৰদ্ধা স্থাপন কৰিব নোৱাৰিলে।

২—৩। শগুণটোক দেখি প্ৰায়োপবেশন ব্ৰত অবলম্বন কৰি থকাৰ ভিতৰতো বান্দৰসকলৰ মনত ভয়ঙ্কৰ এটা ভাব খেলালে, তেওঁলোকে ভাৱিলে "এই গৃধ্ৰই আমোলোক সকলোকে ভক্ষণ কৰিব। কিন্তু প্ৰায়োপবেশন কৰি থাকোতেই যদি আমাক ভক্ষণ কৰে তেনেহলেতো আমি প্ৰকৃততে কৃতাৰ্থ ই হওঁ যিহেতু তেতিয়া আমি মৃত্যুৰূপ মুক্তিৰ অধিকাৰী হব পাৰিম।"

এইদৰে আলোচনা কৰি বান্দৰদলপতিসকলে পৰ্ব্বতৰ শৃঙ্গৰপৰা নামি অহাৰ পিচত অঙ্গদে চৰাইটোক কলে—

৫—৬। "হে বিহগপ্ৰৱৰ, এসময়ত ঋক্ষৰজা নামে এজন ৰজা আছিল। তেওঁৱেই আছিল মোৰ পিতামহ। তেওঁৰ দুজন পুত্ৰ বহুবলশালী বালী আৰু সুগ্ৰীব। তেওঁলোক দুজনাৰ ভিতৰত খ্যাতনামা মোৰ পিতৃদেৱ বালী ৰজা হয়।

৭। ইতিমধ্যে সমগ্ৰ জগতৰে ৰজা ইক্ষাকুকুলৰ মহাৰথী দশৰথৰ পুত্ৰ শ্ৰীমান ৰাম দণ্ডকাৰণ্যত প্ৰৱেশ কৰে।

৮। ধৰ্ম্মক আশ্ৰয় কৰি থাকি ৰামচন্দ্ৰই তেওঁৰ পিতৃদেৱৰ নিৰ্দ্দেশ মতে ভায়েক লক্ষ্মণ আৰু ভাৰ্য্যা সীতাৰে সৈতে বনলৈ আহে।

৯—১০। এই ৰামচন্দ্ৰৰে ভাৰ্য্যাক ৰাবণে বলপূৰ্ব্বক জনস্থানৰপৰা হৰণ কৰি নিযে। তেতিয়া ৰামচন্দ্ৰৰ পিতৃদেৱ দশৰথৰ মিত্ৰ জটায়ু নামে গৃধ্ৰৰাজে আকাশ পথেৰে বৈদেহীক হৰণ কৰি লৈ যাৱা দেখে। যুদ্ধত তেওঁ ৰাবণক ৰথশূন্য কৰে আৰু সীতা দেৱীক মাটিত নমাই থোৱাৰ পিচত ভাগৰি পৰে। ইপিনে তেওঁ বৃদ্ধ, গতিকে যুদ্ধত ৰাৱণৰ হাতত শেহত নিহত হয়।

১১। অধিক বলশালী ৰাৱণৰ হাতত নিহত হোৱাৰ পিচত ৰামচন্দ্ৰই আহি তেওঁক সংস্কাৰ কৰাত গৃধ্ৰৰাজে পৰম গতি লাভ কৰিলে।

১২। তাৰ পিচত মোৰ পিতৃব্য মহাত্মা সুগ্ৰীৱৰ লগত ৰামৰ বন্ধুত্ব হয়। আৰু তেৱেঁই মোৰ পিতৃদেৱক বধ কৰে।

১৩। মোৰ পিতৃদেৱে তেওঁৰ মন্ত্ৰীবৰ্গেৰে সৈতে সুগ্ৰীবক ৰাজ্য পৰিচ্যুত কৰাৰ পিচত ৰামে মোৰ পিতৃ বালীক বধ কৰি সুগ্ৰীৱক ৰাজ্যত অভিষিক্ত কৰে।

১৪। বান্দৰসকলৰ প্ৰভু সুগ্ৰীব এইদৰে ৰাজ্যত অধিষ্ঠিত হোৱাৰ পিচত মুখ্য বান্দৰসমূহৰ অধিপতি ৰূপে তেওঁ আমাক ঠাযে ঠায় পঠায।

১৫। এইদৰে ৰামৰ কামত নিযুক্ত হৈ ৰাত্ৰিকালত সূৰ্য্যৰ কিৰণপোৱাটো যিদৰে অসম্ভৱ, তেনেদৰে আমিও বৈদেহী সীতাৰ অনুসন্ধান কৰো পাব পৰা নাই।

১৬। আমি যত্নেৰে সৈতে দণ্ডকাৰণ্যত বিচাৰি থাকোতে অজ্ঞানতাহেতু পৃথিবীৰ বৃহৎ এটা গহ্বৰত প্ৰৱেশ কৰিলোঁ।

১৭। সেই গহ্বৰটো ময়দানবে তেওঁৰ মায়াবলেৰে নিৰ্ম্মাণ কৰিছে। আমি তাত সীতাৰ অন্বেষণ কৰি থাকোতে ৰজাই যি এমাহ কাল সময বান্ধি দিছিল, সি অতি-বাহিত হল।

১৮। আমি সকলো কপিৰাজৰ আজ্ঞাধীন নিৰ্দ্ধাৰিত সময় পাৰ হৈ যোৱাৰ পিচত সুগ্ৰীবৰ ভযত প্ৰায়োপবেশন ব্ৰত অবলম্বন কৰিছো।

১৯। লক্ষ্মণে সৈতে কাকুৎস্থ ৰাম আৰু সুগ্ৰীব ক্ৰুদ্ধ হ'ব, উভতি যোৱাৰ পিছত আমাৰ কোনোটিৰে জীবন ৰক্ষা নপৰে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত সপ্তপঞ্চাশ সৰ্গ সমাপ্ত ॥**

# অষ্টপঞ্চাশ সৰ্গ

## অঙ্গদ-সম্পাতিৰ কথোপকথন

১। জীৱনৰ আশা এৰি বান্দৰসকলে কৰুণস্বৰে এইদৰে কোৱা শুনি মহাভীষণ স্বৰবিশিষ্ট গৃধ্ৰৰাজে অশ্ৰুপূৰ্ণনেত্ৰে তেওঁলোকক কবলৈ ধৰিলে।

২। বান্দৰগণ, যুদ্ধক্ষত্ৰত বলবান ৰাৱণৰ হাতত যিজন নিহত হোৱা বুলি কলা, জটাযু নামে তেৱেঁই মোৰ কনিষ্ঠ ভ্ৰাতা।

৩। মই এতিয়া বৃদ্ধ আৰু পক্ষবিহীন এতেকে এই কাহিনী শুনিও মই তাক সহি থাকিব লগা হৈছে, মোৰ আজি শক্তি নাই যে মোৰ ভ্ৰাতৃবৈৰীৰ প্ৰাণ বিনাশ কৰো।

৪—৫। অতি পুৰণিকালত বৃত্ৰবধৰ সময়ত ভাতা জটাযু আৰু মই উভয়ে জয়লাভৰ কামনা কৰি আকাশ পথেৰে সৰগলৈ গৈ ইন্দ্ৰক পৰাভূত কৰি উভতি অাহোতে দুৰ্ভাগ্যক্ৰমে ৰশ্মিমালী সূৰ্য্যক পাওঁ। সূৰ্য্যৰ ৰশ্মিৰ কোবত জটাযু অৱশ হৈ পৰিল।

৬। ভ্ৰাতা জটাযুক সূৰ্য্য ৰশ্মিৰ দ্বাৰা এইদৰে আক্ৰান্ত হৈ বিহ্বল হোৱা দেখি মই মোৰ পাখি দুখনেৰে তেওঁৰ আওৰি ধৰোঁ।

৭। হে বান্দৰসকল, তেনে কৰোতে মোৰ পাখি দুখন দগ্ধ হয় আৰু মই এই বিন্ধ্য পৰ্ব্বতৰ ওপৰত পৰোঁ। তাৰ পিচত মই ইয়াত থকাৰ কাৰণে ভ্ৰাতৃ জটায়ুৰ গতি বিধিৰ কোনো বাতৰি নাপাওঁ।"

৮। জটায়ুৰ ককায়েক সম্পাতিয়ে এইদৰে কোৱাত মহাপ্ৰাজ্ঞ যুৱৰাজ অঙ্গদে কলে—

৯। "যদিহে তুমি জটায়ুৰ ককায়েক আৰু মই যি কৈছোঁ তাকো শুনিছা আৰু যদিহে সেই ৰাক্ষসৰ আবাস স্থলৰ কথা তুমি জানা তেন্তে সেই বিষয়ে আমাক কোৱাঁ।

১০। ৰাক্ষসাধম ৰাৱণ প্ৰকৃততে অদূৰদৰ্শী। সি এতিয়া আমাৰ ওচৰত অথবা দূৰৈত, এই কথাটো যদি তুমি জানা, আমাক কোৱাঁ।

১১। অঙ্গদৰ কথা শুনি জটায়ুৰ মহাতেজস্বী জ্যেষ্ঠ ভ্ৰাতা সম্পাতিয়ে আত্মানুৰূপভাবে বান্দৰসকলৰ মনত আনন্দ জগাই কবলৈ ধৰিলে।

১২। "বান্দৰসকল, মোৰ পাখি দুখন পুৰি গৈছে মোৰ শক্তি এতিয়া নাই তথাপি কথাৰে ৰামৰ কাৰণে যিখিনি সহায় মই কৰিব পাৰোঁ তাক মই কৰিম।

১৩। জলপ্ৰধান সকলো ঠাইৰ কথা মই জানো। ভগৱান বিষ্ণুৱে তিনিপাদতে যিসকল লোক অধিকাৰ কৰিছিল, তাকো মই জানো, দেবাসুৰ যুদ্ধৰ কথাও মই জানো আৰু অমৃত মন্থনৰ কথাও মোৰ সুবিদিত।

১৪। বৰ্ত্তমান ক্ষেত্ৰত ৰামৰ কাৰণে যি কৰিবলগীয়া আছে প্ৰথমতে মই তাকেই কৰিম। বাৰ্দ্ধক্যহেতু এতিয়া মোৰ তেজ হ্ৰাস হৈছে আৰু প্ৰাণশক্তিও দুৰ্ব্বল হৈছে।

১৫। সেই দুৰাত্মা ৰাৱণে সৰ্ব্বাভৰণ ভূষিতা ৰূপৱতী তৰুণী ৰমণীক হৰণ কৰি নিয়া মই দেখিছোঁ।

১৬। তেওঁ হা ৰাম! হা ৰাম! হা লক্ষ্মণ! এইবুলি চিঞৰি আছিল আৰু শৰীৰৰ পৰা অলঙ্কাৰসমূহ পেলাই দি হাতভৰি আছুৰি আছিল।

১৭। পৰ্ব্বতশৃঙ্গৰ ওপৰত সূৰ্য্যপ্ৰভাসদৃশ অথবা আকাশত বিদ্যুৎমালাসদৃশ কৃষ্ণবৰ্ণ সেই ৰাক্ষসৰ গাত তেওঁৰ সুন্দৰ পট্টবস্ত্ৰ জিলিকি আছিল।

১৮। ৰামৰ নাম কীৰ্ত্তনৰ পৰা মই অনুমান কৰিব পাৰিছোঁ তেৱেঁই সীতা। এতিয়া সেই ৰাক্ষসৰ বাসস্থান ক'ত মই কওঁ শুনা।

১৯। এওঁ ঋষি বিশ্ৰবাৰ পুত্ৰ আৰু বৈশ্ৰৱণ কুবেৰৰ ভ্ৰাতা। এই ৰাক্ষসৰ নাম ৰাৱণ, তেওঁ লঙ্কানগৰীত থাকে।

২০। এই ঠাইৰপৰা ঠিক এশ যোজন দূৰত এটা দ্বীপৰ ওপৰত বিশ্বকৰ্ম্মাদেৱে ৰমণীয় লঙ্কানগৰী নিৰ্ম্মাণ কৰে।

২১। সুবৰ্ণময় আৰু বিচিত্ৰ দুৱাৰ আৰু ভেটিৰ সোণৰ বৰণৰ বৃহৎ বৃহৎ প্ৰাসাদসমূহৰ দ্বাৰা এই নগৰী সুন্দৰৰূপে সজোৱা হৈছে।

২২। চাৰিওফালে সূৰ্য্য প্ৰভাবিশিষ্ট অতি বৃহৎ প্ৰাচীৰসমূহে ইয়াক আগুৰি আছে। এই লঙ্কানগৰীতে পট্টবস্ত্ৰ পৰিহিতা বৈদেহীয়ে মলিনভাবে বাস কৰি আছে।

২৩। ৰাক্ষসীবোৰৰ দ্বাৰা অৱৰক্ষিতা হৈ তেওঁ ৰাৱণৰ অন্তঃপুৰত অৱৰুদ্ধা হৈ আছে। তোমালোকে ৰজা জনকৰ দুহিতা মৈথিলীক তাত দেখা পাবা।

২৪—২৭। মোৰ জ্ঞানৰ বলেদি দেখা পাইছো য তোমালোকে সীতাৰ লগত দেখাশুনা কৰি উভতি আহিব পাৰিবা। আকাশমাৰ্গত কুলিঙ্গ আৰু ধান্যজীৱী প ৰ আদি পক্ষীৰ পথেই প্ৰথম পথ, বলিভোজী কাকৰ পথ দ্বিতীয় ফলাভোজী ভাসপক্ষীৰ পথ তৃতীয় ক্ৰৌঞ্চ, কুৰৰা আৰু শেনপক্ষীৰ পথ চতুৰ্থ আৰু শকুনৰ পথ পঞ্চম বলবীৰ্য্য আৰু ৰূপ-যৌবনসম্পন্ন হংসৰ পথ ষষ্ঠ আৰু তাৰো ওপৰত যিটো পথ সেই হৈছে বিনতাৰ সন্ততিসকলৰ পথ, হে কপিপ্ৰৱৰসকল বিনতাপুত্ৰ হোৱাতেই অৰুণৰ পৰা আমি সকলোৱে জন্ম।

২৮। যি ৰাক্ষসে সীতাহৰণৰূপ গৰ্হিত কৰ্ম্ম কৰিছে আৰু লগতে মোৰ ভাতৃক বধ কৰিছে, মোৰ এই বাসৰ দ্বাৰা তাৰ বৈৰিতাৰ প্ৰতিকাৰ কৰা হব।

২৯। ইয়াত থাকিয়ে মই ৰাৱণ আৰু সীতাক দেখা পাইছোঁ কিয়নো সেই পৰ্ণ নামৰ দিব্য চক্ষুবল আমাৰ আছে।

৩০। হে বান্দৰসকল আমাৰ খাদ্য সামগ্ৰী বলত আৰু স্বাভাৱিক গতিত এশ যোজনতো অধিক দূৰলৈ আমি দেখা পাওঁ।

৩১। এই কাৰণতে আমাৰ ভোজন বৃত্তি ভৰিৰ ওচৰত থাকে, কিন্তু কুক্কুটাদি পক্ষীসমূহে যি গছক আশ্ৰয় কৰি থাকে তাৰ তলতেই সিহঁতে সিহঁতৰ খাদ্য লাভ কৰে।

৩২। হে বান্দৰসকল, বৰ্তমান তোমালোকে এই লৱণ সমুদ্ৰ পাৰ হোৱাৰ কোনো এটা উপায় স্থিৰ কৰি লোৱা তাৰ সহায়ত বৈদেহীৰ ওচৰলৈ গৈ আহি কৃতকাৰ্য্য হৈ উভতি যোৱা।

৩৩। এতিয়া তোমালোকে অনুগ্ৰহ কৰি মোক সাগৰৰ পাৰলৈ নিয়া স্বৰ্গগত মহাত্মা ভ্ৰাতাৰ অৰ্থে মই জলতৰ্পণ কৰিম।

৩৪। সম্পাতিৰ এই কথা শুনি মহাবলশালী বান্দৰসকলে নদ-নদীসকলৰ অধিপতি সমুদ্ৰৰ তীৰলৈ দগ্ধপক্ষবিশিষ্ট তেওঁক লৈ আহিল।

৩৫। তাৰ পিচত বিহগৰাজক আকৌ পূৰ্ব্বৰ ঠাইত থৈ সীতাৰ সকলো বাতৰি পাই তেওঁলোক পৰম আনন্দিত হল।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত অষ্টপঞ্চাশ সৰ্গ সমাপ্ত ॥**

## একোনষষ্টিতম সৰ্গ

## সম্পাতিৰ সীতাহৰণবৃত্তান্ত কথন

১। গৃধ্ৰৰাজৰ অমৃতময বাণী শুনি শ্ৰেষ্ঠ বান্দৰগণে কথাবতৰা পাতি পৰম আনন্দিত হ'ল।

২। তাৰ পিচতে কপিশ্ৰেষ্ঠ জাম্ববানে আন আন বান্দৰসকলে সৈতে ঘপ্ কৰে থিয় দি গৃধ্ৰৰাজক কবলৈ ধৰিলে।

৩। "সীতা ক'ত, কোনে তেওঁক দেখিছে আৰু তেওঁক হৰণে বা কৰিছে কোনে। হে গৃধ্ৰৰাজ, আপুনি সকলো কথা বৰ্ণনা কৰি আমাৰ বনবাসী জীৱসকলৰ পতিস্বৰূপ হওক।

৪। কোনো সিজা যি এনে হেন কাম কৰি—লক্ষ্মণ বিনিৰ্ম্মুক্ত দশৰথ তনয় দুজাৰ বজ্ৰসম বেগবান শৰসমূহৰ পৰাক্ৰমৰ বিষয়ে চিন্তা নকৰাকৈ আছে?'

৫। জাম্ববানৰ কথা শুনি গৃধ্ৰৰাজে বান্দৰসকলক প্ৰায়োপবেশ ব্ৰত পৰিত্যাগ কৰি সীতা হৰণৰ বিষয়ে শুনিবলৈ আগ্ৰহান্বিত হোৱা দেখি পৰম প্ৰীত হৈ আশ্বাস দি কবলৈ ধৰিলে।

৬। "হে বান্দৰসকল, মই ইযাতেই থাকি বৈদেহীৰ হৰণৰ কথা যিদৰে শুনিছো আৰু আযতলোচনা তেওঁ য'ত আছে বুলি তেওঁ কৈছে সেই সকলো কথা মই কওঁ শুনা।

৭। বহু যোজন বিস্তৃত দুৰ্গম এই পাৰ্ব্বত্য প্ৰদেশত বহুদিন আগতে পতিত হৈ এতিয়া ক্ষীণ প্ৰাণশক্তিসম্পন্ন হৈ বৃদ্ধকালত উপনীত হৈছোঁ।

৮। মোৰ এনে অৱস্থা হোৱা দেখি বিহগপ্ৰবৰ সুপাৰ্শ্ব নামে মোৰ পুত্ৰই যথাসমযত আহাৰ যোগাই মোক প্ৰবৰ্ত্তাই ৰাখিছে।

৯। তোমালোকে জানা গন্ধৰ্ব্বৰ কামশক্তি অতি প্ৰবল, সেইদৰে ভুজঙ্গৰ কোপ আৰু মৃগৰ ভয অতি প্ৰবল আৰু তাতোকৈ প্ৰবল আমাৰ ক্ষুধা।

১০। এদিনাখন ক্ষুধাৰ্ত্ত অৱস্থাত মোৰ কাৰণে আহাৰ বিচাৰি সূৰ্য্যোদয়ৰ লগে লগে মোৰ পুত্ৰ সুপাৰ্শ্বই ওলাই গৈ কোনো আমিষ আহাৰ সংগ্ৰহ কৰিব নোৱাৰি সন্ধ্যা-কালত উভতি আহে।

১১। মোৰ আহাৰৰ সংস্থান নোহোৱাৰ কাৰণে মই তিৰস্কাৰ কৰাত মোৰ প্ৰিয় পুত্ৰই মনত বেজাৰ পাই যথাযথভাৱে সসম্মানে বিনীতভাৱে মোক কবলৈ ধৰিলে।

১২। "পিতা, যথাসমযত মই মঙহ বিচাৰি আকাশলৈ উঠোঁ আৰু মহেন্দ্ৰ পৰ্ব্বতৰ দ্বাৰদেশ আগুৰি ধৰি বৈ থাকোঁ।

১৩। তাত সমুদ্ৰবিহাৰী হাজাৰ হাজাৰ প্ৰাণীৰ পথ অৱৰোধ কৰিবলৈ তলৰ পিনে মুখ কৰি অকলে মই বৈ আছিলোঁ।

১৪। এনেতে কৃষ্ণবৰ্ণ পৰ্ব্বতসদৃশ কোনোবা এজন সূৰ্য্যোদয়কালৰ প্ৰভাসদৃশ ৰূপ-লাৱণ্যবিশিষ্টা এগৰাকী ৰমণীক লৈ যোৱা মোৰ চকুত পৰিল।

১৫। এই প্ৰাণী দুটাকে খাদ্যহিচাপে ধৰি আনিম বুলি মনে মনে স্থিৰ কৰোঁতে সেই পুৰুষজনে নিচেই সৰুটি হৈ বিনীতভাবে বাট এৰি দিবলৈ মোৰ ওচৰত প্ৰাৰ্থনা জনালে।

১৬। হে পিতঃ, আপুনি জানে যে সৰুটি হৈ শান্তিপূৰ্ণভাৱে থকা জনক নীহধাপৰ প্ৰাণীসকলৰ ভিতৰতো কোনোৱে বধ নকৰে মোৰ নিচিনা প্ৰাণীৰ তো কথাই নাই।

১৭। তেতিয়া সি তেজোবলে বেগৰ মাত্ৰা বঢ়াই আকাশপথৰে বেগেৰে যাবলৈ ধৰিলে। সি এইদৰে যোৱাৰ পিচত আকাশপথাবলম্বী সিদ্ধচাৰণাদিয়ে মোৰ ওচৰ চাপি প্ৰশংসা বচনেৰে মোক সন্মানিত কৰিলে।

১৮। সেই মহৰ্ষিসকলে মোক কলে ভাগ্যগুণে সীতা ৰক্ষা পৰিল এই পুৰুষজনে ৰমণী গৰাকীক লৈ কোনো প্ৰকাৰে যাব পাৰিলে তুমি নিশ্চয় মৰণৰ মুখলৈ অধিক নৈ হবা।

১৯। পৰম শোভনীয় সেই সিদ্ধ ঋষিগণে মোক এইদৰে কোৱাৰ পিচত তেওঁলোকে মোক জনালে যে "এইজনেই ৰাক্ষসাধিপতি ৰাৱণ।"

২০—২১। তাৰ পিচত ৰামৰ ভাৰ্য্যা জনকাত্মজা সীতাই শৰীৰৰ বৰ পট্টবস্ত্ৰ আৰু অলঙ্কাৰাদি সোলোকাই পেলাই শোকাভিভূত অৱস্থাত ৰাম আৰু লক্ষ্মণৰ নাম উচ্চাৰণ কৰি কান্দি কান্দি মুক্তকেশে গৈ থকা অৱস্থা চাই থাকোঁতেই মোৰ সময় অতিবাহিত হল।'

২১-২২। বাগ্মীপ্ৰবৰ সুপাৰ্শ্বই এই সম্বন্ধীয় সকলো কথা এইদৰে বৰ্ণনা কৰিলে। সকলো কথা শুনি পৰাক্ৰম দেখুৱাবলৈ মোৰ পুন আগ্ৰহ নোহোৱা হল।

২৩—২৪। মই এজন পক্ষবিহীন চৰাইমাত্ৰ এতেকে মই কৰিব পৰা আৰু কি কামেই বা সম্ভৱপৰ হব পাৰে? বৰ্ত্তমান মই মোৰ বাক্য আৰু বুদ্ধিগুণৰ দ্বাৰা সিকটা উপদেশ দিব পাৰোঁ আৰু তাকে শুনি তোমালোকে বলবীৰ্য্যক আশ্ৰয় কৰি যিখিনি কৰিব পাৰিবা তাক কৰা শুনা। মোৰ বাক্য আৰু বুদ্ধিৰ দ্বাৰা তোমালোকৰ যিখিনি প্ৰিয় কাম সাধিত হব পাৰে মই তাক কৰিম।

২৫—২৬। দশৰথপুত্ৰ ৰামৰ যি কাম মোৰো সেয়ে তাত কোনো সংশয় নাই। তোমালোক বুদ্ধিমান, বলবান, যশস্বী আৰু দেৱাসকলোৰো অপৰাজেয়, বৰ্ত্তমান কপিৰাজ সুগ্ৰীৱে তোমালোকক পঠিয়াইছে। ৰাম আৰু লক্ষ্মণৰ যি বাণ সি একক্ষেপপ্ৰয়োগে নিৰ্ম্মিত।

২৭। এই বাণে তিনিও জগতকে ধ্বংস বা পৰিত্ৰাণ কৰিব পাৰে। এইটো সঁচা যে দশগ্ৰীৱৰো তেজ আৰু বল পৰ্য্যাপ্ত পৰিমাণে আছে। কিন্তু কাৰ্য্যবিষয়ত তোমালোকৰ সামৰ্থ্যৰ পিনে লক্ষ্য কৰিলে তোমালোকৰ কৰিব নোৱাৰা একো নাই।

২৮। এতেক সময় নষ্ট কৰাৰ আৱশ্যক নাই, তোমালোকৰ বুদ্ধি স্থিৰ কৰি কামত আগবাঢ়া। তোমালোকৰ নিচিনা বুদ্ধিমানজনৰ কাৰ্য্যসাধন বিষয়ত শিথিলতা কেতিয়াও প্ৰকাশ নহয়।

॥ কিষ্কিন্ধ্যাকাণ্ডৰ অন্তৰ্গত একোনষষ্টিতম সৰ্গ সমাপ্ত ॥

# ষষ্টিতম সৰ্গ

## সম্পাতি আৰু নিশাকৰ ঋষিৰ ভিতৰত কথোপকথন

১। তাৰ পিচত সম্পাতিয়ে স্নানকাৰ্য্য শেষ কৰি জটায়ুৰ অৰ্থে উদকক্ৰিয়া সমাপন কৰিলত বান্দৰ-দলপতিসকলে ৰমণীয় সেই পৰ্ব্বতৰ ওপৰত তেওঁক বেঢ়ি ধৰি বহিল।

২। সম্পাতিয়ে তেওঁৰ বিশ্বাস ওপজাত আনন্দতে উৎফুল্ল হল আৰু বান্দৰসকলৰ দ্বাৰা পৰিবেষ্টিত হৈ ওচৰতে বহি থকা অঙ্গদক উদ্দেশ্য কৰি কবলৈ ধৰিলে।

৩। "বান্দৰসকল, তোমালোকে নি শব্দে একাগ্ৰচিত্তে মোৰ কথাখিনি শুনা। মৈথিলীৰ বিষযে মই যি যি জানো সকলো কথা যথাযথ ভাবে বৰ্ণনা কৰিম।

৪। হে অনঘ অঙ্গদ, পুৰণিকালত সূৰ্য্যৰশ্মিৰ দ্বাৰা মোৰ পাখি দুখন দগ্ধ হোৱাত মোৰ সকলো অঙ্গ সন্তপ্ত হল আৰু তেতিয়া মই বিন্ধ্যপৰ্ব্বতৰ এই শিখৰত পতিত হওঁ।

৫। ছ'ৰাতি অতীত হোৱাৰ পিচত মোৰ সংজ্ঞা ঘূৰি আহে, কিন্তু মোৰ সকলো অঙ্গ বিবশ, এনে অবস্থাত বিহ্বল হোৱাদি হৈ চাৰিওফালে চকু ফুৰাই চাই একো জানিব নোৱাৰিলোঁ।

৬। তাৰ পিচত সাগৰ, শৈল, নদী, সৰোবৰ, অৰণ্য আৰু আন আন ঠাইবোৰ দেখি মোৰ জ্ঞান ঘূৰি আহিল।

৭। মনতে স্থিৰ কৰিলোঁ যে শৃঙ্গবিশিষ্ট, পক্ষীগণে পৰিপূৰ্ণ দক্ষিণসাগৰৰ, তীৰস্থিত এয়ে বিন্ধ্যপৰ্ব্বত।

৮। এই ঠাইতে দেৱতাসকলৰো পূজ্যস্থান পুণ্য এখন আশ্ৰম আছিল। নিশাকৰ নামে উগ্ৰতপা এজন ঋষি তাত বাস কৰিছিল।

৯—১০। ধৰ্ম্মজ্ঞ ঋষি নিশাকৰ স্বৰ্গগামী হোৱাৰ পিচত এই পৰ্ব্বতত বাস কৰি থাকোতে মোৰ আঠ হাজাৰ বছৰ অতীত হল। ঋষিবৰ জীৱিত থকা কালৰ ভিতৰতে এবাৰ বিন্ধ্য-পৰ্ব্বতৰ বিষম অগ্ৰভাগৰ পৰা অতিকষ্টে লাহে ধীৰে ওলাই আহি তীক্ষ্ণ কুশাগ্ৰাচ্ছাদিত ভূমিভাগলৈ নামি আহোঁ।

১১। জটায়ুৱে সৈতে আগতে এই ঋষিবৰৰ লগত দেখা কৰিবলৈ অতিকষ্টে তেওঁৰ ওচৰলৈ আহিছিলোঁ।

১২। আশ্ৰমৰ ওচৰত সুগন্ধি বতাহ বৈ আছিল, সেই আশ্ৰমত এনে এজোপা গছ নাছিল য'ত ফল বা ফুল শোভা নকৰিছিল।

১৩। আশ্ৰমলৈ আহি এডাল গছৰ তলত আশ্ৰয় ললোঁ আৰু ভগবান নিশাকৰক দেখা পোৱাৰ আশাতে বৈ থাকিলোঁ।

১৪। এইদৰে বৈ থাকি নিজ তেজোবলে সমুজ্জ্বল দুৰ্দ্ধৰ্ষ ঋষিবৰে স্নানকাৰ্য্য শেষ কৰি উত্তৰ দিশৰ পিনে অহা দেখিলোঁ।

১৫। দৰিদ্ৰই ধন দিওঁতাক বেঢ়ি ধৰি যিদৰে তেওঁৰ লগে লগে ঘূৰি ফুৰে ঋক্ষ, সৃমৰ, ব্যাঘ্ৰ, সিংহ আৰু নানাবিধৰ সাপে তেওঁক আগুৰি ধৰি গৈ আছিল।

১৬। তাৰ পিচত ৰজা অন্তঃপুৰত প্ৰবেশ কৰিলে অমাত্য আৰু সৈন্যবলে যিদৰে তেওঁক এৰি নিজ নিজ ঠাইলৈ যায়, মুনিবৰ আশ্ৰমত প্ৰবেশ কৰাৰ লগে লগে সেই প্ৰাণী-বৰ্গযো তেওঁক এৰি তাৰপৰা আঁতৰিল।

১৭। মুনিবৰে মোক দেখি তুষ্ট হৈ আশ্ৰমত প্ৰবেশ কৰিলে, তাৰ অলপ সময়ৰ পিচতে আকৌ ওলাই আহি মই অহাৰ কাৰণ কি সুধি কলে :—

১৮। "হে সৌম্য, তোমাৰ নোমবোৰ উঠি গৈছে, পাখি দুখনা জুয়ে পুৰিছে আৰু তোমাৰ প্ৰাণশক্তি আৰু শৰীৰো ক্ষীণ হোৱাৰ কাৰণে মই তোমাক চিনিব পৰা নাছিলোঁ।

১৯। গৃধ্ৰসকলৰ ৰজা বায়ুসমবেগী কামৰূপী ভাইককাই তোমালোক দুয়োজন গৃধ্ৰক মই পূৰ্ব্বতে দেখিছিলোঁ।

২০। হে সম্পাতি, তুমি জ্যেষ্ঠ আৰু জটায়ু তোমাৰ কনিষ্ঠ, সেই সময়ত তোমালোকে মনুষ্যৰূপ লৈ মোৰ চৰণ স্পৰ্শ কৰিছিলা।

২১। এতিয়া তোমাৰ এই ৰোগৰ উৎপত্তি, আৰু পাখি দুখনৰ পতন কেনেকৈ হবলৈ পালে আৰু কোনে তোমাক এই দণ্ড বিহিত কৰিছে এই সবলো কথা মই তোমাক সুধিছো, মোক কোৱাঁ।

॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ষষ্টিতম সৰ্গ সমাপ্ত ॥

## একষষ্টিতম সৰ্গ

### ঋষি আৰু সম্পাতিৰ ভিতৰত কথা-দতৰা

১। মুনিবৰে এইদৰে সোধাত সূৰ্য্যক অনুগমন কৰি যি দাৰুণ আৰু দুষ্কৰ কৰ্ম্ম মই কৰিছিলোঁ, সেইসকলো কথা মই তেওঁক কলোঁ।

২। "ভগৱন্, মোৰ শৰীৰ ক্ষত বিক্ষত হোৱাত মই এতিয়া পৰিশ্ৰান্ত, তদুপৰি অনুচিত কৰ্ম্মত আবদ্ধ হোৱাৰ কাৰণে লজ্জিত, এতেকে মোৰ দুখৰ কাহিনী বৰ্ণনা কৰিবলৈ মোৰ শক্তি নাই। তথাপি সংক্ষেপকৈ মই অলপ কওঁ।

৩। জটায়ু আৰু মই দুয়ো স্পৰ্দ্ধা কৰি ইন্দ্ৰক জয় কৰা গৰ্ব্বতে মুগ্ধ হৈ পৰস্পৰৰ শক্তি বুজিবলৈ আকাশলৈ উৰি যাওঁ।

৪। কৈলাস পৰ্ব্বতত মুনিসকলৰ সম্মুখত উভয়ে পণ কৰিলোঁ যে সূৰ্য্য যেতিয়ালৈকে মহাগিৰিলৈ অস্ত নাযায় তেতিয়ালৈ গৈ আমি দুয়ো তেওঁৰ পিচে পিচে যাম।

৫—৬। এইদৰে আমি দুয়ো আকাশ পথেদি গৈ মহীতললৈ লক্ষ্য কৰি দেখোঁ যে নগৰসমূহ ৰথৰ চকাৰ সমান আকৃতিলৈ পৃথক পৃথক ভাৱে যেন হৈ আছে আৰু ঠায়ে ঠায়ে বাদ্যযন্ত্ৰৰ ধ্বনি কতো বা অলঙ্কাৰৰ জনজননি আৰু কতো বা ৰক্তবস্ত্ৰ পৰিহিতা অসংখ্য গায়িকাৰ গীতধ্বনিও আমাৰ কাণত পৰিল। তাৰ পিচতে দ্ৰুতবেগে আকাশ পথেদি উৰি গৈ সূৰ্য্যৰ পথ ললোঁ।

৭। তাৰপৰা আমি দুয়ো দেখিলোঁ সমগ্ৰ পৃথিৱীখন যেন শ্যামল তৃণৰাশি আৰু সৰু সৰু শিলা-খণ্ড-সদৃশ পাহাৰেৰে পৰিপূৰ্ণ হৈ আছে আৰু নদীসমূহেও সূতা এডালিৰ ৰূপলৈ পৃথিৱীত লাগি আছে।

৯। হিমালয়, বিন্ধ্য, মেৰু আদি মহাগিৰি সমূহ জলাশয়ৰ মাজত থকা হাতী একোটাৰ সমান আকৃতিত পৰিণত হৈছে।

১০। এনে অবস্থাত আমাৰ শৰীৰ তেনেই ক্লান্ত হল আৰু শৰীৰৰ পৰা বৰকৈ ঘাম ববলৈ ধৰিলে। মনত ভয়ৰ সঞ্চাৰ হল আৰু লগে লগে দিগ্‌ভ্ৰম হৈ আমি মূৰ্চ্ছিত হোৱা দি হলোঁ।

১১। আমাৰ দক্ষিণ, পশ্চিম, উত্তৰ দিশৰ জ্ঞান নোহোৱা হল আৰু যুগান্ত কালত অগ্নিদগ্ধ লোক সমূহৰ দৰে আমিও নিহত হোৱা যেন হলোঁ।

১২—১৩। সূৰ্য্যৰ পিনে চকু দিয়াৰ লগে লগে মোৰ মনৰ-শক্তি লোপ পালে, তাৰ পিচত অতি কষ্টে চকু আৰু মন একেলগ কৰি সূৰ্য্যৰ পিনে এবাৰ চাই ললোঁ, আৰু তেতিয়া সূৰ্য্যৰ আকৃতি পৃথিৱীৰ সমান যেন লাগিল।

১৪—১৬। এনে অৱস্থাত জটায়ুৱে মোক একো নাকোৱাকৈ মাটিত পৰি গল। তেওঁৰ তেনে অৱস্থা দেখি আকাশস্থিত সূৰ্য্যৰ পথ এৰি পাখি দুখন মেলি জটায়ুক ৰক্ষা কৰিবৰ বাতে তেওঁ দগ্ধ নহয়। এইদৰে জটায়ুক ৰক্ষা কৰি থাকোতে মোৰ নিজৰ পাখি দুখন পুৰি গল আৰু ক্ৰমাত বায়ু পথৰপৰা তললৈ নামি থাকোতে মোৰ অনুমান হল জটায়ু জনস্থানত পৰিল। কিন্তু মই হলে দগ্ধপক্ষ আৰু জড়ীভূত হৈ বিন্ধ্যপৰ্ব্বতত নিপতিত হলো।

১৭। এইদৰে ৰাজ্যহীন, ভ্ৰাতৃবিযুক্ত, পক্ষ আৰু বিক্ৰম বিহীন হৈ, মৃত্যুকে কামনা কৰি পৰ্ব্বতশিখৰৰ পৰা জাপ দিবৰ ইচ্ছা কৰিছোঁ।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত একষষ্টিতম সৰ্গ সমাপ্ত ॥**

# দ্বিষষ্টিতম সৰ্গ

## ঋষিৰ আশীৰ্ব্বাদ

১। মুনিবৰৰ আগত এই কথাখিনি কৈ অতি দুখাভিভূত হৈ মই কান্দি পেলালোঁ। তেতিয়া মুনিবৰে অলপ সময় ধ্যান কৰি চাই মোক এইদৰে কলে।

২। হে পক্ষীবৰ তোমাৰ পাখি দুখন, সক লোম চকুৰ শক্তি, প্ৰাণ আৰু বলবিক্ৰম সকলো সম্পূৰ্ণৰূপে ঘূৰি আহিব।

৩। পুৰাণ পাঠ কৰোতে শুনিছোঁ যে অতি মহৎ এটা কাম হবলৈ আছে; গুনাৰ পিচত তপস্যাৰ বলত দেখি মই তাক ভালদৰে জানিবও পাৰিছোঁ।

৪। ইক্ষ্বাকুকুলবৰ্দ্ধন দশৰথ নামে এজন ৰজা হব, তেওঁৰ ৰাম নামে মহাতেজস্বী এজন পুত্ৰ হব।

৫। পিতাৰ নিৰ্দ্দেশ মতে সত্যপৰাক্ৰম ৰামে তেওঁৰ ভায়েকৰে সৈতে বনলৈ যাব।

৬। দেৱতা আৰু দানবসকলৰ অবধ্য ৰাক্ষসৰাজ ৰাৱণে জনস্থানৰ পৰা তেওঁৰ ভাৰ্য্যাক হৰণ কৰি নিব।

৭। ৰাৱণে নানান উপভোগৰ বস্তু আৰু খাদ্য দ্ৰব্যৰ দ্বাৰা প্ৰলোভন দেখুৱালেও মহাভাগা যশস্বিনী মৈথিলীয়ে শোকতে অভিভূতা হৈ থাকি সেইবোৰ গ্ৰহণ নকৰিব।

৮। তেতিয়া ইন্দ্ৰই বৈদেহীৰ এনে অৱস্থা বুজি দেৱতাসকলোৰো দুৰ্লভ অমৃত নামে প্ৰসিদ্ধ অন্ন তেওঁক দিব।

৯। মৈথিলীয়ে এই অন্ন ইন্দ্ৰদত্ত বুলি জানি তাৰ অগ্ৰভাগ ৰামৰ নামত উছৰ্গা কৰি পৃথিবীত চটিয়াই দি এইদৰে উক্তি কৰিব।

১০। "মোৰ স্বামী আৰু দেবৰ লক্ষ্মণ যদি জীবিত আছে, অথবা তেওঁলোকে যদি দেবত্বও পাইছে তথাপি মোৰ অৰ্পিত এই অন্ন তেওঁলোকত অৰ্পিত হওক।"

১১। হে বিহঙ্গম, তাৰ পিচত ৰামৰ দূতস্বৰূপে বান্দৰবোৰ এই ঠাইলৈ আহিব আৰু তেতিয়া তুমি ৰামৰ মহিষীৰ কথা তেওঁলোকৰ আগত বৰ্ণনা কৰিবা।

১২। তুমি কোনো প্ৰকাৰে এই ঠাই এৰি নাযাবা। এনে অবস্থা প্ৰাপ্ত হৈ তুমি যাবকে বা পাৰিবা কেনেকৈ। বৰ্ত্তমানে দেশ আৰু কালৰ অপেক্ষা কৰি থাকা তোমাৰ পাখি দুখন গজি উঠিবই।

১৩। হে পক্ষীৰাজ, মোৰ ইচ্চা হৈছে যেন আজিযেই মই তোমাৰ পাখ দুখন গজাই দিওঁ। কিন্তু তুমি ইযাতে থাকিলেহে জগতৰ হিত সাধন কৰা হব।

১৪। এতেকে তুমি নৃপপুত্ৰ দুজনৰ, আৰু লগতে গুৰু ব্ৰাহ্মণ, মুনিসকলৰ আৰু ইন্দ্ৰৰ এই কামটো কৰা উচিত হব।

১৫। আনকি ৰাম লক্ষ্মণ ভ্ৰাতৃ যুগলক চাবলৈ মোৰো ইচ্ছা হৈছে। কিন্তু শৰীৰে বহুদিন মোৰ জীবন ধাৰণ কৰি থকাৰ ইচ্ছা কৰা নাই, গতিকে মই মোৰ এই শৰীৰ পৰিত্যাগ কৰিম।"

হে বান্দৰসকল তত্ত্বাৰ্থদৰ্শী মহৰ্ষিযে কথাখিনি মোক এইদৰে কৈছিল।

॥ কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত দ্বিষষ্টিতম সৰ্গ সমাপ্ত ॥

## ত্ৰিষষ্টিতম সৰ্গ

## সম্পাতিৰ পাখি আৰু লোমৰ উদ্ভব

১। বাক্যবিশাৰদ মুনিবৰে এনেবিধৰ বহু কথাৰে মোক প্ৰশংসা কৰি মোৰ পৰা বিদায় লৈ তেওঁৰ আশ্ৰমত প্ৰৱেশ কৰিলে।

২। তেতিয়াৰ পৰা মযে পৰ্ব্বতৰ গহ্বৰৰপৰা বগাই বগাই লাহে লাহে বিন্ধ্যপৰ্ব্বত আৰোহণ কৰি তোমালোকলৈ অপেক্ষা কৰি থাকিলোঁ।

৩। সেই সময়ৰপৰা এতিয়ালৈ শশ বছৰ অতীত হল, তথাপি অকল মুনিবৰৰে কথা মনত ৰাখি তেওঁকোৰা মতে দেশকাললৈ অপেক্ষা কৰি বৈ আছোঁ।

৪। তাৰ পিচত প্ৰস্থান কৰি মুনিবৰ স্বৰ্গগামী হোৱাত নানাপ্ৰকাৰৰ যুক্তিতৰ্ক মনলৈ আহি মোক দেই পুৰি মাৰিব ধৰিলে।

৫। অকল মুনিবৰে জীৱন ৰক্ষাৰ বাবে যি বুদ্ধি মোক দিছিল সেইদৰে মৃত্যুৰ কাৰণে যি সংকল্প মনলৈ আহিছিল তাৰপৰা নিজক ঘুৰাই আনিলোঁ।

৬—৮। প্ৰদীপ্ত অগ্নিশিখাৰ বলত অন্ধকাৰ যিদৰে বিনষ্ট হয়, মুনিবৰৰ এই উপদেশত মোৰ মনৰ দুখ সেইদৰে দূৰ হ'ল। তাৰ পিচত মোৰ পুত্ৰৰ পৰা দুৰাত্মা ৰাৱণৰ অল্প হীন শক্তিৰ কথা জানিও তেও মৈথিলীক কিয় ৰক্ষা নকৰিলে তাৰ কাৰণে মই তেওঁক ভীষণ তৰ্জ্জন-গৰ্জ্জন কৰিলোঁ, কলোঁ যে সীতাৰ বিলাপ শুনি আৰু ৰাম লক্ষ্মণৰ পৰা তেওঁৰ বিচ্ছেদ ঘটিছে জানিও সীতাক উদ্ধাৰ নকৰাত ৰজা দশৰথৰ প্ৰতি থকা স্নেহৰ অনুৰূপ প্ৰিয় কাৰ্য্য মোৰ পুত্ৰই কৰিব পৰা নাই।"

৯—১২। সম্পাতিয়ে সমবেত বান্দৰসমূহৰ আগত এইদৰে কথা কৈ থাকোতেই তেওঁলোকৰ চকুৰ আগতে তেওৰ পাখি দুখন গজি উঠিল। অৰুণবৰ্ণাভ পাখিৰ দ্বাৰা আবৃত হৈ তেওঁৰ শৰীৰটো সংগঠিত হোৱা দেখি তেওঁ পৰম আনন্দ লাভ কৰি বান্দৰ সমূহক কলে—"চোৱা অমিত তেজশালী ৰাজৰ্ষি নিশাকৰৰ প্ৰসাদত সূৰ্য্যাতপ দগ্ধ মোৰ পাখি দুখন পুনৰ গজি উঠিল। ডেকা কালত মোৰ বলবীৰ্য্য যি পৰিমাণৰ আছিল সেই বল আৰু পৰাক্ৰমো মোৰ শৰীৰলৈ পুনৰ ঘুৰি অহা যেন পাইছোঁ। এতেকে তোমালোকেও তোমালোকৰ কামৰ অৰ্থে সকলো প্ৰকাৰে যত্নশীল হোৱা সীতাক লগ পাবাই।

১৩। মোৰ এই পক্ষলাভৰ পৰা তোমালোকৰো যে কাৰ্য্যসিদ্ধি হব সেই বিষয়ে বিশ্বাস হব।' বিহগশ্ৰেষ্ঠ সম্পাতিয়ে বান্দৰসকলক এইদৰে কৈ নিজৰ উৰিব পৰা শক্তিৰ পৰিমাণ বুজিবলৈ গিৰিশৃঙ্গৰ পৰা আকাশলৈ উৰা মাৰিলে।

১৪। তেতিয়া বান্দৰবোৰে সম্পাতিৰ কথা শুনি আনন্দত উৎফুল্ল হল আৰু তেওঁলোকৰ পৰাক্ৰমৰ দ্বাৰা সীতাক লাভ কৰিবলৈ যত্নপৰ হল।

১৫। তাৰ পিচত মনৰ উৎসাহৰ লগে লগে পৱন সদৃশ বিক্ৰমশালী কপিপ্ৰৱৰ সকলৰ মনত তেওঁলোকৰ নিজ নিজ পুৰুষত্বৰ ভাব জাগি উঠাত তেওঁলোকে জনকদুহিতাৰ অন্বেষণৰ অৰ্থে অভিজিত নক্ষত্ৰাধিষ্ঠিত দক্ষিণ দিশলৈ যাত্ৰা কৰিলে।

॥ কিষ্কিন্ধ্যাকাণ্ডৰ অন্তৰ্গত ত্ৰিষষ্টিতম সৰ্গ সমাপ্ত ॥

# চতুঃষষ্টিতম সৰ্গ

## সাগৰ লঙ্ঘন কৰাৰ মন্ত্ৰণা

১। গৃধ্ৰৰাজ সম্পাতিয়ে এইদৰে কোৱাৰ পিচত সিংহপৰাক্ৰমশালী বান্দৰসমূহে একগোটহৈ জপিযাই জপিযাই প্ৰীতিপূৰ্ণ মনে হৰ্যধ্বনি কৰি চিঞৰিবলৈ ধৰিলে।

২। সম্পাতিৰ কথা মতে ৰাৱণৰ নিধন আৰু নিবাস সম্বন্ধে সন্তেদ পাই সকলোটিযে সীতাক দেখাপোৱাৰ কামনা কৰি আনন্দচিত্তে সাগৰৰ তীৰলৈ আহিল।

৩। ভীমবিক্ৰমশীল বান্দৰবৰ্গে সেইঠাইলৈ আহি চন্দ্ৰ সূৰ্য্যাদি গৃহযুক্ত সুমহান লোকসমূহৰ প্ৰতিবিম্ব স্বৰূপ সমুদ্ৰক দেখা পালে।

৪। তাৰ পিচত মহাবলশালী বান্দৰবীৰ সকলে দক্ষিণ সমুদ্ৰৰ উত্তৰ তীৰত উপস্থিত হৈ সকলোটিয়ে তাতে থাকিবলৈ ললে।

৫—৬। তেওঁলোকে দেখিলে যে সমুদ্ৰ কোনো ঠাইত প্ৰসুপ্ত অৱস্থাত, কতো বা বালকবৎ ক্ৰীড়াৰত, ক'তো বা আকৌ পৰ্ব্বত প্ৰমাণ ঢৌ সমন্বিত জলৰাশিৰ দ্বাৰা আবৃত হৈ আছে। এনেহেন পাতাল তলবাসী দানবেন্দ্ৰ সমূহৰ দ্বাৰা পৰিপূৰ্ণ ৰোমহৰ্ষকৰ সমুদ্ৰৰ বেশ দেখি অঙ্গদ প্ৰমুখ কপিপ্ৰবৰসকল অতিশয বিষণ্ণ হল।

৭। আকাশ সমান অপাৰ সমুদ্ৰৰ পিনে লক্ষ্য কৰি সকলোটিয়ে কৈ উঠিল এনে অবস্থাত আমি আমাৰ কাৰ্য্য সম্পন্ন কৰোঁ কেনেকৈ ? তাৰ পিচত ইযাকে ভাবি সকলোটিযে মিলিত হৈ বিষণ্ণ মনে বহি থাকিল।

৮। সমুদ্ৰৰ পিনে চাই বান্দৰ সৈন্য বাহিনী বিমূঢ় হোৱা দেখি কপিশ্ৰেষ্ঠ অঙ্গদে ভয বিহ্বল বান্দৰবৰ্গক আশ্বাস দি কবলৈ ধৰিলে—

৯। "হে বান্দৰসকল, তোমালোক বিষণ্ণ নহবা কিযনো বিষণ্ণহোৱাটো আটাইতকৈ ডাঙৰ দোষ, ক্ৰুদ্ধ সৰ্পই যিদৰে বালককো দংশন কৰে বিষণ্ণ ভাবেও সেইদৰে পুৰুষক বিনাশ কৰে।

১০। বিক্ৰম প্ৰকাশ কৰিব লগীযা সময়ত যিজনে বিষাদৰ বশবৰ্ত্তী হয়, তেওঁৰ তেজশক্তি হ্ৰাস হয় আৰু তেওঁ কাৰ্য্যত সিদ্ধি লাভ কৰিব নোৱাৰে।"

১১। সিদিনাখনৰ ৰাতি সেইদৰে শেষ হোৱাৰ পিচত অঙ্গদে মুখ্য আৰু আন আন বান্দৰবিলাকৰে সৈতে মিল হৈ পুনৰাই মন্ত্ৰণা কৰিবলৈ ধৰিলে।

১২। এনে অৱস্থাত মৰুৎ বাহিনী দ্বাৰা পৰিবৃত হৈ স্বৰ্গত-বাসৱে যেনে শোভা ধাৰণ কৰে বান্দৰ সৈন্য বাহিনীৰ দ্বাৰা পৰিবৃত হৈ অঙ্গদেও সেই ঠাইত তেনে শোভা ধাৰণ কৰিলে।

১৩। যি বান্দৰ সৈন্যৰ সমাবেশ তাত হৈছিল, সি দেখোতে এনে বৃহৎ আছিল যে বালীৰ তনয় অঙ্গদ অথবা হনুমানৰ বাহিৰে আন কোনেও তাক চন্তালিব নোৱাৰে।

১৪। তেতিয়া শ্ৰীমান অঙ্গদে বয়োবৃদ্ধ কপিপ্ৰবৰ সকলৈ যথাযোগ্য সন্মান দেখুৱাই অৰ্থপূৰ্ণ বাক্যে কব ধৰিলে।

১৫। "হে বান্দৰগণ, এতিয়া আমাৰ ভিতৰত মহাতেজস্বী কোন জন সমুদ্ৰ লঙ্ঘন কৰি অৰিন্দম সুগ্ৰীবৰ প্ৰতিজ্ঞা সত্যত প্ৰতিপন্ন কৰিব?

১৬। বান্দৰসকলৰ ভিতৰত কোন জনে শত যোজন বিস্তীৰ্ণ এই সমুদ্ৰ পাৰ হৈ গৈ উপস্থিত মহাভয়ৰ পৰা বান্দৰদলপতি সকলক ৰক্ষা কৰিব?

১৭। কোন সেই জন যাৰ অনুগ্ৰহত কৃতকাৰ্য হৈ আমি সকলোটি উভতি গৈ আমাৰ নিজ নিজ পৰিবাৰ পুত্ৰ আৰু ঘৰ দেখা পাই সুখভোগ কৰিব পাৰিম?

১৮। কাৰ অনুগ্ৰহত আমি সকলোটি উভতি গৈ হৃষ্টচিত্তে ৰাম, মহাবলশালী লক্ষ্মণ আৰু বনবিহাৰী সুগ্ৰীৱৰ সম্মুখীন হব পাৰিম।

১৯। প্ৰকৃততে যদি আমাৰ ভিতৰত কোনোজন সাগৰ লঙ্ঘন কৰিবলৈ সমৰ্থ, তেন্তে তেওঁ তেওঁৰ কামৰ দ্বাৰা আমাক পৰমপবিত্ৰ অভয় দান দিয়ক।

২০। অঙ্গদৰ কথা শুনি বান্দৰ সৈন্য বাহিনীৰ ভিতৰত কোনেও একো উত্তৰ নিদিলে; সকলো মনে মনে থাকিল।

২১। তেতিয়া কপিপ্ৰবৰ অঙ্গদে বান্দৰসকলক উদ্দেশ্য কৰি পুনৰাই কলে—"হে বান্দৰ-সকল, তোমালোক সকলোৱে বলবানসকলৰ ভিতৰত শ্ৰেষ্ঠ আৰু সুদৃঢ় বিক্ৰমসম্পন্ন, তোমালোকৰ জন্ম উত্তম কুলত আৰু এই বুলিয়েই লোক সমাজত তোমালোক সততে পূজিত হৈ আছা।

২২। আমাৰ গতিত কাৰো ক'তো কোনো প্ৰতিবন্ধক নাই। হে বানৰশ্ৰেষ্ঠসকল সমুদ্ৰ লঙ্ঘন বিষয়ত তোমালোকৰ ভিতৰত কাৰ কি শক্তি তাক প্ৰকাশ কৰি কোৱা।

**॥ কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত চতুঃষষ্টিতম সৰ্গ সমাপ্ত ॥"**

# পঞ্চষষ্টিতম সৰ্গ

## বান্দৰবোৰৰ নিজ নিজ শক্তিৰ বৰ্ণনা

১—২। তাৰ পিচত অঙ্গদৰ কথা শুনি গজ, গৱাক্ষ, শৰভ, গন্ধমাদন, মৈন্দ, দ্বিবিদ অঙ্গদ, জাম্ববন আদি বান্দৰগণৰ সকলোৱে এটাৰ পাচত এটাকৈ নিজ নিজ গতিৰ শক্তি প্ৰকাশ কৰিব ধৰিলে।

৩। গজে কলে "মই দহ যোজন পথ লফিয়াই অতিক্ৰম কৰিব পাৰোঁ, গৱাক্ষই কলে "মই কুৰি যোজন পথ যাব পাৰোঁ,

৪। শৰভ নামৰ বান্দৰে কলে "হে বান্দৰসকল, মই ত্ৰিশ যোজন পথ একে জাপে যাব পাৰোঁ।"

৫। ঋষভ বান্দৰে কলে "মই চল্লিশ যোজন পথ জপিয়াই যাব পাৰো আৰু এই বিষয়ে সন্দেহ কৰিবলৈ একো নাই।'

৬। তাৰ পিচত মহাতেজস্বী গন্ধমাদনে কলে, "নিশ্চয়কৈ জানিবা পঞ্চাশ যোজন পথ মই অতিক্ৰম কৰিব পাৰোঁ।"

৭। তাৰ পিচত মৈন্দ নামে বান্দৰে আনসকলো বান্দৰক কলে "ষাঠি যোজন পথ অতিক্ৰম কৰিবলৈ মোৰ সাহস আছে।"

৮। মৈন্দৰ পিচতে মহাতেজস্বী দ্বিবিদে কলে "কোনো সংশয় নোহোৱাকৈ সত্তৰ যোজন পথ মই অতিক্ৰম কৰিব পাৰোঁ।"

৯। দ্বিবিদৰ কথা শুনি মহাতেজস্বী সত্ত্বসম্পন্ন কপিপ্ৰবৰ সুষেণে কলে, "আশী যোজন পথ অতিক্ৰম কৰিবলৈ মোৰ শক্তি আছে।'

১০। তেওঁলোকে এইদৰে কোৱাঁৰ পিচত বয়সত আটাইতকৈ বৃদ্ধ জাম্ববানে সকলোৰে প্ৰতি সম্মান দেখুৱাই কলে :—

১১ গতিবেগৰ ক্ষেত্ৰত পূৰ্ব্বতে মোৰো কিছু শক্তি আৰু পৰাক্ৰম আছিল, কিন্তু বৰ্ত্তমান মোৰ সেই বয়স পাৰ হৈ গৈছে।

১২। কিন্তু এনে অৱস্থা প্ৰাপ্ত হৈও, যি কাৰ্য্য সাধন কৰিবলৈ কপিৰাজ সুগ্ৰীব আৰু ৰাম দৃঢ়প্ৰতিজ্ঞ, তাক আমি উপেক্ষা কৰিব নোৱাৰোঁ।

১৩। এই বয়সতো মোৰ যিখিনি শক্তি আছে কওঁ শুনা, নব্বই যোজন পথ মই নিঃসন্দেহে অতিক্ৰন কৰিব পাৰিম।"

১৪—১৫। মুখ্য বান্দৰ সমূহক এইদৰে কৈ জাম্ববানে পুন কলে, "আগতে গতি বিষয়ত মোৰ শক্তি কেৱল ইমান নাছিল, বলিৰজাৰ যজ্ঞৰ সময়ত ভগবান সনাতন বিষ্ণুৱে তিনি খোজতে ত্ৰিভুৱন আক্ৰমণ কৰাৰ সময়ত মই তেওঁক প্ৰদক্ষিণ কৰোঁ।

১৬। কিন্তু এতিয়া মই বৃদ্ধ লম্ফপ্ৰদানত মোৰ শক্তি হ্ৰাস হৈছে। অৱশ্যে ডেকা-কালত মোৰ যি বল বা শক্তি আছিল সি অতুলনীয় আছিল।

১৭। যি হওক, বৰ্ত্তমান মোৰ নিজ শক্তিবলে এই নব্বই যোজন মাত্ৰ যাব পাৰোঁ, কিন্তু তাৰ দ্বাৰা আমাৰ এই কাম সিদ্ধ নহ'ব।"

১৮। তাৰ পিচত প্ৰাজ্ঞ অঙ্গদ মহাকপি জাম্বৱানৰ প্ৰতি সন্মান দেখুৱাই মহা অৰ্থ-পূৰ্ণ ভাবে কব ধৰিলে।

১৯। শত যোজন বিস্তৃত এই সমুদ্ৰ পথ অতিক্ৰম কৰি মই যাব পাৰিম, কিন্তু তাৰ পৰা উভতি অহাৰ শক্তি মোৰ থাকিব নে নাথাকে তাক সুনিশ্চিতকৈ নাজানো।

২০—২১। এই কথা শুনি বাক্যবিশাৰদ জাম্বৱানে কপিশ্ৰেষ্ঠ অঙ্গদক কবলৈ ধৰিলে, "হে ভল্লুক আৰু বান্দৰসকলৰ শ্ৰেষ্ঠ অঙ্গদ, গমনবিষয়ত তোমাৰ যি শক্তি মই তাক জানো। তুমি শ বা হাজাৰ যোজন হেলাৰে অতিক্ৰম কৰিব পাৰা। আৰু ইমান যোজন পথ গৈ তুমি উভতিও আহিবও পাৰিবা। কিন্তু তথাপি তোমাক যাবলৈ দিয়াটো বিধিসঙ্গত নহ'ব।

২২। হে বৎস স্বামীয়ে অনেক কামত নিয়োগ কৰে, কিন্তু আনৰ দ্বাৰা তেওঁ নিযুক্ত নহয়। হে কপিশ্ৰেষ্ঠ, এই সমগ্ৰ বান্দৰদলক তুমিহে কামত নিযুক্ত কৰিব লাগে।

২৩। তুমি আমাৰ সকলোৱে পক্ষে স্বামীৰূপে অৱস্থিত কলত্ৰবৎ। সৈন্যসকলে স্বামীক কলত্ৰবৎ জ্ঞান কৰি তেওঁক সকলো প্ৰকাৰে ৰক্ষা কৰিব লাগে। হে পৰন্তপ এইটোৱে হৈছে জগতৰ গতি বা নিয়ম।

২৪। হে অৰিন্দম, তুমিয়ে আমাৰ এই কাৰ্য্যৰ মূল, এতেকে হে বৎস কলত্ৰবৎ তুমি আমাৰ সকলোৰে পালনীয়।

২৫। যিসকলে কাৰ্য্যৰ তত্ত্ব বুজি পায় তেওঁলোকৰ মতে কাৰ্য্যৰ যিটো মূল সেইটো অৱশ্যে ৰক্ষণীয়—এয়ে তেওঁলোকৰ নীতি, কিয়নো মূল সংৰক্ষিত হলে তাৰপৰা উৎপন্ন হবলগা সকলো ৰকমৰ ফলোদয় হয়।

২৬। হে সত্যবিক্ৰম, এই কাৰ্য্যৰ তুমিয়ে প্ৰধান সাধনৰূপ, তুমি বুদ্ধিবিক্ৰম সম্পন্ন আৰু এই কাৰ্য্য সম্পাদনৰ মূলভূত কাৰণ।

২৭। হে কপিপ্ৰবৰ, তুমি আমাৰ গুৰুপুত্ৰ আৰু গুৰু, অতএব তোমাকে আশ্ৰয় কৰি আমি কাৰ্য্য সাধন কৰিবলৈ সমৰ্থ হম।"

২৮। মহাপ্ৰাজ্ঞ জাম্বৱানৰ এই কথা শুনি বালীৰ পুত্ৰ মহাকপি অঙ্গদে কলে।

২৯। "যদিময়ো নাযাও আৰু আন কোনো মহা বান্দৰো যাব নোৱাৰে, তেনেহলে নিশ্চয় এই ঠাইতে আমি পুনৰ প্ৰায়োপবেশন কৰিব লাগিব।

৩০। বান্দৰসকলৰ অধিপতি ধীমান সুগ্ৰীৱৰ আদেশ পালন নকৰাকৈ কিষ্কিন্ধালৈ গৈ আমাৰ কোনোটিৰে জীৱন ৰক্ষা পোৱাৰ কোনো উপায় মই দেখা নাই।

৩১। কপিৰাজ সুগ্ৰীৱ অনুগ্ৰহ আৰু নিগ্ৰহ উভয়ৰে অধিকাৰী, এতেকে তেওঁৰ আদেশ পালন নকৰাকৈ কিষ্কিন্ধালৈ উভতি গলে আমাৰ বিনাশ অৱশ্যম্ভাৱী।

৩২। এতেকে তেওঁৰ কাৰ্য্যৰ যাতে অন্যথা নহয় আপুনি সেই বিষয়ে চিন্তা কৰক, কিয়নো সকলো কথাৰে তত্ত্ব আপুনি বুজি পায়।"

৩৩। অঙ্গদৰ এই নিৰ্দ্দেশ পাই কপিপ্ৰবৰ বীৰ জাম্ববানে উত্তম বাক্যেৰে তেওঁক কবলৈ ধৰিলে,

৩৪। "হে বীৰ, তোমাৰ কাৰ্য্যত কোনো প্ৰকাৰৰ হীন-ডেঢ়ি নঘটাকৈ এনে এজনক মই নিয়োগ কৰিম যিজনে কামটো নিশ্চয়কৈ সমাধা কৰিব পাৰিব।"

৩৫। এই বুলি কপিপ্ৰবৰ জাম্ববানে বান্দৰসকলৰ ভিতৰত শ্ৰেষ্ঠ, দলৰ বাহিৰত মনৰ সুখে এফলীয়াকৈ বহি থকা বিশ্বাসৰ পাত্ৰ কপিশ্ৰেষ্ঠ হনুমানকে সেই কামত নিযোগ কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত পঞ্চষষ্টিতম সৰ্গ সমাপ্ত ॥**

## ষট্‌ষষ্টিতম সৰ্গ

## হনুমানৰ জন্মবৃত্তান্ত আৰু তেওঁৰ প্ৰতি জাম্ববানৰ উৎসাহ

১। বহু শতসহস্ৰ বান্দৰসৈন্য বাহিনীৰ বিষণ্ণ অবস্থা দেখা পাই হনুমানক উদ্দেশ্য কৰি জাম্ববানে কলে।

২। "হে বীৰ হনুমান, তুমি বান্দৰকুলৰ ভিতৰত শ্ৰেষ্ঠ আৰু শাস্ত্ৰবিদসকলৰ ভিতৰত অগ্ৰগণ্য, তুমি এফলীয়া হৈ মনে মনে থাকি এই সম্বন্ধে কোনো কথা নোকোৱাকৈ বৈ আছা কিয়?"

৩। হনুমান, তুমি কপিৰাজ সুগ্ৰীৱৰ সমান আৰু তেজ আৰু বলত ৰাম লক্ষ্মণসদৃশ।

৪। তুমি কশ্যপপুত্ৰ পক্ষীকুল শ্ৰেষ্ঠ মহাবলশালী বৈণতেয় গৰুড়ৰ দৰে বিখ্যাত।

৫। মহাবলশালী আৰু মহাভুজ সেই গৰুডক সাগৰৰ পৰা সাপবোৰ তুলি অনা বহুত বাৰ দেখা পাইছোঁ।

৬। সেই পক্ষীৰাজৰ পাখি দুখনৰ যি বল, তোমাৰ ভুজবল, বীৰ্য্য, পৰাক্ৰম আৰু তেজ তাতকৈ কোনো গুণে কম নহয়।

৭। হে কপিশ্ৰেষ্ঠ, সকলো প্ৰাণীৰ ভিতৰতে, বল, বুদ্ধি, তেজ, আৰু সত্ত্ববিষয়ত তোমাৰ বৈশিষ্ট্য আছে, তথাপি সমুদ্ৰ লঙ্ঘন কৰিবলৈ তুমি সাজু হোৱা নাই কিয়?

৮। শুনা পুঞ্জিকাস্থলা নামে অপ্‌সৰাসকলৰ ভিতৰত শ্ৰেষ্ঠা অপ্‌সৰা এজনীয়ে অঞ্জনা নামে প্ৰসিদ্ধিলাভ কৰি কপিপ্ৰবৰ কেশৰীৰ পত্নীত্ব গ্ৰহণ কৰে।

৯—১১। হে বৎস, তেওঁ তিনিও জগতত্তে বিখ্যাত আৰু পৃথিবীৰ ভিতৰত ৰূপত অতুলনীয় হৈ কোনো এটা অভিশাপৰ কাৰণে বানৰেন্দ্ৰ মহাত্মা কুঞ্জৰৰ দুহিতা ৰূপ কামৰূপিণ বান্দৰীৰ ৰূপ লৈ জন্মগ্ৰহণ কৰে। এদিনাখন তেওঁ ৰূপযৌৱনসম্পন্না বিচিত্ৰমাল্যাভৰণ-ভূষিতা নাৰীৰ ৰূপ লৈ পট্টবস্ত্ৰপৰিধান কৰি বৰ্ষাকালৰ মেঘসদৃশ পৰ্ব্বত এটাৰ শৃঙ্গত বিচৰণ কৰি আছিল।

১২। এইদৰে পৰ্ব্বতৰ শিখৰত থিয় দি থাকোঁতে বিশালাক্ষী তেওঁৰ ৰঙাবৰণৰ দহিস্থতাৰে সুশোভিত হালধীয়া কাপোৰখন বতাহে লাহেকৈ উৰুৱাই নিলে।

১৩। এনে অবস্থাত তেওঁৰ সুঠাম বৰ্ত্তুল উৰুযুগল পীনস্তনদ্বয় আৰু চাৰুবদন পৱন-দেৱৰ চকুত পৰিল।

১৪—১৫। পৃথুজঘনা, তনুমধ্যা শুভসৰ্ব্বাঙ্গী যশস্বিনী অঞ্জনাক দেখি পৱনদেৱ কামভাবত অভিভূত হ'ল আৰু নিজ তেজোবলে তেওঁৰ গৰ্ভত প্ৰৱেশ কৰি বলপূৰ্ব্বক সুদীৰ্ঘ ভুজযুগলৰ দ্বাৰা অনিন্দ্যসুন্দৰী তেওঁক আলিঙ্গন কৰিলে।

১৬। পৱনদেৱতাৰ এই কাৰ্য্যত সুব্ৰত চাৰিণী তেওঁ বিভ্ৰান্ত হৈ ক'লে 'একপতিভক্তনেই মোৰ ব্ৰত এনেস্থলত মোৰ এই ব্ৰত বিনাশ কৰিবৰ ইচ্ছা কৰিছে কোনে?"

১৭। অঞ্জনাৰ কথা শুনি পৱনে ক'লে 'হে চাৰুনিতম্বিনী মই তোমাৰ প্ৰতি হিংসামূলক কোনো কাম কৰা নাই, তুমি মনত অকাৰণ সংশয় নকৰিবা।

১৮। হে যশস্বিনী, তোমাক আলিঙ্গন কৰি মই অদৃশ্যৰূপে তোমাত প্ৰৱেশ কৰাৰ ফলত তোমাৰ মহাবীৰ্য্যশালী আৰু বুদ্ধিমান এটা পুত্ৰ জন্ম হ'ব।

১৯। এই পুত্ৰ সন্তানটো মহাসত্ত্ব তেজ বল আৰু পৰাক্ৰমশালী হ'ব আৰু গতি আৰু লম্ফনত তেওঁ মোৰ সমান হ'ব।

২০। হে মহাবাহু মহাকপি, পৱনদেৱে এইদৰে ক'োৱাত তোমাৰ জননী পৰিতুষ্টা হ'ল, তাৰ পিচত তেওঁ তোমাক জন্ম দিলে।

২১। তেতিয়া সেই মহাৰণ্যৰ ভিতৰত বালক অবস্থাত তুমি উঠি এটা সূৰ্য্যটো দেখি কিবা এটা ফল বুলি অনুমান কৰি তাক গ্ৰহণ কৰিবলৈ আকাশলৈ জাপ দিলা।

২২। হে মহাকপি, তুমি তিনিশ যোজন ওপৰলৈ উঠি সূৰ্য্যতেজৰ দ্বাৰা আক্ৰান্ত হৈও বিষণ্ণ নহ'লা।

২৩। হে কপিপ্ৰবৰ, দ্ৰুতগতিত তুমি এইদৰে অন্তৰীক্ষত প্ৰৱেশ কৰা দেখি ইন্দ্ৰদেৱ ক্ৰুদ্ধ হৈ তেওঁৰ নিজ শক্তিবলে তোমালৈ বজ্ৰ নিক্ষেপ কৰে।

২৪। বজ্ৰৰ কোবত তুমি পৰ্ব্বতশৃঙ্গত পৰি যোৱা আৰু তাতেই তোমাৰ বাম হনু ভাঙে। এই কাৰণেই সেই সময়ৰ পৰা তুমি হনুমান নামে খ্যাতি লাভ কৰা।

২৫। তোমাক এইদৰে নিহত হোৱা দেখি গন্ধবহ বায়ু অতিশয় ক্ৰুদ্ধ হৈ ত্ৰিলোকৰ ভিতৰত তেওঁৰ চলাচল বন্ধ কৰিলে।

২৬—২৭। পৱনদেৱৰ এই কাৰ্য্যত দেৱতাসকল বিভ্ৰান্ত হ'ল আৰু ত্ৰিলোক ক্ষুব্ধ হৈ উঠিল, তেতিয়া দেৱতাসকলে বিক্ষুব্ধ পৱনদেৱক প্ৰসন্ন কৰাত ব্ৰহ্মাই তোমাক বৰ দিলে যে যুদ্ধক্ষেত্ৰত কোনো অস্ত্ৰই তোমাক বধ কৰিব নোৱাৰিব।

২৮—২৯। বজ্রপাত হোৱাৰ পিচতো সকলো প্রকাৰৰ ব্যথাৰ পৰা মুক্ত হোৱা দেখি সহস্রনেত্র ইন্দ্রই পৰম প্রীত হৈ তোমাক উত্তম এটা বৰ দান দি কয যে তোমাৰ মৃত্যু তোমাৰ ইচ্ছা অনুসাৰেহে হব। হে প্রভু হনুমান, এইদৰে কেসৰীৰ ভীমপৰাক্রমশালী ক্ষেত্রজ পুত্র হিচাপে তুমি জন্মগ্রহণ কৰিলা।

৩০। হনুমান তুকি মাৰুতৰ ঔৰসজাত পুত্র, তোমাৰ তেজো তদনুৰূপ, আৰু হে বৎস বায়ুপুত্র হিচাপে লম্ফনতো তুমি বায়ুৰ সদৃশ।

৩১। বৰ্ত্তমান আমি সকলোটি মৃতপ্রায, এই ক্ষেত্রত দক্ষতা আৰু বিক্রমশালী হৈ তুমি আমাৰ পক্ষে দ্বিতীয কপিৰাজসদৃশ হৈছা।

৩২। হে বৎস, বামন অৱতাৰত বিষ্ণুৰ ত্রিবিক্রমকালত পৰ্ব্বত বন আৰু কাননে সৈতে মই একৈশ বাৰ এই পৃথিবী প্রদক্ষিণ কৰোঁ।

৩৩। প্রদক্ষিণ কৰাৰ লগে লগে দেৱতাসকলৰ নির্দেশ মতে সেই সেই ওষধিসমূহ সংগ্রহ কৰোঁ, যাৰ সহাযত মন্থন কৰি শেহত অমৃত উৎপন্ন কৰা হয, সেই সময়ত আমাৰ বল আছিল অতি মহৎ।

৩৪। বৎস, এতিয়া মই বৃদ্ধ, শক্তি মোৰ হীন। বৰ্ত্তমান সময়ত আমাৰ ভিতৰত তুমিযেই একমাত্র সৰ্ব্বগুণান্বিত।

৩৫। হে বিক্রমশালী, বান্দৰসকলৰ ভিতৰত তুমিযে শ্রেষ্ঠ, এতেকে তোমাৰ অসীম বল আৰু শক্তি প্রকাশ কৰা, এই সমগ্র বান্দৰবাহিনীযে তোমাৰ বীৰ্য্য চাবলৈ উদ্‌গ্রীৱ হৈ আছে।

৩৬। হে হৰিশ্রেষ্ঠ, তুমি উঠা আৰু এই মহাসমুদ্র লঙ্ঘন কৰা। হে হনুমান, সমুদ্র লঙ্ঘন সম্বন্ধে তুমি যি শ্রেষ্ঠ গতিৰ অধিকাৰী, সি সকলো প্রাণীৰে মঙ্গলৰ অৰ্থে।

৩৭। এই বান্দৰসকল বিষণ্ণ হৈ আছে, তুমি এইটো উপেক্ষা কৰিছা কিয? হে মহাবেগশালী হনুমান, ত্রিবিক্রমশালী বিষ্ণুৰ দৰে তুমিও সমুদ্র অতিক্রম কৰা।'

৩৮। তাৰ পিচত কপিশ্রেষ্ঠ জাম্ববানে এইদৰে প্রেৰণা দিয়াত, নিজ গতিশক্তিৰ ওপৰত হনুমানৰ বিশ্বাস উপজিল, তেতিয়া পৱনাত্মজ কপিবৰে বান্দৰ সৈন্য বাহিনীৰ মনত আনন্দ জন্মাই সমুদ্র লঙ্ঘনৰ উপযোগী নিজ ৰূপ ধাৰণ কৰিলে।

**॥ ইতি কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত ষট্‌ষষ্টিতম সৰ্গ সমাপ্ত ॥**

# সপ্তষষ্টিতম সৰ্গ

## হনুমানৰ কলেবৰ বৃদ্ধি আৰু গৰ্জ্জন

১—২। শত যোজন বিস্তীৰ্ণ সমুদ্ৰ লঙ্ঘন কৰিবৰ বাবে কপিপ্ৰৱৰ হনুমানে নিজ কলেবৰ বৃদ্ধি কৰি হঠাতে বেগ পৰিপূৰ্ণ হোৱাত দেখি বানৰবোৰৰ শোক দূৰ হ'ল আৰু পৰম হৰ্ষান্বিত হৈ তেওঁলোকে আনন্দত চিঞৰ-বাখৰ কৰি মহাবলশালী হনুমানক স্তুতি কৰিব ধৰিলে।

৩। ত্ৰিবিক্ৰমৰ সমস্ত পৰিবৰ্দ্ধিত শৰীৰৰ ৰূপ দেখি প্ৰজাবৰ্গ যিদৰে হৰ্ষান্বিত হৈছিল হনুমানকো চাৰিওফালৰ পৰা তেনেকৈ বৃদ্ধি প্ৰাপ্ত হোৱা দেখি বানৰসকল আনন্দিত আৰু বিস্ময়ান্বিত হ'ল।

৪। ইপিনে মহাবলশালী হনুমানে বানৰসকলৰ দ্বাৰা প্ৰশংসিত হৈ ক্ৰমাৎ বাঢ়ি উঠিব ধৰিলে আৰু আনন্দতে নেজ জোকাৰি বল সঞ্চয় কৰিবলৈ ধৰিলে।

৫। এনে অবস্থাত বৃদ্ধ কপিপ্ৰৱৰ সমূহৰ দ্বাৰা প্ৰশংসা লাভ কৰি তেজোবলে পৰিপূৰ্ণ হৈ হনুমানে অতি উত্তম এক ৰূপ ধাৰণ কৰিলে।

৬। সুবিস্তৃত গিৰিগহ্বৰস্থিত সিংহই যেনেকৈ নিজ শৰীৰৰ আগতো বৃদ্ধি কৰে, মাৰুতৰ ঔৰসজাত পুত্ৰ হনুমানেও সেই দৰে বঢ়াই নিজ শৰীৰ বঢ়াই লব ধৰিলে।

৭। ধীশক্তি সম্পন্ন হনুমানে এইদৰে কলেবৰ বৃদ্ধি কৰি থাকোঁতে তেওঁৰ মুখৰ ছবিয়ে প্ৰদীপ্ত ভাঠীৰ নিচিনা ৰূপ ধাৰণ কৰিলে আৰু ধূম বিহীন অগ্নিসদৃশ প্ৰজ্বলিত হৈ উঠিল।

৮। আনন্দতে তেওঁৰ নোমবোৰ থিয় দি উঠিল, সেই বানৰবোৰৰ মাজত থিয় দি বৃদ্ধ বান্দৰসকলক অভিবাদন জনাই কবলৈ ধৰিলে।

৯—১০। "হে বান্দৰবৃন্দ, অগ্নিৰ সখা অসীম শক্তি সম্পন্ন মহাবলশালী যি বায়ুৱে পৰ্ব্বতৰ অগ্ৰভাগ চূৰ্ণবিচূৰ্ণ কৰি আকাশত বিচৰণ কৰি ফুৰে মহাবলশালী শীঘ্ৰগামী মহাত্মন সেই মাৰুতৰ মই ঔৰসজাত পুত্ৰ আৰু প্লৱগতিত মই তেওঁৰেই সমান।

১১। মই কতো অলপো বিশ্ৰাম নকৰাকৈ আকাশস্পৰ্শী সুবিস্তৃত মেৰু শৃঙ্গৰ চাৰিওফালে হাজাৰবাৰ পৰিভ্ৰমণ কৰিব পাৰোঁ।

১২। মোৰ বাহুবেগৰ পৰা সমুত্থিত বায়ুবেগৰ জোৰতে সঞ্চালিত সমুদ্ৰৰ দ্বাৰা, পৰ্ব্বত, নদী, হ্ৰদ সমন্বিতে সমগ্ৰ পৃথিৱীকে মই তল নিয়াব পাৰোঁ।

১৩। উৰু আৰু জঙ্ঘাৰ জোৰৰ বেগত বৰুণালয় সমুদ্ৰ ওপৰলৈ উঠি আহি তীৰ ডুবাই দিব আৰু মহাগ্ৰাহসমূহ ওপৰলৈ উঠি আহিব।

১৪। সকলো পক্ষীয়ে যাক সেৱা কৰে, ভুজঙ্গভোজী সেই গৰুড়ে এবাৰ যিমান খিনি ঠাই অতিক্ৰম কৰিব পাৰে সেই সময়ৰ ভিতৰতে মই তেনে হাজাৰ গুণ ঠাই পৰিভ্ৰমণ কৰিব পাৰোঁ।

১৫—১৬। হে বান্দৰপ্ৰবৰগণ, প্ৰদীপ্ত ৰশ্মিশালী সূৰ্য্য উদয় পৰ্ব্বতৰপৰা গতি কৰি অস্তাচলত উপনীত হোৱাৰ আগতে মই তেওঁৰ ওচৰ পাব পাৰোঁ গৈ আৰু তাৰ পিচতে তললৈ নামি মই আহি ভূমি স্পৰ্শ নকৰাকৈয়ে মোৰ বেগৰ বলত আকৌ তেওঁৰ ওচৰ পাব পাৰোঁ গৈ।

১৭। আকাশত থকা সকলো গ্ৰহনক্ষত্ৰকে মই অতিক্ৰম কৰিব পাৰোঁ আৰু সেইদৰে সাগৰ শুহিব পাৰোঁ আৰু পৃথিৱীকো বিদীৰ্ণ কৰিব পাৰোঁ।

১৮। হে বান্দৰসকল মোৰ লম্ফৰ দ্বাৰা পৰ্ব্বত চূৰ্ণীকৃত কৰিব পাৰোঁ আৰু মোৰ প্ৰবল বেগৰ দ্বাৰা মহাসমুদ্ৰকো আহৰণ কৰিব পাৰোঁ।

১৯। তোমালোকে দেখিবা মই আকাশ পথেৰে গতি কৰা সময়ত লতা আৰু বৃক্ষ-সমূহৰ নানা তৰহৰ ফুলবোৰ মোৰ পিচে পিচে উৰি লৰ দিব। সেই সময়ত মোৰ আকাশত আকাশ পথেদি যাই থাকোতে যিবোৰ ফুল আকাশলৈ উৰি যাব ধৰিব সিহঁতৰ শোভাতে মোৰ পথে আকাশৰ হাতীপটিৰ শোভা ধাৰণ কৰিব।

২১। হে বান্দৰসকল, এই মুহূৰ্ত্তে সকলো প্ৰাণীয়ে মোক আকাশলৈ লাফ দিয়া দেখা পাব, মহামেৰুসম মোৰ যি ৰূপ তোমালোকে তাক চাই লোৱাঁ।

২২। তোমালোকে দেখিবা সমগ্ৰ আকাশ পথ আগুৰি, নভস্থল গ্ৰাস কৰিহে যেন আকাশপথেৰে গতি কৰিছোঁ, এইদৰে গতি কৰোতে মই মেঘ সমূহ খণ্ড বিখণ্ড কৰিম আৰু পৰ্ব্বতসমূহ কঁপাই তুলিম আৰু ধীৰচিত্তে সমুদ্ৰকো শুহি পেলাম।

২৩। বিনতাপুত্ৰ গৰুড, মোৰ আৰু মাৰুতৰ যি শক্তি সি সকলোৰে ওপৰত, গৰুড় আৰু মহাবলশালী মাৰুত ভিন্ন এনে এজন নাই যি আকাশ পথেদি গমন কৰাৰ সময়ত মোৰ পিচে পিচে যাব পাৰে।

২৪। মেঘৰ পৰা যিদৰে হঠাতে বিদ্যুতৰ উৎপত্তি হয় তোমালোকে দেখিবা মইও সেইদৰে এক নিমিষৰ ভিতৰতে অবলম্বনহীন আকাশত আৰোহণ কৰিম।

২৫। সেই সময়ত সাগৰ অতিক্ৰম কৰি গৈ থাকোতে মোৰ ৰূপ ভগৱান বিষ্ণুৰ ত্ৰিবিক্ৰমৰ সময়ৰ ৰূপৰ সদৃশ হব।

২৬। মই মোৰ বুদ্ধিৰ বলত দেখা পাইছোঁ আৰু মনৰ আবেগৰ পৰা জানিব পাৰিছো যে জানকীক মই দেখা পামেই, হে বান্দৰসকল, তোমালোকে আনন্দ কৰা।

২৭। বেগত মই মাৰুতৰ সমান আৰু গতিত গৰুড়ৰ সমান, মোৰ অনুমান হয় অযুত যোজন পথো মই অতিক্ৰম কৰি যাব পাৰোঁ।

২৮। মোৰ অনুমান, হাতত বজ্ৰ লৈ থকা অৱস্থাত ইন্দ্ৰ আঁৰু স্বয়ম্ভু ব্ৰহ্মাকো পৰাভূত কৰি মই তেওঁলোকৰ হাতৰপৰা অমৃত কাঢ়ি লৈ ইয়ালৈ লৈ আহিব পাৰোঁ।

২৯—৩১। মোৰ ইচ্ছা হৈছে যে গোটেইখন লঙ্কাকে উভালি লৈ আহোঁ।"—

অতুলনীয় প্ৰভাৱিশিষ্ট কপিপ্ৰবৰ হনুমানে গৰ্জ্জন কৰি এইদৰে কোৱা শুনি সকলো বান্দৰ পৰম আশ্চৰ্য্যান্বিত হৈ তেওঁৰ পিনে চকু ফুৰাই চালে। জ্ঞাতিকুলৰ শোক বিনাশক সেইৰ এই কথা শুনি, কপিশ্ৰেষ্ঠ জাম্ববানে পৰম সন্তুষ্ট হৈ তেওঁক কবলৈ ধৰিলে—হে কেসৰীসুত বেগী মাৰুতাত্মজ।

৩৩—৩৪। হে বৎস, তুমি তোমাৰ জ্ঞাতিকুলৰ শোক বিনাশ কৰিলা। তোমাৰ কল্যাণ কামনা কৰি এই বান্দৰসকলে একাগ্ৰচিত্ত তোমাৰ উদ্দেশ্যসিদ্ধিৰ অৰ্থে সকলো মাঙ্গলিক কাম সম্পন্ন কৰিব। এতিয়া তুমি বৃদ্ধ কপিসকলৰ অনুমতিক্ৰমে ঋষি আৰু গুৰুজনৰ আশীৰ্ব্বাদ লৈ মহাসাগৰত জাপ দিয়া, আৰু যেতিয়ালৈ তুমি উভতি নাহিবা তেতিয়ালৈ আমি সকলোটিয়ে এখন ভৰিৰ ওপৰত থিয় দি তপস্যা কৰি থাকিম।

৩৫। তুমি জানিবা যে বনবাসী আমাৰ সকলোৰে জীৱন এতিয়া তোমাৰ অনুগত।" জাম্ববানৰ এই কথা শুনি কপিশ্ৰেষ্ঠ হনুমানে বনবাসী বান্দৰসৰ্গক পুন কবলৈ ধৰিলে।

৩৬—৩৯। "হে বান্দৰসকল, তোমালোকে নিশ্চয়ৈ জানিবা যে পৃথিৱীত এনে এজন নাই যি সমুদ্ৰলঙ্ঘনৰ সময়ত মোৰ বেগ ধাৰণ কৰিব পাৰে। শিলাসমষ্টিসম্পন্ন মহেন্দ্ৰ পৰ্ব্বতৰ শিখৰ সমূহেই বৃহৎ আৰু স্থিৰ, এই শিখৰ সমূহ নানা গছলতা আৰু ধাতু সমূহৰ দ্বাৰা সুশোভিত। ইয়াৰ পৰা শত যোজন বিস্তীৰ্ণ সমুদ্ৰ লঙ্ঘনৰ সময়ত মোৰ পৰা যি বেগ সমুত্থিত হব, অকল এই মহান শিখৰ সমূহেই মোৰ সেই বেগ ধাৰণ কৰিব পাৰিব।" এই বুলি কৈ মাৰুততুল্য মাৰুতসুত অৰিন্দম কপিপ্ৰবৰ হনুমানে পৰ্ব্বতশ্ৰেষ্ঠ মহেন্দ্ৰ পৰ্ব্বতত আৰোহণ কৰিলে।

৪০—৪২। এই পৰ্ব্বত নানাবিধ পুষ্পেৰে সুশোভিত, মৃগগণে সদায় ইয়াৰ সুন্দৰ শ্যামল তৃণৰাশিত বিচৰণ কৰি ফুৰে, গোটেইখন পৰ্ব্বত লতা আৰু কুসুমৰাশিৰে পৰিব্যাপ্ত, আৰু তাৰ বৃক্ষসমূহ সততে পুষ্পভাৰে ভৰপূৰ। সিংহ শাৰ্দ্দূল আৰু মত্তমাতঙ্গ সমূহ তাত সততে বৰ্ত্তমান। এই পৰ্ব্বত উন্মত্ত পক্ষীবৰে নিনাদিত আৰু নিজৰাৰে পৰিপূৰ্ণ। এনেহেন পৰ্ব্বতত আৰোহণ কৰি মহেন্দ্ৰসম বিক্ৰমশীল সৰ্ব্বশ্ৰেষ্ঠ কপিপ্ৰবৰ মহাবলশালী হনুমানে তাৰ শৃঙ্গে শৃঙ্গে বিচৰণ কৰি ফুৰিব ধৰিলে।

৪৩। এনে অৱস্থাত মহাত্মা হনুমানে বাহুযুগলেৰে সেই মহাপৰ্ব্বতক আকোৱালি ধৰি জোকাৰ মাৰি দিলত অনুমান হল যেন সেই দুখতে তাত থকা প্ৰাণী সমূহৰ চিঞৰ বাগৰতে প্ৰমত্ত সিংহৰ দ্বাৰা আক্ৰান্ত গজেন্দ্ৰসদৃশ পৰ্ব্বতে চীৎকাৰ হে কৰিব ধৰিছে।

৪৪। বাহুযুগলৰ আঁজোৰত পৰ্ব্বতৰ শিলসমূহ চাৰিওফালে ছিটিকি পৰিল নিজৰাৰ পানী বাগৰি পৰিল, তাত থকা মৃগ মাতঙ্গ সমূহ ভয়ত ত্ৰস্তমান হল আৰু ডাঙৰ ডাঙৰ বৃক্ষ সমূহ কঁপি উঠিল।

৪৫—৪৭। তাত থকা নানা ভৱহৰ গন্ধৰ্ব্বদম্পতীয়ে অতিশয় মদ্যপান আৰু ৰতিক্ৰিয়াত আসক্ত থাকিও সেই পৰ্ব্বতৰ শৃঙ্গ পৰিত্যাগ কৰিলে আৰু লগে লগে পক্ষী আৰু বিদ্যাধৰগণেও শৃঙ্গ এৰি গুচি গল, যিবোৰ মহাভুজঙ্গ সেই পৰ্ব্বতত লুকাই আছিল, পৰ্ব্বতৰ

শিলসমূহ বাগৰি পৰাত, সিহঁতে আধাখিনি ওলাই আহি নিঃশ্বাস পেলাব ধৰিলে, তেতিয়া অনুমান হল যেন পতাকা সমূহহে তাত বিৰাজ কৰিছে।

৪৮। শেহত ঋষিসকলে ভয়ত্ৰস্ত হৈ পৰ্ব্বতপ্ৰদেশ এৰি পলোৱাত পৰ্ব্বতৰ শোভা দুখৰে পৰিপূৰ্ণ দলভ্ৰষ্ট পথিকৰ নিচিনা হল।

৪৯। এনে অৱস্থাত পৰম বেগবান শত্ৰুবীৰহন্তা, মহানুভৱ, মনস্বী কপিপ্ৰবৰ হনুমানে লাফ দিবলৈ বুলি বেগ বিষয়ে একাগ্ৰচিত্ত হৈ, মন স্থিৰ কৰি মনৰ ভিতৰতে লঙ্কানগৰীক স্মৰণ কৰিলে।

**॥ কিষ্কিন্ধাকাণ্ডৰ অন্তৰ্গত সপ্তষষ্ঠিতম সৰ্গ সমাপ্ত ॥**

**॥ ইতি কিষ্কিন্ধাকাণ্ড সমাপ্ত ॥**